# বিশ্ব ফুটবল



লোকেশ্বৰ গগৈ

নতুন অসম
উদ্যোগ পাম ঃ বামুণীমৈদাম
গুৱাহাটী-২১

**BISWA FOOTBALL (WORLD SOCCER)** : *Compiled by Lokeswar Gogoi and published by Jyotipada Dev Choudhury. Natun Asam, 31, Industrial Estate, Bamunimaidam, Guwahati-21*

*Price – Rupees one hundred and fifty only*

---

**প্ৰকাশক ঃ**
শ্ৰীজ্যোতিপদ দেৱচৌধুৰী
**নতুন অসম**
উদ্যোগ পাম ঃ বামুণীমৈদাম
গুৱাহাটী - ২১

**প্ৰথম প্ৰকাশ ঃ**
জানুৱাৰী, ২০০২

**বেটুপাত ঃ**
শ্ৰীচন্দন চুতীয়া

**মূল্য ঃ ১৫০.০০ টকা**

**ছপা ঃ**
**বাণীপ্ৰকাশ মুদ্ৰণী প্ৰাইভেট লিমিটেড**
উদ্যোগ পাম ঃ বামুণীমৈদাম
গুৱাহাটী - ২১

# উচৰ্গা



পৰম পূজনীয় দেউতা
স্বৰ্গীয় প্ৰফুল্ল চন্দ্ৰ গগৈ(১৯২২-১৯৯২)ৰ
পৱিত্ৰ স্মৃতিত

# পাতনি

কৈশোৰ কালৰ পৰাই স্বতঃস্ফুৰ্তভাৱে ফুটবল ভাল পাইছিলো আৰু স্কুলত পঢ়ি থকা কালতে স্পৰ্টচ এণ্ড গেমচ্‌ক ভাল পোৱাৰ বীজ সিঁচি দিয়া তিনিচুকীয়া কলেজৰ দীৰ্ঘ দূৰত্ব দৌড়বীৰ ঁশৰৎ হাজৰিকাদেৱৰ ১৯৬৬ বিশ্বকাপৰ পিচতে পেলে, ইউচেবিঅ, লেভ্‌ ইয়াচীন, ববী চাৰ্লটনৰ কথোপকথনে বিশ্ব ফুটবলৰ প্ৰতি আমাৰ চামৰ মাজত ক্ৰীড়া তৰঙ্গৰ সৃষ্টি কৰিছিল। সেই সময়ত অসমীয়া ভাষাত কোনো কিতাপ-পত্ৰ নাছিল যদিও মোৰ অনুসন্ধিৎসু মন প্ৰাণে বিশ্ব ফুটবল সম্বন্ধে জানিবলৈ অধিক আগ্ৰহী কৰি তুলিছিল। ইতিমধ্যে চিৰঞ্জীৱে লিখা বাংলা ভাষাৰ "বিশ্ব ফুটবল" ক্ৰীড়া পুথিখন কলিকতাৰ পৰা ডাকযোগে ক্ৰয় কৰো। মুঠ ২৪ গৰাকী খেলুৱৈ ও প্ৰশিক্ষকৰ জীৱনীৰে পৰিপুষ্ট ৮৮ পৃষ্ঠাৰ এই ক্ৰীড়া পুথিখনৰ মূল্য আছিল মাত্ৰ ৩ টকা। এই কিতাপখনেই মোৰ ক্ৰীড়া জীৱনত এক বিশেষ চাপ পেলাই আৰু অদূৰ ভৱিষ্যতে এই ঠাচতে এখন কিতাপ লিখাৰ ঠিৰাং কৰো যদিও মোৰ এই অলীক কল্পনাই বাস্তৱৰূপ ধাৰণ কৰিবলৈ সুদীৰ্ঘ ত্ৰিশ বছৰ অতিক্ৰম কৰিব লগা হয়।

এই "বিশ্ব ফুটবল" ক্ৰীড়া পুথিখনত মুঠ ১৩৮ গৰাকী বিশ্ব বিখ্যাত খেলুৱৈৰ জীৱনীৰ উপৰি আন্তৰ্জাতিক ফুটবলৰ বহু তথ্যপাতি আৰু আপুৰুগীয়া ফটো সন্নিৱিষ্ট কৰা হৈছে। বিশেষকৈ কিতাপখন বাস্তবায়নৰ পথত অগ্ৰসৰ হওঁতে ০.০৫ পৃষ্ঠাত উল্লেখিত জাতীয় ফুটবল সংস্থাসমূহৰ লগতে Federation Internationale de Football Association (FIFA), ইংলেণ্ডৰ ষ্টোক চিটি ক্লাব (Stoke City Club) আৰু ইটালিৰ

খ্যাতনামা ক্ৰীড়া লেখক লুইগি মেনগনিয়ে (Luigi Mengoni) আগবঢ়োৱা সহায়ৰ বাবে তেখেতসকলৰ ওপৰত চিৰকৃতজ্ঞ। কিতাপখনৰ ফটোসমূহ সজালে শিল্পী শ্ৰীচন্দন চুতীয়া ডাঙৰীয়াই ইয়াৰ অন্তৰ্গত প্ৰায় ৫% কাম সমাধা কৰা শিল্পী গৰাকী হ'ল – জাকিৰ হুছেইন। পাঠকে পুস্তিকাখনি আকোৱালি লব বুলি আশা ৰাখিলো তথা ভুল ভ্ৰান্তিসমূহ আঙুলিয়াই দিলে নৈথে সুখী হম।

দিছপুৰ
২০০২ চন

[signature]

# কৃতজ্ঞতা স্বীকাৰ

(1) The Football Association

(2) The Scottish Football Association.

(3) Federazione Italiana Giuoco Calcio.

(4) Federation Francaise de Football

(5) Federacao Portuguesa de Futebol.

(6) Koninklijke Nederlandsche Voetbalbond



(০.০৫)

# সূচীপত্ৰ

## ব্ৰাজিল



## ইটালি

**উৰুগুৱে**



**পশ্চিম জাৰ্মেনি / জাৰ্মেনি**

## আৰ্জেণ্টিনা



## হলেণ্ড



## ফ্ৰান্স

স্পেইন



যুগোশ্লাভিয়া



ক্ৰোৱেচিয়া



ছোভিয়েট ইউনিয়ন/ৰুছিয়া



স্কটলেণ্ড



উত্তৰ আয়াৰলেণ্ড

**ৰিপাব্লিক অৱ আয়াৰলেণ্ড**



**পাৰাগুৱে**



**মেক্সিকো**



**কলম্বিয়া**



**ৰুমানিয়া**



**বেলজিয়াম**



**বুলগেৰিয়া**



**কেমেৰুণ**



**ন'ইজেৰিয়া**

---

# বিশ্বকাপৰ ইতিবৃত্ত

১৮৭২ চনত ইংলেণ্ড বনাম স্কটলেণ্ড খেলখনৰ মাধ্যমেৰে প্ৰাচগোত আন্তৰ্জাতিক ফুটবলৰ সূচনা হয় যদিও সেইসময়ত কোনো আন্তৰ্জাতিক ফুটবল সন্থাৰ জন্ম হোৱা নাছিল। সময়ৰ অগ্ৰগতিৰ লগে লগে ফুটবলৰ আন্তৰ্জাতিক খেলসমূহ নিয়ন্ত্ৰণৰ উদ্দেশ্যে ১৮৮২ চনত ইণ্টাৰনেচনেল ফুটবল এছ'চিয়েশ্বন বৰ্ড গঠন হয়। অৱশ্যে এই সন্থা কেৱল বৃটিছ দ্বীপপুঞ্জতে সীমাবদ্ধ আছিল আৰু ইউৰোপৰ ক্ৰমবৰ্দ্ধিত আন্তৰ্জাতিক ফুটবল খেলে এখন শক্তিশালী আন্তৰ্জাতিক ফুটবল সন্থাৰ আৱশ্যকতা অনুভৱ কৰোঁতে ১৯০৪ চনৰ ২১ মে তাৰিখে পেৰিছত সাতখন দেশ (বেলজিয়াম, ফ্ৰান্স, হলেণ্ড, ডেনমাৰ্ক, স্পেইন, চুইডেন আৰু চুইজাৰলেণ্ড)ৰ সদস্য মিলিত হৈ আন্তৰ্জাতিক ফুটবল সন্থা (ফিফা) গঠন কৰে। এই ফিফাৰ প্ৰথম প্ৰেচিডেণ্ট নিৰ্বাচিত হয় ফ্ৰান্সৰ ৰবাৰ্ট গুৰিন। পিচলৈ ক্ৰমান্বয়ে ইংলেণ্ড, স্কটলেণ্ড, ৱেলচ আৰু আয়াৰলেণ্ডেয়ো ফিফাত যোগদান কৰে। সেইসময়ত ফুটবলৰ কোনো বিশ্ব চেম্পিয়নচিপ্ প্ৰতিযোগিতা নাছিল আৰু অলিম্পিক চেম্পিয়নকে ফুটবলৰ বিশ্ব চেম্পিযনৰূপে স্বীকৃতি দিলেও এই সন্দৰ্ভত অনেকে একমত হব পৰা নাছিল। কাৰণ ইতিমধ্যে ভালে সংখ্যক দেশত পেছাদাৰ ফুটবলে গা কৰি উঠোতে তাত উদ্ভৱ হোৱা প্ৰতিভাৱান খেলুৱৈসবে অলিম্পিক ক্ৰীড়াত অংশ লব নোৱাৰিছিল। কাৰণ অলিম্পিক ক্ৰীড়া কেৱল অপেছাদাৰ খেলুৱৈৰ অনুষ্ঠান। ফলত ফুটবলৰ এটা সুকীয়া বিশ্ব পৰ্য্যায়ৰ প্ৰতিযোগিতাৰ আৱশ্যকতাই মুৰ দাঙি উঠে আৰু সেইসময়ৰ ফুটবলত আধিপত্য বিস্তাৰ কৰোঁতা উৰুগুৱেই প্ৰথম বিশ্বকাপ প্ৰতিযোগিতা আয়োজনৰ গুৰুভাৰ লয়।

১৯৩০ চনত বিশ্বকাপ ফুটবল প্ৰতিযোগিতা পাতনিৰ মূলতে ফ্ৰান্স ফুটবল সন্থাৰ প্ৰেচিডেণ্ট তথা ফিফাৰ সভাপতি মচিয়ে জুলে ৰিমে কাৰণ তেওঁ এই উদ্দেশ্যে এটা স্বৰ্ণৰে নিৰ্মিত কাপ উপহাৰ দিয়ে। ফিফাই এই বিশ্বকাপটোৰ নাম ৰাখে - জুলে ৰিমে কাপ। ৩০ চেণ্টিমিটাৰ ওখ, ৪ কিলোগ্ৰাম ওজনৰ এই কাপটো ফৰাছী ভাস্কৰ আবে লাফেয়াৰ (Abel Lafleur)এ নিৰ্মাণ কৰোঁতে সেইসময়ত £ ২,০০০ পাউণ্ড ষ্টাৰ্লিং (৫০,০০০ ফ্ৰাঙ্ক) খৰছ কৰে।

ক্ৰমান্বয়ে জুলে ৰিমে কাপে জনপ্ৰিয়তাৰ চৰম সীমা স্পৰ্শ কৰি বিশ্ব ক্ৰীড়াৰ ৰোমাঞ্চকৰ অধ্যায়ত পৰিণত হওঁতে ১৯৬৬ চনত লণ্ডনৰ এখন ষ্টাম্প প্ৰদৰ্শনিৰ পৰা চুৰি হোৱা ঘটনাই বিশ্ব ক্ৰীড়াত হা-হুতাশৰ ঢৌ সৃষ্টি কৰে যদিও কিছুদিনৰ পিচতে পুনৰুদ্ধাৰ হয়। যি কি নহওঁক ব্ৰাজিলে তিনিবাৰ (১৯৫৮, ১৯৬২ আৰু ১৯৭০) চূড়ান্ত বিজয়ীৰ সন্মান অৰ্জন কৰি ফুটবল গৌৰৱৰ অধিকাৰী হোৱাৰ উপৰি জুলে ৰিমে কাপ চিৰদিনৰ বাবে ব্ৰাজিলৰ কৱললৈ যায়। জুলে ৰিমে কাপ ব্ৰাজিলৰ জাতীয় সম্পত্তিৰূপে ঘোষণা কৰে। এই ঘটনাৰ পিচতে ফিফাই

*আন এটা ৩৬ চেণ্টিমিটাৰ ওখ, ১৮ কেৰেট ওজনৰ স্বৰ্ণৰে নিৰ্মিত নতুন বিশ্বকাপৰ নাম ফিফা কাপ দিয়ে। কাপটো ইটালিয়ান ভাস্কৰ চিলভিও গাজানিগা আৰু বাৰ্টনিয়ে সাজি উলিয়াওঁতে খৰচ পৰে $ ২০,০০০ ডলাৰ। এইখিনিতে এটা কথা উল্লেখনীয় ১৯৮৩ চনৰ ১৯ ডিচেম্বৰত ব্ৰাজিল ফুটবল সন্থা কাৰ্য্যালয়ৰ পৰা এই ঐতিহাসিক জুলে ৰিমে কাপ চুৰ হয় যদিও এই ট্ৰফীৰ কৃতিত্ব ও ইতিহাস বিশ্ব ক্ৰীড়াৰ বুকুত চিৰদিনৰ বাবে খোদিত হৈ ৰয়। যাৰ অবিহনে বিশ্ব ফুটবল সদায় অসম্পূৰ্ণ। আনহাতে ১৯৭৪ বিশ্বকাপ ফুটবল প্ৰতিযোগিতাৰ পৰা নতুন ফিফা কাপ প্ৰদান কৰা হয়।*

# ফিফাৰ সভাপতি

**ৰবাৰ্ট গুৰিন (ফ্ৰান্স) ১৯০৪-০৬**
**ডেনাএল বাৰ্লি উলফল (ইংলেণ্ড) ১৯০৬-০৮**
**মচিয়ে জুলে ৰিমে (ফ্ৰান্স) ১৯২১-৫৪**
**ৰুডলফ্ উইলিয়াম চিলড্ৰেয়াৰ্চ (বেলজিয়াম) ১৯৫৪-৫৫**
**আৰ্থাৰ ড্ৰেব্ৰাই (ইংলেণ্ড) ১৯৫৬-৬১**
**ছাৰ ষ্টেনলি ৰাউছ (ইংলেণ্ড) ১৯৬১-৭৪**
**জোৱাও হেভেলেঞ্জ (ব্ৰাজিল) ১৯৭৪-৯৮**
**শেপ ব্লাটাৰ (চুইজাৰলেণ্ড) ১৯৯৮-**



**জুলে ৰিমে কাপ**



**ফিফা স্বৰ্ণ কাপ**

# ষ্টেনলি মেথিউজ



ফুটবলৰ প্ৰাণকেন্দ্ৰ ইংলেণ্ড । এই ইংলেণ্ডৰ বুকুতে এনে এগৰাকী ফুটবল প্ৰতিভাৰ উদয় হ'য় যাৰ উজ্বল ৰশ্মিয়ে সমগ্ৰ বিশ্বৰ ক্ৰীড়াপথাৰসমূহ আলোকোজ্বল কৰি তুলিলে । এই সুযোগ্য ফুটবলৰ দেৱদূতজনৰ নাম ষ্টেনলি মেথিউজ । মেথিউজ ফুটবল বুৰঞ্জীৰ এগৰাকী শ্ৰেষ্ঠ ড্ৰিবলিং উইজাৰ । মেথিউজক এজন বিশ্ববিখ্যাত খেলুৱৈ বুলি ক'লেই সম্পূৰ্ণ হ'ল বুলি ক'ব নোৱাৰি । ষ্টেনলি মেথিউজক ফুটবলৰ কিংবদন্তি বুলি ক'লেহে সমীচীন হ'ব । কাৰণ তেওঁ তিনিটা দশকত সি ক্ৰীড়া নৈপুণ্যৰ প্ৰতিচ্ছবি এৰি থৈ গৈছে তাৰফলত বিশ্বক্ৰীড়াত ফুটবল খেলে এক নতুন ৰূপ পালে । এই ৰূপ লাৱণ্য প্ৰতিফলিত হ'ল বিশ্বৰ বিভিন্ন প্ৰান্তত । সমগ্ৰ বিশ্বতে কেৱল এজন ফুটবলাৰৰ নাম ষ্টেনলি মেথিউজ । মেথিউজ এজন অসাধাৰণ দৰ্শক আকৰ্ষণকাৰী খেলুৱৈ । আউটচাইদ-ৰাইট খেলুৱৈৰূপে বলটো অধিক সময় নিজৰ আয়ত্তত ৰাখি খেলৰ গতি মন্থৰ কৰা হেতু মেথিউজৰ এই সমৰবিদ্যা বহুবাৰ সমালোচনাৰ সন্মুখীন হৈছে ; কিন্তু গোল তৈয়াৰ কৰা ক্ষেত্ৰত এজন সৰ্বোকৃষ্ট খেলুৱৈৰূপে তেওঁ বিশ্ববিখ্যাত ।

১৯১৫ চনৰ ১ ফেব্ৰুৱাৰীত ষ্টাফৰ্দচায়াৰৰ হেনলিত মেথিউজৰ জন্ম হয় । ক্ষৌৰকাৰ তথা নামজ্বলা বক্সাৰ জেক্ মেথিউজৰ পুত্ৰ ষ্টেনলি মেথিউজে ৱেলিংটন হাইস্কুলত পঢ়া-শুনাৰ লগতে শৰীৰ চৰ্চাৰ প্ৰতিও চোকা দৃষ্টি ৰাখিছিল । তেওঁ ১৪ বছৰ বয়সত ষ্টোক চিটি দলত অফিচ আৰ্দ্দালিৰূপে যোগদান কৰি অন্যান্য নতুন খেলুৱৈৰ দৰে চিনিয়ৰ খেলুৱৈৰ বুট পলিচ আৰু খেলপথাৰ পৰিষ্কাৰ কৰা কামত নিযুক্তি হওঁতে দৈনিক (৪+৪)৮ মাইল পথ খোজকাঢ়ি কৰ্মস্থলীলৈ যাতায়ত কৰিছিল । অৱশ্যে ফুটবলত তেওঁৰ দীৰ্ঘ স্থায়ীত্বৰ মূলতে সমগ্ৰ ক্ৰীড়া জীৱনত নিয়মিত ব্যায়াম আৰু খাদ্য তালিকা মানি চলিছিল ।



ষ্টেনলি মেথিউজে ষ্টোক চিটিত যোগদানৰ এবছৰৰ পিচতেই (২৭

ছেপ্তেম্বৰ / ১৯৩০) চেন্ট্রেল লীগৰ খেলত বাৰ্ণলিৰ বিৰুদ্ধে ষ্টোক চিটি ৰিজাৰ্ভ দলত আত্মপ্ৰকাশ কৰে। ১৯৩২ চনৰ ১ ফেব্ৰুৱাৰীত পেছাদাৰ ফুটবলত চুক্তিবদ্ধ হোৱাৰ ডেৰমাহৰ পিচতে লীগ ফুটবলত আত্মপ্ৰকাশ কৰে (ষ্টোক্ চিটি বনাম বুৰি)। ১৯৩৪ চনৰ ২৯ ছেপ্তেম্বৰত ৱেলচৰ বিৰুদ্ধে আন্তৰ্জাতিক ফুটবলত আত্মপ্ৰকাশ কৰোঁতে ইংলেণ্ড ৪-০ গোলত জয়ী হয়। ১৯৩৩ চনত ষ্টোক্ চিটিৰ হৈ দ্বিতীয় ডিভিজন লীগ খিতাপ মেথিউজৰ ক্ৰীড়া জীৱনত প্ৰথম বৃহৎ বিজয়। ষ্টোক্ চিটিৰ চেয়াৰমেন মিষ্টাৰ এ. জে. চি. চাৰডইনৰ তেওঁৰ সন্দৰ্ভত মন্তব্য, "If certain players are worth £10,000 at the age of 27 or 28, Matthews is worth £20,000 today at 18." গতিকে দেখা যায় মেথিউজৰ ক্ৰীড়াকীৰ্তিয়ে অতি কম বয়সতে বিশ্বৰ দামী খেলুৱৈসকলৰ শাৰীত স্থান আনি দিছিল।

জয়-পৰাজয় উভয়কে সমভাৱে আদৰি লোৱা মেথিউজ বিশ্ব ক্ৰীড়ামোদীৰ অতি মৰমৰ ও আদৰৰ খেলুৱৈ। খেলপথাৰত সহজ সৰল খেলুৱৈ সুলভ আচৰণৰ পৰা কোনো দিনেই আঁতৰি যোৱা নাছিল। বিশ্বৰ শ্ৰেষ্ঠ ৰাইট-আউটৰূপে গণ্য কৰা মেথিউজ একক খেল প্ৰদৰ্শনত তেওঁতকৈ পৈণত খেলুৱৈ কোনো নাছিল বুলি ক্ৰীড়া সমালোচকসকলে মন্তব্য দিয়ে। ষ্টেনলিয়ে 'কেৰি' (ড্ৰিবলিং) কৰি বিপক্ষৰ খেলুৱৈক সহজেই বিবুদ্ধিত পেলাই হতাশ কৰাৰ লগতে "মেজিক টোজ" নামেৰে বিখ্যাত হৈ উঠে।

১৯৩৮ চনত ষ্টেনলি মেথিউজ ব্লেকপুল দললৈ ট্ৰেন্সফাৰ বাতৰিয়ে শিল্প চহৰ ষ্টোক্ চিটিত শত সহস্ৰৰ প্ৰতিবাদে ধুমুহা সৃষ্টি কৰিছিল। অৱশ্যে ষ্টোক্‌ৰ ক্ৰীড়া জীৱনলৈ কিছুদিনৰ পিচতেই স্বাভাৱিক অৱস্থা ঘূৰি আহিল; কাৰণ ষ্টেনলিয়ে ষ্টোক্ চিটি দলতে খেল অব্যাহত ৰাখিলে। ইতিমধ্যে দ্বিতীয় মহাসমৰৰ অভ্যুদয়ে মেথিউজ আৰ্মি ফিজিকেল ট্ৰেইনিং ক্ৰপচ্‌ত যোগ দিয়ে আৰু যুদ্ধকালীন ইংলেণ্ডৰ পক্ষে ২৯খন আন্তৰ্জাতিক খেলত অংশ গ্ৰহণ কৰে। ইয়াৰ অন্তৰ্গত ষ্টোক্ চিটিৰ হৈ ১৯৩৯-৪০ ৱেষ্টাৰ্ন ডিভিজন লীগ জয় কৰে। বিশ্বযুদ্ধৰ অন্তত ব্লেকপুল আৰু ষ্টোক্ চিটি দলে ষ্টেনলিক লৈ পুনৰ কাঢ়া-আজোৰা লাগোতে ১৯৪৭ চনৰ ১০ মে'ত £১১,৫০০ পাউণ্ড ষ্টাৰ্লিঙৰ বিনিময়ত ব্লেকপুল দলত চুক্তিবদ্ধ হয়। মেথিউজৰ এই ট্ৰেন্সফাৰ সেইসময়ৰ ফুটবলত সৰ্বকালৰ শ্ৰেষ্ঠ কিনা-বেচা চুক্তি আছিল। ইতিমধ্যে কিছু সংখ্যক ক্ৰীড়া সাংবাদিকে ষ্টেনলিৰ ক্ৰীড়া জীৱনৰ এই সময়ছোৱা "অন্তিমতাৰ সূচনা" বুলি মন্তব্য কৰিছিল যদিও মেথিউজৰ ফুটবল যাদুয়ে তেনে হ'ব নিদিলে। আনকি ধন উপাৰ্জনৰ পেন্দোলাম ষ্টোক্‌ৰ পৰা ব্লেকপুলৰ ফালে দোল খায়। মেথিউজে দল ত্যাগ কৰাৰ পিচত ষ্টোক্‌ৰ ক্ৰীড়া জীৱনত সন্ধিয়া নামি আহে আৰু বহুবছৰ ধৰি ষ্টোক্ চিটি দলে দ্বিতীয় ডিভিজনত অতিবাহিত কৰিব লগা হয়। এনে অনুভৱ হৈছিল ষ্টোক্ যেন এটি প্ৰাণশূন্য ফুটবল দল!

ব্ৰেকপুলত মেথিউজৰ আৱিৰ্ভাৱে তেওঁলোকৰ ফুটবলটো আমূল পৰিবৰ্তন দেখা যায়। বিশেষকৈ ১৯৫৩ চনত ব্ৰেকপুল দলে পাঁচবছৰৰ ভিতৰত তৃতীয় বাবৰ বাবে এফ.এ.কাপ ফাইনেলত প্ৰৱেশ কৰে। বৃটিছ ফুটবল বুৰঞ্জীত এই ফাইনেল প্ৰতিভাশালী ক্ৰীড়া শিল্পী মেথিউজৰ নামত অঙ্কিত হওঁতে পোনতে ব্ৰেকপুল ১-৩ গোলত পিচপৰি আছিল আৰু খেল অন্ত পৰিবলৈ কুৰি মিনিট থাকোতে মেথিউজৰ ফুটবলত যাদুৰ উত্তৰ হয় আৰু বোল্টন ৱাণ্ডাৰাৰ্চক ৪-৩ ব্যৱধানত পৰাভূত কৰে। ব্ৰেকপুলৰ এই তিনিটা গোলৰ মূলতে আছিল মেথিউজ। তেওঁ প্ৰতিটো বল ৰাইট-উইংণ্ডেদি নি সফল হৈছিল আৰু এই এফ..এ. কাপ ফাইনেল 'মেথিউজ ফাইনেল' নামেৰে খোদিত হয়। মানচেষ্টাৰত অনুষ্ঠিত ইংলেণ্ড বনাম উত্তৰ আয়াৰলেণ্ড খেলখন (১৬ নভেম্বৰ, ১৯৩৮)ত ৭-০ গোলত জয়ী হওঁতে উইলি হ'ল আৰু মেথিউজৰ যৌথ ফুটবলে ধুমুহা সৃষ্টি কৰিছিল। প্ৰথম তিনিটা গোল চাৰি মিনিটৰ কম সময়ত স্কৰ কৰে। উইলি হ'লে একাদিক্ৰমে ৫ গোল কৰাৰ মূলতে মেথিউজৰ স্কিম। ইতিপূৰ্বে লণ্ডনত অনুষ্ঠিত ইংলেণ্ড বনাম চেকোশ্লোভাকিয়া খেলখন উল্লেখ কৰিবলগীয়া (১ ডিচেম্বৰ, ১৯৩৭ চন)। জৰ্জ মিলচে আঘাত পোৱা হেতু ইংলেণ্ডৰ দহজন খেলুৱৈয়ে খেল অব্যাহত ৰাখে (সেই সময়ত চাবচ্টিটিউট্ৰ অনুমতি নাছিল) আৰু খেল শেষ হ'বলৈ কুৰি মিনিট থকা পৰ্যন্ত ২-৪ গোলত পিচপৰি আছিল। ইতিমধ্যে মেথিউজৰ ফুটবলত বিস্ফোৰণ ঘটোতে একাদিক্ৰমে তিনিটা গোলৰে হেট-ট্ৰিক অৰ্জন কৰি ৫-৪ ব্যৱধানত জয়ী হয়। তেওঁ দুটা বিশ্বকাপ (১৯৫০ আৰু ১৯৫৪)ত অংশ লওঁতে ইংলেণ্ড গ্ৰুপ লীগৰ পৰাই বিদায় গ্ৰহণ কৰে। ইয়াৰোপৰি ১৯৫৬ চনত ব্ৰাজিলক ৪-২ ব্যৱধানত পৰাভূত কৰোঁতে ৪১-বছৰীয়া মেথিউজে প্ৰতিপক্ষৰ লেফট-বেক্ নিল্টন চাণ্টোচক নাস্তাভূত কৰে। ১৯৫৭ চনৰ ১৫ মে'ত কোপেনহেগেনত অনুষ্ঠিত ইংলেণ্ড বনাম ডেনমাৰ্ক খেলখন তেওঁৰ শেষ আন্তৰ্জাতিক।



মেথিউজে ব্লেকপুলত খেলি থকা কালতে ষ্টোক্ চিটি দলে তেওঁৰ প্ৰত্যাৱৰ্তনৰ বাবে চেষ্টা কৰিছিল (১৯৫২) যদিও সফল নহ'ল। অৱশেষ ১৯৬১ চনৰ ১৮ অক্টোবৰত মাত্ৰ £২৮০০ পাউণ্ড ষ্টাৰ্লিঙৰ বিনিময়ত পুৰণি দল ষ্টোক্ চিটিত যোগদান কৰাৰ দহদিন পিচতেই হাদাৰ্চফিল্ড টাউনৰ বিৰুদ্ধে অৱতীৰ্ণ হয়। মেথিউজৰ প্ৰত্যাৱৰ্তনে দলটোলৈ আত্মপ্ৰত্যয় ঘূৰি অহাৰ লগতে ষ্টোক্ চিটি যেন আকৌ প্ৰাণ প্ৰাচুৰ্যৰে পৰিপূৰ্ণ হৈ উঠে। ইয়াৰ অন্তৰ্গত ১৯৬২-৬৩ বৰ্ষত দ্বিতীয় ডিভিজন লীগ চেম্পিয়নচিপ জয় কৰাৰ উপৰি ১৯৬৪ চনত ফুটবল লীগ কাপৰ ফাইনেলত লিচেষ্টাৰ চিটি দলৰ হাতত ৩-৪ দলত পৰাভূত হৈ ৰানাৰ্চ-আপ পায় - এয়ে মেথিউজৰ শেষ বৃহৎ সাফল।

১৯৬৫ চনৰ ৬ ফেব্ৰুৱাৰীত অনুষ্ঠিত ষ্টোক বনাম ফুলহাম, ষ্টেনলিৰ শেষ প্ৰতিযোগিতামূলক খেল। প্ৰথম শ্ৰেণীৰ এই আকৰ্ষণীয় খেল খনত ষ্টোক্ চিটিয়ে জয়লাভ কৰে। এই ঘটনাৰ কিছুদিন পিচতেই অৰ্থাৎ ১৯৬৫ চনৰ ২৮ এপ্ৰিলত ৫০ বছৰ বয়স্ক ষ্টেনলিয়ে ভাৰাক্ৰান্ত হৃদয়েৰে ফুটবলক বিদায় জনাবলৈ ষ্টোক্ চিটিৰ ভিক্টোৰিয়া গ্ৰাউণ্ডত অৱতীৰ্ণ হয়। এই উদ্দেশ্যে বৃটেন আৰু ইউৰোপীয় একাদশৰ মাজত এখন প্ৰদৰ্শনী খেল আয়োজন কৰোঁতে লেভ্ ইয়াচীন, পুচকাচ, ষ্টিফেনো, মাচোপাষ্ট, কুবালা প্ৰমুখ বিশ্ব-বিশ্ৰুতসকলে অংশ লয়। ইয়াৰোপৰি ষ্টেনক বিদায় সম্ভাষণ জনাবলৈ ষ্টেডিয়ামত কুৰি হেজাৰ লোক উপস্থিত আছিল। খেলৰ অন্তত দুই বিখ্যাত লেভ্ ইয়াচীন আৰু ফেৰেঙ্ক পুচকাচৰ কান্ধত উঠি দৰ্শকৰ হিয়াভৰা অভিনন্দনেৰে ষ্টেনলি মেথিউজে ফুটবল প্ৰাঙ্গনৰ পৰা বিদায় লয়। এইখিনিতে উল্লেখ্য তেওঁ দুবাৰ বৃটেনৰ "ফুটবলাৰ অৱ দি ইয়েৰ" নিৰ্বাচন লাভ কৰাৰ উপৰি ১৯৫৬ চনত "ইউৰোপীয়ান ফুটবলাৰ অৱ দি ইয়েৰ" দুৰ্লভ সন্মানৰ অধিকাৰী হয়।

ষ্টেনলি মেথিউজে দীৰ্ঘ ক্ৰীড়া জীৱনত ৰেকৰ্ড পৰিমাণ ৮৮৬ খন প্ৰথম শ্ৰেণী ফুটবল খেলে (যুদ্ধকালীন খেলসমূহ ধৰিলে ১০০০ বো অধিক হয়)। ইয়াৰ অন্তৰ্গত ইংলেণ্ডৰ হৈ ৮৩ খন আন্তৰ্জাতিকত অংশ লয়; ইংলিচ লীগ আৰু এফ.এ. কাপত ৭০১ খন (ষ্টোক্ চিটিৰ হৈ ৩২২ খন খেলত ৫৪ গোল আৰু ব্লেকপুলৰ পক্ষে ৩৭৯ খন খেলত ১৭ গোল) আৰু ইন্টাৰ লীগত ১৩ খন। ১৯৫৭ চনত বৃটিছ চৰকাৰে চি বি ই সন্মান প্ৰদান কৰাৰ উপৰি ১৯৬৫ চনত ৰাণী এলিজাবেথে 'নাইট' উপাধিৰে বিভূষিত কৰে। এই খিতাপ পোৱা এওঁৱেই প্ৰথম ফুটবল খেলুৱৈ।

ষ্টেনলি মেথিউজে ইংলেণ্ডৰহৈ অংশ গ্ৰহণ কৰা আন্তৰ্জাতিক খেল সমূহৰ তাৰিখ, স্থান, প্ৰতিপক্ষ আৰু ফলাফল লগতে তেওঁ কৰা গোলসমূহ বন্ধনীৰ ভিতৰত দিয়া আছে।

## ষ্টেনলি মেথিউজৰ আন্তৰ্জাতিক খেল

| তাৰিখ | স্থান | প্ৰতিপক্ষ | ফলাফল(স্কৰ) |
|---|---|---|---|
| ১। ২৯-৯-৩৪ | কাৰ্ডিফ | ৱেলচ | ৪-০(১) |
| ২। ১৪-১১-৩৪ | হাইবুৰি | ইটালি | ৩-২ |
| ৩। ৪-১২-৩৫ | টটেনহাম | জাৰ্মেনি | ৩-০ |
| ৪। ১৭-৪-৩৭ | গ্লাচগো | স্কটলেণ্ড | ১-৩ |
| ৫। ১৭-১১-৩৭ | মিড্লিচব্ৰু | ৱেলচ | ২-১(১) |
| ৬। ১-১২-৩৭ | টটেনহাম | চেকোশ্লোভাকিয়া | ৫-৪(৩) |
| ৭। ৯-৪-৩৮ | লণ্ডন | স্কটলেণ্ড | ০-১ |
| ৮। ১৪-৫-৩৮ | বাৰ্লিন | জাৰ্মেনি | ৬-৩(১) |
| ৯। ২১-৫-৩৮ | জুৰিক | চুইজাৰলেণ্ড | ১-২ |
| ১০। ২৬-৬-৩৮ | পেৰিছ | ফ্ৰান্স | ৪-২ |
| ১১। ২২-১০-৩৮ | কাৰ্ডিফ | ৱেলচ | ২-৪(১) |
| ১২। ২৬-১০-৩৮ | হাইবুৰি | ফিফা | ৩-০ |
| ১৩। ৯-১১-৩৮ | নিউকেচল | নৰৱে | ৪-০ |
| ১৪। ১৬-১১-৩৮ | মানচেষ্টাৰ | উত্তৰ আয়াৰলেণ্ড | ৭-০(১) |
| ১৫। ১৫-৪-৩৯ | গ্লাচগো | স্কটলেণ্ড | ২-১ |
| ১৬। ১৩-৫-৩৯ | মিলান | ইটালি | ২-২ |
| ১৭। ১৮-৫-৩৯ | বেলগ্ৰেড | যুগোশ্লাভিয়া | ১-২ |
| ১৮। ১২-৪-৪৭ | ৱেম্বলী | স্কটলেণ্ড | ১-১ |
| ১৯। ১৮-৫-৪৭ | জুৰিক | চুইজাৰলেণ্ড | ০-১ |



*ষ্টোক চিটি দলত (১৯৩২ -৩৩) ষ্টেনলি মেথিউজ ( ঠিয় হৈ বাঁওফালৰ পৰা দ্বিতীয় জন)।*

| | | | |
|---|---|---|---|
| ২০। ২৫-৫-৪৭ | লিচবন | পর্তুগাল | ১০-০(১) |
| ২১। ২১-৯-৪৭ | ব্রুচেলচ | বেলজিয়াম | ৫-২ |
| ২২। ১৮-১০-৪৭ | কার্ডিফ | ৱেলচ | ৩-০ |
| ২৩। ৫-১১-৪৭ | এভাৰটন | উত্তৰ আয়াৰলেণ্ড | ২-২ |
| ২৪। ১০-৪-৪৮ | গ্লাচগো | স্কটলেণ্ড | ২-০ |
| ২৫। ১৬-৫-৪৮ | টুৰিণ | ইটালি | ৪-০ |
| ২৬। ২৬-৯-৪৮ | কোপেনহেগেন | ডেনমাৰ্ক | ০-০ |
| ২৭। ৯-১০-৪৮ | বেলফাষ্ট | উত্তৰ আয়াৰলেণ্ড | ৬-২(১) |
| ২৮। ১০-১১-৪৮ | এষ্টন ভিলা | ৱেলচ | ১-০ |
| ২৯। ২-১২-৪৮ | হাইবুৰি | চুইজাৰলেণ্ড | ৬-০ |
| ৩০। ৯-৪-৪৯ | ৱেম্বলী | স্কটলেণ্ড | ১-৩ |
| ৩১। ২-৭-৫০ | ৰিও-দি-জেনিৰো | স্পেইন | ০-১ |
| ৩২। ৭-১০-৫০ | বেলফাষ্ট | উত্তৰ আয়াৰলেণ্ড | ৪-১ |
| ৩৩। ১৪-৪-৫১ | ৱেম্বলী | স্কটলেণ্ড | ২-৩ |
| ৩৪। ২১-১০-৫৩ | ৱেম্বলী | ফিফা | ৪-৪ |
| ৩৫। ১১-১১-৫৩ | লিভাৰপুল | উত্তৰ আয়াৰলেণ্ড | ৩-১ |
| ৩৬। ২৫-১১-৫৩ | ৱেম্বলী | হাঙ্গেৰি | ৩-৬ |
| ৩৭। ১৭-৬-৫৪ | বাচেল | বেলজিয়াম | ৪-৪ |
| ৩৮। ২৬-৬-৪ | বাচেল | উৰুগুৱে | ২-৪ |
| ৩৯। ২-১০-৫৪ | বেলফাষ্ট | উত্তৰ আয়াৰলেণ্ড | ২-০ |
| ৪০। ১০-১১-৫৪ | ৱেম্বলী | ৱেলচ | ৩-২ |
| ৪১। ১-১২-৫৪ | ৱেম্বলী | পশ্চিম জাৰ্মেনি | ৩-১ |
| ৪২। ২-৪-৫৫ | ৱেম্বলী | স্কটলেণ্ড | ৭-২ |
| ৪৩। ১৫-৫-৫৫ | পেৰিছ | ফ্ৰান্স | ০-১ |
| ৪৪। ১৮-৫-৫৫ | মাদ্ৰিদ | স্পেইন | ১-১ |
| ৪৫। ২২-৫-৫৫ | পৰ্টো | পৰ্তুগাল | ১-৩ |
| ৪৬। ২২-১০-৫৫ | কাৰ্ডিফ | ৱেলচ | ১-২ |
| ৪৭। ৯-৫-৫৬ | ৱেম্বলী | ব্ৰাজিল | ৪-২ |
| ৪৮। ৬-১০-৫৬ | বেলফাষ্ট | উত্তৰ আয়াৰলেণ্ড | ১-১(১) |
| ৪৯। ১৪-১১-৫৬ | ৱেম্বলী | ৱেলচ | ৩-১ |
| ৫০। ২৮-১১-৫৬ | ৱেম্বলী | যুগোশ্লাভিয়া | ৩-০ |
| ৫১। ৫-১২-৫৬ | উলভাৰহেম্পটন | ডেনমাৰ্ক | ৫-২ |
| ৫২। ৬-৪-৫৭ | ৱেম্বলী | স্কটলেণ্ড | ২-১ |
| ৫৩। ৮-৫-৫৭ | ৱেম্বলী | ৰিপাব্লিক অব আয়াৰলেণ্ড | ৫-১ |
| ৫৪। ১৫-৫-৫৭ | কোপেনহেগেন | ডেনমাৰ্ক | ৪-১ |

বিঃ দ্ৰঃ দ্বিতীয় বিশ্বযুদ্ধকালীন খেলা ২৯ খন আন্তৰ্জাতিক সংগ্ৰহ কৰিব পৰা নগ'ল।

# বিলি ৰাইট

উলভাৰহেম্পটন ৱাণ্ডাৰাৰ্চ দলৰ দুৰ্ধৰ্ষ চেণ্টাৰ-হাফ্ বিলি ৰাইট কেৱল ইংলেণ্ডৰে নহয় বিশ্বৰ এগৰাকী অন্যতম ফুটবল তাৰকা। তেওঁ বিশ্ব বিখ্যাত হোৱাৰ মূলতঃ ইংলিচ ফুটবল স্বাৰ্থত যি ধৰণৰ আগবঢ়ালে এনে দৃষ্টান্ত পূৰ্বৰ ফুটবল বিশ্বত দেখা পোৱা নেযায়। নক্ষত্ৰ খচিত ইংলেণ্ড দলে দশক জুৰি একাধিপত্য বিস্তাৰ কৰা এই বিখ্যাত দলৰ কৰ্ণধাৰ স্বৰূপ আছিল- বিলি ৰাইট। তেওঁ ইংলেণ্ডৰ হৈ একাদিক্ৰমে ১০৫ খন আন্তৰ্জাতিক খেলত অৱতীৰ্ণ হৈ এক নব বিশ্বৰেকৰ্ড গঠন কৰাৰ লগতে শততম আন্তৰ্জাতিক খেলা বিশ্বৰ প্ৰথম ফুটবলাৰ ৰূপে পৰিগণিত হয়। ফুটবল প্ৰাঙ্গনত "দি ব্লো আইদ বয়" উপনামেৰে পৰিচিত এই দৰ্শনীয় খেলুৱৈ গৰাকীয়ে পোনতে ৰাইট-হাফ্, লেফট-হাফ্ আৰু পিছলৈ চেণ্টাৰ-হাফত এজন নিৰ্ভৰযোগ্য খেলুৱৈ হৈ পৰে। তেওঁ কষ্টকৰ চেণ্টাৰ-হাফ্ পজিচনলৈ আহি খেলাৰ যোগ্যতা আহৰণ কৰাৰ লগতে সুখ্যাতিৰে এটাৰ পিছত অন্য এটা মৰছুম অতিক্ৰম কৰে। এই পজিচনত সাফল্য লাভৰ মূলতঃ শক্তিশালী টেকলিং, দৰ্শনীয় নিখুঁত পাচিঙৰ উপৰি উইং-হাফ্‌ৰ পৰা দুৰ্দান্ত চেণ্টাৰ-ডিফেণ্ডাৰৰ ভূমিকাত অৱতীৰ্ণ হ'ব পাৰে। মুঠতে ডিফেন্সৰ লগে লগে অফেন্সক আক্ৰমণৰ অবিৰাম যোগান যোগাই গৈছিল। এই ইংৰাজ খেলুৱৈ গৰাকীয়ে অসম্ভৱ সহ্যশক্তি আৰু উদ্ভাৱনক্ষম কৌশলৰ জৰিয়তে অসংখ্য কৃতিত্বৰ অধিকাৰী হৈছিল আৰু নিস্বাৰ্থপৰ ক্ৰীড়া ধৰণৰ জৰিয়তে ইংলেণ্ডৰ হৈ তিনিটা বিশ্বকাপ আসৰত অৱতীৰ্ণ হয়। ইয়াত ইংলেণ্ড দল নিষ্ফল হ'লেও তেওঁৰ বলিষ্ঠ ক্ৰীড়া কলাক নুই কৰিব নোৱাৰি।



১৯২৪ চনত চৰ্ণচায়াৰৰ আইৰনব্ৰিজত বিলি ৰাইটে জন্ম গ্ৰহণ কৰে। সম্পূৰ্ণ নাম উইলিয়াম এম্ব্ৰচ ৰাইট; কিন্তু তেওঁ বিলি ৰাইট নামেৰেহে জনাজাত হৈ পৰিছিল। উলভাৰহেম্পটন ৱাণ্ডাৰাৰ্চ দলত গ্ৰাউণ্ড ষ্টাফ হিচাপে ফুটবলৰ জীৱনি মেলে যদিও ১৯৪১ চনৰ পৰাহে নিয়মিত খেলাৰ সুযোগ লাভ কৰে। উল্লেখযোগ্য যে সমগ্ৰ ক্ৰীড়া জীৱন তেওঁ এই দলতেই অতিবাহিত কৰে। ক্লাব তথা জাতীয় দলত সমান্তৰালভাৱে বিলি

ৰাইটৰ ক্ৰীড়াধাৰাত থকা অকৃপণ গুণৰাজিৰ হেতু প্ৰতিখন খেলত লং-পাচ্ অবিৰাম দৌৰ আৰু যিকোনো অস্বাভাৱিক বল শূন্যত বিছিন্ন কৰিছিল নতুবা হেড্ কৰি সহপাঠী খেলুৱৈলৈ পঠিয়াই দিছিল। তেওঁ খেলপথাৰৰ প্ৰতিটো অংশ কভাৰ কৰাৰ ক্ষমতা আছিল। নিৰ্দিষ্ট পজিচনত থকা নিৰ্দিষ্ট খেলুৱৈৰে একমাত্ৰ কৰ্তব্য এই ফুটবল ৰণ-চাতুৰ্য্যক তেওঁ বিশ্বাস নকৰিছিল। ইয়াৰ দ্বাৰা তেওঁক টেক্‌টিচ্ বিৱৰ্ত্তক বুলি ক'লেও অশুদ্ধ নহ'ব। দৃঢ়তাই তেওঁৰ ক্ৰীড়া জীৱনৰ প্ৰধান ভিত্তি স্বৰূপ আছিল। প্ৰতিটো বল অতি দ্ৰুতভাৱে টেক্‌ল কৰি তৎক্ষণাত সেই বল উচিত পজিচনলৈ পেৰণ কৰিছিল। মুঠতে তেওঁৰ ক্ৰীড়াধাৰাই উক্তকালৰ ফুটবলত এক আদৰ্শনীয় চেন্টাৰ-হাফ্‌ৰূপে পৰিগণিত হৈ কলা-কৌশলৰ দিশৰ পৰা নৱ বিপ্লৱৰ সৃষ্টি কৰিছিল। এইবিলাক কাৰণত বিলি ৰাইটক চেন্টাৰ-হাফ্ পজিচনৰ পৰা স্থানান্তৰ কৰাৰ কোনো সুৰুঙা নাছিল।

বিলি ৰাইটে ১৯৪৬ চনৰ ২৮ ছেপ্তেম্বৰ তাৰিখে বেলফাষ্টত অনুষ্ঠিত ইংলেণ্ড বনাম উত্তৰ আয়াৰলেণ্ড খেলখনৰ জৰিয়তে ৰাইট-হাফ্ পজিচনত আৰ্ন্তজাতিক খেলত আত্মপ্ৰকাশ কৰিলেও ১৯৪৬ চনৰে ১৬ জানুৱাৰীত ব্ৰেস্বলীত অনুষ্ঠিত বেলজিয়ামৰ বিৰুদ্ধে বেচৰকাৰী আৰ্ন্তজাতিক খেলখনটো অংশ লৈছিল। তেওঁক প্ৰকৃততে ইনচাইড লেফট পজিচনত খেলিবলৈ নিৰ্বাচন কৰিছিল; যদিও তেওঁ ৰাইট-হাফত খেলিব লগীয়া হয়। কাৰণ সেই পজিচনৰ খেলুৱৈজনক বহুৱাই দিয়া হয়। ইংলেণ্ডে এই খেলখনত ২-০ ব্যৱধানত জয়ী হয়। অৱশ্যে বেলফাষ্টত অনুষ্ঠিত আনুষ্ঠানিক আৰ্ন্তজাতিক খেলখনত ৭-২ ব্যৱধানত জয়ী হয়। তেওঁ ৰাইট-হাফ্‌ৰূপে অৱতীৰ্ণ হ'লেও পিছলৈ চেন্টাৰ-হাফ্ পজিচনত খেলিছিল। সমগ্ৰ ক্ৰীড়া জীৱনত তেওঁ মাত্ৰ তিনিখন আৰ্ন্তজাতিকত খেলাৰ সুযোগ পোৱা নাই। ইয়াৰ অন্তৰ্গত ৪৬ খন আৰ্ন্তজাতিক চেন্টাৰ-হাফ্; ৰাইট-হাফ্‌ৰূপে ৫১ খন আৰু ৮ খন মেচ লেফট-হাফ্ পজিচনত খেলে। বিশেষকৈ উল্লেখনীয় এই খেলসমূহৰ ৯০ খনতে ইংলেণ্ডৰ অধিনায়কত্ব কৰে। খেলত তেওঁৰ নিজকে পূৰ্ণ উৎসৰ্গকৰণ আছিল। তেওঁৰ উন্মাদ যোগ্যতা ও আশ্চৰ্য্যজনক আগ্ৰহে এজন অনুপ্ৰেৰণাকাৰী অধিনায়কৰূপে প্ৰতিপন্ন কৰিছিল। বিলি ৰাইটে ১৯৪৮ চনৰ ৯ অক্টোবৰত ইংলেণ্ড বনাম উত্তৰ আয়াৰলেণ্ডৰ খেলখনত প্ৰথম অধিনায়কত্ব কৰে। তেওঁ ১৯৪৯ চনত ক্লাবৰ হৈ এফ.এ.কাপ জয় কৰে। আকৌ ১৯৫৩-৫৪, ১৯৫৭-৫৮ আৰু ১৯৫৮-৫৯ লীগ চেম্পিয়নচিপ কাঢ়িয়াই আনে। বিলি ৰাইটৰ ক্ৰীড়া জীৱনত উল্লেখযোগ্য মেচ ১৯৫৪ চনত স্পাৰ্টাক মস্কো আৰু হনভেদ ক্লাবৰ বিৰুদ্ধে জয় লাভ। বিলি ৰাইটৰ এই স্মৰণীয় খেল দুখনে ইউৰোপীয় ক্লাব চেম্পিয়নচিপ সুভাৰম্ভৰ অনুঘটকৰূপে কাম কৰে আৰু ১৯৫৬ চনত এই প্ৰতিযোগিতাৰ সূচনা হয়।

বিলি ৰাইটে ইংলেণ্ডৰ পক্ষে তিনিটা বিশ্বকাপ প্ৰতিযোগিতা (১৯৫০, ১৯৫৪ আৰু ১৯৫৮)ত অংশ গ্ৰহণ কৰে। অৱশ্যে এবাৰো তেনে ভাল ফল প্ৰদৰ্শন

কৰিব নোৱাৰিলে। ইয়াৰ পিচতো তেওঁ জাতীয় দলৰ নিয়মিত সদস্য আছিল। ১৯৫. চনৰ ২৮ মে'ত লছ এঞ্জেলছত মাৰ্কিন যুক্তৰাষ্ট্ৰৰ বিৰুদ্ধে ৮-১ ব্যৱধানত জয়ী হোৱাৰ কিছুদিন পিচতে অৰ্থাৎ ১৯৫৯ চনৰ আগষ্টত প্ৰথম শ্ৰেণী ফুটবলৰ পৰা অৱসৰ গ্ৰহণ কৰে। বিলি ৰাইটে মুঠ ৪৯০ খন লীগ মেচ খেলে। তেওঁৰ দীঘলীয়া ফুটবল জীৱনত কেতিয়াও ৰেফ্ৰীৰ ৱাৰ্নিং বা খেলপথাৰৰ পৰা বহিষ্কৃত হোৱা নাই। সৰ্বযুগৰ অদ্বিতীয় চেন্টাৰ-হাফ্ বিলি ৰাইটক চি বি ই ৰাষ্ট্ৰীয় সন্মানেৰে ভূষিত কৰে আৰু ১৯৯৪ চনৰ ৩ ছেপ্তেম্বৰত লণ্ডনত শেষ নিঃশ্বাস ত্যাগ কৰে।

## বিলি ৰাইটৰ আন্তৰ্জাতিক খেল

| | তাৰিখ | স্থান | প্ৰতিপক্ষ | ফলাফল (স্কৰ) |
|---|---|---|---|---|
| ১। | ২৮-৯-৪৬ | বেলফাষ্ট | উত্তৰ আয়াৰলেণ্ড | ৭-২ |
| ২। | ৩০-৯-৪৬ | ডাব্লিন | ৰিপাব্লিক অৱ আয়াৰলেণ্ড | ১-০ |
| ৩। | ১৩-১১-৪৬ | মানচেষ্টাৰ | ৱেলচ | ৩-০ |
| ৪। | ২০-১১-৪৬ | হাদাৰ্চফিল্ড | হলেণ্ড | ৮-২ |
| ৫। | ১২-৪-৪৭ | ৱেম্বলী | স্কটলেণ্ড | ১-১ |
| ৬। | ৩-৫-৪৭ | হাইবুৰি | ফ্ৰান্স | ৩-০ |
| ৭। | ১৮-৫-৪৭ | জুৰিক | চুইজাৰলেণ্ড | ০-১ |
| ৮। | ২৫-৫-৪৭ | লিচবন | পৰ্তুগাল | ১০-১ |
| ৯। | ২১-৯-৪৭ | ব্ৰুচেলচ | বেলজিয়াম | ৫-২ |
| ১০। | ১৮-১০-৪৭ | কাৰ্ডিফ | ৱেলচ | ৩-০ |
| ১১। | ৫-১১-৪৭ | এভাৰটন | উত্তৰ আয়াৰলেণ্ড | ২-২ |
| ১২। | ১৯-১১-৪৭ | হাইবুৰি | চুইডেন | ৪-২ |
| ১৩। | ১০-৪-৪৮ | গ্লাচগো | স্কটলেণ্ড | ২-০ |
| ১৪। | ১৬-৫-৪৮ | টুৰিণ | ইটালি | ৪-০ |
| ১৫। | ২৬-৯-৪৮ | কোপেনহেগেন | ডেনমাৰ্ক | ০-০ |
| ১৬। | ৯-১০-৪৮ | বেলফাষ্ট | উত্তৰ আয়াৰলেণ্ড | ৬-২ |
| ১৭। | ১০-১১-৪৮ | এষ্টন ভিলা | ৱেলচ | ১-০ |
| ১৮। | ২-১২-৪৮ | হাইবুৰি | চুইজাৰলেণ্ড | ৬-০ |
| ১৯। | ৯-৪-৪৯ | ৱেম্বলী | স্কটলেণ্ড | ১-৩ |
| ২০। | ১৩-৫-৪৯ | ষ্টকহম | চুইডেন | ১-৩ |
| ২১। | ১৮-৫-৪৯ | ওচলো | নৰৱে | ৪-১ |
| ২২। | ২২-৫-৪৯ | পেৰিছ | ফ্ৰান্স | ৩-১(১) |
| ২৩। | ২১-৯-৪৯ | এভাৰটন | ৰিপাব্লিক অৱ আয়াৰলেণ্ড | ০-২ |

| | | | |
|---|---|---|---|
| ২৪। ১৫-১০-৪৯ | কাৰ্ডিফ | ৱেলচ | ৪-১ |
| ২৫। ১৬-১১-৪৯ | মানচেষ্টাৰ | উত্তৰ আয়াৰলেণ্ড | ৯-২ |
| ২৬। ৩০-১১-৪৯ | টটেনহাম | ইটালি | ২-০(১) |
| ২৭। ১৫-৪-৫০ | গ্লাচগো | স্কটলেণ্ড | ১-০ |
| ২৮। ১৪-৫-৫০ | লিচবন | পর্তুগাল | ৫-৩ |
| ২৯। ১৮-৫-৫০ | ব্রুচেলচ | বেলজিয়াম | ৪-১ |
| ৩০। ২৫-৬-৫০ | ৰিও-দি-জেনিৰো | চিলি | ২-০ |
| ৩১। ২৯-৬-৫০ | বিলো হৰিজন্টি | মাৰ্কিন যুক্তৰাষ্ট্ৰ | ০-১ |
| ৩২। ২-৭-৫০ | ৰিও-দি-জেনিৰো | স্পেইন | ০-১ |
| ৩৩। ৭-১০-৫০ | বেলফাষ্ট | উত্তৰ আয়াৰলেণ্ড | ৪-১(১) |
| ৩৪। ১৪-৪-৫১ | ৱেম্বলী | স্কটলেণ্ড | ২-৩ |
| ৩৫। ৯-৫-৫১ | ৱেম্বলী | আৰ্জেন্তিনা | ২-১ |
| ৩৬। ৩-১০-৫১ | হাইবুৰি | ফ্ৰান্স | ২-২ |
| ৩৭। ২০ ১১-৫১ | কাৰ্ডিফ | ৱেলচ | ১-১ |
| ৩৮। ১৪-১১-৫১ | এষ্টন ভিলা | উত্তৰ আয়াৰলেণ্ড | ২-০ |
| ৩৯। ২৮-১১-৫১ | ৱেম্বলী | অষ্ট্ৰিয়া | ২-২ |
| ৪০। ৫-৪-৫২ | গ্লাচগো | স্কটলেণ্ড | ২-১ |
| ৪১। ১৮-৫-৫২ | ফ্লোৰেন্স | ইটালি | ১-১ |
| ৪২। ২৫-৫-৫২ | ভিয়েনা | অষ্ট্ৰিয়া | ৩-২ |
| ৪৩। ২৮-৫-৫২ | জুৰিক | চুইজাৰলেণ্ড | ৩-০ |
| ৪৪। ৪-১০-৫২ | বেলফাষ্ট | উত্তৰ আয়াৰলেণ্ড | ২-২ |
| ৪৫। ১২-১১-৫২ | ৱেম্বলী | ৱেলচ | ৫-২ |
| ৪৬। ২৬-১১-৫২ | ৱেম্বলী | বেলজিয়াম | ৫-০ |
| ৪৭। ১৮-৪-৫৩ | ৱেম্বলী | স্কটলেণ্ড | ২-২ |
| ৪৮। ১৭-৫-৫৩ | বুয়েনচ আয়াৰ্চ | আৰ্জেন্তিনা | ০-০ |
| ৪৯। ২৪-৫-৫৩ | চান্তিয়াগো | চিলি | ২-১ |
| ৫০। ৩১-৫-৫৩ | মন্টিভিডিও | উৰুগুৱে | ১-২ |
| ৫১। ৮-৬-৫৩ | নিউয়ৰ্ক | মাৰ্কিন যুক্তৰাষ্ট্ৰ | ৬-৩ |
| ৫২। ১০-১০-৫৩ | কাৰ্ডিফ | ৱেলচ | ৪-১ |
| ৫৩। ২১-১০-৫৩ | ৱেম্বলী | ফিফা | ৪-৪ |
| ৫৪। ১১-১১-৫৩ | লিভাৰপুল | উত্তৰ আয়াৰলেণ্ড | ৩-১ |
| ৫৫। ২৫-১১-৫৩ | ৱেম্বলী | হাঙ্গেৰি | ৩-৬ |
| ৫৬। ৩-৪-৫৪ | গ্লাচগো | স্কটলেণ্ড | ৪-২ |
| ৫৭। ১৬-৫-৫৪ | বেলগ্ৰেড | যুগোশ্লাভিয়া | ০-১ |

| | | | | |
|---|---|---|---|---|
| ৫৮। | ২৩-৫-৫৪ | বুডাপেষ্ট | হাঙ্গেৰি | ১-৭ |
| ৫৯। | ১৭-৬-৫৪ | বাচেল | বেলজিয়াম | ৪-৪ |
| ৬০। | ২০-৬-৫৪ | বার্ণ | চুইজাৰলেণ্ড | ২-০ |
| ৬১। | ২৬-৬-৫৪ | বাচেল | উৰুগুৱে | ২-৪ |
| ৬২। | ২-১০-৫৪ | বেলফাষ্ট | উত্তৰ আয়াৰলেণ্ড | ২-০ |
| ৬৩। | ১০-১১-৫৪ | ৱেম্বলী | ৱেলচ | ৩-২ |
| ৬৪। | ১-১২-৫৪ | ৱেম্বলী | পশ্চিম জাৰ্মেনি | ৩-১ |
| ৬৫। | ২-৪-৫৫ | ৱেম্বলী | স্কটলেণ্ড | ৭-২ |
| ৬৬। | ১৫-৫-৫৫ | পেৰিছ | ফ্ৰান্স | ০-১ |
| ৬৭। | ১৮-৫-৫৫ | মাদ্ৰিদ | স্পেইন | ১-১ |
| ৬৮। | ২২-৫-৫৫ | পৰ্টো | পৰ্তুগাল | ১-৩ |
| ৬৯। | ২-১০-৫৫ | কোপেনহেগেন | ডেনমাৰ্ক | ৫-১ |
| ৭০। | ২২-১০-৫৪ | কাৰ্ডিফ | ৱেলচ | ১-২ |
| ৭১। | ২-১১-৫৫ | ৱেম্বলী | উত্তৰ আয়াৰলেণ্ড | ৩-০ |
| ৭২। | ৩০-১১-৫৫ | ৱেম্বলী | স্পেইন | ৪-১ |
| ৭৩। | ১৪-৪-৫৬ | গ্লাচগো | স্কটলেণ্ড | ১-১ |
| ৭৪। | ৯-৫-৫৬ | ৱেম্বলী | ব্ৰাজিল | ৪-২ |
| ৭৫। | ১৬-৫-৫৬ | ষ্টকহম | চুইডেন | ০-০ |
| ৭৬। | ২০-৫-৫৬ | হেলছিংকি | ফিনলেণ্ড | ৫-১ |
| ৭৭। | ২৬-৫-৫৬ | বাৰ্লিন | পশ্চিম জাৰ্মেনি | ৩-১ |
| ৭৮। | ৬-১০-৫৬ | বেলফাষ্ট | উত্তৰ আয়াৰলেণ্ড | ১-১ |
| ৭৯। | ১৪-১১-৫৬ | ৱেম্বলী | ৱেলচ | ৩-১ |
| ৮০। | ২৮-১১-৫৬ | ৱেম্বলী | যুগোস্লাভিয়া | ৩-০ |
| ৮১। | ৫-১২-৫৬ | উলভাৰহেম্পটন | ডেনমাৰ্ক | ৫-২ |
| ৮২। | ৬-৪-৫৭ | ৱেম্বলী | স্কটলেণ্ড | ২-১ |
| ৮৩। | ৮-৫-৫৭ | ৱেম্বলী | ৰিপাব্লিক অৱ আয়াৰলেণ্ড | ৫-১ |
| ৮৪। | ১৫-৫-৫৭ | কোপেনহেগেন | ডেনমাৰ্ক | ৪-১ |
| ৮৫। | ১৯-৫-৫৭ | ডাব্লিন | ৰিপাব্লিক অৱ আয়াৰলেণ্ড | ১-১ |
| ৮৬। | ১৯-১০-৫৭ | কাৰ্ডিফ | ৱেলচ | ৪-০ |
| ৮৭। | ৬-১১-৫৭ | ৱেম্বলী | উত্তৰ আয়াৰলেণ্ড | ২-৩ |
| ৮৮। | ২৭-১১-৫৭ | ৱেম্বলী | ফ্ৰান্স | ৪-০ |
| ৮৯। | ১৯ ৪-৫৭ | গ্লাচগো | স্কটলেণ্ড | ৪-০ |
| ৯০। | ৭-৫-৫৮ | ৱেম্বলী | পৰ্তুগাল | ২-১ |
| ৯১। | ১১-৫-৫৮ | বেলগ্ৰেড | যুগোস্লাভিয়া | ০-৫ |

| | | | | |
|---|---|---|---|---|
| ৯২। | ১৮-৫-৫৮ | মস্কো | ছোভিয়েট ইউনিয়ন | ১-১ |
| ৯৩। | ৮-৬-৫৮ | গটেবার্গ | ছোভিয়েট ইউনিয়ন | ২-২ |
| ৯৪। | ১১-৬-৫৮ | গটেবার্গ | ব্ৰাজিল | ০-০ |
| ৯৫। | ১৫-৬-৫৮ | বুৰাচ | অষ্ট্ৰিয়া | ২-২ |
| ৯৬। | ১৭-৬-৫৮ | গটেবার্গ | ছোভিয়েট ইউনিয়ন | ০-১ |
| ৯৭। | ৪-১০-৫৮ | বেলফাষ্ট | উত্তৰ আয়াৰলেণ্ড | ৩-৩ |
| ৯৮। | ২২-১০-৫৮ | ৱেম্বলী | ছোভিয়েট ইউনিয়ন | ৫-০ |
| ৯৯। | ২৬-১১-৫৮ | এষ্টন ভিলা | ৱেলচ | ২-২ |
| ১০০। | ১১·৪-৪৯ | ৱেম্বলী | স্কটলেণ্ড | ১-০ |
| ১০১। | ৬-৫-৫৯ | ৱেম্বলী | ইটালি | ২-২ |
| ১০২। | ১৩-৫-৫৯ | ৰিও-দি-জেনিৰো | ব্ৰাজিল | ০-২ |
| ১০৩। | ১৭-৫-৫৯ | লিমা | পেৰু | ১-৪ |
| ১০৪। | ২৪-৫-৫৯ | মেক্সিকো চিটি | মেক্সিকো | ১-২ |
| ১০৫। | ২৮-৫-৫৯ | লছ এঞ্জেলছ | মার্কিন যুক্তৰাষ্ট্ৰ | ৮-১ |





বিলি ৰাইটৰ অট'গ্ৰাফ Billy Wright

# টম ফিনি



দ্বিতীয় বিশ্বযুদ্ধৰ পিচতেই আন্তৰ্জাতিক ফুটবলত মূৰ দাঙি উঠা দুৰ্ধৰ্ষ ইংলিচ খেলুৱৈসকলৰ অন্যতম টম ফিনি। সেই সময়ৰ ইংলেণ্ড দলত ষ্টেনলি মেথিউজ নথকা হ'লে টম ফিনিয়েই হয়তো বিশ্বৰ সৰ্বশ্ৰেষ্ঠ তাৰকা ফুটবলাৰৰূপে জিলিকি থাকিলহেঁতেন। এওঁলোকৰ শ্ৰেষ্ঠত্ব সন্দৰ্ভত বাক্-বিতণ্ডাৰ জোৱাৰ উঠিলেও কেতিয়াবা কেতিয়াবা টম ফিনিৰ দুৰ্ধৰ্ষ খেলে মেথিউজকো ম্লান পেলাইছিল। অৱশ্যে তেওঁৰ ক্ৰীড়া জিলিকনি মেথিউজৰ ছত্ৰছায়াত পৰি পূৰ্ণাঙ্গভাৱে প্ৰস্ফুটিত হোৱাত বাধাৰ সন্মুখীন হৈছিল। প্ৰেষ্টন নৰ্থ ইন্দৰ দক্ষ ৰাইট-আউট গৰাকী বিতৰ্কিতভাৱে মেথিউজতকৈ অধিক পূৰ্ণাঙ্গ খেলুৱৈ কাৰণ তেওঁ সফলভাৱে লেফট-আউট আৰু পিচলৈ চেন্টাৰ-ফৰোৱাৰ্ডতো খেলিছিল আনহাতে মেথিউজ কেৱল ৰাইট-আউট পজিচনতে কেন্দ্ৰীভূত আছিল। যি কি নহওঁক ইংলেণ্ডৰ এই লেফট-আউট বিশ্ব-ফুটবলৰ অন্যতম চৰিত্ৰৰূপে যুগ-যুগান্তৰ স্মৰণীয় হৈ থাকিব কাৰণ বিশ্বফুটবলত এওঁৰ দৰে ড্ৰিবলিং কলাবিদ বিৰল। জাতীয় দলত প্ৰদৰ্শন কৰা ঐন্দ্ৰজালিক কৌশলবাজিৰ ফলস্বৰূপে পৰৱৰ্তী বছৰবোৰত এক বিশেষ ধৰণৰ ফিনি-ষ্টাইলৰ খেলৰ ধৰণ সমগ্ৰ বিশ্বতে বিয়পি পৰিছিল। ফিনিয়ে বহু সময় বলটো নিজৰ আয়ত্তত ৰাখি

বিপক্ষক পৰাভূত কৰিবলৈ যন্ত্ৰপৰ হোৱা ক্ৰীড়া পদ্ধতি সমালোচনাৰ সম্মুখীন হৈছিল। সমালোচনাৰ জোৱাৰত উটি ভাহি গ'লেও এনে ধৰণৰ প্ৰদৰ্শন সুনিপুন ড্ৰিবলাৰৰ পক্ষেহে সম্ভৱ। "দি ঘোষ্ট" উপনামেৰে খ্যাত টম ফিনিৰ দুয়োটা ভৰিৰ চুটিং, ক্ৰচিং আৰু ড্ৰিবলিঙৰ ক্ষেত্ৰত কোনটো ভৰি অধিক কাৰ্য্যকৰ এয়া কোৱা কঠিন আছিল। খেলপথাৰত প্ৰায়ে বেগৰে ধাবমান হৈছিল আৰু বলসহিত দুৰন্ত গতিত অগ্ৰসৰ হওঁতে উন্মত্ত টেক্‌লিং অনায়াসে অতিক্ৰম কৰিছিল। ফিনিৰ এটা ডাঙৰ গুণ বিপক্ষৰ জঘন্য টেক্‌লিঙৰ সম্মুখীন হ'লেও উত্তেজিত নহৈছিল যাৰবাবে তেওঁৰ সহনশীল ক্ৰীড়া মগজুয়ে উচ্চস্তৰৰ ক্ৰীড়া কৌশল প্ৰদৰ্শনত অৰিহণা যোগাইছিল।

টম ফিনি ১৯২৩ চনত প্ৰেষ্টন নৰ্থ ইন্দত জন্ম গ্ৰহণ কৰে। সৰুৰে পৰা ফুটবলৰ প্ৰতি থকা অনাবিল হেপাহ আৰু পিতৃৰ পৰা প্ৰসিদ্ধ ফুটবলাৰ এলেক্স জেমচ্‌ৰ দ্বাৰা প্ৰভাবান্বিত হৈ পিচলৈ এগৰাকী তাৰকা ক্ৰীড়াবিদৰূপে গঢ় লয়। ১৯৩৭ চনত প্ৰেষ্টন দলত যোগদান কৰি ১৯৪০ চনত পেছাদাৰী ফুটবলৰ পাতনি মেলে আৰু ১৯৪১ চনত এফ.এ.কাপ জয় কৰি সুনাম অৰ্জন কৰে। এই সাফল্যৰ পিচতে সৈন্য বাহিনীত যোগদান কৰে আৰু বিশ্বযুদ্ধৰ অন্তত সৈন্যবাহিনী ত্যাগ কৰি ১৯৪৬ চনৰ পৰা ক্লাব দলত খেলিবলৈ লওঁতে ২৮ ছেপ্তেম্বৰত উত্তৰ আয়াৰলেণ্ডৰ বিৰুদ্ধে আন্তৰ্জাতিক খেলত আত্মপ্ৰকাশ ঘটে, বেলফাষ্টত। জাতীয় দলৰ ৰাইট-আউট ফিনিক ছমাহৰ পিচতে স্থানচ্যুত কৰোঁতে মেথিউজে উক্ত স্থান দখল কৰে আনহাতে তেওঁক লেফট-আউটত মকৰল কৰে। যি কি নহওঁক ইংলেণ্ডৰ দশককাল জুৰি থকা ফুটবল একাধিপত্যত ফিনি আৰু মেথিউজৰ যৌথ ক্ৰীড়া কৌশল স্মৰণীয় হৈ ৰ'ব। এইখিনিতে উল্লেখ্য ১৯৪৮-৪৯ মৰছুমত প্ৰেষ্টন নৰ্থ ইন্দে প্ৰথম ডিভিজনৰ মৰ্যাদা হেৰুৱাই; যদিও ১৯৫০-৫১ মৰছুমত দ্বিতীয় ডিভিজন লীগ জয়ী হয়। ইয়াৰ পিচতে প্ৰথম ডিভিজন লীগত দুবাৰ ৰানাৰ্চ-আপ পায় (১৯৫২-৫৩ আৰু ১৯৫৭-৫৮)। বিশেষকৈ ১৯৫৪ এফ.এ.কাপ ফাইনেলত ফিনিক তেওঁৰ ৰুদ্ৰ ৰূপত আশা কৰিছিল যদিও প্ৰেষ্টন দল ৱেষ্ট ব্ৰমউইচৰ হাতত ২-৩ ব্যৱধানত পৰাভূত হয়। সেই বছৰতে বিশ্ব চেম্পিয়ন পশ্চিম জাৰ্মেনিক ৩-১ গোলত পৰাভূত কৰোঁতে ফিনিয়ে নিস্প্ৰভ খেল প্ৰদৰ্শন কৰে। টম ফিনিৰ এই সন্দৰ্ভত মন্তব্য এনেধৰণৰ "ষ্টেনক লেফট আৰু মোক ক্লাৱৰ স্থান অৰ্থাৎ ৰাইট-আউটত খেলিবলৈ দিয়া হওঁক; মোক কিয় সদায় এই স্থানত খেলাৰ পৰা বঞ্চিত কৰে।" এই সমস্যাটোৰ সমাধান কৰিবলৈ যাওঁতে ইংলেণ্ডৰ চেণ্টাৰ-ফৰোৱাৰ্ডসকলক তেওঁলোকৰ নিজাস্থানৰ পৰা বঞ্চিত কৰিছিল। বাস্তৱিকতে তেওঁ এগৰাকী মৰাইল পজিচনেল খেলুৱৈ আছিল। টম ফিনিয়ে খেলি থকা কালতে লিভাৰপুলৰ মেনেজাৰ বিল চেংকলিৰ মন্তব্য, "If ever we felt like having a breather in a match, we would just put the ball out to Tom and let him carry on on his own for a while" ফিনিয়ে তিনিটা বিশ্বকাপ

(১৯৫০, ১৯৫৪ আৰু ১৯৫৮)ৰ মুঠ ৬ খন খেলত অংশ লয়; কিন্তু ইংলেণ্ডে এবাৰো সফল প্ৰদৰ্শন কৰিব নোৱাৰিলে। বিশ্বকাপৰ পিচতে (২২ অক্টোবৰ, ১৯৫৮) লণ্ডনত অনুষ্ঠিত ইংলেণ্ড বনাম ছোভিয়েট ইউনিয়ন তেওঁৰ শেষ আন্তৰ্জাতিকৰূপে খোদিত হয়।



খবৰত প্ৰকাশ টম ফিনিৰ ট্ৰেন্সফাৰ মূল্যই £৫০,০০০ পাউণ্ড ষ্টাৰ্লিং স্পৰ্শ কৰিছিল। কিন্তু গৃহ কাতৰ ফিনিয়ে প্ৰেষ্টন নৰ্থ ইন্দ ত্যাগ নকৰিলে। টম ফিনিয়ে স্থায়ী কুঁচকি (কৰঙণ আৰু তল পেটৰ মাজৰ অংশ) আঘাত পোৱা হেতু ১৯৬০ চনৰ এপ্ৰিলত ফুটবলৰ পৰা অৱসৰ ল'বলৈ বাধ্য হয়। এই উদ্দেশ্যে প্ৰেষ্টন আৰু লুটন টাউনৰ মাজত টম ফিনিৰ বিদায় মেচ আয়োজন কৰা হৈছিল। কুৰি বছৰীয়া ফুটবল জীৱনত তেওঁ মুঠ ৫৬৫ খন প্ৰথম শ্ৰেণী খেলত ২৫০ গোল কৰে। ইয়াৰ অন্তৰ্গত ৭৬ খন আন্তৰ্জাতিকত ৩০ গোল; ৪৩৩ লীগ মেচত ১৮৭ গোল আৰু এফ. এ. কাপত ১৫ গোল। টম ফিনিয়ে ১৯৫৪ আৰু ১৯৫৭ চনত বৃটেইনৰ "ফুটবলাৰ অৱ দি ইয়েৰ" নিৰ্বাচন লাভ কৰাৰ উপৰি বৃটিছ চৰকাৰৰ অ বি ই সন্মান পায়।

### টম ফিনিৰ আন্তৰ্জাতিক খেল

| | তাৰিখ | স্থান | প্ৰতিপক্ষ | ফলাফল(স্কৰ) |
|---|---|---|---|---|
| ১। | ২৮-৯-৪৬ | বেলফাষ্ট | উত্তৰ আয়াৰলেণ্ড | ৭-২ |
| ২। | ৩০-৯-৪৬ | ডাব্লিন | ৰিপাব্লিক অৱ আয়াৰলেণ্ড | ১-০(১) |
| ৩। | ১৩-১১-৪৬ | মানচেষ্টাৰ | ৱেলচ | ৩-০ |
| ৪। | ২৭-১১-৪৬ | হাদাৰ্চফিল্ড | হলেণ্ড | ৮-২(১) |
| ৫। | ৩-৫-৪৭ | হাইবুৰি | ফ্ৰান্স | ৩-০(১) |
| ৬। | ২৫-৫-৪৭ | লিচবন | পৰ্তুগাল | ১০-০(১) |

| | | | |
|---|---|---|---|
| ৭। ২১-৯-৪৭ | ব্ৰুচেলচ | বেলজিয়াম | ৫-২(২) |
| ৮। ১৮-১০-৪৭ | কাৰ্ডিফ | ৱেলচ | ৩-০(১) |
| ৯। ৫-১১-৪৭ | এভাৰ্টন | উত্তৰ আয়াৰলেণ্ড | ২-২ |
| ১০। ১৯-১১-৪৭ | হাইবুৰি | চুইডেন | ৪-২ |
| ১১। ১৫-৪-৪৮ | গ্লাচগো | স্কটলেণ্ড | ২-০(১) |
| ১২। ১৬-৫-৪৮ | টুৰিণ | ইটালি | ৪-০(২) |
| ১৩। ৯-১০-৪৮ | বেলফাষ্ট | উত্তৰ আয়াৰলেণ্ড | ৬-২ |
| ১৪। ১০-১১-৪৮ | এষ্টন ভিলা | ৱেলচ | ১-০ |
| ১৫। ৯-৪-৪৯ | ৱেম্বলী | স্কটলেণ্ড | ১-৩ |
| ১৬। ১৩-৫-৪৯ | ষ্টকহম | চুইডেন | ১-৩(১) |
| ১৭। ১৮-৫-৪৯ | ওচলো | নৰৱে | ৪-১(১) |
| ১৮। ২২-৫-৪৯ | পেৰিছ | ফ্ৰান্স | ৩-১ |
| ১৯। ২১-৯-৪৯ | এভাৰটন | ৰিপাব্লিক অব আয়াৰলেণ্ড | ০-২ |
| ২০। ১৫-১০-৪৯ | কাৰ্ডিফ | ৱেলচ | ৪-১ |
| ২১। ১৬-১১-৪৯ | মানচেষ্টাৰ | উত্তৰ আয়াৰলেণ্ড | ৯-২ |
| ২২। ৩০-১১-৪৯ | টটেনহাম | ইটালি | ২-০ |
| ২৩। ১৫-৪-৫০ | গ্লাচগো | স্কটলেণ্ড | ১-০ |
| ২৪। ১৪-৫-৫০ | লিচবন | পৰ্তুগাল | ৫-৩(৪) |
| ২৫। ১৮-৫-৫০ | ব্ৰুচেলচ | বেলজিয়াম | ৪-১ |
| ২৬। ২৫-৬-৫০ | ৰিও-দি-জেনিৰো | চিলি | ২-০ |
| ২৭। ২৯-৬-৫০ | বিলো হৰিজন্টি | মাৰ্কিন যুক্তৰাষ্ট্ৰ | ০-১ |
| ২৮। ২-৭-৫০ | ৰিও-দি-জেনিৰো | স্পেইন | ০-১ |
| ২৯। ১৫-১১-৫০ | চাণ্ডাৰলেণ্ড | ৱেলচ | ৪-২ |
| ৩০। ১৪-৪-৫১ | ৱেম্বলী | স্কটলেণ্ড | ২-৩(১) |
| ৩১। ৯-৫-৫১ | ৱেম্বলী | আৰ্জেন্তিনা | ২-১ |
| ৩২। ১৯-৫-৫১ | এভাৰটন | পৰ্তুগাল | ৫-২(১) |
| ৩৩। ৩-১০-৫১ | হাইবুৰি | ফ্ৰান্স | ২-২ |
| ৩৪। ২০-১০-৫১ | কাৰ্ডিফ | ৱেলচ | ১-১ |
| ৩৫। ১৪-১১-৫১ | এষ্টন ভিলা | উত্তৰ আয়াৰলেণ্ড | ২-০ |
| ৩৬। ৫-৪-৫২ | গ্লাচগো | স্কটলেণ্ড | ২-১ |
| ৩৭। ১৮-৫-৫২ | ফ্লোৰেন্স | ইটালি | ১-১ |
| ৩৮। ২৫-৫-৫২ | ভিয়েনা | | ৩-২ |
| ৩৯। ২৮-৫-৫২ | | চুইজাৰলেণ্ড | ৩-০ |
| ৪০। ৪-১০-৫২ | বেলফাষ্ট | উত্তৰ আয়াৰলেণ্ড | ২-২ |

| | | | | |
|---|---|---|---|---|
| ৪১। | ১২-১১-৫২ | ৱেম্বলী | ৱেলচ | ৫-২(১) |
| ৪২। | ২৬-১১-৫২ | ৱেম্বলী | বেলজিয়াম | ৫-০ |
| ৪৩। | ১৮-৪-৫৩ | ৱেম্বলী | স্কটলেণ্ড | ২-২ |
| ৪৪। | ১৭-৫-৫৩ | বুয়েনচ আয়ার্চ | আর্জেন্তিনা | ০-০ |
| ৪৫। | ২৪-৫-৫৩ | চান্তিয়াগো | চিলি | ২-১ |
| ৪৬। | ৩১-৫-৫৩ | মন্টিভিডিও | উৰুগুৱে | ১-২ |
| ৪৭। | ৮-৬-৫৩ | নিউয়র্ক | মার্কিন যুক্তৰাষ্ট্র | ৬-৩(২) |
| ৪৮। | ১০-১০-৫৩ | কার্ডিফ | ৱেলচ | ৪-১ |
| ৪৯। | ৩-৪-৫৪ | গ্লাচগো | স্কটলেণ্ড | ৪-২ |
| ৫০। | ১৬-৫-৫৪ | বেলগ্রেড | যুগোশ্লাভিয়া | ০-১ |
| ৫১। | ২৩-৫-৫৪ | বুডাপেষ্ট | হাঙ্গেৰি | ১-৭ |
| ৫২। | ১৭-৬-৫৪ | বাচেল | বেলজিয়াম | ৪-৪ |
| ৫৩। | ২০-৬-৫৪ | বার্ণ | চুইজাৰলেণ্ড | ২-০ |
| ৫৪। | ২৬-৬-৫৪ | বাচেল | উৰুগুৱে | ২-৪(১) |
| ৫৫। | ১-১২-৫৪ | ৱেম্বলী | পশ্চিম জার্মেনি | ৩-১ |
| ৫৬। | ২-১০-৫৫ | কোপেনহেগেন | ডেনমার্ক | ৫-১ |
| ৫৭। | ২২-১০-৫৫ | কার্ডিফ | ৱেলচ | ১-২ |
| ৫৮। | ২-১১-৫৫ | ৱেম্বলী | উত্তৰ আয়াৰলেণ্ড | ৩-০(১) |
| ৫৯। | ৩০-১১-৫৫ | ৱেম্বলী | স্পেইন | ৪-১(১) |
| ৬০। | ১৪-৪-৫৬ | গ্লাচগো | স্কটলেণ্ড | ১-১ |
| ৬১। | ১৪-১১-৫৬ | ৱেম্বলী | ৱেলচ | ৩-১(১) |
| ৬২। | ২৮-১১-৫৬ | ৱেম্বলী | যুগোশ্লাভিয়া | ৩-০ |
| ৬৩। | ৫-১২-৫৬ | উলভাৰ হেম্পটন | ডেনমার্ক | ৫-২ |
| ৬৪। | ৬-৪-৫৭ | ৱেম্বলী | স্কটলেণ্ড | ২-১ |
| ৬৫। | ৮-৫-৫৭ | ৱেম্বলী | ৰিপাব্লিক অব আয়াৰলেণ্ড | ৫-১ |
| ৬৬। | ১৫-৫-৫৭ | কোপেনহেগেন | ডেনমার্ক | ৪-১ |
| ৬৭। | ১৯-৫-৫৭ | ডাব্লিন | ৰিপাব্লিক অব আয়াৰলেণ্ড | ১-১ |
| ৬৮। | ১৯-১০-৫৭ | কার্ডিফ | ৱেলচ | ৪-০(১) |
| ৬৯। | ২৭-১১-৫৭ | ৱেম্বলী | ফ্রান্স | ৪-০ |
| ৭০। | ১৯-৪-৫৮ | গ্লাচগো | স্কটলেণ্ড | ৪-০ |
| ৭১। | ৭-৫-৫৮ | ৱেম্বলী | পর্তুগাল | ২-১ |
| ৭২। | ১১-৫-৫৮ | বেলগ্রেড | যুগোশ্লাভিয়া | ০-৫ |
| ৭৩। | ১৮-৫-৫৮ | মস্কো | ছোভিয়েট ইউনিয়ন | ১-১ |
| ৭৪। | ৮-৬-৫৮ | গটেবার্গ | ছোভিয়েট ইউনিয়ন | ২-১(১) |

| | | | |
|---|---|---|---|
| ৭৫। ৪-১০-৫৮ | বেলফাষ্ট | উত্তৰ আয়াৰলেণ্ড | ৩-৩(১) |
| ৭৬। ২২-১০-৫৮ | ৱেম্বলী | ছোভিয়েট ইউনিয়ন | ৫-০ |

## লীগ ফুটবলত টম ফিনিৰ কৃতিত্ব

| মৰছুম | খেল | গোল | |
|---|---|---|---|
| ১৯৪৬-৪৭ | ৩২ | ৭ | |
| ১৯৪৭-৪৮ | ৩৩ | ১৩ | |
| ১৯৪৮-৪৯ | ২৪ | ৭ | |
| ১৯৪৯-৫০ | ৩৭ | ১০ | দ্বিতীয় ডিভিজন |
| ১৯৫০-৫১ | ৩৪ | ১৩ | দ্বিতীয় ডিভিজন |
| ১৯৫১-৫২ | ৩৩ | ১৩ | |
| ১৯৫২-৫৩ | ৩৪ | ১৭ | |
| ১৯৫৩-৫৪ | ২৩ | ১১ | |
| ১৯৫৪-৫৫ | ৩০ | ৭ | |
| ১৯৫৫-৫৬ | ৩২ | ১৭ | |
| ১৯৫৬-৫৭ | ৩৪ | ২৩ | |
| ১৯৫৭-৫৮ | ৩৪ | ২৬ | |
| ১৯৫৮-৫৯ | ১৬ | ৬ | |
| ১৯৫৯-৬০ | ৩৭ | ১৭ | |

৪৩৩ খেলত ১৮৭ গোল।





# জিমি গ্ৰীভচ্

ঐতিহ্যপূৰ্ণ ইংলিচ ফুটবলত জিমি গ্ৰীভচ্ এক অনন্য ক্ৰীড়া চৰিত্ৰ। সম্পূৰ্ণ নাম, জেমচ্ পিটাৰ গ্ৰীভচ্। ফুটবলাৰৰূপে গ্ৰীভচ্ৰ উচ্চতা আৰু ওজন সাধাৰণ হ'লেও শকত-আৱৃত ভৰিত প্ৰচণ্ড শক্তি সঞ্চিত আছিল। তেওঁৰ ক্ৰীড়াধাৰাত বিদ্যুৎগতি, অসাধাৰণ বল কন্ট্ৰোল আৰু দুয়োটা ভৰিয়ে বল মৰাত সমান দক্ষ; ফলস্বৰূপে সৃষ্টি হৈছিল গোলৰ বন্যা। জিমি গ্ৰীভচ্ৰ এই বলিষ্ঠ ক্ৰীড়া কৌশলে ইংৰাজসকলৰ বাবে কঢ়িয়াই আনিলে যশস্যাৰ উপঢৌকন। প্ৰাথমিক পৰ্যায়ত গ্ৰীভচ্ৰ চমকপ্ৰদ ক্ৰীড়া কৌশলে যি সুদৃঢ় ভেটি স্থাপন কৰিলে সেই ভেটিত ভৰ দি গ্ৰীভচ্ বিহীন ইংলেণ্ড দলে বিশ্বকাপ জয় কৰিবলে সক্ষম হয়। সৃষ্টি হয় বৃটিছ ক্ৰীড়া বুৰঞ্জীত নতুন অধ্যায়।

ইংলেণ্ডৰ চমকপ্ৰদ স্কৰাৰ জিমি গ্ৰীভচ্ ১৯৪১ চনত এচেক্সত ভূমিষ্ঠ হয়। পিতৃ লণ্ডনৰ পাতাল ৰেলৰ চালক আছিল। গ্ৰীভচে এচেক্সৰ হৰ্ণচাৰ্চতে স্কুলীয়া জীৱন অতিবাহিত কৰোঁতে তেওঁৰ চমকপ্ৰদ খেলে বাইজৰ দৃষ্টি আকৰ্ষণ কৰাৰ উপৰি তেওঁক লৈ বিভিন্ন ক্লাবে টনা-আজোৰা সৃষ্টি কৰে। সেই সময়ত তেওঁ ইষ্ট লণ্ডন আৰু চেলচিৰ খেলুৱৈ। ইয়াৰ পিচত ষ্টামফোৰ্ডব্ৰীজ লৈ যায়; কিন্তু ১৯৫৭ চনত চেলচি চিনিয়ৰ দলত নিৰ্বাচিত হওঁতে টটেনহামৰ বিৰুদ্ধে আত্মপ্ৰকাশ কৰে। পাতনিতে গোলৰ বন্যা বোৱাই সকলোকে স্তম্ভিত কৰোঁতে ২৫ ছেপ্তেম্বৰত চেলচিত বুলগেৰিয়াৰ বিৰুদ্ধে যুৱ দলত আত্মপ্ৰকাশ কৰে। ইংলেণ্ড যুৱ দল ৬-২ ব্যৱধানত জয়ী হওঁতে তেওঁৰ ২ গোলৰ অৱদান স্মৰণীয়। চেলচি ক্লাবত ১৯৫৭-১৯৬১ লৈকে ১৫৭ খন খেলত ১২৪ গোলৰ কৃতিত্ব অৰ্জন কৰে। ইয়াৰ অন্তৰ্গত অন্তিম মৰছুমত ৪১ গোলৰে ৰেকৰ্ড প্ৰতিষ্ঠা কৰাৰ পিচতে £৯০,০০০ পাউণ্ড ষ্টাৰ্লিঙৰ বিনিময়ত ইটালিৰ এ. চি. মিলানত যোগদান কৰে। এইখিনিতে উল্লেখ্য জিমি গ্ৰীভচে চেলচি আৰু জাতীয় যুৱ দলত প্ৰদৰ্শন কৰা চমকপ্ৰদ খেল আৰু গোলৰ জোৱাৰে ১৯৫৯ চনৰ ১৭ মে'ত ইংলেণ্ড বনাম পেৰু খেলখনত তেওঁৰ আন্তৰ্জাতিক আত্মপ্ৰকাশ ঘটে অৱশ্যে ইংলেণ্ড ১-৪ ব্যৱধানত পৰাভূত হয়। ইটালিয়ান ক্লাৱত যোগ দিয়া হেতু ইংলেণ্ড ফুটবল সন্থাই গ্ৰীভচ্‌ক চাচ্‌পেণ্ড কৰাৰ উপৰি ১৯৬১ চনৰ ১০ মে'ত ৱেম্বলীত অনুষ্ঠিত ইংলেণ্ড বনাম মেক্সিকো খেলত দলৰ পৰা বাদ পৰে। অৱশ্যে তেওঁ ইতিপূৰ্বে খেলা ৫ খন আন্তৰ্জাতিকত ১১ গোল কৰি ইউৰোপীয় ফুটবলত খলকনিৰ সৃষ্টি কৰিছিল।



ইটালিয়ান ফুটবলত প্ৰৱেশ কৰি তেওঁ বহু অসুবিধাৰ সন্মুখীন হয় আৰু বছৰৰ শেষৰফালে (১৯৬১) প্ৰত্যাবৰ্তন কৰোঁতে ৰেকৰ্ড পৰিমাণ অৰ্থ £৯৯,৯৯৯ পাউণ্ড ষ্টাৰ্লিংৰ বিনিময়ত টটেনহাম হটস্পাৰত যোগদান কৰে। বহিষ্কৰণৰ ম্যাদ উকলি যোৱাৰ লগে লগে টটেনহামৰ হৈ খেলৰ পাতনি মেলে। এইখিনিতে উল্লেখ্য এ. চি. মিলানত তেওঁ ১৪ খন খেলত ৯ গোল কৰে। টটেনহাম হটস্পাৰ দলে ১৯৬২ এফ.এ.কাপ বিজয়ত গ্ৰীভচৰ ভূমিকা গুৰুত্বপূৰ্ণ। ফাইনেলত বাৰ্ণলিক ৩-১ গোলত পৰাভূত কৰে। সেইদৰে এফ. এ. চেৰিটি শীল্ডৰ ফাইনেলত ইপচ্‌উইচ টাউনক ৫-১ গোলত পৰাভূত কৰি জয়ী হয়।বক ১৯৬৩ চনত ইউৰোপীয়ান কাপ-উইনাৰ্চ কাপ জয় কৰোঁতে এটলেটিকো মাদ্ৰিদক ৫-১ ব্যৱধানত পৰাভূত কৰে আৰু গ্ৰীভচৰ অনবদ্য খেলৰে ২ গোলৰ অৱদান ৰয়। ১৯৬৭ চনৰ এফ.এ.চেৰিটি শীল্ডৰ ফাইনেলত মানচেষ্টাৰ ইউনাইটেডৰ বিৰুদ্ধে ৩-৩ গোলত অন্ত পৰোঁতে যুগ্ম বিজয়ীৰ সন্মান লাভ কৰে। তেওঁ টটেনহাম হটস্পাৰৰ হৈ ৩২১ খন খেলত ২২০ গোল কৰে (১৯৬১-১৯৭০)। ইংলিচ প্ৰথম ডিভিজনত গ্ৰীভচে যি অভিলেখ প্ৰতিষ্ঠা কৰিলে এয়া দ্বিতীয়জনে পুনৰাবৃত্তি কৰা অসম্ভৱ-- লীগত-ছয়বাৰ সৰ্বোচ্চ গোলদাতা ইয়াৰ অন্তৰ্গত চেলচি ক্লাবত ৩৩ গোল (১৯৫৮-৫৯) আৰু ৪১ গোল (১৯৬০-৬১); টটেনহাম হটস্পাৰৰ হৈ ৩৭ গোল (১৯৬২-৬৩), ৩৫ গোল (১৯৬৩-৬৪), ২৯ গোল (১৯৬৪-৬৫) আৰু ২৭ গোল (১৯৬৮-৬৯)।

১৯৬২ বিশ্বকাপত ২২-বছৰীয়া গ্ৰীভচক সন্নিৱিষ্ট কৰোঁতে তেওঁ ইংলিচ যুৱ দলত ১২ খন আন্তৰ্জাতিক (১৩ গোল) আৰু ইংলেণ্ডৰ পক্ষে ১৬ খন আন্তৰ্জাতিকৰে অভিজ্ঞ। ইংলেণ্ডে কোৱাৰ্টাৰ-ফাইনেলত ব্ৰাজিলৰ হাতত ১-৩ ব্যৱধানত পৰাভূত হৈ বিদায় ল'ব লগা হয়। ১৯৬৬ বিশ্বকাপ ইংলেণ্ডত অনুষ্ঠিত হওঁতে মেনেজাৰ আলফ্ ৰামচীয়ে জিমি গ্ৰীভচৰ ওপৰত প্ৰচুৰ আশা ৰাখিছিল। কাৰণ এই গৰাকী ৫ ফুট ৮ ইঞ্চি ওখ, ৬৬ কিলোগ্ৰাম ওজনৰ প্ৰাণৱন্ত খেলুৱৈ ৪৭ খন আন্তৰ্জাতিকৰে পুষ্ট তথা ইনচাইদ-ফৰোৱাৰ্ড পজিচনত ইংলেণ্ডৰ সবাতোকৈ প্ৰত্যয়মান খেলুৱৈ। গ্ৰুপ লীগৰ তৃতীয়খন খেলত ফ্ৰান্সৰ বিৰুদ্ধে ২-০ গোলত জয়ী হওঁতে গ্ৰীভচে আঘাত পায় ফলত বিশ্বকাপৰ গুৰুত্বপূৰ্ণ মেচ কোৱাৰ্টাৰ, চেমি আৰু ফাইনেলত অংশ লব নোৱাৰিলে। তেওঁৰ স্থানত নৱাগত খেলুৱৈ জিওঁফ হাৰ্ষ্টক নমায়। ইংলিচ খেলুৱৈসকলৰ ঐকান্তিক চেষ্টাত ইংলেণ্ডে বিশ্ব চেম্পিয়নচিপ্ অৰ্জন কৰে কিন্তু চাবচ্‌টিটিউট্‌ৰ বেঞ্চত বহি থকা জিমি গ্ৰীভচে ইংলিচ ফুটবলৰ গৌৰৱান্বিত দিনটোক তেওঁৰ ক্ষেত্ৰত the saddest day of his football life ৰূপে অভিহিত কৰিছে।

ইংলেণ্ডে বিশ্ব চেম্পিয়ন হোৱাৰ পিচতে ইনচাইদ-ফৰোৱাৰ্ড পজিচনত জিওঁফ হাৰ্ষ্ট বিখ্যাত হৈ উঠে আৰু ১৯৬৭ চনৰ ২৭ মে'ত ভিয়েনাত অনুষ্ঠিত ইংলেণ্ড বনাম অষ্ট্ৰিয়া, তেওঁৰ শেষ আন্তৰ্জাতিক খেল। জিমি গ্ৰীভচে মুঠ ৫৭ খন আন্তৰ্জাতিকত



৪৪ গোল কৰি ইংলিচ ৰেকৰ্ড গঠন কৰে। টটেনহামৰ এই খেলুৱৈ গৰাকীয়ে ১৯৭০ চনৰ মাৰ্চত £২০০,০০০ পাউণ্ড ষ্টাৰ্লিঙৰ বিনিময়ত ৱেষ্টহাম ইউনাইটেড ক্লাৱত যোগদান কৰে। দুটা মৰছুমতে ৱেষ্টহামৰ হৈ ৩৬ খন খেলত ১৩ গোল কৰে। ১৯৭০-৭১ মৰছুমৰ অন্তত ৩১-বছৰ বয়স্ক গ্ৰীভচে অৱসৰৰ সিদ্ধান্ত লওঁতে ১৯৭১ চনৰ ১ মে'ত লীগৰ শেষ খেলখন খেলে। ফুটবল প্ৰাঙ্গনৰ পৰা বিদায় ললে যদিও গ্ৰীভচৰ দ্ৰুত গতিত বল লৈ বিপক্ষৰ ডিফেন্সত প্ৰৱেশ কৰা আৰু বিদ্যুৎ গতিৰ চট্ যুগ-যুগান্তৰ সজীৱ হৈ থাকিব। জিমি গ্ৰীভচে চেলচি, টটেনহাম হটস্পাৰ আৰু ৱেষ্টহাম ইউনাইটেডৰ হৈ লীগৰ ৫১৪ খন খেলত মুঠ ৩৫৭ গোল কৰে। আন্তৰ্জাতিক ফুটবলে ১৯৬৪ চনত ইউৰোপীয় একাদশ আৰু ১৯৬৫ চনত বৃটেন একাদশত স্থান দি যথোচিত সন্মান যাচে।

## জিমি গ্ৰীভচ্‌ৰ আন্তৰ্জাতিক খেল

| | তাৰিখ | স্থান | প্ৰতিপক্ষ | ফলাফল(স্কৰ) |
|---|---|---|---|---|
| ১। | ১৭-৫-৫৯ | লিমা | পেৰু | ১-৪(১) |
| ২। | ২৪-৫-৫৯ | মেক্সিকো চিটি | মেক্সিকো | ১-২ |
| ৩। | ২৮-৫-৫৯ | লছ এঞ্জেলছ | মাৰ্কিন যুক্তৰাষ্ট্ৰ | ৮-১ |
| ৪। | ১৭-১০-৫৯ | কাৰ্ডিফ | ৱেলচ | ১-১(১) |
| ৫। | ২৮-১০-৫৯ | ৱেম্বলী | চুইডেন | ২-৩ |
| ৬। | ১১-৫-৬০ | ৱেম্বলী | যুগোশ্লাভিয়া | ৩-৩(১) |
| ৭। | ১৫-৫-৬০ | মাদ্ৰিদ | স্পেইন | ০-৩ |
| ৮। | ৮-১০-৬০ | বেলফাষ্ট | উত্তৰ আয়াৰলেণ্ড | ৫-২(২) |
| ৯। | ১৯-১০-৬০ | লাক্সেমবাৰ্গ চিটি | লাক্সেমবাৰ্গ | ৯-০(৩) |
| ১০। | ২৬-১০-৬০ | ৱেম্বলী | স্পেইন | ৪-২(১) |
| ১১। | ২৩-১১-৬০ | ৱেম্বলী | ৱেলচ | ৫-১(২) |
| ১২। | ১৫-৪-৬১ | ৱেম্বলী | স্কটলেণ্ড | ৯-৩(৩) |
| ১৩। | ২১-৫-৬১ | লিচবন | পৰ্তুগাল | ১-১ |
| ১৪। | ২৪-৫-৬১ | ৰোম | ইটালি | ৩-২(১) |
| ১৫। | ২৭-৫-৬১ | ভিয়েনা | অষ্ট্ৰিয়া | ১-৩(১) |
| ১৬। | ১৪-৪-৬২ | গ্লাচগো | স্কটলেণ্ড | ০-২ |
| ১৭। | ৯-৫-৬২ | ৱেম্বলী | চুইজাৰলেণ্ড | ৩-১ |
| ১৮। | ২০-৫-৬২ | লিমা | পেৰু | ৪-০(৩) |
| ১৯। | ৩১-৫-৬২ | ৰেঙ্কগুৱা | হাঙ্গেৰি | ১-২ |
| ২০। | ২-৬-৬২ | ৰেঙ্কগুৱা | আৰ্জেণ্টিনা | ৩-১(১) |
| ২১। | ৭-৬-৬২ | ৰেঙ্কগুৱা | বুলগেৰিয়া | ০-০ |
| ২২। | ১০-৬-৬২ | ভিনা দেল মাৰ | ব্ৰাজিল | ১-৩ |
| ২৩। | ৩-১০-৬২ | চেফিল্ড | ফ্ৰান্স | ১-১ |
| ২৪। | ২০-১০-৬২ | বেলফাষ্ট | উত্তৰ আয়াৰলেণ্ড | ৩-১(১) |
| ২৫। | ২১-১১-৬২ | ৱেম্বলী | ৱেলচ | ৪-০(১) |
| ২৬। | ২৭-২-৬৩ | পেৰিছ | ফ্ৰান্স | ২-৫ |
| ২৭। | ৬-৪-৬৩ | ৱেম্বলী | স্কটলেণ্ড | ১-২ |
| ২৮। | ৮-৫-৬৩ | ৱেম্বলী | ব্ৰাজিল | ১-১ |
| ২৯। | ২৯-৫-৬৩ | ব্ৰাটিশ্লাভ | চেকোশ্লোভাকিয়া | ৪-২(২) |
| ৩০। | ৫-৬-৬৩ | বাচেল | চুইজাৰলেণ্ড | ৮-১ |

| | | | |
|---|---|---|---|
| ৩১। ১২-১০-৬৩ | কার্ডিফ | ৱেলচ | ৪-০(১) |
| ৩২। ২৩-১০-৬৩ | ৱেম্বলী | বিশ্ব একাদশ | ২-১(১) |
| ৩৩। ২০-১১-৬৩ | ৱেম্বলী | উত্তৰ আয়াৰলেণ্ড | ৮-৩(৪) |
| ৩৪। ৬-৫-৬৪ | ৱেম্বলী | উৰুগুৱে | ২-১ |
| ৩৫। ১৭-৫-৬৪ | লিচবন | পর্তুগাল | ৪-৩ |
| ৩৬। ২৪-৫-৬৪ | ডাব্লিন | ৰিপাব্লিক অব আয়াৰলেণ্ড | ৩-১(১) |
| ৩৭। ৩০-৫-৬৪ | ৰিও-দি-জেনিৰো | ব্রাজিল | ১-৫(১) |
| ৩৮। ৪-৬-৬৪ | চাও পলো | পর্তুগাল | ১-১ |
| ৩৯। ৬-৬-৬৪ | ৰিও-দি-জেনিৰো | আর্জেন্তিনা | ০-১ |
| ৪০। ৩-১০-৬৪ | বেলফাষ্ট | উত্তৰ আয়াৰলেণ্ড | ৪-৩(৩) |
| ৪১। ২১-১০-৬৪ | ৱেম্বলী | বেলজিয়াম | ২-২ |
| ৪২। ৯-১২-৬৪ | আমষ্টাৰডাম | হলেণ্ড | ১-১(১) |
| ৪৩। ১০-৪-৬৫ | ৱেম্বলী | স্কটলেণ্ড | ২-২(১) |
| ৪৪। ৫-৫-৬৫ | ৱেম্বলী | হাঙ্গেৰি | ১-০(১) |
| ৪৫। ৯-৫-৬৫ | বেলগ্রেড | যুগোশ্লাভিয়া | ১-১ |
| ৪৬। ২-১০-৬৫ | কার্ডিফ | ৱেলচ | ০-০ |
| ৪৭। ২০-১০-৬৫ | ৱেম্বলী | অষ্ট্রিয়া | ২-৩ |
| ৪৮। ৪-৫-৬৬ | ৱেম্বলী | যুগোশ্লাভিয়া | ২-০(১) |
| ৪৯। ২৯-৬-৬৬ | ওচলো | নৰৱে | ৬-১(৪) |
| ৫০। ৩-৭-৬৬ | কোপেনহেগেন | ডেনমার্ক | ২-০ |
| ৫১। ৫-৭-৬৬ | চৰ্জো | পোলেণ্ড | ১-০ |
| ৫২। ১১-৭-৬৬ | ৱেম্বলী | উৰুগুৱে | ০-০ |
| ৫৩। ১৬-৭-৬৬ | ৱেম্বলী | মেক্সিকো | ২-০ |
| ৫৪। ২০-৭-৬৬ | ৱেম্বলী | ফ্রান্স | ২-০ |
| ৫৫। ১৫-৪-৬৭ | ৱেম্বলী | স্কটলেণ্ড | ২-৩ |
| ৫৬। ২৪-৫-৬৭ | ৱেম্বলী | স্পেইন | ২-০(১) |
| ৫৭। ২৭-৫-৬৭ | ভিয়েনা | অষ্ট্রিয়া | ১-০ |



# ববী মুৰ

ইংলিচ ফুটবলত ষ্টেনলি মেথিউজ, বিলি ৰাইট, টম ফিনি, ববী চাৰ্লটন আদি একো একোটা পৃথক অধ্যায়। এই অধ্যায়ত ববী মুৰক উহ্য ৰাখিলে অসম্পূৰ্ণ হৈ ৰ'ব। এওঁ কেৱল ইউৰোপৰে নহয় বিশ্বৰ এগৰাকী শ্ৰেষ্ঠ হাফ্-বেক্। ষাঠি দশকত ববী মুৰৰ সমকক্ষ দূৰদৰ্শী লেফট-হাফ্ চকুত পৰা নেযায়। তেওঁৰ বলিষ্ঠ ক্ৰীড়াধাৰাই বিশ্বৰ সৰ্বকালীন শ্ৰেষ্ঠ পুচকাচ আৰু পেলেৰ দৰে কিংবদন্তি লৈ ৰূপান্তৰ কৰে। ববী মুৰৰ বল কন্ট্ৰোল, টেক্লিং, নিখুঁট চট্ আৰু শূন্যত বল ৰিচিভ্ আদিত অদ্বিতীয় আৰু দল পৰিচালনাৰ অপূৰ্ব দক্ষতা আছিল। ১৯৭০ বিশ্বকাপত ক'লা মুকুতা পেলেই তেওঁৰ সম্দৰ্ভত কৈছিল, "The finest defender in the world"

ববী মুৰ ১৯৪১ চনৰ ১২ এপ্ৰিলত এচেক্সৰ বাৰ্কিঙত জন্ম গ্ৰহণ কৰে। তেওঁৰ পিতৃ বিদ্যুৎ বৰ্ডৰ কৰ্মচাৰী আছিল। পূব লণ্ডনৰ ছাত্ৰ ববী মুৰে ১৬ $^{1}/_{2}$ বছৰ বয়সত ৱেষ্টহাম ক্লাৱত যোগ দিয়াৰ ছমাহ পিছতে মানচেষ্টাৰ ইউনাইটেড ক্লাৱৰ বিৰুদ্ধে লীগত আত্মপ্ৰকাশ কৰে। তেওঁ জাতীয় যুৱ দলৰ পক্ষে ৮ খন আন্তৰ্জাতিক খেলত অংশ গ্ৰহণ কৰা বলিষ্ঠ ফুটবলাৰজনে ১৯৬২ চনত চিনিয়ৰ জাতীয় দলটো আত্মপ্ৰকাশৰ সুযোগ পাওঁতে ২০ মে'ত লিমাত অনুষ্ঠিত ইংলেণ্ড বনাম পেৰু খেলখনত ৪-০ গোলত জয়ী হয়। সেইদৰে পোন প্ৰথম অধিনায়কত্ব কৰোঁতে চেকোশ্লোভাকিয়াৰ বিৰুদ্ধে ব্ৰাটিশ্লাভাত ৪-২ ব্যৱধানত জয়ী হয় (২৯ মে' ১৯৬৩ চন)। ববী মুৰে তিনিটা বিশ্বকাপ ফুটবল আসৰত অংশ গ্ৰহণ কৰোঁতে ১৯৬২ চনৰ কোৱাৰ্টাৰ-ফাইনেলত ব্ৰাজিলৰ হাতত ১-৩ গোলত পৰাভূত হয়। ১৯৬৬ চনত বিশ্বকাপ ফুটবল ইংলেণ্ডত অনুষ্ঠিত হওঁতে উদ্যোক্তা দলে ৫ ফুট ১১ $^{1}/_{4}$ ইঞ্চি ওখ, ৮২ কিলোগ্ৰাম ওজনৰ ২৫-বছৰ বয়স্ক অধিনায়ক ববী মুৰৰ বলিষ্ঠ নেতৃত্বত বিশ্বকাপ জয় কৰিবলৈ সক্ষম হয়। বিশ্বকাপ ফুটবলত কঠোৰ ৰক্ষণাত্মক পদ্ধতিৰ চৰম সাফল্য এয়ে প্ৰথম। এই আসৰত ববী মুৰ বিশ্ব শ্ৰেষ্ঠ হাফ্-বেক্ৰূপে পৰিগণিত হয়। বিশ্বকাপ জয়ৰ সূত্ৰে সেই বছৰতে "প্লেয়াৰ অৱ প্লেয়াৰ্চ" আৰু "স্পৰ্টচমেন অৱ দি ইয়েৰ" সন্মান লাভ কৰে। উপৰি তেওঁ ১৯৬৪ চনত "ফুটবলাৰ অৱ দি ইয়েৰ" সন্মান লাভ কৰিছিল আৰু ১৯৬৭ চনত ৰাষ্ট্ৰীয় সন্মান অ বি ই ৰে ভূষিত হৈছিল। বিশ্বকাপ জয়ৰ পিচতে ১৯৬৮ ইউৰোপীয় নেচনচ' কাপত ইংলেণ্ডে তৃতীয় স্থান লাভ কৰে। সেইদৰে ১৯৭০ বিশ্বকাপত ইংলেণ্ড দল ববী মুৰৰ নেতৃত্বতে ৰাওনা হৈ কোৱাৰ্টাৰ-ফাইনেলত পশ্চিম জাৰ্মেনিৰ হাতত ২-৩ ব্যৱধানত পৰাভূত হয়। ইতিপূৰ্বে গ্ৰুপ লীগত ব্ৰাজিলৰ হাতত ০-১ গোলত পৰাভূত হ'ল যদিও এই ঐতিহাসিক খেলৰ অন্তত ক'লা মুকুতা পেলেই ববী মুৰৰ খেলত মুগ্ধ হৈ সম্বৰ্দ্ধনা

জনাওঁতে পৰস্পৰ জাৰ্চি বিনিময় কৰে।

ববী মুৰৰ দীঘলীয়া ক্ৰীড়া জীৱনত কেৱল ১৯৭১ চনত ইংলেণ্ডৰ মাল্টা ভ্ৰমণত দলত সন্নিৱিষ্ট কৰা নাছিল কাৰণ ৱেম্বলীত অনুষ্ঠিত আন্তঃজাতিকত জাৰ্মান গণ প্ৰজাতন্ত্ৰৰ বিৰুদ্ধে তেওঁ নিম্ন মানদণ্ডৰ খেল প্ৰদৰ্শন কৰে (২৫ নভেম্বৰ, ১৯৭০)। অৱশ্যে গ্ৰীচৰ বিৰুদ্ধে পৰৱৰ্তী আন্তৰ্জাতিকত তেওঁক পুনৰ জাতীয় দলত দেখা যায়। পুনৰ ১৯৭৩ চনৰ ২৬ ছেপ্তেম্বৰত অষ্ট্ৰিয়াৰ বিৰুদ্ধে জাতীয় দলৰ পৰা ববী মুৰ বাদ পৰে যদিও ষ্টেণ্ড-বাই তালিকাত আছিল। তেওঁৰ স্থানত হাণ্টাৰক নমায়



*ঐতিহাসিক দৃশ্য। পেলে আৰু ববী মুৰে বিশ্ব কাপৰ খেলৰ শেষত জাৰ্চি বিনিময় কৰিছে (১৯৭০)।*

আৰু অধিনায়কৰ বাব লেফট-উইঙ্গাৰ মাৰ্টিন পিটাৰ্চে দখল কৰে। সেই বছৰৰে ১৪ নভেম্বৰত ইটালিৰ বিৰুদ্ধে তেওঁ শেষ আন্তৰ্জাতিকত অৱতীৰ্ণ হয় আৰু ৱেম্বলীত অনুষ্ঠিত এই খেলত ইংলেণ্ড ০-১ গোলত পৰাজয় বৰণ কৰে। এয়া তেওঁৰ ১০৮ তম আন্তৰ্জাতিক তথা ইংলিচ ৰেকৰ্ড গঢ়ে। ইয়াৰ অন্তৰ্গত ৬৭ খনত জয়, ১৮ খন পৰাজয় আৰু ২৩ খন অমীমাংসীত লগতে ৯০ খন খেলত অধিনায়কত্ব কৰে।

ববী মুৰে ১৯৫৭-১৯৭৩ পৰ্যন্ত ৱেষ্টহাম ইউনাইটেড দলত খেলোতে ১৯৬৪ চনৰ এফ.এ.কাপ আৰু ১৯৬৫ চনত ইউৰোপীয়ান কাপ-উইনাৰ্চ কাপ জয় সবাতোকৈ উল্লেখযোগ্য। তেওঁ ক্লাবৰ পক্ষে মুঠ ৬৪২ খন খেলত অংশ লয় আৰু ১৯৭৪ চনত বছৰেকীয়া বৰগুণি £২৫,০০০ পাউণ্ড ষ্টাৰ্লিঙৰ বিনিময়ত দ্বিতীয় ডিভিজন ফুলহাম ক্লাবত যোগদান কৰে। নতুন ক্লাবত যোগদান কৰি মিডিলচব্ৰুৰ বিৰুদ্ধে আত্মপ্ৰকাশ কৰোঁতে ০-৪ গোলত পৰাভূত হয়। সেইবছৰ লীগত ফুলহামে ১৩তম স্থান পায়। ফুলহামৰ পক্ষে মুঠ ১২৪ খন খেলত অংশ লয়। কিন্তু ১৯৭৫ চনত দলক এফ. এ. কাপৰ ফাইনেল পৰ্যন্ত অগ্ৰসৰত তেওঁৰো অৰিহণা ৰয়। অৱশ্যে ফাইনেলত ৱেষ্টহাম ইউনাইটেডৰ বিৰুদ্ধে ০-২ গোলত পৰাভূত হয়।

এহেজাৰৰো অধিক প্ৰথম শ্ৰেণীৰ ফুটবলত অংশ লোৱা ববী মুৰে ১৯৭৭ চনৰ ১৫ মে'ত ফুলহামত খেলি থাকোতেই অৱসৰ লয় যদিও পুনৰ উত্তৰ আমেৰিকা ফুটবলত প্ৰৱেশ কৰোঁতে চান এণ্টনিও ঠাণ্ডাৰ দলত যোগদান কৰে। ববী মুৰ ১৯৯৩ চনৰ ২৪ ফেব্ৰুৱাৰীত কৰ্কট ৰোগত আক্ৰান্তিত হৈ লণ্ডনত মৃত্যু মুখত পৰে।

## ববী মুৰৰ আন্তৰ্জাতিক খেল

| তাৰিখ | স্থান | প্ৰতিপক্ষ | ফলাফল(স্কৰ) |
|---|---|---|---|
| ১। ২০-৫-৬২ | লিমা | পেৰু | ৪-০ |
| ২। ৩১-৫-৬২ | ৰেঙ্কগুৱা | হাঙ্গেৰি | ১-২ |
| ৩। ২-৬-৬২ | ৰেঙ্কগুৱা | আৰ্জেন্টিনা | ৩-১ |
| ৪। ৭-৬-৬২ | ৰেঙ্কগুৱা | বুলগেৰিয়া | ০-০ |
| ৫। ১০-৬-৬২ | ভিনা ডেল মাৰ | ব্ৰাজিল | ১-৩ |
| ৬। ৩-১০-৬২ | হিলচবৰ্গ | ফ্ৰান্স | ১-১ |
| ৭। ২০-১০-৬২ | বেলফাষ্ট | উত্তৰ আয়াৰলেণ্ড | ৩-১ |
| ৮। ২১-১১-৬২ | ৱেম্বলী | ৱেলচ | ৪-০ |
| ৯। ২৭-২-৬৩ | পেৰিছ | ফ্ৰান্স | ২-৫ |
| ১০। ৬-৪-৬৩ | ৱেম্বলী | স্কটলেণ্ড | ১-২ |
| ১১। ৮-৫-৬৩ | ৱেম্বলী | ব্ৰাজিল | ১-১ |
| ১২। ২০-৫-৬৩ | ব্ৰাটিশ্লাভা | চেকোশ্লোভাকিয়া | ৪-২ |

| | | | | |
|---|---|---|---|---|
| ১৩। | ২-৬-৬৩ | লিপজিগ | জাৰ্মান গণ প্ৰজাতন্ত্ৰ | ২-১ |
| ১৪। | ৫-৬-৬৩ | বাচেল | চুইজাৰলেণ্ড | ৮-১ |
| ১৫। | ১২-১০-৬৩ | কাৰ্ডিফ | ৱেলচ | ৪-০ |
| ১৬। | ২৩-১০-৬৩ | ৱেম্বলী | বিশ্ব একাদশ | ২-১ |
| ১৭। | ২০-১১-৬৩ | ৱেম্বলী | উত্তৰ আয়াৰলেণ্ড | ৮-৩ |
| ১৮। | ১১-৪-৬৪ | গ্লাচগো | স্কটলেণ্ড | ০-১ |
| ১৯। | ৬-৫-৬৪ | ৱেম্বলী | উৰুগুৱে | ২-১ |
| ২০। | ১৭-৫-৬৪ | লিচবন | পৰ্তুগাল | ৪-৩ |
| ২১। | ২৪-৫-৬৪ | ডাব্লিন | ৰিপাব্লিক অব আয়াৰলেণ্ড | ৩-১ |
| ২২। | ৩০-৫-৬৪ | ৰিও-দি-জেনিৰো | ব্ৰাজিল | ১-৫ |
| ২৩। | ৪-৬-৬৪ | চাওপলো | পৰ্তুগাল | ১-১ |
| ২৪। | ৬-৬-৬৪ | ৰিও-দি-জেনিৰো | আৰ্জেণ্টিনা | ০-১ |
| ২৫। | ৩-১০-৬৪ | বেলফাষ্ট | উত্তৰ আয়াৰলেণ্ড | ৪-৩ |
| ২৬। | ২১-১০-৬৪ | ৱেম্বলী | বেলজিয়াম | ২-২ |
| ২৭। | ১০-৪-৬৫ | ৱেম্বলী | স্কটলেণ্ড | ২-২ |
| ২৮। | ৫-৫-৬৫ | ৱেম্বলী | হাঙ্গেৰি | ১-০ |
| ২৯। | ৯-৫-৬৫ | বেলগ্ৰেড | যুগোশ্লাভিয়া | ১-১ |
| ৩০। | ১২-৫-৬৫ | নুৰেমবাৰ্গ | পশ্চিম জাৰ্মেনি | ১-০ |
| ৩১। | ১৬-৫-৬৫ | গটেবাৰ্গ | চুইডেন | ২-১ |
| ৩২। | ২-১০-৬৫ | কাৰ্ডিফ | ৱেলচ | ০-০ |
| ৩৩। | ২০-১০-৬৫ | ৱেম্বলী | অষ্ট্ৰিয়া | ২-৩ |
| ৩৪। | ১০-১১-৬৫ | ৱেম্বলী | উত্তৰ আয়াৰলেণ্ড | ২-১ |
| ৩৫। | ৮-১২-৬৫ | মাদ্ৰিদ | স্পেইন | ২-০ |
| ৩৬। | ৫-১-৬৬ | লিভাৰপুল | পোলেণ্ড | ১-১(১) |
| ৩৭। | ২৩-২-৬৬ | ৱেম্বলী | পশ্চিম জাৰ্মেনি | ১-০ |
| ৩৮। | ২-৪-৬৬ | গ্লাচগো | স্কটলেণ্ড | ৪-৩ |
| ৩৯। | ২৯-৬-৬৬ | ওচলো | নৰৱে | ৬-১(১) |
| ৪০। | ৩-৭-৬৬ | কোপেনহেগেন | ডেনমাৰ্ক | ২-০ |
| ৪১। | ৫-৭-৬৬ | চৰ্জো | পোলেণ্ড | ১-০ |
| ৪২। | ১১-৭-৬৬ | ৱেম্বলী | উৰুগুৱে | ০-০ |
| ৪৩। | ১৬-৭-৬৬ | ৱেম্বলী | মেক্সিকো | ২-০ |
| ৪৪। | ২০-৭-৬৬ | ৱেম্বলী | ফ্ৰান্স | ২-০ |
| ৪৫। | ২৩-৭-৬৬ | ৱেম্বলী | আৰ্জেণ্টিনা | ১-০ |
| ৪৬। | ২৬-৭-৬৬ | ৱেম্বলী | পৰ্তুগাল | ২-১ |

| | | | | |
|---|---|---|---|---|
| ৪৭। | ৩০-৭-৬৬ | ৱেম্বলী | পশ্চিম জাৰ্মেনি | ৪-২ |
| ৪৮। | ২২-১০-৬৬ | বেলফাষ্ট | উত্তৰ আয়াৰলেণ্ড | ২-০ |
| ৪৯। | ২-১১-৬৬ | ৱেম্বলী | চেকোশ্লোভাকিয়া | ০-০ |
| ৫০। | ১৬-১১-৬৬ | ৱেম্বলী | ৱেলচ | ৫-১ |
| ৫১। | ১৫-৪-৬৭ | ৱেম্বলী | স্কটলেণ্ড | ২-৩ |
| ৫২। | ২৪-৫-৬৭ | ৱেম্বলী | স্পেইন | ২-০ |
| ৫৩। | ২৭-৫-৬৭ | ভিয়েনা | অষ্ট্ৰিয়া | ১-০ |
| ৫৪। | ২১-১০-৬৭ | কাৰ্ডিফ | ৱেলচ | ৩-০ |
| ৫৫। | ২২-১১-৬৭ | ৱেম্বলী | উত্তৰ আয়াৰলেণ্ড | ২-২ |
| ৫৬। | ৬-১২-৬৭ | ৱেম্বলী | ছোভিয়েট ইউনিয়ন | ২-২ |
| ৫৭। | ২৪-২-৬৮ | গ্লাচগো | স্কটলেণ্ড | ১-১ |
| ৫৮। | ৩-৪-৬৮ | ৱেম্বলী | স্পেইন | ১-০ |
| ৫৯। | ৮-৫-৬৮ | মাদ্ৰিদ | স্পেইন | ২-১ |
| ৬০। | ২২-৫-৬৮ | ৱেম্বলী | চুইডেন | ৩-১ |
| ৬১। | ১-৬-৬৮ | হেনোভাৰ | পশ্চিম জাৰ্মেনি | ০-১ |
| ৬২। | ৫-৬-৬৮ | ফ্লোৰেন্স | যুগোশ্লাভিয়া | ০-১ |
| ৬৩। | ৮-৬-৬৮ | ৰোম | ছোভিয়েট ইউনিয়ন | ২-০ |
| ৬৪। | ৬-১১-৬৮ | বুখাৰেষ্ট | ৰুমানিয়া | ০-০ |
| ৬৫। | ১১-১২-৬৮ | ৱেম্বলী | বুলগেৰিয়া | ১-১ |
| ৬৬। | ১২-৩-৬৯ | ৱেম্বলী | ফ্ৰান্স | ৫-০ |
| ৬৭। | ৩-৫-৬৯ | বেলফাষ্ট | উত্তৰ আয়াৰলেণ্ড | ৩-১ |
| ৬৮। | ৭-৫-৬৯ | ৱেম্বলী | ৱেলচ | ২-১ |
| ৬৯। | ১০-৫-৬৯ | ৱেম্বলী | স্কটলেণ্ড | ৪-১ |
| ৭০। | ১-৬-৬৯ | মেক্সিকো চিটি | মেক্সিকো | ০-০ |
| ৭১। | ৮-৬-৬৯ | মণ্টিভিডিও | উৰুগুৱে | ২-১ |
| ৭২। | ১২-৬-৬৯ | ৰিও-দি-জেনিৰো | ব্ৰাজিল | ১-২ |
| ৭৩। | ৫-১১-৬৯ | আমষ্টাৰডাম | হলেণ্ড | ১-০ |
| ৭৪। | ১০-১২-৬৯ | ৱেম্বলী | পৰ্তুগাল | ১-০ |
| ৭৫। | ২৫-২-৭০ | ব্ৰুচেলচ | বেলজিয়াম | ৩-১ |
| ৭৬। | ১৮-৪-৭০ | কাৰ্ডিফ | ৱেলচ | ১-১ |
| ৭৭। | ২১-৪-৭০ | ৱেম্বলী | উত্তৰ আয়াৰলেণ্ড | ৩-১ |
| ৭৮। | ২৫-৪-৭০ | গ্লাচগো | স্কটলেণ্ড | ০-০ |
| ৭৯। | ২০-৫-৭০ | বোগোটা | কলম্বিয়া | ৪-০ |
| ৮০। | ২৪-৫-৭০ | কুইটো | ইকুয়েদৰ | ২-০ |

| | | | |
|---|---|---|---|
| ৮১। ২-৬-৭০ | গুৱাদালজাৰা | ৰুমানিয়া | ১-০ |
| ৮২। ৭-৬-৭০ | গুৱাদালজাৰা | ব্ৰাজিল | ১-০ |
| ৮৩। ১১-৬-৭০ | গুৱাদালজাৰা | চেকোশ্লোভাকিয়া | ১-০ |
| ৮৪। ১৪-৬-৭০ | লিওন | পশ্চিম জাৰ্মানি | ২-৩ |
| ৮৫। ২৫-১১-৭০ | ৱেম্বলী | জাৰ্মান গণ প্ৰজাতন্ত্ৰ | ৩-১ |
| ৮৬। ২১-৪-৭১ | ৱেম্বলী | গ্ৰীচ | ৩-০ |
| ৮৭। ১২-৫-৭১ | ৱেম্বলী | মাল্টা | ৫-০ |
| ৮৮। ১৫-৫-৭১ | বেলফাষ্ট | উত্তৰ আয়াৰলেণ্ড | ১-০ |
| ৮৯। ২২-৫-৭১ | ৱেম্বলী | স্কটলেণ্ড | ৩-১ |
| ৯০। ১৩-৭-৭১ | বাচেল | চুইজাৰলেণ্ড | ৩-২ |
| ৯১। ১০-১১-৭১ | ৱেম্বলী | চুইজাৰলেণ্ড | ১-১ |
| ৯২। ১-১২-৭১ | এথেন্স | গ্ৰীচ | ২-০ |
| ৯৩। ২৯-৪-৭২ | ৱেম্বলী | পশ্চিম জাৰ্মেনি | ১-৩ |
| ৯৪। ১৩-৫-৭২ | বাৰ্লিন | পশ্চিম জাৰ্মেনি | ০-০ |
| ৯৫। ২০-৫-৭২ | কাৰ্ডিফ | ৱেলচ | ৩-০ |
| ৯৬। ২৭-৫-৭২ | গ্লাচগো | স্কটলেণ্ড | ১-০ |
| ৯৭। ১১-১০-৭২ | ৱেম্বলী | যুগোশ্লাভিয়া | ১-১ |
| ৯৮। ১৫-১১-৭২ | কাৰ্ডিফ | ৱেলচ | ১-০ |
| ৯৯। ২৪-১-৭৩ | ৱেম্বলী | ৱেলচ | ১-১ |
| ১০০। ১৪-২-৭৩ | গ্লাচগো | স্কটলেণ্ড | ৫-০ |
| ১০১। ১২-৫-৭৩ | লিভাৰপুল | উত্তৰ আয়াৰলেণ্ড | ২-১ |
| ১০২। ১৫-৫-৭৩ | ৱেম্বলী | ৱেলচ | ৩-০ |
| ১০৩। ১৯-৫-৭৩ | ৱেম্বলী | স্কটলেণ্ড | ১-০ |
| ১০৪। ২৭-৫-৭৩ | প্ৰাগ | চেকোশ্লোভাকিয়া | ১-১ |
| ১০৫। ৬-৬-৭৩ | চৰ্জো | পোলেণ্ড | ০-২ |
| ১০৬। ১০-৬-৭৩ | মস্কো | ছোভিয়েট ইউনিয়ন | ২-১ |
| ১০৭। ১৪-৬-৭৩ | টুৰিণ | ইটালি | ০-২ |
| ১০৮। ১৪-১১-৭৩ | ৱেম্বলী | ইটালি | ০-১ |



# ববী চাৰ্লটন



বৃটিছ ক্ৰীড়া বুৰঞ্জীত ববী চাৰ্লটন এক অনন্য চৰিত্ৰ। ষ্টেনলি মেথিউজৰ পিচতেই ববী চাৰ্লটনক ইংলিচ ফুটবলৰ মহান খেলুৱৈৰূপে গণ্য কৰা হয়। ব্ৰাজিলৰ জাতীয় কোচ ভিনচেন্ট ফিওলাৰ মতে, "Charlton wonder of soccer." ববী ফুটবল জগতৰ আবেগময় তাৰকা তথা তেওঁৰ বহুমুখী প্ৰতিভাসম্পন্ন কৌশল ৰাজি ও সামৰ্থ্যাংকনৰ জৰিয়তে খেল পথাৰৰ সুবিদিত ক্ৰীড়া ব্যক্তিত্বত পৰিণত হৈছিল।

ববী চাৰ্লটন ১৯৩৭ চনৰ ১১ অক্টোবৰত নৰ্দাম্বাৰলেণ্ডৰ এচিংটনত জন্ম গ্ৰহণ কৰে। নৰ্দাম্বাৰলেণ্ডৰ মাইনিং ভিলেজৰ অক্ষম পৰিবেশত ডাঙৰ দীঘল হোৱা যুৱ ফুটবলাৰ ববী চাৰ্লটনৰ বাবে সংখ্যাধিক ক্লাৱে হেতা-ওপৰা লাগোতে ১৯৫৩ চনত মানচেষ্টাৰ ইউনাইটেডত যোগদান কৰি ১৯৫৬ চনত ইনচাইদ-ফৰোৱাৰ্ডৰূপে প্ৰথম শ্ৰেণী ফুটবলৰ পাতনি মেলে। ববী চাৰ্লটনৰ উভয় ভৰিৰ বিস্ফোৰক চুটিং উপৰি সুৰুঙা সৃষ্টি কৰিবলৈ এটা উইঙৰ পৰা আনটো উইঙলৈ অতি নিখুঁতভাৱে বল মাৰিছিল আৰু বেক্-লিফ্‌টৰ দ্বাৰা তৎক্ষণাত চল্লিশ গজ দূৰৰ পৰা গোললৈ চট্ কৰাত দক্ষ আছিল।

১৯৫৮-ৰ মিউনিক উৰাজাহাজ দুৰ্ঘটনাৰ পিচত নকৈ গঢ় লোৱা মানচেষ্টাৰ ইউনাইটেডৰ লেফট-উইঙত খেলিব লয়। ইয়াৰ পিচত চেন্ট্ৰেল-ষ্ট্ৰাইকিং পজিচনলৈ প্ৰত্যাৱৰ্তন কৰি মিড-ফিল্ডৰ পৰা প্ৰত্যক্ষভাৱে আক্ৰমণ কৰাৰ উপদেষ্টা হৈ ১৯৬৬ বিশ্বকাপত সফলতা অৰ্জন কৰে। ১৯৬৫-৭০ লৈকে এই পজিচনত খেলি ইংলেণ্ডৰ কৌশল ধাৰণৰ কেন্দ্ৰ-মগজু (tactical thinking) হৈ পৰিছিল। ইংলেণ্ডৰ কোচ্ আলফ্ ৰামচীৰ মতে, "ইংলেণ্ডৰ ক্ৰীড়া কৌশল চাৰ্লটনৰ চতুৰ্দিশে ঘূৰ্ণায়মান।" মাত্ৰ ১৯-বছৰ বয়সতে ববী চাৰ্লটনৰ আন্তৰ্জাতিক আত্মপ্ৰকাশ ঘটোতে ১৯৫৮ চনৰ ১৯ এপ্ৰিলত স্কটলেণ্ডৰ বিৰুদ্ধে ১ গোল কৰে আৰু ইংলেণ্ড ৪-০ ব্যৱধানত জয়ী হয়। ১৯৫৮ বিশ্বকাপগামী ইংলেণ্ড দলত ববী চাৰ্লটন আছিল যদিও খেলিবলৈ সুযোগ নেপালে। ১৯৬২ বিশ্বকাপত তেওঁ লেফট-উইঙত খেলোতে কোৱাৰ্টাৰ-ফাইনেল খেলিয়ে বিদায় লয়। ১৯৬৬ বিশ্বকাপত ৫ ফুট ৮১/৪ ইঞ্চি ওখ, ৭৩ কিলোগ্ৰাম

ওজনৰ বৰী চাৰ্লটনে ইংলেণ্ডৰ বিশ্ব কাপ বিজয়ৰ সপোন বাস্তৱত পৰিণত কৰোঁতে শ্ৰেষ্ঠ অল-ৰাউণ্ডাৰৰ খেল প্ৰদৰ্শন কৰে। বিশেষকৈ চেমি-ফাইনেলত পৰ্তুগালক ২-১ গোলত পৰাভূত কৰোঁতে ববীৰ স্মৰণীয় খেল আৰু ২ গোল সদায় জিলিকি থাকিব; কিন্তু ফাইনেলত পশ্চিম জাৰ্মেনিৰ বিৰুদ্ধে চোকা পহৰাৰ সন্মুখীন হোৱা সত্বেও মধ্য-ফিল্ডৰ পৰা আক্ৰমণ ৰচনাৰ অৰিহণা যোগায় ইংলেণ্ডক জয়ী হোৱাত সহায় কৰে। শিল্পী ফুটবলাৰ ববী চাৰ্লটনৰ বলিষ্ঠ ক্ৰীড়াৰাজিৰ লগতে খেলুৱৈ সুলভ ও নমনীয় আচৰণে বিশ্বফুটবলৰ সবাতোকৈ জনপ্ৰিয় খেলুৱৈৰূপে পৰিগণিত কৰে তথা ১৯৬৬ চনৰ "ইউৰোপীয়ান ফুটবলাৰ অৱ দি ইয়েৰ" দুৰ্লভ সন্মানৰ অধিকাৰী হয়। ১৯৬৮ ইউৰোপীয় নেচনচ' কাপত ইংলেণ্ডে তৃতীয়স্থান লাভ কৰে আৰু ১৯৬৯ চনত ববী চাৰ্লটনক অ বি ই চৰকাৰী সন্মানেৰে ভূষিত কৰে। ১৯৭০ বিশ্বকাপতে তেওঁৰ শেষ আন্তৰ্জাতিক অভ্যুদয় ঘটোতে পশ্চিম জাৰ্মেনিৰ বিৰুদ্ধে কোৱাৰ্টাৰ-ফাইনেল, ১০৬তম আন্তৰ্জাতিক আছিল। ইয়াৰ অন্তৰ্গত ৪৯ গোল কৰে। পূৰ্বৰ ইংলিচ ৰেকৰ্ড ১০৫ খন আন্তৰ্জাতিক--বিলি ৰাইটৰ।

মানচেষ্টাৰ ইউনাটেড ক্লাবত ববী চাৰ্লটনে দীৰ্ঘ কুৰিবছৰ কাল কটায়। ইয়াৰ অন্তৰ্গত চাৰিবাৰ লীগ চেম্পিয়ন, এবাৰ এফ. এ. কাপ আৰু চাৰিবাৰ এফ. এ.চেৰিটি শ্বিল্ড জয় কৰে আৰু ক্লাবৰ পক্ষে ৬০৪ খন খেলত ১৯৮ গোল কৰে। সবাতোকৈ উল্লেখযোগ্য ১৯৬৮ ইউৰোপীয়ান চেম্পিয়ন ক্লাবচ' কাপ জয়। ফাইনেলত বেনফিকা ক্লাবক ৪-১ ব্যৱধানত পৰাভূত কৰোঁতে তেওঁ দুৰ্ধৰ্ষ খেল প্ৰদৰ্শন কৰি ২ গোল কৰে।

মানচেষ্টাৰ (১৮ ছেপ্তেম্বৰ /১৯৭২)ত ববী চাৰ্লটনৰ সন্মানাৰ্থে মানচেষ্টাৰ ইউনাইটেড আৰু কেলটিকৰ মাজত আয়োজিত টেষ্টিমনিয়েল খেলখনত ৬০,৫৩৮ জন দৰ্শক উপস্থিত আছিল। খেলৰ অন্তত তেওঁক সন্মানিত কৰা হয় আৰু তেওঁ চকুলো টুকি টুকি বিষাদ ভৰা অন্তৰেৰে বেশ-কক্ষলৈ যায়। ১৯৭৩ চনৰ ২৩ এপ্ৰিল, চেলচিত অনুষ্ঠিত মানচেষ্টাৰ ইউনাইটেড বনাম চেলচি তেওঁৰ ফুটবল জীৱনৰ ৭৫১ তম মেচ। ইয়াত খেলিয়ে তেওঁ ফুটবলৰ পৰা অৱসৰ গ্ৰহণ কৰোঁতে উপস্থিত ৪৪,১৮৪ জন দৰ্শকে গুদবাই, গুদবাই, গুদবাই ববী গীতৰে বিদায় সম্বৰ্দ্ধনা জনায়।

ববী চাৰ্লটনে অৱসৰ লোৱাৰ পিচত দ্বিতীয় ডিভিজন প্ৰেষ্টন নৰ্থ ইন্দ দলত মেনেজাৰ হয় আৰু কিছুদিনৰ পিচতে খেলুৱৈৰূপে প্ৰতিযোগিতামূলক ফুটবলত সোমাই পৰোতে ৩৮ খন খেলত ৮ গোল কৰে। ১৯৭৫ চনৰ পৰা ক্ৰোক টাউন দলত খেলে। 'নাইট' উপাধিৰে বিভূষিত দ্বিতীয় বৃটিছ ফুটবল খেলুৱৈ।

**মানচেষ্টাৰ ইউনাইটেডত ববী চাৰ্লটনৰ খেল ও স্কৰ**

| | | |
|---|---|---|
| ১৯৫৬-৫৭ | ১৪ | ১০ |
| ১৯৫৭-৫৮ | ২১ | ৮ |



| | | |
|---|---|---|
| ১৯৫৮-৫৯ | ৩৮ | ২৯ |
| ১৯৫৯-৬০ | ৩৭ | ১৭ |
| ১৯৬০-৬১ | ৩৯ | ২১ |
| ১৯৬১-৬২ | ৩৭ | ৮ |
| ১৯৬২-৬৩ | ২৮ | ৭ |
| ১৯৬৩-৬৪ | ৪০ | ৯ |
| ১৯৬৪-৬৫ | ৪১ | ১০ |
| ১৯৬৫-৬৬ | ৩৮ | ১৬ |
| ১৯৬৬-৬৭ | ৪২ | ১২ |
| ১৯৬৭-৬৮ | ৪১ | ১৫ |
| ১৯৬৮-৬৯ | ৩২ | ৫ |
| ১৯৬৯-৭০ | ৪০ | ১২ |
| ১৯৭০-৭১ | ৪২ | ৫ |
| ১৯৭১-৭২ | ৪০ | ৮ |
| ১৯৭২-৭৩ | ৩৪ | ৬ |
| সৰ্বমুঠ | ৬০৪ খেলত | ১৯৮ গোল |

## ৰবী চাৰ্লটনৰ আন্তৰ্জাতিক খেল

| তাৰিখ | স্থান | প্ৰতিপক্ষ | ফলাফল(স্কৰ) |
|---|---|---|---|
| ১। ১৯-৪-৫৮ | গ্লাচগো | স্কটলেণ্ড | ৪-০(১) |
| ২। ৭-৫-৫৮ | ৱেম্বলী | পৰ্তুগাল | ২-১(২) |
| ৩। ১১ ৫-৫৮ | বেলগ্ৰেড | যুগোশ্লাভিয়া | ০-৫ |
| ৪। ৪-১০-৫৮ | বেলফাষ্ট | উত্তৰ আয়াৰলেণ্ড | ৩-৩(২) |
| ৫। ২২-১০-৫৮ | ৱেম্বলী | ছোভিয়েট ইউনিয়ন | ৫-০(১) |
| ৬। ২৬-১১-৫৮ | এষ্টন ভিলা | ৱেলচ | ২-২ |
| ৭। ১১-৪-৫৯ | ৱেম্বলী | স্কটলেণ্ড | ১-০(১) |
| ৮। ৬-৫-৫৯ | ৱেম্বলী | ইটালি | ২-২(১) |
| ৯। ১৩-৫-৫৯ | ৰিও-দি-জেনিৰো | ব্ৰাজিল | ০-২ |
| ১০। ১৭-৫-৫৯ | লিমা | পেৰু | ১-৪ |
| ১১। ২৪-৫-৫৯ | মেক্সিকো চিটি | মেক্সিকো | ১-২ |
| ১২। ২৬-৫-৫৯ | লছ এঞ্জেলছ | মাৰ্কিন যুক্তৰাষ্ট্ৰ | ৮-১(৩) |
| ১৩। ১৭-১০-৫৯ | কাৰ্ডিফ | ৱেলচ | ১-১ |

| | | | | |
|---|---|---|---|---|
| ১৪। | ২৮-১০-৫৯ | ৱেম্বলী | চুইডেন | ২-৩(১) |
| ১৫। | ৯-৪-৬০ | গ্নাচগো | স্কটলেণ্ড | ১-১(১) |
| ১৬। | ১১-৫-৬০ | ৱেম্বলী | যুগোশ্লাভিয়া | ৩-৩ |
| ১৭। | ১৫-৫-৬০ | মাদ্রিদ | স্পেইন | ০-৩ |
| ১৮। | ২২-৫-৬০ | বুডাপেষ্ট | হাঙ্গেৰি | ০-২ |
| ১৯। | ৮-১০-৬০ | বেলফাষ্ট | উত্তৰ আয়াৰলেণ্ড | ৫-২(১) |
| ২০। | ১৯-১০-৬০ | লাক্সেমবার্গ চিটি | লাক্সেমবার্গ | ৯-০(৩) |
| ২১। | ২৬-১০-৬০ | ৱেম্বলী | স্পেইন | ৪-২ |
| ২২। | ২৩-১০-৬০ | ৱেম্বলী | ৱেলচ | ৫-১(১) |
| ২৩। | ১৫-৪-৬১ | ৱেম্বলী | স্কটলেণ্ড | ৯-৩ |
| ২৪। | ১০-৫-৬১ | ৱেম্বলী | মেক্সিকো | ৮-০(৩) |
| ২৫। | ২১-৫-৬১ | লিচবন | পর্তুগাল | ১-১ |
| ২৬। | ২৪-৫-৬১ | ৰোম | ইটালি | ৩-২ |
| ২৭। | ২৭-৫-৬১ | ভিয়েনা | অষ্ট্রিয়া | ১-৩ |
| ২৮। | ২৮-৯-৬১ | হাইবুৰি | লাক্সেমবার্গ | ৪-১(২) |
| ২৯। | ১৪-১০-৬১ | কার্ডিফ | ৱেলচ | ১-১ |
| ৩০। | ২৫-১০-৬১ | ৱেম্বলী | পর্তুগাল | ২-০ |
| ৩১। | ২২-১১-৬১ | ৱেম্বলী | উত্তৰ আয়াৰলেণ্ড | ১-১(১) |
| ৩২। | ৪-৪-৬২ | ৱেম্বলী | অষ্ট্রিয়া | ৩-১ |
| ৩৩। | ১৪-৪-৬২ | গ্লাচগো | স্কটলেণ্ড | ০-২ |
| ৩৪। | ৯-৫-৬২ | ৱেম্বলী | চুইজাৰলেণ্ড | ৩-১ |
| ৩৫। | ২০-৫-৬২ | লিমা | পেৰু | ৪-০ |
| ৩৬। | ৩১-৫-৬২ | ৰেঙ্কাগুৱা | হাঙ্গেৰি | ১-২ |
| ৩৭। | ২-৬-৬২ | ৰেঙ্কাগুৱা | আর্জেন্তিনা | ৩-১(১) |
| ৩৮। | ৭-৬-৬২ | ৰেঙ্কাগুৱা | বুলগেৰিযা | ০-০ |
| ৩৯। | ১০-৬-৬২ | ভিনা দেল মাৰ | ব্রাজিল | ১-৩ |
| ৪০। | ২৭-২-৬৩ | পেৰিছ | ফ্রান্স | ২-৫ |
| ৪১। | ৬-৪-৬৩ | ৱেম্বলী | স্কটলেণ্ড | ১-২ |
| ৪২। | ৮-৫-৬৩ | ৱেম্বলী | ব্রাজিল | ১-১ |
| ৪৩। | ২৯-৫-৬৩ | ব্রাটিস্লাভ | চেকোশ্লোভাকিয়া | ৪-২(১) |
| ৪৪। | ২-৬-৬৩ | লিপজিগ | জার্মান গণ প্রজাতন্ত্র | ২-১(১) |
| ৪৫। | ৫-৬-৬৩ | বাচেল | চুইজাৰলেণ্ড | ৮-১(৩) |

| | | | | |
|---|---|---|---|---|
| ৪৬। | ১২-১০-৬৩ | কার্ডিফ | ৱেলচ | ৪-০(১) |
| ৪৭। | ২৩-১০-৬৩ | ৱেম্বলী | বিশ্ব একাদশ | ২-১ |
| ৪৮। | ২০-১১-৬৩ | ৱেম্বলী | উত্তৰ আয়াৰলেণ্ড | ৮-৩ |
| ৪৯। | ১১-৪-৬৪ | গ্লাচগো | স্কটলেণ্ড | ০-১ |
| ৫০। | ৬-৫-৬৪ | ৱেম্বলী | উৰুগুৱে | ২-১ |
| ৫১। | ১৭-৫-৬৪ | লিচবন | পর্তুগাল | ৪-৩(১) |
| ৫২। | ২৪-৫-৬৪ | ডাব্লিন | ৰিপাব্লিক অৱ আয়াৰলেণ্ড | ৩-১ |
| ৫৩। | ২৭-৫-৬৪ | নিউয়র্ক | মার্কিন যুক্তৰাষ্ট্ৰ | ১০-০(১) |
| ৫৪। | ৩০-৫-৬৪ | ৰিও-দি-জেনিৰো | ব্ৰাজিল | ১-৫ |
| ৫৫। | ৬-৬-৬৪ | ৰিও-দি-জেনিৰো | আৰ্জেন্তিনা | ০-১ |
| ৫৬। | ৩-১০-৬৪ | বেলফাষ্ট | উত্তৰ আয়াৰলেণ্ড | ৪-৩ |
| ৫৭। | ৯-১২-৬৪ | আমষ্টাৰডাম | হলেণ্ড | ১-১ |
| ৫৮। | ১০-৪-৬৫ | ৱেম্বলী | স্কটলেণ্ড | ২-২(১) |
| ৫৯। | ২-১০-৬৫ | কার্ডিফ | ৱেলচ | ০-০ |
| ৬০। | ২০-১০-৬৫ | ৱেম্বলী | অষ্ট্ৰিয়া | ২-৩(১) |
| ৬১। | ১০-১১-৬৫ | ৱেম্বলী | উত্তৰ আয়াৰলেণ্ড | ২-১ |
| ৬২। | ৮ ১২-৬৫ | মাদ্রিদ | স্পেইন | ২-০ |
| ৬৩। | ২৩-২-৬৫ | ৱেম্বলী | পশ্চিম জাৰ্মেনি | ১-০ |
| ৬৪। | ২-৪-৬৬ | গ্লাচগো | স্কটলেণ্ড | ৪-৩(১) |
| ৬৫। | ৪-৫-৬৬ | ৱেম্বলী | যুগোশ্লাভিয়া | ২-০(১) |
| ৬৬। | ২৬-৬-৬৬ | হেলছিংকি | ফিনলেণ্ড | ৩-০ |
| ৬৭। | ২৯-৬-৬৬ | ওচলো | নৰৱে | ৬-১ |
| ৬৮। | ৫-৭-৬৬ | চৰ্জো | পোলেণ্ড | ১-০ |
| ৬৯। | ১১-৭-৬৬ | ৱেম্বলী | উৰুগুৱে | ০-০ |
| ৭০। | ১৬-৭-৬৬ | ৱেম্বলী | মেক্সিকো | ২-০(১) |
| ৭১। | ২০-৭-৬৬ | ৱেম্বলী | ফ্ৰান্স | ২-০ |
| ৭২। | ২৩-৭-৬৬ | ৱেম্বলী | আৰ্জেন্তিনা | ১-০ |
| ৭৩। | ২৬-৭-৬৬ | ৱেম্বলী | পর্তুগাল | ২-১(২) |
| ৭৪। | ৩০-৭-৬৬ | ৱেম্বলী | পশ্চিম জাৰ্মেনি | ৪-২ |
| ৭৫। | ২২ ১০-৬৬ | বেলফাষ্ট | উত্তৰ আয়াৰলেণ্ড | ২-০ |
| ৭৬। | ২-১১ ৬৬ | ৱেম্বলী | চেকোশ্লোভাকিয়া | ০-০ |
| ৭৭। | ১৬-১১ ৬৬ | ৱেম্বলী | ৱেলচ | ৫-১(১) |
| ৭৮। | ১৫-৪-৬৭ | ৱেম্বলী | স্কটলেণ্ড | ২-৩ |

| | | | |
|---|---|---|---|
| ৭৯। ২১-১০-৬৭ | কার্ডিফ | ৱেলচ | ৩-০(১) |
| ৮০। ২২-১১-৬৭ | ৱেম্বলী | উত্তৰ আয়াৰলেণ্ড | ২-০(১) |
| ৮১। ৬-১২-৬৭ | ৱেম্বলী | ছোভিয়েট ইউনিয়ন | ২-২ |
| ৮২। ২৪-২-৬৮ | গ্লাচগো | স্কটলেণ্ড | ১-১ |
| ৮৩। ৩-৪-৬৮ | ৱেম্বলী | স্পেইন | ১-০(১) |
| ৮৪। ৮-৫-৬৮ | মাদ্রিদ | স্পেইন | ২-১ |
| ৮৫। ২২-৫-৬৮ | ৱেম্বলী | চুইডেন | ৩-১(১) |
| ৮৬। ৫-৬-৬৮ | ফ্লোৰেন্স | যুগোশ্লাভিয়া | ০-১ |
| ৮৭। ৮-৬-৮৬ | ৰোম | ছোভিয়েট ইউনিয়ন | ২-০(১) |
| ৮৮। ৬-১১-৬৮ | বুখাৰেষ্ট | ৰুমানিয়া | ০-০ |
| ৮৯। ১১-১২-৬৮ | ৱেম্বলী | বুলগেৰিয়া | ১-১ |
| ৯০। ১৫-১-৬৯ | ৱেম্বলী | ৰুমানিয়া | ১-১ |
| ৯১। ৩-৫-৬৯ | বেলফাষ্ট | উত্তৰ আয়াৰলেণ্ড | ৩-১ |
| ৯২। ৭-৫-৬৯ | ৱেম্বলী | ৱেলচ | ২-১(১) |
| ৯৩। ১০-৫-৬৯ | ৱেম্বলী | স্কটলেণ্ড | ৪-১ |
| ৯৪। ১-৬-৬৯ | মেক্সিকো চিটি | মেক্সিকো | ০-০ |
| ৯৫। ১২-৬-৬৯ | ৰিও-দি-জেনিৰো | ব্ৰাজিল | ১-২ |
| ৯৬। ৫-১১-৬৯ | আমষ্টাৰডাম | হলেণ্ড | ১-০ |
| ৯৭। ১০-১২-৬৯ | | পর্তুগাল | ১-০ |
| ৯৮। ১৪-১-৭০ | ৱেম্বলী | হলেণ্ড | ০-০ |
| ৯৯। ১৮-৪-৭০ | কার্ডিফ | ৱেলচ | ১-১ |
| ১০০। ২১-৪-৭০ | ৱেম্বলী | উত্তৰ আয়াৰলেণ্ড | ৩-১(১) |
| ১০১। ২০-৫-৭০ | বোগোটা | কলম্বিয়া | ৪-০(১) |
| ১০২। ২৪-৫-৭০ | কুইটো | ইকুয়েদৰ | ২-০ |
| ১০৩। ২-৬-৭০ | গুৱাদালজাৰা | ৰুমানিয়া | ১-০ |
| ১০৪। ৭-৬-৭০ | গুৱাদালজাৰা | ব্ৰাজিল | ০-১ |
| ১০৫। ১১-৬-৭০ | গুৱাদালজাৰা | চেকোশ্লোভাকিয়া | ১-০ |
| ১০৬। ১৪-৬-৭০ | লিওন | পশ্চিম জার্মেনি | ২-৩ |



# গর্ডন বেঙ্কচ্

১৯৭০ বিশ্বকাপৰ ব্ৰাজিল বনাম ইংলেণ্ড খেলত ক'লা মুকুতা পেলেৰ গৰ্ডন বেঙ্কচ্ সন্দৰ্ভত মন্তব্য, "At that moment I hated Banks more than any man in Soccer. I just couldn't believe it. But when I cooled down I had to applaud him with my heart. It was the greatest save I have ever seen." খেলৰ ১৮ মিনিটত ৰাইট-ফ্ৰেঙ্কৰ পৰা জেয়াৰজিনহোয়ে দিয়া দীঘলীয়া ক্ৰচ-পাচ পেলেই হেড্ কৰোঁতে গৰ্ডন বেঙ্কচে্ অভাৱনীয়ভাৱে ফিষ্ট কৰি ব্যৰ্থ কৰে আৰু পেলেই এই সন্দৰ্ভত উক্ত মন্তব্য দিছিল। এই বিশ্বকাপত ৫ ফুট ১১ ইঞ্চি ওখ, ৮২ কিলোগ্ৰাম ওজনৰ ৩৩-বছৰ বয়স্ক গৰ্ডন বেঙ্কচে্ বিশ্ব শ্ৰেষ্ঠত্ব অক্ষুন্ন ৰাখে। ইতিপূৰ্বে ইংলেণ্ডে ১৯৬৬ বিশ্বকাপ জয় কৰোঁতে বেঙ্কচ্‌ৰ ৰোমাঞ্চকৰ খেল স্মৰ - ণীয়। তেওঁৰ ডাঙৰ গুণ অসীম সাহস আৰু অদ্ভুত সময়জ্ঞান, হয়তো জন্মগত প্ৰতিভা।



গৰ্ডন বেঙ্কচ্ ১৯৩৭ চনৰ ৩০ ডিচেম্বৰত চেফিল্ডত জন্ম গ্ৰহণ কৰে। তেওঁ স্কুল দলৰ পক্ষে ফুটবল খেলিছিল যদিও দৰিদ্ৰতাৰ হেতু স্কুল ত্যাগ কৰি ৰাজমিস্ত্ৰীৰ সহায়কৰূপে কৰ্মময় জীৱনৰ সৈতে জৰিত হ'ব লগা হয়। চেষ্টাৰফিল্ড ফুটবল ক্লাব গৰ্ডন বেঙ্কচ্‌ৰ আৱিষ্কাৰক আৰু ১৯৫৫ চনত এই দলত যোগদান কৰে। ইতিপূৰ্বে তেওঁ চেফিল্ড ৱৰ্কচ্ ক্লাৱত খেলিছিল। ১৯৫৬ চনত তেওঁ সৈন্যবাহিনীত যোগদান কৰে। ইতিপূৰ্বে এফ.এ.ইয়ুথ কাপত তেওঁ উল্লেখযোগ্য ভূমিকা দিযে। অৱশ্যে ফাইনেলত চেষ্টাৰফিল্ডে মানচেষ্টাৰ ইউনাইটেডৰ হাতত ৩-৪ গোলত পৰাভূত হয়। বেঙ্কচে্ সামৰিক বাহিনীত তেনে সুবিধা কৰিব নোৱাৰি চাকৰি ইস্তফা দি পুনৰ তৃতীয় ডিভিজন চেষ্টাৰফিল্ড দলত যোগদান কৰে আৰু ১৯৫৮-৫৯ মৰছুমৰ ২৩ খন খেলত অংশ লয়। ১৯৫৯ চনত £৬০০০ পাউণ্ড ষ্টাৰ্লিঙৰ বিনিময়ত প্ৰথম ডিভিজন লিচেষ্টাৰ চিটি দলত যোগদান কৰি পেছাদাৰ ফুটবলৰ পাতনি মেলে। সেই সময়তে (১৯৬১) তেওঁ ইংলিচ যুৱ

দলৰ পক্ষে ৱেলচ আৰু স্কটলেণ্ডৰ বিৰুদ্ধে দুখন আন্তৰ্জাতিক খেলে।

গৰ্ডন বেঙ্কচে লিচেষ্টাৰ চিটি দলৰ হৈ এফ.এ.কাপত দুবাৰ (১৯৬১ আৰু ১৯৬৩) ৰানাৰ্চ-আপ পায় আৰু ক্লাবৰ হৈ দুৰ্ধৰ্ষ খেল প্ৰদৰ্শনকাৰী এই গোলৰক্ষকৰ ওপৰত ইংলেণ্ড বাছনি কমিটিৰ দৃষ্টি গোচৰ হয় আৰু জাতীয় দলটো নিৰ্বাচন লাভ কৰোঁতে ১৯৬৩ চনৰ ৬ এপ্ৰিলত স্কটলেণ্ডৰ বিৰুদ্ধে আন্তৰ্জাতিক আত্মপ্ৰকাশ ঘটে। লিচেষ্টাৰ চিটিৰ হৈ বেঙ্কচে মুঠ ২৯৩ খন খেলত অংশ লয়। ইয়াৰ অন্তৰ্গত ১৯৬৪ চনত ষ্টোক চিটি ক্লাবক ৪-৩ ব্যৱধানত পৰাভূত কৰি ফুটবল লীগ কাপ জয় কৰে। পৰৱৰ্তী বছৰটো এই টুৰ্নামেন্টৰ ফাইনেলত চেলচিৰ সন্মুখীন হওঁতে ২-৩ ব্যৱধানত পৰাভূত হৈ ৰানাৰ্চ-আপ পায়। ক্লাব তথা জাতীয় দলৰ হৈ প্ৰদৰ্শন কৰা দুৰ্ধৰ্ষ খেলে গৰ্ডন বেঙ্কচ্‌ক বিভিন্ন ক্লাবে নিজৰ দললৈ নিবলৈ যত্নপৰ হওঁতে ১৯৬৭ চনত £৫২,০০০ পাউণ্ড ষ্টাৰ্লিঙৰ বিনিময়ত ষ্টোক্ চিটিলৈ ট্ৰেন্সফাৰ লয়। ষ্টোক চিটিত খেলাকালীন ১৯৭২ চনত ফুটবল লীগ কাপ জয় কৰোঁতে চেলচিক ২-১ ব্যৱধানত পৰাভূত কৰে তথা বেঙ্কচ্‌ৰ ফুটবল জীৱনৰ শ্ৰেষ্ঠতম মেচ। তেওঁ ১৯৭১ চনত "স্পৰ্টচমেন অৱ দি ইয়েৰ" আৰু ১৯৭২ চনত "ফুটবলাৰ অৱ দি ইয়েৰ" নিৰ্বাচন পায়।

ইংলেণ্ডে ১৯৬৬ বিশ্বকাপ জয় কৰোঁতে সবাতোকৈ উল্লেখযোগ্য আছিল গোলৰক্ষক গৰ্ডন বেঙ্কচ্‌ৰ খেল। ইয়াত তেওঁ সুদীৰ্ঘ ৪৩৮ মিনিট গোল নোখোৱাৰ এটা ৰেকৰ্ড প্ৰতিষ্ঠা কৰে তথা বিশ্বকাপ ফাইনেল তেওঁৰ ৩৩তম আন্তৰ্জাতিক। এই আসৰত বিশ্ব শ্ৰেষ্ঠ লেভ্ ইয়াচীন থাকিলেও বেঙ্কচে বিশ্বৰ ১নং গোলৰক্ষকৰূপে পৰিগণিত হয়। সেই সময়ত তেওঁৰ বাৰ্ষিক আয় £৫,০০০ পাউণ্ড ষ্টাৰ্লিং। ১৯৭০ বিশ্বকাপত তেওঁ মাত্ৰ তিনিখন খেলত অংশ লৈ বলিষ্ঠ ফুটবলৰ বেঁঙণি এৰি থৈ গৈছে।

১৯৭২ চনৰ ২২ অক্টোবৰৰ মটৰ দুৰ্ঘটনাত গৰ্ডন বেঙ্কচে সোঁ-চকুত আঘাত পায়। আৰোগ্য লভি পৰৱৰ্তী বছৰতে ক্ৰীড়া প্ৰাঙ্গনলৈ উভতি আহিবলৈ সক্ষম হয় আৰু ১৯৭৩ চনৰ এপ্ৰিলত ইংলেণ্ডৰ পক্ষে জিব্ৰাল্টৰ ভ্ৰমণৰ আমন্ত্ৰণ পায়। এইখনেই তেওঁৰ শেষ তথা ৭৪তম আন্তৰ্জাতিক (বেচৰকাৰী)। এই খেলখন প্ৰকৃততে গৰ্ডন বেঙ্কচ্ আৰু নবি ষ্টাইলচৰ ফুটবলৰ পৰা অৱসৰ লোৱাৰ গতিশীল বিদায় উৎসৱ আছিল। দুযো গৰাকী তাৰকাই কেৱল প্ৰথমাৰ্দ্ধ খেলে। এইখিনিতে উল্লেখ্য ১৯৭২ চনৰ ২১ মে'ত গ্লাচগোত অনুষ্ঠিত ইংলেণ্ড বনাম স্কটলেণ্ড তেওঁৰ ৭৩তম আন্তৰ্জাতিক। কিন্তু কোনে জানিছিল এইখনেই তেওঁৰ শেষ পূৰ্ণাঙ্গ আন্তৰ্জাতিক। অৱশ্যে ইংলেণ্ড ১-০ গোলত জয়ী হয়। ষ্টোক্ চিটিৰ পক্ষে মুঠ ১৯৪ খন খেলত অংশ গ্ৰহণ কৰা প্ৰসিদ্ধ গোলৰক্ষক গৰ্ডন বেঙ্কচে ১৯৭৩ চনৰ আগষ্টত ফুটবলৰ পৰা অৱসৰ লয়। তেওঁ পুনৰ প্ৰতিযোগিতামূলক ফুটবলত প্ৰৱেশ কৰোঁতে ১৯৭৭ চনত NASL-ৰ ফৰ্ট লাউদাৰডেল ষ্ট্ৰাইকাৰ্চ দলত যোগদান কৰে।

## গৰ্ডন বেঙ্কচৰ আন্তৰ্জাতিক খেল

| তাৰিখ | স্থান | প্ৰতিপক্ষ | ফলাফল |
|---|---|---|---|
| ১। ৬-৪-৬৩ | ৱেম্বলী | স্কটলেণ্ড | ১-২ |
| ২। ৮-৫-৬৩ | ৱেম্বলী | ব্ৰাজিল | ১-১ |
| ৩। ২৯-৫-৬৩ | ব্ৰাটিস্লাভা | চেকোশ্লোভাকিয়া | ৪-২ |
| ৪। ২-৬-৬৩ | লিপজিগ | জাৰ্মান গণ প্ৰজাতন্ত্ৰ | ২-১ |
| ৫। ১২-১০-৬৩ | কাৰ্ডিফ | ৱেলচ্ | ৪-০ |
| ৬। ২৩-১০-৬৩ | ৱেম্বলী | বিশ্ব একাদশ | ২-১ |
| ৭। ২০-১১-৬৩ | ৱেম্বলী | উত্তৰ আয়াৰলেণ্ড | ৮-৩ |
| ৮। ১১-৪-৬৪ | গ্লাচগো | স্কটলেণ্ড | ০-১ |
| ৯। ৬-৫-৬৪ | ৱেম্বলী | উৰুগুৱে | ২-১ |
| ১০। ১৭-৫-৬৪ | লিচবন | পৰ্তুগাল | ৪-৩ |
| ১১। ২৭-৫-৬৪ | নিউয়ৰ্ক | মাৰ্কিন যুক্তৰাষ্ট্ৰ | ১০-০ |
| ১২। ৪-৬-৬৪ | চাওপলো | পৰ্তুগাল | ১-১ |
| ১৩। ৬-৬-৬৪ | ৰিও-দি-জেনিৰো | আৰ্জেন্তিনা | ০-১ |
| ১৪। ৩-১০-৬৪ | বেলফাষ্ট | উত্তৰ আয়াৰলেণ্ড | ৪-৩ |
| ১৫। ১০-৪-৬৫ | ৱেম্বলী | স্কটলেণ্ড | ২-২ |
| ১৬। ৫-৫-৬৫ | ৱেম্বলী | হাঙ্গেৰি | ১-০ |
| ১৭। ৯-৫-৬৫ | বেলগ্ৰেড | যুগোশ্লাভিয়া | ১-১ |
| ১৮। ১২-৫-৬৫ | নুৰেমবাৰ্গ | পশ্চিম জাৰ্মেনি | ১-০ |
| ১৯। ১৬-৫-৬৫ | গটেবাৰ্গ | চুইডেন | ২-১ |
| ২০। ১০-১১-৬৫ | ৱেম্বলী | উত্তৰ আয়াৰলেণ্ড | ২-১ |
| ২১। ৮-১২-৬৫ | মাদ্ৰিদ | স্পেইন | ২-০ |
| ২২। ৫-১-৬৬ | এভাৰ্টন | পোলেণ্ড | ১-১ |
| ২৩। ২৩-২-৬৬ | ৱেম্বলী | পশ্চিম জাৰ্মেনি | ১-০ |
| ২৪। ২-৪-৬৬ | গ্লাচগো | স্কটলেণ্ড | ৪-৩ |
| ২৫। ৪-৫-৬৬ | ৱেম্বলী | যুগোশ্লাভিয়া | ২-০ |
| ২৬। ২৬-৬-৬৬ | হেলছিংকি | ফিনলেণ্ড | ৩-০ |
| ২৭। ৫-৭-৬৬ | চৰ্জো | পোলেণ্ড | ১-০ |
| ২৮। ১১-৭-৬৬ | ৱেম্বলী | উৰুগুৱে | ০-০ |
| ২৯। ১৬-৭-৬৬ | ৱেম্বলী | মেক্সিকো | ২-০ |

| | | | | |
|---|---|---|---|---|
| ৩০। | ২০-৭-৬৬ | ৱেম্বলী | ফ্ৰান্স | ২-০ |
| ৩১। | ২৩-৭-৬৬ | ৱেম্বলী | আৰ্জেন্তিনা | ১-০ |
| ৩২। | ২৬-৭-৬৬ | ৱেম্বলী | পৰ্তুগাল | ২-১ |
| ৩৩। | ৩০-৭-৬৬ | ৱেম্বলী | পশ্চিম জাৰ্মেনি | ৪-২ |
| ৩৪। | ২২-১০-৬৬ | বেলফাষ্ট | উত্তৰ আয়াৰলেণ্ড | ২-০ |
| ৩৫। | ২-১১-৬৬ | ৱেম্বলী | চেকোশ্লোভাকিয়া | ০-০ |
| ৩৬। | ১৬-১১-৬৬ | ৱেম্বলী | ৱেলচ | ৫-১ |
| ৩৭। | ১৫-৪-৬৭ | ৱেম্বলী | স্কটলেণ্ড | ২-৩ |
| ৩৮। | ২১-১০-৬৭ | কাৰ্ডিফ | ৱেলচ | ৩-০ |
| ৩৯। | ২২-১১-৬৭ | ৱেম্বলী | উত্তৰ আয়াৰলেণ্ড | ২-০ |
| ৪০। | ৬-১২-৬৭ | ৱেম্বলী | ছোভিয়েট ইউনিয়ন | ২-২ |
| ৪১। | ২৪-২-৬৮ | গ্লাচগো | স্কটলেণ্ড | ১-১ |
| ৪২। | ৩-৪-৬৮ | ৱেম্বলী | স্পেইন | ১-০ |
| ৪৩। | ১-৬-৬৮ | হেনোভাৰ | পশ্চিম জাৰ্মেনি | ০-১ |
| ৪৪। | ৫-৬-৬৮ | ফ্লোৰেন্স | যুগোশ্লাভিয়া | ০-১ |
| ৪৫। | ৮-৬-৬৮ | ৰোম | ছোভিয়েট ইউনিয়ন | ২-০ |
| ৪৬। | ৬-১১-৬৮ | বুখাৰেষ্ট | ৰুমানিয়া | ০-০ |
| ৪৭। | ১৬-১-৬৯ | ৱেম্বলী | ৰুমানিয়া | ১-১ |
| ৪৮। | ১২-৩-৬৯ | ৱেম্বলী | ফ্ৰান্স | ৫-০ |
| ৪৯। | ৩-৫-৬৯ | বেলফাষ্ট | উত্তৰ আয়াৰলেণ্ড | ৩-১ |
| ৫০। | ১০-৫-৬৯ | ৱেম্বলী | স্কটলেণ্ড | ৪-১ |
| ৫১। | ৮-৬-৬৯ | মন্টিভিডিও | উৰুগুৱে | ২-১ |
| ৫২। | ১২-৬-৬৯ | ৰিও-দি-জেনিৰো | ব্ৰাজিল | ১-২ |
| ৫৩। | ১৪-১-৭০ | ৱেম্বলী | হলেণ্ড | ০-০ |
| ৫৪। | ২৫-২-৭০ | ব্ৰুচেলচ | বেলজিয়াম | ৩-১ |
| ৫৫। | ১৮-৪-৭০ | কাৰ্ডিফ | ৱেলচ | ১-১ |
| ৫৬। | ২১-৪-৭০ | ৱেম্বলী | উত্তৰ আযাৰলেণ্ড | ৩-১ |
| ৫৭। | ২৫-৪-৭০ | গ্লাচগো | স্কটলেণ্ড | ০-০ |
| ৫৮। | ২০-৫-৭০ | বোগোটা | কলম্বিয়া | ৪-০ |
| ৫৯। | ২৪-৫-৭০ | কুইটো | ইকুয়েদৰ | ২-০ |
| ৬০। | ২-৬-৭০ | গুৱাদালাজাৰা | ৰুমানিয়া | ১-০ |
| ৬১। | ৭-৬-৭০ | গুৱাদালজাৰা | ব্ৰাজিল | ০-১ |
| ৬২। | ১১-৬-৭০ | গুৱাদালজাৰা | চেকোশ্লোভাকিয়া | ১-০ |





*বিশ্বকাপৰ ব্ৰাজিল বঃ ইংলেণ্ড খেলখনত পেলেৰ নিশ্চিত গোল গৰ্ডন বেঙ্কচৰ ক্ৰীড়া দক্ষতাই অভাবনীয়ভাৱে ব্যৰ্থ কৰে (১৯৭০)।*

| | | | | |
|---|---|---|---|---|
| ৬৩। | ৩-২-৭১ | ভেলিটা | মাল্টা | ১-০ |
| ৬৪। | ২১-৪-৭১ | ৱেম্বলী | গ্ৰীচ | ৩-০ |
| ৬৫। | ১২-৫-৭১ | ৱেম্বলী | মাল্টা | ৫-০ |
| ৬৬। | ১৫-৫-৭১ | বেলফাষ্ট | উত্তৰ আযাৰলেণ্ড | ১-০ |
| ৬৭। | ২২-৫-৭১ | ৱেম্বলী | স্কটলেণ্ড | ৩-১ |
| ৬৮। | ১৩-১০-৭১ | বাচেল | চুইজ্ৰাৰলেণ্ড | ৩-২ |
| ৬৯। | ১-১২-৭১ | এথেন্স | গ্ৰীচ | ২-০ |
| ৭০। | ২৯-৪-৭২ | ৱেম্বলী | পশ্চিম জাৰ্মেনি | ১-৩ |
| ৭১। | ১৩-৫-৭২ | বাৰ্লিন | পশ্চিম জাৰ্মেনি | ০-০ |
| ৭২। | ২০-৫-৭২ | কাৰ্ডিফ | ৱেলচ | ৩-০ |
| ৭৩। | ২৭-৫-৭২ | গ্লাচগো | স্কটলেণ্ড | ১-০ |



# জিওঁফ হাৰ্ষ্ট



বিশ্ব ফুটবলত অভ্যুদয় হোৱা খ্যাতনামা ফুটবলাৰসকলৰ কিছু সংখ্যকে স্বকীয় উচ্চাকাঙ্খ্যা ও অধ্যৱসায়ৰ জৰিয়তে বিস্ফোৰক ফুটবলৰ অৱতাৰণা কৰি আন্তৰ্জাতিক ফুটবলৰ ভোটাতৰাৰূপে জিলিকি আছে। ইয়াৰ অন্তৰ্গত ইংলেণ্ডৰ প্ৰতিভাৱান খেলুৱৈ জিওঁফ্ হাৰ্ষ্টে ১৯৬৬ বিশ্বকাপত দিয়া তিনিটা গোলৰে নিজক সৰ্বকালৰ লেখত-লবলগীয়া সকলৰ শাৰীত প্ৰতিষ্ঠা কৰোঁতে ভৱিষ্যতৰ হেজাৰ হেজাৰ ফুটবলাৰৰ সপোনৰ কাৰেং ধূলিসাৎ কৰে।

জিওঁফ হাৰ্ষ্টে ১৯৪১ চনৰ ৮ ডিচেম্বৰত লাঙ্কাচায়াৰৰ এষ্টন-অন-লীনত জন্ম গ্ৰহণ কৰে। স্কুলীয়া শিক্ষা শেষ কৰি ৱেষ্টহাম দলত উইং-হাফ্‌ৰূপে যোগদান কৰি ১৯৬০ চনত প্ৰথম ডিভিজন ফুটবলত আত্মপ্ৰকাশ কৰে। জিওঁফ হাৰ্ষ্টক নিৰ্ভৰযোগ্য খেলুৱৈ লৈ ৰূপান্তৰ কৰাৰ মূলতে প্ৰশিক্ষক ৰণ গ্ৰীণউদ। তেৱেঁ প্ৰাণৱন্ত হাৰ্ষ্টক উইং-হাফ্‌ত নিৰাশ দেখি ইনচাইদ-ফৰোৱাৰ্ড পজিচনলৈ স্থানান্তৰিত কৰে। হাৰ্মাচ লীগৰ চমকপ্ৰদ স্কৰাৰ জিওঁফ হাৰ্ষ্টে ১৯৬৪ এফ.এ.কাপ ফাইনেলত ২ গোল কৰোঁতে ৱেষ্টহাম দলে প্ৰেষ্টন নৰ্থ ইন্দক ৩-২ ব্যৱধানত পৰাভূত কৰে। ১৯৬৫ চনত ৱেষ্টহাম ইউনাইটেড দলে টি এচ ভি মিউনিকক ২-০ গোলত পৰাভূত কৰি ইউৰোপীয়ান কাপ-উইনাৰ্চ কাপ জয় কৰে। ১৯৬৫-৬৬ মৰছুমত ৱেষ্ট ব্ৰমউইচ এলবিঅনৰ এ. ব্ৰাউন আৰু জিওঁফ হাৰ্ষ্টে ফুটবল লীগ কাপত ১১ গোল কৰি টপ্ স্কৰাৰ হয়।

জিওঁফ হাৰ্ষ্টে ১৯৬৬ চনৰ ২৩ ফেব্ৰুৱাৰীত পশ্চিম জাৰ্মেনিৰ বিৰুদ্ধে ৱেম্বলীত অনুষ্ঠিত খেলখনত আন্তৰ্জাতিক আত্মপ্ৰকাশ ঘটে আৰু ১-০ গোলত জয়ী হয়। হেম্পদন পাৰ্কত তেওঁৰ দ্বিতীয় আন্তৰ্জাতিকত স্কটলেণ্ডক ৪-৩ গোলত পৰাভূত কৰোঁতে এজন স্কটিছ সাংবাদিকৰ মন্তব্য, " The man with thunder in his boat " ১৯৬৬ বিশ্বকাপত জিওঁফ হাৰ্ষ্টক ইংলেণ্ড দলত সন্নিৱিষ্ট কৰোঁতে জিমি গ্ৰীভচ্‌ৰ স্থানত উপ-খেলুৱৈ আছিল আৰু গ্ৰুপ লীগৰ খেলসমূহত তেওঁ চাৰ্‌চ্‌টিটিউট্‌ৰ

বেঞ্চত থাকিব লগা হয়; কিন্তু ফ্রান্সৰ বিৰুদ্ধে গ্ৰীভচে আঘাত পোৱাত কোৱাৰ্টাৰ-ফাইনেলত জিওঁফ হাৰ্ষ্টক নমায়। খেলৰ ৭৭ মিনিটত মাৰ্টিন পিটাৰ্চে লেফট-বাই-লাইনৰ পৰা কোনো খেলুৱৈ নথকা আৰ্জেন্টিনাৰ পেনাল্টি বক্সৰ ওপৰেৰে মাৰোতে হাৰ্ষ্টে উন্মুক্ত স্থানলৈ দৌৰি এক অভাবনীয় হেড্‌ৰে বল পোষ্টৰ দ্বিতীয় কোণলৈ পঠিয়াই আৰু ইংলেণ্ড ১-০ গোলত জয়ী হয়। ফাইনেলত পশ্চিম জাৰ্মেনিৰ বিৰুদ্ধে ০-১ গোলত পিচপৰি থাকোতে ১৯ মিনিটত ববী মুৰৰ ফ্ৰি-কিক্ জিওঁফ হাৰ্ষ্টে হেড্ কৰি ১-১ কৰে। নিৰ্দ্ধাৰিত সময়ত খেল ২-২ ভাৱে অন্ত পৰোতে অতিৰিক্ত সময়ৰ ১১ মিনিটত এলান বলে চেন্টাৰৰ পৰা দিয়া পাচ্ জিওঁফ হাৰ্ষ্টে দক্ষতা সহকাৰে দ্ৰুতভাৱে ঘূৰি সোঁ-ভৰিৰে জাৰ্মান গোললৈ চট্ লয়, বল ক্ৰচ-বাৰত লাগি মাটি স্পৰ্শ কৰোঁতে লাইন্সমেনে গোল ঘোষণা কৰে আৰু ইংলেণ্ড ৩-২ ব্যৱধানত আগবাঢ়ে। তেওঁৰ শেষ গোলটো ববী মুৰৰ পৰা পোৱা পাচ্‌ৰ সহায়ত দূৰৰ পৰা দীঘলীয়া ৰকেট-চট্‌ৰে কৰে। এই ঐতিহাসিক ফাইনেলত ৫ ফুট ১১ ইঞ্চি ওখ, ৮২$^{১}/_{২}$ কিলোগ্ৰাম ওজনৰ জিওঁফ হাৰ্ষ্টে দিয়া তিনিটা গোলে তেওঁক সৰ্বকালৰ লেখতলবলগীয়া খেলুৱৈত পৰিণত কৰে। ১৯৬৮ ইউৰোপীয় নেচনচ' কাপত ইংলেণ্ডে তৃতীয়স্থান দখল কৰোঁতে পৰাজিত চেমি-ফাইনেলিষ্টৰ খেলত ছোভিয়েট ইউনিয়নক ২-০ ব্যৱধানত পৰাভূত কৰে তথা ১ গোল জিওঁফ হাৰ্ষ্টৰ। ১৯৭০ বিশ্বকাপত জিওঁফ হাৰ্ষ্টে তেনে সুবিধা কৰিব নোৱাৰিলে আৰু কোৱাৰ্টাৰ-ফাইনেলতে ইংলেণ্ডে বিদায় লয়। ১৯৭২ চনৰ ২৯ এপ্ৰিল, ৱেম্বলীত পশ্চিম জাৰ্মেনিৰ বিৰুদ্ধে খেলোতে তেওঁৰ শেষ আন্তৰ্জাতিকৰূপে খোদিত হয়। এই খেলখনত ইংলেণ্ড ১-৩ ব্যৱধানত পৰাজয় বৰণ কৰে। হাৰ্ষ্টৰ মুঠ ৪৯ খন আন্তৰ্জাতিকত বৰঙণি ৰয়, ২৪ গোল।

জিওঁফ হাৰ্ষ্টে ১৯৭২ চনত ষ্টোক চিটি দললৈ যায় আৰু ৱেষ্ট-ব্ৰমউইচ এল-বিঅন দলত খেলি থাকোঁতেই ১৯৭৬ চনত অৱসৰ লয়। প্ৰথম শ্ৰেণী ফুটবলত তিনিটা ক্লাবৰ হৈ মুঠ ৫২২ খন খেলত অংশ গ্ৰহণ কৰে। ১৯৯৮ চনত তেওঁক 'নাইট' উপাধিৰে বিভূষিত কৰে।

### জিওফ্ হাৰ্ষ্টৰ আন্তৰ্জাতিক খেল

| তাৰিখ | স্থান | প্ৰতিপক্ষ | ফলাফল(স্কৰ) |
|---|---|---|---|
| ১। ২৩-২-৬৬ | ৱেম্বলী | পশ্চিম জাৰ্মেনি | ১-০ |
| ২। ২-৪-৬৬ | গ্লাচগো | স্কটলেণ্ড | ৪-৩(১) |
| ৩। ৪-৫-৬৬ | ৱেম্বলী | যুগোশ্লাভিয়া | ২-০ |
| ৪। ২৬-৬-৬৬ | হেলছিংকি | ফিনলেণ্ড | ৩-০ |

| | | | | |
|---|---|---|---|---|
| ৫। | ৩-৭-৬৬ | কোপেনহেগেন | ডেনমার্ক | ২-০ |
| ৬। | ২৩-৭-৬৬ | ৱেম্বলী | আৰ্জেন্টিনা | ১-০(১) |
| ৭। | ২৬-৭-৬৬ | ৱেম্বলী | পর্তুগাল | ২-১ |
| ৮। | ৩০-৭-৬৬ | ৱেম্বলী | পশ্চিম জার্মেনি | ৪-২(৩) |
| ৯। | ২২-১০-৬৬ | বেলফাষ্ট | উত্তৰ আয়াৰলেণ্ড | ২-০ |
| ১০। | ২-১১-৬৬ | ৱেম্বলী | চেকোশ্লোভাকিয়া | ০-০ |
| ১১। | ১৬-১১-৬৬ | ৱেম্বলী | ৱেলচ | ৫-১(২) |
| ১২। | ১৫-৪-৬৭ | ৱেম্বলী | স্কটলেণ্ড | ২-৩(১) |
| ১৩। | ২৪-৫-৬৭ | ৱেম্বলী | স্পেইন | ২-০ |
| ১৪। | ২৭-৫-৬৭ | ভিয়েনা | অষ্ট্ৰিয়া | ১-০ |
| ১৫। | ২১-১০-৬৭ | কার্ডিফ | ৱেলচ | ৩-০ |
| ১৬। | ২২-১১-৬৭ | ৱেম্বলী | উত্তৰ আয়াৰলেণ্ড | ২-০(১) |
| ১৭। | ৬-১২-৬৭ | ৱেম্বলী | ছোভিয়েট ইউনিয়ন | ২-২ |
| ১৮। | ২৪-২-৬৮ | গ্লাচগো | স্কটলেণ্ড | ১-১ |
| ১৯। | ২২-৫-৬৮ | ৱেম্বলী | চুইডেন | ৩-১ |
| ২০। | ১-৬-৬৮ | হেনোভাৰ | পশ্চিম জার্মেনি | ০-১ |
| ২১। | ৮-৬-৬৮ | ৰোম | ছোভিয়েট ইউনিয়ন | ২-০(১) |



ইংলিচ লীগত জিওফ হার্ষ্টৰ ক্ৰীড়া সক্ৰিয়তা

| | | | | |
|---|---|---|---|---|
| ২২। | ৬-১১-৬৮ | বুখাৰেষ্ট | ৰুমানিয়া | ০-০ |
| ২৩। | ১১-১২-৬৮ | ৱেম্বলী | বুলগেৰিয়া | ১-১(১) |
| ২৪। | ১৫-১-৬৯ | ৱেম্বলী | ৰুমানিয়া | ১-১ |
| ২৫। | ১২-৩-৬৯ | ৱেম্বলী | ফ্ৰান্স | ৫-০(৩) |
| ২৬। | ৩-৫-৬৯ | বেলফাষ্ট | উত্তৰ আয়াৰলেণ্ড | ৩-১(১) |
| ২৭। | ১০-৫-৬৯ | ৱেম্বলী | স্কটলেণ্ড | ৪-১(২) |
| ২৮। | ১-৬-৬৯ | মেক্সিকো চিটি | মেক্সিকো | ০-০ |
| ২৯। | ৮-৬-৬৯ | মণ্টিভিডিও | উৰুগুৱে | ২-১(১) |
| ৩০। | ১২-৬-৬৯ | ৰিও-দি-জেনিৰো | ব্ৰাজিল | ১-২ |
| ৩১। | ৫-১-৬৯ | আমষ্টাৰডাম | হলেণ্ড | ১-০ |
| ৩২। | ১৪-১-৭০ | ৱেম্বলী | হলেণ্ড | ০-০ |
| ৩৩। | ২৫-২-৭০ | ব্ৰুচেলচ | বেলজিয়াম | ৩-১(১) |
| ৩৪। | ১৮-৪-৭০ | কাৰ্ডিফ | ৱেলচ | ১-১ |
| ৩৫। | ২১-৪-৭০ | ৱেম্বলী | আয়াৰলেণ্ড | ৩-১(১) |
| ৩৬। | ২৫-৪-৭০ | গ্লাচগো | স্কটলেণ্ড | ০-০ |
| ৩৭। | ২০-৫-৭০ | বোগোটা | কলম্বিয়া | ৪-০ |
| ৩৮। | ২৪-৫-৭০ | কুইটো | ইকুয়েদৰ | ২-০ |
| ৩৯। | ২-৬-৭০ | গুৱাদালজাৰা | ৰুমানিয়া | ১-০ |
| ৪০। | ৭-৬-৭০ | গুৱাদালজাৰা | ব্ৰাজিল | ০-১ |
| ৪১। | ১৪-৬-৭০ | লিওন | পশ্চিম জাৰ্মেনি | ২-৩ |
| ৪২। | ২৫-১১-৭০ | ৱেম্বলী | জাৰ্মান গণ প্ৰজাতন্ত্ৰ | ৩-১ |
| ৪৩। | ২১-৪-৭১ | ৱেম্বলী | গ্ৰীচ | ৩-০(১) |
| ৪৪। | ১৯-৫-৭১ | ৱেম্বলী | ৱেলচ | ০-০ |
| ৪৫। | ২২-৫-৭১ | | স্কটলেণ্ড | ৩-১ |
| ৪৬। | ১৩-১০-৭১ | বাচেল | চুইজাৰলেণ্ড | ৩-২(১) |
| ৪৭। | ১০-১১-৭১ | ৱেম্বলী | চুইজাৰলেণ্ড | ১-১ |
| ৪৮। | ১-১২-৭১ | এথেন্স | গ্ৰীচ | ২-০(১) |
| ৪৯। | ২৯-৪-৭২ | ৱেম্বলী | পশ্চিম জাৰ্মেনি | ১-৩ |



# পিটাৰ চিল্টন

ইংলেণ্ডৰ দুৰ্ধৰ্ষ গোলৰক্ষক গৰ্ডন বেঙ্কৰ উত্তৰাধিকাৰী পিটাৰ চিল্টন বিশ্বৰ লেখতলবলগীয়াসকলৰ অন্যতম্। তেওঁৰ অদম্য সাহস আৰু বুদ্ধিদীপ্ত ফুটবল কলাই গোলৰক্ষণ কলাক বিশ্বফুটবলত এক অন্য ৰূপত প্ৰতিষ্ঠা কৰি গ'ল। সেইবাবেই হয়তো ইংলেণ্ডৰ গোলৰক্ষকৰ পঞ্জিচনটো পিটাৰ চিল্টনৰ বাহিৰে অন্যক চিন্তা কৰিব নোৱাৰিছিল।

পিটাৰ চিল্টন ১৯৪৯ চনৰ ১৯ ছেপ্তেম্বৰ তাৰিখে লিচেষ্টাৰ চিটিত জন্ম গ্ৰহণ কৰে। সাধাৰণ পৰিয়ালত জন্ম লোৱা মুঁদৰ পুত্ৰ পিটাৰ চিল্টন সৰুৰে পৰা ফুটবল খেলোতে ইংলেণ্ড স্কুল দলতো নিৰ্বাচন পায়। তেওঁ লিচেষ্টাৰ চিটি দলত যোগদান কৰি ১৯৬৬ চনৰ ৪ মে'ত এভাৰটনৰ বিৰুদ্ধে লীগত আত্মপ্ৰকাশ কৰি ৩-০ গোলত জয়ী হয়। একেৰাহে সাতটা মৰছুম লিচেষ্টাৰ চিটিত খেলি ১৯৭৪ চনত £৩,৩৫,০০০ পাউণ্ড ষ্টাৰ্লিঙৰ বিনিময়ত ষ্টোক্ চিটি দলত চুক্তিবদ্ধ হয়। ইতিপূৰ্বে তেওঁ ইংলেণ্ড জাতীয় দল (২৩-বছৰ তলৰ)ৰ হৈ ১৩ খন আন্তৰ্জাতিক খেলে। অৱশ্যে তেওঁ ১৯৭০ চনৰ ২৫ নভেম্বৰ তাৰিখে ৱেম্বলীত জাৰ্মান গণ প্ৰজাতন্ত্ৰৰ বিৰুদ্ধে পূৰ্ণাঙ্গ আন্তৰ্জাতিকত আত্মপ্ৰকাশ কৰোঁতে ইংলেণ্ড ৩-১ গোলত জয়ী হয়।



পিটাৰ চিল্টনে ১৯৭৭ চনত £২৭০,০০০ পাউণ্ড ষ্টাৰ্লিঙৰ ' বিনিময়ত নটিংহাম ফৰেষ্ট দললৈ আহে আৰু এই দলত ১৯৮২ লৈকে খেলোতে দুবাৰ (১৯৭৯ আৰু ১৯৮০) ইউৰোপীয়ান চেম্পিয়ন ক্লাবচ' কাপ আৰু এবাৰ (১৯৮০) ইউৰোপীয় চুপাৰ কাপ জয় উল্লেখযোগ্য। ১৯৮২-৮৭ লৈকে চাদাম্পটন দলত খেলি £৯ মিলিয়ন পাউণ্ড ষ্টাৰ্লিঙৰ বিনিময়ত দাৰ্বি কাউন্টিত যোগদান কৰে। দাৰ্বি কাউন্টিত যোগদান কৰিয়েই ১৯৮৭ চনৰ

নভেম্বৰত ১০০০খন প্ৰথম শ্ৰেণীৰ ফুটবল পূৰ্ণ কৰে। সেইসময়ত তেওঁৰ সাপ্তাহিক আয় £৪০০০ পাউণ্ড ষ্টাৰ্লিং। দাৰ্বি কাউন্টিৰ পিচতে যথাক্ৰমে প্লাইমাউথ আৰু বল্টন ৱাণ্ডাৰাৰ্চ দলত খেলে। পিটাৰ চিল্টনে ১৯৮২, ১৯৮৬ আৰু ১৯৯০ বিশ্বকাপ ফুটবলত অংশ লয়। ইয়াৰ অন্তৰ্গত ইটালি বিশ্বকাপত তৃতীয় স্থানৰ বাবে খেলা ইটালি বনাম ইংলেণ্ড খেলখন তেওঁৰ ১২৫তম আন্তৰ্জাতিক। অৱশ্যে ইংলেণ্ড ০-১ গোলত পৰাভূত হয়। তেওঁ মুঠ ১২৬২ খন খেলত অৱতীৰ্ণ হৈ এক বৃটিছ ৰেকৰ্ড গঢ়ে। ইয়াৰ অন্তৰ্গত লীগত ৮৯৯, এফ এ কাপত ৮১, লীগ কাপ ৮৮ আৰু অন্যান্য ৫৩ খন খেলত অংশ লয়। ইটালি বিশ্বকাপত ইংলেণ্ডৰ ৪০-বছৰ বয়স্ক অধিনায়ক পিটাৰ চিল্টন সবাতোকৈ বয়োজেষ্ঠ খেলুৱৈ। আন্তৰ্জাতিক ফুটবলত দীৰ্ঘদিন উচ্চমানদণ্ড জীয়াই ৰখা ফুটবলাৰসকলৰ অন্যতম-- পিটাৰ চিল্টন।

পিটাৰ চিল্টনে অৱসৰ লোৱাৰ পিচতো ৪৭-বছৰ বয়সত প্ৰতিদ্বন্দ্বিতামূলক ফুটবললৈ প্ৰত্যাৱৰ্তন কৰোঁতে ১০০০ লীগ পূৰ্ণ কৰে (২২ ডিচেম্বৰ' ১৯৯৬)। লেটন অৰিয়েন্ট দলত যোগদান কৰি ব্ৰাইটন দলৰ বিৰুদ্ধে এই দুৰ্লভ খ্যাতিৰ অধিকাৰী হওঁতে পিটাৰ চিল্টনৰ এয়া ১৩৭১তম প্ৰথম শ্ৰেণীৰ ফুটবল।

**চিল্টনৰ ১০০০ লীগৰ পথত**

| | | | |
|---|---|---|---|
| লিচেষ্টাৰ চিটি | ২৮৬ | খন | মেচ। |
| ষ্টোক চিটি | ১১০ | ,, | ,, |
| নটিংহাম ফৰেষ্ট | ২০২ | ,, | ,, |
| চাদাম্পটন | ১৮৮ | ,, | ,, |
| দাৰ্বি কাউন্টি | ১৭৫ | ,, | ,, |
| প্লাইমাউথ | ৩৪ | ,, | ,, |
| বল্টন ৱাণ্ডাৰাৰ্চ | ১ | ,, | ,, |
| লেটন অৰিয়েন্ট | ৩ | ,, | ,, |
| সৰ্বমুঠ | ৯৯৯ | খন | মেচ। |



# কেভিন কিঘান

ইংলিচ ফুটবল প্ৰাঙ্গনত আৱিৰ্ভূত হোৱা কেভিন কিঘানে ১৯৭৮ আৰু ১৯৭৯ চনত দুবাৰ "ইউৰোপীয়ান ফুটবলাৰ অৱ দি ইয়েৰ" সম্মান লাভ কৰোঁতা প্ৰথম বৃটিছ ফুটবলাৰ। পশ্চিম জাৰ্মেনিৰ এচ ভি হামবাৰ্গত খেলাকালীন তেওঁ এই দুৰ্লভ সম্মানৰ অধিকাৰী হয়। উপৰি তেওঁ "কাইজাৰ কিঘান" উপনামেৰে জনপ্ৰিয়তা অৰ্জন কৰিছিল। ফুটবলৰ অধ্যয় লুটিয়াই চালে দেখা যায় আঙুলি মূৰত লিখিব পৰা মাত্ৰ কেইগৰাকীমান ফুটবল কুশলীয়ে বিদেশৰ ক্ৰীড়া প্ৰাঙ্গনত জনপ্ৰিয়তা অৰ্জনত সফল হৈছে। ইয়াৰ অন্তৰ্গত ইংলেণ্ডৰ কেভিন কিঘান অন্যতম। ইউৰোপৰ শ্ৰেষ্ঠ ফুটবলাৰৰ স্বীকৃতিৰ পিচতে তেওঁৰ ফুটবল ভাৱমূৰ্তি মহাদেশীয় ভূমিভাগৰ আদৰ্শ স্বৰূপ হৈ পৰে।

কেভিন কিঘান ১৯৫১ চনৰ ১৪ ফেব্ৰুৱাৰীত আমথৰ্পৰ ইম প্ৰেচ নামৰ গাৱত জন্ম গ্ৰহণ কৰে। পিতৃ কয়লা খনিৰ কৰ্মী আছিল। দনকাষ্টাৰৰ অপৰিষ্কাৰ অঞ্চলত ডাঙৰ দীঘল হোৱা কেভিনে ১৯৬৬ চনত স্কানৰ্থপ ইউনাইটেড দলত যোগদান কৰে আৰু ১৯৭১ চনত এই চতুৰ্থ ডিভিজন দলৰ পৰা £৩০,০০০ পাউণ্ড ষ্টাৰ্লিঙৰ বিনিময়ত লিভাৰপুল দললৈ যায়। লিভাৰপুলত খেলি থাকোতে কাৰ্ডিফত ১৯৭২ চনৰ ১৫ নভেম্বৰত ৱেলচৰ বিৰুদ্ধে আন্তৰ্জাতিক আত্মপ্ৰকাশ ঘটে আৰু ১-০ গোলত জয়ী হয়। ইয়াৰোপৰি দুবাৰ (১৯৭৩ আৰু ১৯৭৬) ইউফা কাপ জয় কৰাৰ পিচত ১৯৭৭ চনত লিভাৰপুলৰ ইউৰোপীয়ান চেম্পিয়ন ক্লাৱচ' কাপ জয় সবাতোকৈ উল্লেখযোগ্য। ফলস্বৰূপ ইউৰোপীয়ান টি ভি কমেন্টেটৰচ এছ'চিয়েচনে ১৯৭৭ চনত "ইউৰোপৰ শ্ৰেষ্ঠ খেলুৱৈ" সম্মান প্ৰদান কৰে।



লিভাৰপুলৰ ঐতিহাসিক ইউৰোপীয় কাপ জয়ৰ কিছুদিন পিচতে (৩জুন, ১৯৭৭) এই গৰাকী ৫ ফুট ৭ ইঞ্চি ওখ, ৬৬$^{৩}/_{৪}$ কিলোগ্ৰাম ওজনৰ পেশীবহুল ষ্ট্ৰাইকাৰে £৫০০,০০০ পাউণ্ড ষ্টাৰ্লিঙৰ বিনিময়ত বাণ্ডেছলীগাৰ এচ. ভি.




১৯৭৯ চনত ইংলেণ্ডে স্কটলেণ্ডক ৩-১ গোলত পৰাভূত কৰোঁতে কেভিন কিগানে স্কটিছ হাফৰ পৰা বনাই গোল কৰা নক্সা। স্থান ৰেখনী

হামবাৰ্গ দললৈ ট্ৰেন্সফাৰ লয়। বৃটিছ ফুটবল বুৰঞ্জীত ই ৰেকৰ্ড মূল্যৰ ট্ৰেন্সফাৰ চুক্তি আছিল। হামবাৰ্গত তেওঁৰ বছেৰেকীয়া বৰগুণি আছিল £৯০,০০০ পাউণ্ড ষ্টাৰ্লিং। কেভিন কিঘানে এচ ভি হামবাৰ্গত তিনিবছৰ (১৯৭৭-৮০) অৱস্থান কালছোৱাত ১৯৭৯ চনত বাণ্ডেছলীগা চেম্পিয়ন হয় উপৰি ১৯৮০ ইউৰোপীয়ান চেম্পিয়ন ক্লাবচ' কাপ ফাইনেলৰ সমগ্ৰ খেলখনত হামবাৰ্গ দলৰ প্ৰাধান্য থকা সত্বেও নটিংহাম ফৰেষ্টৰ হাতত ০-১ গোলত পৰাজয় বৰণ কৰে। হামবাৰ্গৰ যুগোশ্লাভ কোচ্ ব্ৰাঙ্কো জিকিবৰ মতে, "কিঘান এজন শিল্পী আৰু তেওঁ ধুমুহাৰ দৰে বেগী, শাৰীৰিক দিশৰ পৰা বলী চটপটীয়া, কলা-কৌশলৰ দিশৰ পৰা নিৰ্ভুল, পশ্চিম জাৰ্মানসকলে................ নহয়।" হামবাৰ্গত স্বকীয় সাহসিকতাপূৰ্ণ ও বুদ্ধিদীপ্ত খেলে ইউৰোপৰ বিভিন্ন ৰক্ষণ- বিভাগক ছাৰখাৰ কৰি দিছিল। যেনেকৈ অন্যান্য বিশ্ব-বিশ্ৰুত ফুটবল তাৰকাই খেলপথাৰত বিপদ সঙ্কুল পৰিবেশৰ মাজৰে আগুৱাব লগা হয় হামবাৰ্গত খেলাকালীন কেভিন কিঘানৰো তেনে অৱস্থা হৈছিল। প্ৰতিখন খেলত বিপক্ষৰ পহৰাধীন হোৱাৰ উপৰি মাজে মাজে ভয়ঙ্কৰ ফাউলৰ সন্মুখীন হৈছিল। সাধাৰণতে স্বকীয় ফুটবল চাতুৰ্য্য প্ৰদৰ্শন কৰোঁতে এনে বিৰূপ অৱস্থাত পৰিবলগীয়া হয়। এইবিলাক কাৰণত ক্লাব তথা দেশৰ হৈ বহু আৱশ্যকীয় খেলত অংশ লোৱাৰ পৰা বঞ্চিত হয়।

কেভিন কিঘানে ১৯৭২ চনৰ পৰা নিয়মিতৰূপে জাতীয় দলত খেলোতে তেওঁৰ বলিষ্ঠ ক্ৰীড়া ৰাজিৰ হেতু "ক্ৰুইফ অৱ ইংলেণ্ড" আখ্যা দিয়া হৈছিল। মিড-ফিল্ডত তেওঁৰ বহুমুখী প্ৰতিভাই আক্ৰমণ বিভাগত সদায় ভয়ঙ্কৰৰূপ ধাৰণ কৰিছিল। ইংলেণ্ডৰ মেনেজাৰ ৰণ গ্ৰীণউদৰ মতে, "কেভিন কিঘান ষ্ট্ৰাইকাৰৰূপে শক্তিশালী ও দ্ৰুত যদিও মিড-ফিল্ডাৰৰূপে অধিক কাৰ্য্যকৰ।" বিশেষকৈ কিঘানৰ অধিনায়কত্বত ইংলেণ্ডে ১৯৮২ বিশ্বকাপত তেনে সফলতা অৰ্জন কৰিব নোৱাৰিলে আৰু দ্বিতীয় ৰাউণ্ডৰ পৰাই বিদায় লব লগা হয়। পিঠিৰ আঘাতৰ বাবে কেভিন কিঘানে কেৱল দ্বিতীয় ৰাউণ্ডৰ অন্তিম খেলত (স্পেইনৰ বিৰুদ্ধে) শেষ ২৭মিনিট সময় খেলে। এইখিনিতে উল্লেখ্য তেওঁ মুঠ ৬৩ খন আন্তৰ্জাতিকত ২০ গোলৰ কৃতিত্ব এৰি থৈ যায়।

কেভিন কিঘানে ১৯৮০ চনৰ প্ৰথম ভাগত তলখাপৰ প্ৰথম ডিভিজন চাদাম্পটন দলত £১,১০,০০০ পাউণ্ড ষ্টাৰ্লিঙত চুক্তিবদ্ধ হয় যদিও হামবাৰ্গ ও চাদাম্পটনৰ মাজত এই ট্ৰেন্সফাৰৰ মূল্যই £৪,০০,০০০ পাউণ্ড ষ্টাৰ্লিং স্পৰ্শ কৰে। নতুন দলত দুবছৰীয়া চুক্তিকালৰ প্ৰথম মৰছুমতে কেইবাটাও গুৰুত্বৰ আঘাত পায়। অৱশ্যে স্পেইন বিশ্বকাপৰ পূৰ্বে তেওঁক এম বি ই চৰকাৰী সন্মানেৰে বিভূষিত কৰে। বিশ্বকাপৰ পিচতে দ্বিতীয় ডিভিজন নিউকেচল ইউনাইটেডত চুক্তিবদ্ধ হয় আৰু দলক প্ৰথম ডিভিজনলৈ উন্নতি হোৱাত অৰিহণা যোগায়। এই দলত খেলি ১৯৮৩-৮৪ মৰছুমৰ অন্তত ফুটবলৰ পৰা অৱসৰ লয়।

## কেভিন কিগানৰ আন্তৰ্জাতিক খেল

| | তাৰিখ | স্থান | প্ৰতিপক্ষ | ফলাফল(স্কোৰ) |
|---|---|---|---|---|
| ১। | ১৫-১১-৭২ | কাৰ্ডিফ | ৱেলচ | ১-০ |
| ২। | ২৪-১-৭৩ | লণ্ডন | ৱেলচ | ১-১ |
| ৩। | ১১-৫-৭৪ | কাৰ্ডিফ | ৱেলচ | ২-০(১) |
| ৪। | ১৫-৫-৭৪ | লণ্ডন | উত্তৰ আয়াৰলেণ্ড | ১-০ |
| ৫। | ২২-৫-৭৪ | লণ্ডন | আৰ্জেন্টিনা | ২-২ |
| ৬। | ২৯-৫-৭৪ | লিপজিগ | জাৰ্মান গণ-প্ৰজাতন্ত্ৰ | ১-১ |
| ৭। | ১-৬-৭৪ | চোফিয়া | বুলগেৰিয়া | ১-০ |
| ৮। | ৫-৬-৭৪ | বেলগ্ৰেড | যুগোস্লাভিয়া | ২-২(১) |
| ৯। | ৩০-১০-৭৪ | লণ্ডন | চেকোশ্লোভাকিয়া | ৩-০ |
| ১০। | ১২-৩-৭৫ | লণ্ডন | পশ্চিম জাৰ্মেনি | ২-০ |
| ১১। | ১৬-৪-৭৫ | লণ্ডন | চাইপ্ৰাচ | ৫-০ |
| ১২। | ১১-৫-৭৫ | লিমাচল | চাইপ্ৰাচ | ১-০(১) |
| ১৩। | ১৭-৫-৭৫ | বেলফাষ্ট | উত্তৰ আয়াৰলেণ্ড | ০-০ |
| ১৪। | ২৪-৫-৭৫ | লণ্ডন | স্কটলেণ্ড | ৫-১ |
| ১৫। | ৩-৯-৭৫ | বাচেল | চুইজাৰলেণ্ড | ২-১ |
| ১৬। | ৩০-১০-৭৫ | ব্ৰাটিশ্লাভা | চেকোশ্লোভাকিয়া | ১-২ |
| ১৭। | ১৯-১১-৭৫ | লিচবন | পৰ্তুগাল | ১-১ |
| ১৮। | ২৪-৩-৭৬ | ৰেক্সহাম | ৱেলচ | ২-১ |
| ১৯। | ৮-৫-৭৬ | কাৰ্ডিফ | ৱেলচ | ১-০ |
| ২০। | ১১-৫-৭৬ | লণ্ডন | উত্তৰ আয়াৰলেণ্ড | ৪-০ |
| ২১। | ১৫-৫-৭৬ | গ্লাচগো | স্কটলেণ্ড | ১-২ |
| ২২। | ২৩-৫-৭৬ | লছ এঞ্জেলছ | ব্ৰাজিল | ০-১ |
| ২৩। | ১৩-৬-৭৬ | হেলছিংকি | ফিনলেণ্ড | ৪-১(২) |
| ২৪। | ৮-৯-৭৬ | লণ্ডন | ৰিপাব্লিক অব আয়াৰলেণ্ড | ১-১ |
| ২৫। | ১৩-১০-৭৬ | লণ্ডন | ফিনলেণ্ড | ২-১ |
| ২৬। | ১৭-১১-৭৬ | ৰোম | ইটালি | ০-২ |
| ২৭। | ৯-২-৭৭ | লণ্ডন | হলেণ্ড | ০-২ |
| ২৮। | ৩০-৩-৭৭ | লণ্ডন | লাক্সেমবাৰ্গ | ৫-০(১) |
| ২৯। | ৩১-৫-৭৭ | লণ্ডন | ৱেলচ | ০-১ |
| ৩০। | ৮-৬-৭৭ | ৰিও-দি-জেনিৰো | ব্ৰাজিল | ০-০ |

| | | | | |
|---|---|---|---|---|
| ৩১। | ১২-৬-৭৭ | বুয়েনচ আয়ার্চ | আর্জেন্তিনা | ১-১ |
| ৩২। | ১৫-৬-৭৭ | মন্টিভিডিও | উৰুগুৱে | ০-০ |
| ৩৩। | ৭-৯-৭৭ | লণ্ডন | চুইজাৰলেণ্ড | ০-০ |
| ৩৪। | ১৬-১১-৭৭ | লণ্ডন | ইটালি | ২-০(১) |
| ৩৫। | ২২-২-৭৮ | মিউনিক | পশ্চিম জাৰ্মেনি | ১-২ |
| ৩৬। | ১৯-৪-৭৮ | লণ্ডন | ব্ৰাজিল | ১-১(১) |
| ৩৭। | ২৪-৫-৭৮ | লণ্ডন | হাঙ্গেৰি | ৪-১ |
| ৩৮। | ২০-৯-৭৮ | কোপেনহেগেন | ডেনমাৰ্ক | ৪-৩(২) |
| ৩৯। | ২৫-১০-৭৮ | ডাব্লিন | ৰিপাব্লিক অৱ আয়াৰলেণ্ড | ১-১ |
| ৪০। | ২৯-১১-৭৮ | লণ্ডন | চেকোশ্লোভাকিয়া | ১-০ |
| ৪১। | ৭-২-৭৯ | লণ্ডন | উত্তৰ আয়াৰলেণ্ড | ৪-০(১) |
| ৪২। | ২৩-৫-৭৯ | লণ্ডন | ৱেলচ | ০-০ |
| ৪৩। | ২৬-৫-৭৯ | লণ্ডন | স্কটলেণ্ড | ৩-১(১) |
| ৪৪। | ৬-৬-৭৯ | চোফিয়া | বুলগেৰিয়া | ৩-০(১) |
| ৪৫। | ১০-৬-৭৯ | ষ্টকহম | চুইডেন | ০-০ |
| ৪৬। | ১৩-৬-৭৯ | ভিয়েনা | অষ্ট্ৰিয়া | ৩-৪(১) |
| ৪৭। | ৯-৯-৭৯ | লণ্ডন | ডেনমাৰ্ক | ১-০(১) |
| ৪৮। | ১৭-১০-৭৯ | বেলফাষ্ট | উত্তৰ আয়াৰলেণ্ড | ৫-১ |
| ৪৯। | ৬-২-৮০ | লণ্ডন | ৰিপাব্লিক অৱ আয়াৰলেণ্ড | ২-০(২) |
| ৫০। | ২৬-৩-৮০ | বাৰ্চিলোনা | স্পেইন | ২-০ |
| ৫১। | ১৩-৫-৮০ | লণ্ডন | আর্জেন্তিনা | ৩-১(১) |
| ৫২। | ১২-৬-৮০ | টুৰিণ | বেলজিয়াম | ১-১ |
| ৫৩। | ১৫-৬-৮০ | টুৰিণ | ইটালি | ০-১ |
| ৫৪। | ১৮-৬-৮০ | নেপলচ্ | স্পেইন | ২-১ |
| ৫৫। | ২৫-৩-৮১ | লণ্ডন | স্পেইন | ১-২ |
| ৫৬। | ৩০-৫-৮১ | বাচেল | চুইজাৰলেণ্ড | ১-২ |
| ৫৭। | ৬-৬-৮১ | বুডাপেষ্ট | হাঙ্গেৰি | ৩-১(১) |
| ৫৮। | ৯-৯-৮১ | ওচলো | নৰৱে | ১-২ |
| ৫৯। | ১৮-১১-৮১ | লণ্ডন | হাঙ্গেৰি | ১-০ |
| ৬০। | ২৩-২-৮২ | লণ্ডন | উত্তৰ আয়াৰলেণ্ড | ৪-০(১) |
| ৬১। | ২৯-৫-৮২ | গ্লাচগো | স্কটলেণ্ড | ১-০ |
| ৬২। | ৩-৬-৮২ | হেলছিংকি | ফিনলেণ্ড | ৪-১ |
| ৬৩। | ৫-৭-৮২ | মাদ্রিদ | স্পেইন | ০-০ |

# গেৰি লিনেকাৰ



গেৰি লিনেকাৰ বিশ্বফুটবলৰ এটা পৰিচিত নাম । ইংলেণ্ডৰ এই সুযোগ সন্ধানী ষ্ট্ৰাইকাৰ বিশ্বফুটবলৰ দুৰ্ধৰ্ষ স্কৰাৰ । বোধকৰো জিওঁফ হাৰ্ষ্টৰ পিচতে ইংলেণ্ডত অন্য এগৰাকী তীক্ষ্ণ স্কৰাৰৰ আৱিৰ্ভাব হয়৷ অৱশ্যে তেওঁৰ কৃতিত্ব ৰবী চালৰ্টন আৰু জিমি গ্ৰীভচৰ সৈতেহে তুলনীয় । অসীম সাহসী এই দীৰ্ঘ দেহী ফুটবলাৰে বিপক্ষৰ ৰক্ষণত প্ৰতি মুহূৰ্ততে ত্ৰাসৰ সৃষ্টি কৰোঁতে মধ্য-ফিল্ড আৰু উইঙৰ পৰা দিয়া দীঘলীয়া পাচ্‌সমূহ দুৰ্ধৰ্ষতা পূৰ্ণ তীক্ষ্ণ ক্ৰীড়া মগজে গোলত ৰূপায়িত কৰিছিল ।

গেৰি লিনেকাৰ ১৯৬০ চনৰ ২৮ নভেম্বৰ তাৰিখে লিচেষ্টাৰ চিটিত জন্ম গ্ৰহণ কৰে । এই চহৰৰে ফল ও শাক-পাচলি বিক্ৰেতা বেৰী লিনেকাৰ আৰু মাতৃ মাৰ্গাট লিনেকাৰৰ পুত্ৰ গেৰি লিনেকাৰ । লিচেষ্টাৰ চিটি দলত উইঙ্গাৰৰূপে ফুটবলৰ পাতনি মেলে আৰু ১৯৮৪ চনত দলৰ হৈ ২৯ গোল কৰে । পিচত তেওঁ ইনচাইদ ফৰোৱাৰ্ড পজিচনত খেলিব লয় । ১৯৮৫ চনত এভাৰটন দললৈ আহি ৩৯ গোল কৰে আৰু বৃটেইনৰ “ফুটবলাৰ অৱ দি ইয়েৰ” সন্মানৰ অধিকাৰী হয় । বিশ্বকাপ খেলাৰ মাত্ৰ ১৮ মাহৰ পূৰ্বে আন্তৰ্জাতিক ফুটবলত আত্মপ্ৰকাশ কৰা গেৰি লিনেকাৰ ১৯৮৪ চনৰ ২৬ মে’ত গ্লাচগোত অনুষ্ঠিত ইংলেণ্ড বনাম স্কটলেণ্ড খেলখনত টনি উদকুকৰ স্থানত চাব্‌ষ্টিটিউট্‌ৰূপে নমায় আৰু খেল ১-১ ভাৱে অন্ত পৰে । বিশ্বকাপৰ পূৰ্বলৈকে অখ্যাতনামা গেৰি লিনেকাৰৰ পেছাদাৰ মূল্য আছিল মাত্ৰ £০.৮৫ মিলিয়ন পাউণ্ড ষ্টাৰ্লিং কিন্তু ১৯৮৬ বিশ্বকাপত তেওঁৰ দুৰ্ধৰ্ষ খেল ও স্কৰে ইংলেণ্ডক এক উচ্চস্থানত প্ৰতিষ্ঠা কৰোঁতে মুঠ ৬ গোলৰে টপ্ স্কৰাৰৰ খ্যাতি অৰ্জন কৰাৰ লগে লগে তেওঁ বিশ্বৰ জনপ্ৰিয় ফুটবল চৰিত্ৰত পৰিণত হয় । বিশ্বকাপৰ পিচতে গেৰি লিনেকাৰে $২.৪ মিলিয়ন ডলাৰৰ বিনিময়ত স্পেইনৰ বাৰ্চিলোনা দলত যোগদান কৰে । ১৯৮৯ চনত বাৰ্চিলোনাই ইউৰোপীয়ান কাপ-উইনাৰ্চ কাপ জয় কৰে । প্ৰত্যাৱৰ্তন কৰি ইংলেণ্ডৰ টটেনহাম হটস্পাৰত £১.২৫ মিলিয়ন পাউণ্ডৰ বিনিময়ত যোগদান কৰি প্ৰথম মৰছুমতে (১৯৮৯-৯০) ২৪ গোল কৰাৰ গৌৰৱ অৰ্জন কৰে । ১৯৯০ বিশ্বকাপত ইংলেণ্ড দলত লিনেকাৰৰ ভূমিকা গুৰুত্বপূৰ্ণ ।

বিশেষকৈ কোৱাৰ্টাৰ-ফাইনেলত কেমেৰুণৰ বিৰুদ্ধে ১-২ ব্যৱধানত পিচপৰি থাকোতে তেওঁ দহমিনিটৰ ভিতৰত দুটা পেনাল্টি গোল কৰি বিজয় সন্মান কঢ়িয়াই আনে। চেমি-ফাইনলেত পশ্চিম জাৰ্মেনিৰ হাতত পৰাভূত হোৱাৰ পিচত তৃতীয়স্থান নির্ণায়কৰ খেলত উদ্যোক্তা ইটালিয়ে ০-১ গোলত হৰু-ৱাই। এই বিশ্বকাপত তেওঁ ৪ গোল কৰে। বিশ্বকাপৰ পিচত তেৱেঁ ইংলেণ্ড দলৰ অধিনায়ক হয়। লিনেকাৰৰ এখন উল্লেখ যোগ্য খেল ১৯৮৭ চনত স্পেইনক ৪-২ ব্যৱধানত পৰাভূত কৰোঁতে চাৰিওটা গোল তেওঁৰ। গেৰি লিনেকাৰ ১৯৯১ চনত পুনৰ বৃটেইনৰ "ফুটবলাৰ অব দি ইয়েৰ"ৰ নিৰ্বাচন লাভ কৰে। ১৯৯২ ইউৰোপীয় ফুটবল চেম্পিয়ন-চিপৰ আগলৈকে তেওঁ ৭৬ খন আন্তৰ্জাতিকত ৪৮ গোলৰ কৃতিত্ব আছিল আৰু চুইডেনত অনুষ্ঠিত এই ফুটবল প্ৰতিযোগিতাত গোল কৰি ববী চাৰ্লটনৰ ৰেকৰ্ড পুনৰাবৃত্তি অথবা ভঙ্গৰ যি পৰিকল্পনা কৰিছিল এই ক্ষেত্ৰত তেওঁ ব্যৰ্থ হয়। ইংলেণ্ডে গ্ৰুপ লীগৰ পৰাই বিদায় ল'ব লগা হয়। এই আসৰৰ পিচতে তেওঁ £২ মিলিয়ন পাউণ্ড ষ্টাৰ্লিঙৰ বিনিময়ত জাপানৰ গ্ৰেম্পাছ-৮ দলত যোগদান কৰে। জাপানী লীগত দুটা মৰছুম অতিবাহিত কৰি ১৯৯৪ চনৰ ১৯ নৱেম্বৰত ফুটবলৰ পৰা অৱসৰ লওঁতে টকিঅত চানফ্ৰিচি হিৰোশ্বিমাৰ বিৰুদ্ধে ক্ৰীড়া জীৱনৰ শেষ খেলখন খেলে। গেৰি লিনেকাৰে ইংলেণ্ডৰ পক্ষে ৮০ খন আন্তৰ্জাতিকত ৪৮ গোল কৰাৰ কৃতিত্ব এৰি থৈ যায়।





# ফেৰেঙ্ক পুচকাচ



ফেৰেঙ্ক পুচকাচ বিশ্বফুটবলত এটি অপাৰজেয় নামেই নহয়-- এটি গৌৰবোজ্জ্বল অধ্যায় । তৎকালীন ফুটবল পথাৰত একাধিপত্য বিস্তাৰকাৰী ইংলেণ্ডৰ একাধিপত্যক চেৰ পেলোৱাৰ বাবেই যেন দ্বিতীয় বিশ্ব যুদ্ধৰ অন্তত ফেৰেঙ্ক পুচকাচৰ আবিৰ্ভাৱ হ'ল । অৱশ্যে আধুনিক ফুটবলত শিহৰণ সৃষ্টিকাৰী ক্ৰীড়া কৌশল ৰাজিৰ জৰিয়তে বিপ্লৱ সূচনা কৰা হাঙ্গেৰিৰ শিৰোমণি আছিল-- ফেৰেঙ্ক পুচকাচ ।

ফুটবল যি কেইখন দেশ বা জাতিৰ চিৰ ক্ৰীতদাস হৈ থাকিল, হাঙ্গেৰি তাৰ ভিতৰত এটি । হাঙ্গেৰিয়ে প্ৰৱৰ্তন কৰা উন্নতমানৰ বিজ্ঞানসম্মত খেল পদ্ধতিয়ে







ফুটবলত বিপ্লৱ আনিলে। এই বৈপ্লৱিক পদ্ধতি হাঙ্গেৰিয়ান পদ্ধতিৰূপে বিয়পি পৰিল, সমগ্র বিশ্বত। এই হাঙ্গেৰিৰেই ৰাজধানী বুডাপেষ্টৰ ওচৰৰ সৰু চহৰ কিচপেষ্টত ১৯২৭ চনৰ ২ এপ্রিলত ফেৰেঙ্ক পুচকাচৰ জন্ম হয়। পিতা নিজেও আছিল এগৰাকী ভাল ফুটবলাৰ। পুচকাচে হয়তোবা পিতৃ প্রতিভাৰ প্রভাৱে প্রভাৱান্বিত হ'ল। সেয়ে সৰুৰে পৰা ফুটবলৰ প্রতি এক দুৰ্বাৰ আকৰ্ষণ অনুভৱ কৰিবলৈ ল'লে। কোচ্ লেণ্ডৰ জেক্সৰ দৃষ্টি আকৰ্ষণ কৰোঁতে ১৬-বছৰ বয়সত পুচকাচৰ স্থান সঙ্কুলান হ'ল কিচপেষ্ট ক্লাৱৰ খেলুৱৈৰূপে (অক্টোবৰ ১৯৪৩ চন)। ইয়াত খেলি থাকোতেই, ১৯৪৫ চনৰ আগষ্টত অষ্ট্রিয়াৰ বিৰুদ্ধে আন্তৰ্জাতিক আত্মপ্রকাশ ঘটে। দ্বিতীয় মহাযুদ্ধৰ পিচত এইখনেই আছিল হাঙ্গেৰিৰ প্রথম আন্তৰ্জাতিক। বুডাপেষ্টত অনুষ্ঠিত এই খেলত ৫-২ ব্যৱধানত জয়ী হওঁতে পুচকাচৰ ১ গোল উল্লেখযোগ্য। টুৰিণ ১১ মে' ১৯৪৭ চন, ইটালিৰ বিৰুদ্ধে হাঙ্গেৰি ২-৩ গোলত পৰাভূত হ'লেও দ্বিতীয়াৰ্দ্ধত হাঙ্গেৰিয়ান দলে উন্নতৰ খেল প্রদর্শন কৰে বিশেষকৈ পুচকাচৰ খেল হৃদয়গ্রাহী আছিল। এই খেলৰ পিছতেই পুচকাচৰ বাবে ইটালিয় ফুটবল জগতৰ পৰা £৩০,০০০ পাউণ্ড ষ্টাৰ্লিঙৰ গধুৰ চুক্তি আগবঢ়াই; কিন্তু তেওঁ হাঙ্গেৰি ত্যাগ নকৰিলে। ১৯৪৮ চনৰ শেষৰফালে বুডাপেষ্টৰ এখন খেলত হঠাৎ ভৰিত আঘাত পায় ফলত দীৰ্ঘদিন চিকিৎসাধীন হ'ব লগা হয়। সুস্থ হৈ প্রাগৰ হাঙ্গেৰি বনাম চেকোশ্লোভাকিয়াৰ খেলত তেওঁ ৰিজাৰ্ভ তালিকাত (১০ এপ্রিল' ১৯৪৯)। প্রথমাৰ্দ্ধত চেক দলৰ দুৰ্ধৰ্ষ খেলে হাঙ্গেৰিৰ মনোবল ভাঙি দিয়ে ফলত দ্বিতীয়াৰ্দ্ধত পুচকাচক নমায়। পুচকাচে ১ গোল দিলেও চেক দলৰ দুৰ্ধৰ্ষতাই হাঙ্গেৰিক ২-৫ ব্যৱধানত পৰাভূত কৰে। প্রাগৰ চৰম পৰাজয়ৰ পিচত জাতীয় কোচ্ গুস্তাভ চেবেচে নতুন পদ্ধতিৰ অনুশীলন ও আখৰাৰ দ্বাৰা ইউৰোপৰ চূড়ান্ত দলৰূপে প্রতিষ্ঠা লভিবলৈ যত্নপৰ হয় আৰু বুডাপেষ্টত ৮ মে তাৰিখে অনুষ্ঠিত পৰৱৰ্তী আন্তৰ্জাতিকত চিৰ শত্রু অষ্ট্রিয়াক ৬-১ গোলৰ ব্যাপক ব্যৱধানত পৰাভূত কৰি ইউৰোপৰ ফুটবলত চাকনৈয়াৰ সৃষ্টি কৰে। এই ঘটনাৰ পিচতে ইউৰোপৰ এক বৃহৎ ক্লাৱে £৫০,০০০ পাউণ্ড ষ্টাৰ্লিঙৰ গধুৰ মূল্য চুক্তি আগ-বঢ়াইছিল; কিন্তু তেওঁ হাঙ্গেৰি ত্যাগ নকৰিলে। ১৯৪৭-৪৮ মৰছুমত কিচপেষ্ট লীগ চেম্পিয়ন হয় আৰু পুচকাচে ৫০ গোল দি সৰ্বোচ্চ গোলদাতাৰ গৌৰৱ অৰ্জন কৰে। ইয়াৰ পিচতে তেওঁ জুনিয়ৰ লেফ্‌টেনেণ্টৰূপে সৈন্যবাহিনীত যোগ দিয়ে। ইতিমধ্যে কিচপেষ্ট ক্লাৱ সৈন্যবাহিনীৰ খেলুৱৈসকলক লৈ হনভেদ দললৈ ৰূপান্তৰ হয় আৰু তেৱো সৈন্যবাহিনীৰ হনভেদ দলৰ হৈ খেলিব লয়। হনভেদ দলত পুচকাচৰ আৱিৰ্ভাৱে কঢ়িয়াই আনিলে পাঁচবাৰ লীগ চেম্পিয়নচিপ। পুচকাচে গোলৰ জোৱাৰ অব্যাহত ৰাখোতে ১৯৪৯ (৩১ গোল); ১৯৫০ (২৫ গোল) আৰু ১৯৫৩ (২৭ গোল) চনত সৰ্বোচ্চ গোলদাতাৰ খ্যাতি অৰ্জন কৰে।

পঞ্চাশ দশকৰ দুৰ্ধৰ্ষ হাঙ্গেৰি একাদশ "মেজিক মেগয়াৰ্চ" নামেৰে জনা-জাত। ১৯৫০-১৯৫৪ লৈকে মেজিক মেগয়াৰ্চ অপৰাজেয় দলৰূপে বিশ্ব তথা

আন্তৰ্জাতিক ফুটবলত আলোড়ন সৃষ্টি কৰিছিল। মেজিক মেগয়াৰ্চৰ এই দুৰ্বাৰ অগ্ৰগতিৰ পশ্চাৎ পুচকাচৰ বৰঙণি আছিল অপৰিসীম। মেজিক মেগয়াৰ্চৰ খৰ্বকায় সুস্বাস্থ্যবান লেফট-ইন ফেৰেঙ্ক পুচকাচ বিশ্ব ফুটবলত "গেলপিং মেজৰ" নামেৰে পৰিচিত। হেলছিংকি অলিম্পিক ক্ৰীড়াত হাঙ্গেৰিয়ে ফুটবলৰ স্বৰ্ণপদক জয় কৰোঁতে ফাইনেলত যুগোশ্লাভিয়াক ২-০ ব্যৱধানত পৰাভূত কৰে। ইয়াৰ অন্তৰ্গত পুচকাচে ১ গোল কৰিলেও প্ৰথমাৰ্দ্ধ ০-০ ভাৱে অন্ত পৰোতে তেওঁ এটা পেনাল্টি মিচ্ কৰে। এই প্ৰতিযোগিতাত পুচকাচৰ স্কৰ, ৫ গোল। পৰৱৰ্তী বছৰ সমূহতো হাঙ্গেৰিয়ানসৱে আন্তৰ্জাতিক ফুটবল প্ৰাঙ্গনত অন্য এক বিস্ফোৰণৰ সৃষ্টি কৰে। ১৯৫৩ চনৰ ২৫ নভেম্বৰ, ৱেম্বলী ষ্টেডিয়ামত দুৰ্ধৰ্ষ ইংলেণ্ডক ৬-৩ গোলত ধৰাশায়ী কৰি দীৰ্ঘ দিন স্বদেশৰ ভূমিভাগত ইংৰাজ খেলুৱৈসৱৰ অপৰাজেয় কীৰ্তি মষিমূৰ কৰে অৰ্থাৎ এক মহাদেশীয় দলৰ হাতত স্বদেশৰ ভূমিত ইংলেণ্ডৰ প্ৰথম পৰাজয়। ক্ৰীড়া সাংবাদিকসকলে এই খেলখনক "Match of the Century" ৰূপে অভিহিত কৰে। এই ঐতিহাসিক খেলত ৱেম্বলীৰ চতুৰ্দিশে পুচকাচৰ প্ৰতিবিম্বই শোভা লাভ কৰোঁতে ইংলেণ্ডৰ অধিনায়ক বিলি ৰাইটৰ কৌতুকপূৰ্ণ মন্তব্য, 'with a left foot like that, who need a right !' পৰৱৰ্তী মেচ ১৯৫৪ চনৰ ২৩ মে'ত বুডাপেষ্টত অনুষ্ঠিত হওঁতে পুনৰ ৭-১ গোলত ইংলেণ্ডক পৰাজিত কৰি হাঙ্গেৰিৰ জয়লাভ, বিশ্বফুটবলত চাৰ্কনৈয়াৰ সৃষ্টি কৰিছিল। ইংলেণ্ডৰ বিৰুদ্ধে দুয়োখন খেলত পুচকাচে ২টাকৈ গোল কৰে।

## ১৯৫৪ চনৰ বিশ্বকাপত পুচকাচৰ ভূমিকা

১৯৫৪-ৰ বিশ্বকাপ-- গ্ৰুপ লীগত হাঙ্গেৰিয়ে কোৰিয়াক ৯-০ গোলৰ ব্যৱধানত পৰাভূত কৰোঁতে তেওঁ ২ গোল কৰে। পৰৱৰ্তী মেচ পশ্চিম জাৰ্মেনিৰ বিৰুদ্ধে অনবদ্য খেল প্ৰদৰ্শন কৰে; কিন্তু জাৰ্মান চেন্টাৰ-হাফ্ ৱাৰ্নাৰ লাইব্ৰিচৰ টেক্‌লিঙত পুচকাচে গুৰুত্বৰ আঘাত পায় আৰু খেলপথাৰ ত্যাগ কৰিবলৈ বাধ্য হয়। এই আঘাতে তেওঁক গুৰুত্বপূৰ্ণ খেল কোৱাৰ্টাৰ আৰু চেমি-ফাইনেলত অংশ গ্ৰহণৰ পৰা বিৰত ৰাখে। হাঙ্গেৰিয়ে পশ্চিম জাৰ্মেনিক ৮-৩ গোলত ধৰাশায়ী কৰোঁতে পুচকাচে ১ গোল কৰে। কিন্তু ফাইনেলত হাঙ্গেৰি পুনৰ পশ্চিম জাৰ্মেনিৰ মুখামুখি হয়। আনহাতেদি আহত পুচকাচেও এই খেলত অংশ গ্ৰহণ কৰিবলৈ সমৰ্থ। দলৰ মধ্যমণি পুচকাচৰ যোগদানে মেজিক মেগায়াৰ্চ দলক আৰু অধিক বলৱান কৰি তুলিলে। খেলৰ পাঁচ মিনিটতে পুচকাচৰ প্ৰথম গোল আৰু কিছু মিনিটৰ পিচত জল্টান জিবৰৰ দ্বিতীয় গোলে জয়ৰ পথ সুগম কৰিছিল যদিও সেইদিনা ফুটবলৰ ভাগ্যদেৱী হয়তো হাঙ্গেৰিৰ সপক্ষে নাছিল। বিৰতিৰ পূৰ্বে পশ্চিম জাৰ্মেনিয়ে দুটা গোল কৰি সমতা স্থাপন কৰে (২-২)। দ্বিতীয়াৰ্দ্ধত পশ্চিম জাৰ্মেনিৰ হেলমুট ৰানে বিজয়সূচক গোল কৰে। পুচকাচে এটা সুন্দৰ গোল কৰি সমতা স্থাপন কৰিছিল; কিন্তু ৱেলচৰ লাইন্সমেন মাৰ্ভিন গ্ৰিফিথ্‌ৰ অফ্-চাইদৰ নিৰ্দেশে গোলটো নাকচ হয় (পুচকাচৰ এই









.১৯৫৩ চনত হাঙ্গেৰিয়ে ইংলেণ্ডক ৬-৩ গোলত ধাৰাশায়ী কৰোঁতে পুচকাচৰ এটা গোলৰ নক্সা। স্থান ৱেম্বলী।

গোলটো লৈ সমগ্ৰ বিশ্বতে সমালোচনাৰ ধুমুহা বৈ যায় প্ৰকৃততে ই আছিল শুদ্ধ গোল) । ফলত দীৰ্ঘ চাৰিবছৰৰ পিছত হাঙ্গেৰি দলে পৰাজয় বৰণ কৰে । এই সময়ছোৱাত (১৯৫০-১৯৫৪) হাঙ্গেৰি মুঠ ৩৪ খন আন্তৰ্জাতিকত অপৰাজিত আছিল । পৰাভূত হৈছিল বিশ্বৰ সকলোবোৰ ফুটবল দল । হাঙ্গেৰিৰ হাতত পৰাভূত হোৱাৰ মূলতে নতুন টেক্‌নিক্, টেক্‌নিক্‌ৰ ফালৰ পৰা ফুটবলত বিপ্লৱ আনিছে হাঙ্গেৰিয়ে আৰু তাৰ মহানায়ক পুচকাচ ।

বিশ্বকাপ আসৰত হাঙ্গেৰিৰ আচম্বিত পৰাজয়ৰ পিচতো বিশ্ব শ্ৰেষ্ঠত্বৰ স্বীকৃতি তেওঁলোকেই অধিকাৰ কৰি থাকে আৰু পৰৱৰ্তী আন্তৰ্জাতিক সমূহত এখনৰ পিচত অন্য বিজয়ে তাৰ জ্বলন্ত প্ৰমাণ । ক্ৰমান্বয়ে মেগয়াৰ্চৰ বাহুবল হ্ৰাস পায় আহিছিল আৰু ১৯৫৫ চনৰ ২৯ মে'ত বুডাপেষ্টত অনুষ্ঠিত আন্তৰ্জাতিকত দুৰ্বল স্কটলেণ্ডক ৩-১ গোলত পৰাভূত কৰোঁতে এই খেলখনে হাঙ্গেৰিৰ ৰাজত্ব অন্তৰ পথত যেন তাকেই সকীয়াই । পুনৰ ২৫ ছেপ্তেম্বৰত এই বুডাপেষ্টত অনুষ্ঠিত হাঙ্গেৰি বনাম ছোভিয়েট ইউনিয়নৰ খেলত ০-১ গোলত পিচপৰি থকা ৰুছ দলৰ বিৰুদ্ধে খেল শেষ হোৱাৰ তিনি মিনিট পূৰ্বে পুচকাচে এটা পেনাল্টিৰ দ্বাৰা ১-১ গোলত ড্ৰ ৰাখিবলৈ সক্ষম হয় আৰু ঘৰুৱা ক্ৰীড়াঙ্গনত হাঙ্গেৰিৰ দীৰ্ঘ ১২ বছৰৰ অপৰাজেয় কীৰ্তি অক্ষুন্ন ৰাখে । কিন্তু এই অক্ষুন্নতা বেছি দিন টিকি নেথাকিল । পৰৱৰ্তী বছৰ, ১৯৫৬ চনৰ ১৯ ফেব্ৰুৱাৰী তাৰিখে ষ্টানবুলত অনুষ্ঠিত হাঙ্গেৰি বনাম তুৰস্ক খেলত পুচকাচে ১ গোল কৰিলেও হাঙ্গেৰি ১-৩ ব্যৱধানত পৰাজয় বৰণ কৰে । তদৰূপ ২০ মে'ত বুডাপেষ্টত চেকোশ্লোভাকিয়াৰ বিৰুদ্ধে ২-৪ গোলত পৰাভূত হয় আৰু ঘৰুৱা খেলপথাৰত দীৰ্ঘ ১৩ বছৰে অপৰাজিত থাকি হাঙ্গেৰিয়ে প্ৰথম পৰাজয় বৰণ কৰে । এই খেলত পুচকাচ নাছিল কাৰণ ইতিপূৰ্বে লীগৰ খেলত নিয়মানুৱৰ্তিতা অমান্যৰ বাবে তেওঁক চাচ্‌পেণ্ড কৰা হৈছিল ।

১৯৫৬ চন, হনভেদ দল দক্ষিণ আমেৰিকা ভ্ৰমণ কৰি থকা সময়ত হাঙ্গেৰিত বিদ্ৰোহৰ সূত্ৰপাত হয়। পুচকাচে স্বদেশৰ এই পৰিস্থিতিৰ বাবে অষ্ট্ৰিয়া আৰু স্পেইনত বসবাস আৰম্ভ কৰে । এইখিনিতে উল্লেখ্য পুচকাচে দেশ ত্যাগ কৰা বাবে হাঙ্গেৰি ফুটবল সন্থাৰ অনুৰোধ ক্ৰমে ফিফাই তেওঁক এবছৰৰ বাবে চাচ্‌পেণ্ড কৰে । তেওঁৰ বিৰুদ্ধে বিশ্বৰ ব্যাপী এই সাময়িক বৰ্খাস্ত ১৯৫৮ চনৰ ২১ অক্টোবৰ পৰ্যন্ত বাহাল থাকে । উক্ত সময়ছোৱাত বিশ্বৰ উচ্চস্থানীয় ক্লাবসমূহে তেওঁলৈ চুক্তিৰ পত্ৰ আগবঢ়াইছিল তাৰ ভিতৰত উল্লেখযোগ্য ৰিয়েল মাদ্ৰিদ ক্লাবে তেওঁলৈ মাহিলি দৰ্মহাৰ উপৰি আগবঢ়োৱা ১ মিলিয়ন পিচটাচ (এক নিযুত স্পেনীচ মুদ্ৰা) ফিজ্ । অৱশেষত পুচকাচে স্পেইনৰ ৰিয়েল মাদ্ৰিদত যোগ দি ফুটবল মঞ্চত খলকনিৰ সৃষ্টি কৰে । পুচকাচে হাঙ্গেৰিৰ হৈ ১৯৫৬ চন পৰ্যন্ত ৮৪ খন আন্তৰ্জাতিক খেলত ৮৩ গোল দি এক অভূতপূৰ্ব অভিলেখ স্থাপন কৰে । ৰিয়েলত যোগ দিয়াৰ লগে লগে ইউৰোপৰ সবাতোকৈ জনপ্ৰিয় দলত পৰিণত হয় । পুচকাচে ৩০-বছৰ বয়সত

নকৈ পাতনি মেলা দ্বিতীয় পৰ্য্যায় খেল অৰ্থাৎ পেছাদাৰ ফুটবলত অধিক প্ৰতিভাশালী খেলুৱৈৰূপে ব্যক্ত কৰে। স্পেনীচ লীগত পুচকাচে ১৯৬০-৬৪ লৈকে ক্ৰমে ২৬, ২৭, ২০, ২৬ আৰু ২০ গোলৰে একাদিক্ৰমে পাঁচবাৰ সৰ্বোচ্চ গোলদাতা হোৱাৰ উপৰি ৰিয়েল মাদ্ৰিদ ক্লাব কেইবাবাৰো লীগ খিতাপ জয়ী হয়। যাৰফলত স্পেনীচ ফুটবলত ফেৰেঙ্ক পুচকাচ "পাঞ্চো" নামেৰে জনপ্ৰিয় হৈ উঠে। সেই সময়ত বিখ্যাত আলফ্ৰেড দি ষ্টিফেনো, জেন্টো আদি বিশ্ব বিখ্যাত খেলুৱৈৰে এই স্পেনীচ ক্লাব সমৃদ্ধ আছিল। ৰিয়েল মাদ্ৰিদে একেৰাহে পাঁচবাৰ (১৯৫৬-৬০) ইউৰোপীয় চেম্পিয়ন হৈ এক দুৰ্লভ কৃতিত্বৰ অধিকাৰী হয়। ইয়াৰ অন্তৰ্গত ১৯৬০ চনৰ প্ৰতিযোগিতা ইউৰোপীয় ফুটবলৰ বিস্ময়কৰ ঘটনা। ইয়াত পুচকাচে সৰ্বোচ্চ গোলদাতা(১৩ গোল)ৰ খ্যাতি অৰ্জন কৰে। বিশেষকৈ উল্লেখ্য আইনট্ৰাচট ফ্ৰাঙ্কফোৰ্টৰ বিৰুদ্ধে ফাইনেলত ৭-৩ ব্যৱধানত জয়ী হওঁতে তেওঁ ৪ গোল কৰে। এই সাফল্যই তেওঁৰ ফুটবল প্ৰতিভাক আৰু অধিক উদ্ভাসিত কৰে। গ্লাচগোত অনুষ্ঠিত এই ঐতিহাসিক ফাইনেলত ডেনি ব্লাঞ্চফ্লাৱাৰৰ মন্তব্য, "You have left foot like Puskas, you don't need right foot" বিশ্বৰ শ্ৰেষ্ঠ ইনচাইদ-ফৰোৱাৰ্ড পুচকাচৰ দীঘলীয়া ও ৰোমাঞ্চকৰ ফুটবল জীৱনৰ শ্ৰেষ্ঠ মেচসমূহৰ এইখন শ্ৰেষ্ঠতম যদিও, তেওঁৰ নাম চিৰদিন হাঙ্গেৰি একাদশৰ সৈতে সংযুক্ত থাকিব। উপৰি ৰিয়েল মাদ্ৰিদে ইউৰোপীয় চেম্পিয়নচিপত দুবাৰ (১৯৬২ আৰু ১৯৬৪) ৰানাৰ্চ-আপ পায়। ১৯৬২ৰ ফাইনেলত দুৰ্দ্ধৰ্ষ বেনফিকাৰ বিৰুদ্ধে প্ৰথমাৰ্দ্ধত হেট-ট্ৰিক অৰ্জন কৰিলেও ৰিয়েল মাদ্ৰিদ ৩-৫ ব্যৱধানত পৰাভূত হয়। পুনৰ ১৯৬৪ৰ ফাইনেলত ইন্টাৰ-মিলানৰ হাতত ১-৩ ব্যৱধানত পৰাজয় বৰণ কৰে। এইখিনিতে উল্লেখ্য পুচকাচে ইউৰোপীয় কাপৰ ৩৭ খন খেলত ৩৬ গোলৰ কৃতিত্ব এৰি থৈ গৈছে।

ইউৰোপীয় ফুটবলৰ ধুমুহা ৰিয়েল মাদ্ৰিদ ক্লাবে ১৯৬০ চনৰ বিশ্ব ক্লাব চেম্পিয়নচিপ ফাইনেলত দক্ষিণ আমেৰিকা চেম্পিয়ন উৰুগুৱেৰ পেনাৰোল ক্লাবৰ বিৰুদ্ধে মণ্টিভিডিওত অনুষ্ঠিত খেল ০-০ ভাৱে অন্ত পৰে; কিন্তু মাদ্ৰিদত অনুষ্ঠিত দ্বিতীয় লীগত ৫-১ ব্যৱধানত জয়ী হৈ বিশ্ব খিতাপ অৰ্জন কৰে। ইয়াৰোপৰি পুচকাচে স্পেইন পক্ষে ৪ খন আন্তৰ্জাতিকত অভ্যুদয় হৈ ২ গোল কৰে। ইয়াৰ অন্তৰ্গত ১৯৬২ বিশ্বকাপত অংশ গ্ৰহণ কৰোঁতে গ্ৰুপ লীগৰ পৰাই বিদায় লব লগা হয়। এই খিনিতে উল্লেখ্য তেওঁ মুঠ ৫২৮ খন ক্লাব খেলত অংশ লৈ ৫১১ গোল কৰে।

বিশ্ব-বিশ্ৰুত ফুটবল খেলুৱৈ ফেৰেঙ্ক পুচকাচে ১৯৬৬ চনত মাদ্ৰিদৰ বাৰ্নাবু ষ্টেডিয়ামত আশী হেজাৰ দৰ্শকৰ সন্মুখত তেওঁৰ শেষ খেল প্ৰদৰ্শন কৰি অৱসৰ লয়। ৭০তম জন্ম দিৱসত তেওঁক "অলিম্পিক অৰ্দাৰ" সন্মানেৰে বিভূষিত কৰে।



# জোচেফ্ বজচিক



আধুনিক ফুটবলত পোন প্ৰথম ধুমুহা সৃষ্টি কৰোঁতা পঞ্চাশ দশকৰ হাঙ্গেৰি "মেজিক মেগয়াৰ্চ" নামেৰে পৰিচিত। বিশ্বফুটবলৰ বিভিন্ন প্ৰাঙ্গনত তেওঁলোকৰ গৌৰবান্বিত ক্ৰীড়া কৌশলে যি ধুমুহা সৃষ্টি কৰিলে এনে দৃষ্টান্ত বিৰল। এই ঐতিহাসিক মেজিক মেগয়াৰ্চৰে যুগন্ধৰ ফুটবল চৰিত্ৰ জোচেফ্ বজচিক। বিশ্বফুটবলৰ মুকুটহীন সম্ৰাট হাঙ্গেৰিৰ মেৰুদণ্ড স্বৰূপ আছিল। সুদীৰ্ঘ চাৰিবছৰ (১৯৫০-৫৪) অপৰাজয়ৰ গৌৰৱত গৌৰাবান্বিত হাঙ্গেৰিয়ে সম্পূৰ্ণ নতুন ও আকৰ্ষণীয় কৌশলৰ দ্বাৰা ফুটবলত ৰূপান্তৰ আনোতে প্ৰতিজন খেলুৱৈয়ে দুৰন্ত গতিত বলটো আক্ৰমণাত্মক ভূমিকা লৈছিল। ইয়াৰ অন্তৰ্গত দলৰ ৰাইট-হাফ্ জোচেফ্ বজচিক অন্যতম। তেওঁ পোন্ধৰ বছৰৰ ভিতৰত (১৯৪৭-৬২) মুঠ ১০০ খন আন্তৰ্জাতিকত অংশ লয় তথা শততম আন্তৰ্জাতিকত অভ্যুদয় হোৱা বিশ্বৰ তৃতীয়জন ফুটবলাৰ। সেই সময়তে হাঙ্গেৰি দল গৃহ পথাৰত তেৰ বছৰকাল অপৰাজিত আছিল।

জোচেফ্ বজচিক ১৯২৫ চনত বুডাপেষ্টৰ এক সাধাৰণ শ্ৰমিক পৰিয়ালত জন্ম গ্ৰহণ কৰে। ফুটবলৰ পাতনি কিচপেষ্ট ক্লাবত। তেওঁ ১৯৩৭-১৯৪৯ পৰ্যন্ত এই দলতে খেলে। ইতিমধ্যে কিচপেষ্ট ক্লাব সৈন্যবাহিনীৰ হনভেদ দললৈ ৰূপান্তৰ হয়। বজচিকে কিচপেষ্টত খেলি থাকোতেই ১৯৪৭ চনৰ ১৭ আগষ্টত বুলগেৰিয়াৰ বিৰুদ্ধে বুডাপেষ্টত আন্তৰ্জাতিক আত্মপ্ৰকাশ ঘটে আৰু হাঙ্গেৰি ৯-০ ব্যৱধানত জয়ী হয়। ১৯৫৪ বিশ্বকাপৰ ফাইনেলত হাঙ্গেৰিৰ পৰাজয়ে তেওঁলোকৰ চাৰিবছৰীয়া অপৰাজিত ৰাজত্বৰ অৱসান হয়। বিশেষকৈ ১৯৫২ অলিম্পিক ক্ৰীড়াত ফুটবলৰ স্বৰ্ণপদক জয় কৰে। বিশ্বকাপত হাঙ্গেৰিয়ে পৰাজয় বৰণ কৰিলেও বিশ্বৰ শ্ৰেষ্ঠ দলৰূপে খ্যাতি অৰ্জন কৰে উপৰি বিশ্বফুটবলৰ মুকুটহীন সম্ৰাটৰূপে পৰিগণিত হয়। ৰাইট-হাফ্ পজিচনত বজচিকৰ দীপ্তিমান ও আক্ৰমণাত্মক ষ্টাইলৰ ক্ৰীড়া কৌশল ৰাজিয়ে কিচপেষ্টৰ পক্ষে পাঁচবাৰ চেম্পিয়নচিপ্ পদক কঢ়িয়াই অনাৰ উপৰি ১৯৪৯-১৯৬৩ লৈকে হনভেদত খেলোতে ১৯৫০, ১৯৫২, ১৯৫৪ আৰু ১৯৫৫ চনত লীগ জয়ী হয়।

১৯৫৪ বিশ্বকাপৰ গ্ৰুপ লীগৰ খেলত পুচকাচ আহত হোৱা বাবে গুৰুত্বপূৰ্ণ কোৱাৰ্টাৰ আৰু চেমি-ফাইনেলত হাঙ্গেৰি দলে বজচিকৰ অধিনায়কত্বত সাফল্যমণ্ডিত

ফুটবল খেলে। অৱশ্যে কোৱার্টাৰ-ফাইনেলত ব্ৰাজিলৰ নিল্টন চাণ্টোচৰ সৈতে সৃষ্টি হোৱা সংঘৰ্ষৰ ফলস্বৰূপে বজচিক খেলপথাৰৰ পৰা বহিষ্কৃত হয়। ১৯৫৬ চনত হাঙ্গেৰিত উদ্ভৱ হোৱা গৃহ বিপ্লৱৰ ফলস্বৰূপে জাতীয় দলৰ পুচকাচ, কোচিচ আৰু জিবৰে বিদেশৰ ক্লাবত যোগদান কৰে। বজচিকে হনভেদ ক্লাবত খেল অব্যাহত ৰাখি ১৯৫৮ বিশ্বকাপত হাঙ্গেৰিৰ ঐতিহ্য ও সন্মান অটুট ৰখাৰ অৰ্থে পুৰণি সহচৰ গ্ৰচিকচ আৰু হিদেকুটিৰ সৈতে জাতীয় দলত অৱতীৰ্ণ হয়। হাঙ্গেৰিয়ে ইয়াত সাফল্যমণ্ডিত ফুটবল খেলিব নোৱাৰিলে আৰু গ্ৰুপ লীগতে বিদায় গ্ৰহণ কৰে। ১৯৬২ বিশ্বকাপত বজচিক উপস্থিত নেথাকিলেও প্ৰাথমিক পৰ্য্যায়ৰ খেলসমূহত অংশ লৈ হাঙ্গেৰিক চূড়ান্ত ষোল্লটা দলত স্থান আনি দিয়ে। এইখিনিতে উল্লেখ্য ১৯৬২ চনৰ ১৮ এপ্ৰিলত বুডাপেষ্টত অনুষ্ঠিত হাঙ্গেৰি বনাম উৰুগুৱে তেওঁৰ শততম আন্তৰ্জাতিক ১-১ গোলত ড্ৰ থাকে অৱশ্যে দলৰ হৈ স্কৰ বজচিকৰ। তেওঁ ১৯৬৩ লৈকে হনভেদ দলত খেলি অৱসৰ গ্ৰহণ কৰে। সৰ্বযুগৰ শ্ৰেষ্ঠ ৰাইট-হাফ্ জোচেফ্ বজচিকে ১৯৭৮ চনৰ ৩১ মে'ত বুডাপেষ্টত মাত্ৰ ৫৩-বছৰ বয়সত শেষ নিঃশ্বাস ত্যাগ কৰে।

## বজচিকৰ আন্তৰ্জাতিক খেল

| তাৰিখ | স্থান | প্ৰতিপক্ষ | ফলাফল(স্কৰ) |
|---|---|---|---|
| ১। ১৭-৮-৪৭ | বুডাপেষ্ট | বুলগেৰিয়া | ৯-০ |
| ২। ১৪-৯-৪৭ | ভিয়েনা | অষ্ট্ৰিয়া | ৩-৪ |
| ৩। ১২-১০-৪৭ | বুখাৰেষ্ট | ৰুমানিয়া | ৩-০ |
| ৪। ২২-৪-৪৮ | বুডাপেষ্ট | চুইজাৰলেণ্ড | ৭-৪ |
| ৫। ২-৫-৪৮ | ভিয়েনা | অষ্ট্ৰিয়া | ২-৩ |
| ৬। ৬-৬-৪৮ | বুডাপেষ্ট | ৰুমানিয়া | ৯-০ |
| ৭। ১৯-৯-৪৮ | ৱাৰ্চ | পোলেণ্ড | ৬-২ |
| ৮। ৩-১০-৪৮ | বুডাপেষ্ট | অষ্ট্ৰিয়া | ২-১ |
| ৯। ২১-১০-৪৮ | বুখাৰেষ্ট | ৰুমানিয়া | ৫-১ |
| ১০। ৭-১১-৪৮ | চোফিয়া | বুলগেৰিয়া | ০-১ |
| ১১। ১০-৪-৪৯ | প্ৰাগ | চেকোশ্লোভাকিয়া | ২-৫ |
| ১২। ৮-৫-৪৯ | বুডাপেষ্ট | অষ্ট্ৰিয়া | ৬-১ |
| ১৩। ১২-৬-৪৯ | বুডাপেষ্ট | ইটালি | ১-১ |
| ১৪। ১৯-৬-৪৯ | ষ্টকহম | চুইডেন | ২-২ |
| ১৫। ১০-৭-৪৯ | দিব্ৰিচেন | পোলেণ্ড | ৮-২ |
| ১৬। ১৬-১০-৪৯ | ভিয়েনা | অষ্ট্ৰিয়া | ৪-৩ |

| | | | | |
|---|---|---|---|---|
| ১৭। | ৩০-১০-৪৯ | বুডাপেষ্ট | বুলগেরিয়া | ৫-০ |
| ১৮। | ২০-১১-৪৯ | বুডাপেষ্ট | চুইডেন | ৫-০ |
| ১৯। | ৩০-৪-৫০ | বুডাপেষ্ট | চেকোশ্লোভাকিয়া | ৫-০ |
| ২০। | ১৪-৫-৫০ | ভিয়েনা | অষ্ট্ৰিয়া | ৩-৫ |
| ২১। | ৪-৬-৫০ | ৱাৰ্চ | পোলেণ্ড | ৫-২ |
| ২২। | ২৪-৯-৫০ | বুডাপেষ্ট | আলবেনিয়া | ১২-০ |
| ২৩। | ২৯-১০-৫০ | বুডাপেষ্ট | অষ্ট্ৰিয়া | ৪-৩ |
| ২৪। | ১২-১১-৫০ | চোফিয়া | বুলগেৰিয়া | ১-১ |
| ২৫। | ২৭-৫-৫১ | বুডাপেষ্ট | পোলেণ্ড | ৬-০ |
| ২৬। | ১৪-১০-৫১ | উইটকুউইচ | চেকোশ্লোভাকিয়া | ২-১ |
| ২৭। | ১৮- ১-৫১ | বুডাপেষ্ট | ফিনলেণ্ড | ৮-০ |
| ২৮। | ১৮-৫-৫২ | বুডাপেষ্ট | জাৰ্মান গণ প্ৰজাতন্ত্ৰ | ৫-০ |
| ২৯। | ২৫-৫-৫২ | মস্কো | মস্কো চিলেকচন | |
| ৩০। | ১৫-৬-৫২ | ৱাৰ্চ | পোলেণ্ড | ৫-১ |
| ৩১। | ২২-৬-৫২ | হেলছিংকি | ফিনলেণ্ড | ৬-১(১) |
| ৩২। | ১৫-৭-৫২ | টুৰ্কো | ৰুমানিয়া | ২-১ |
| ৩৩। | ২১-৭-৫২ | হেলছিংকি | ইটালি | ৩-০ |
| ৩৪। | ২৪-৭-৫২ | কুটকা | তুৰস্ক | ৭-১(১) |
| ৩৫। | ২৮-৭-৫২ | হেলছিংকি | চুইডেন | ৬-০ |
| ৩৬। | ২-৮-৫২ | হেলছিংকি | যুগোশ্লাভিয়া | ২-০ |
| ৩৭। | ২০-৯-৫২ | বাৰ্ণ | চুইজাৰলেণ্ড | ৪-২ |
| ৩৮। | ১৯-১০-৫২ | বুডাপেষ্ট | চেকোশ্লোভাকিয়া | ৫-০ |
| ৩৯। | ২৬-৪-৫৩ | বুডাপেষ্ট | অষ্ট্ৰিয়া | ১-১ |
| ৪০। | ১৭-৫-৫৩ | ৰোম | ইটালি | ৩-০ |
| ৪১। | ৫-৭-৫৩ | ষ্টকহম | চুইডেন | ৪-২ |
| ৪২। | ৪-১০-৫৩ | প্ৰাগ | চেকোশ্লোভাকিয়া | ৫-১ |
| ৪৩। | ১১-১০-৫৩ | ভিয়েনা | অষ্ট্ৰিয়া | ৩-২ |
| ৪৪। | ১৫-১১-৫৩ | বুডাপেষ্ট | চুইডেন | ২-২ |
| ৪৫। | ২৫-১১-৫৩ | ৱেম্বলী | ইংলেণ্ড | ৬-৩(১) |
| ৪৬। | ১২-২-৫৪ | কাইৰো | ইজিপ্ত | ৩-০ |
| ৪৭। | ১১-৪-৫৪ | ভিয়েনা | অষ্ট্ৰিয়া | ১-০ |
| ৪৮। | ২৩-৫-৫৪ | বুডাপেষ্ট | ইংলেণ্ড | ৭-১ |
| ৪৯। | ১৭-৬-৫৪ | জুৰিক | দক্ষিণ কোৰিয়া | ৯-০ |
| ৫০। | ২০-৬-৫৪ | বাচেল | পশ্চিম জাৰ্মেনি | ৮-৩ |

| | | | |
|---|---|---|---|
| ৫১। ২৭-৬-৫৪ | বার্ণ | ব্রাজিল | ৪-২ |
| ৫২। ৩০-৬-৫৪ | লুচান | উরুগুয়ে | ৪-২ |
| ৫৩। ৪-৭-৫৪ | বার্ণ | পশ্চিম জার্মেনি | ২-৩ |
| ৫৪। ১৯-৯-৫৪ | বুখারেষ্ট | রুমানিয়া | ৫-১ |
| ৫৫। ২৬-৯-৫৪ | মস্কো | ছোভিয়েট ইউনিয়ন | ১-১ |
| ৫৬। ১০-১০-৫৪ | বুডাপেষ্ট | চুইজারলেণ্ড | ৩-০(১) |
| ৫৭। ২৪-১০-৫৪ | বুডাপেষ্ট | চেকোশ্লোভাকিয়া | ৪-১ |
| ৫৮। ৮-১২-৫৪ | গ্লাচগো | স্কটলেণ্ড | ৪-২(১) |
| ৫৯। ২৪-৪-৫৫ | ভিয়েনা | অষ্ট্রিয়া | ২-২ |
| ৬০। ১১-৫-৫৫ | ষ্টকহম | চুইডেন | ৭-৩ |
| ৬১। ১৫-৫-৫৫ | কোপেনহেগেন | ডেনমার্ক | ৬-০ |
| ৬২। ২০-৫-৫৫ | হেলছিংকি | ফিনলেণ্ড | ৯-১ |
| ৬৩। ২৯-৫-৫৫ | বুডাপেষ্ট | স্কটলেণ্ড | ৩-১ |
| ৬৪। ১৭-৯-৫৫ | লুচান | চুইজারলেণ্ড | ৫-৪ |
| ৬৫। ২৫-৯-৫৫ | বুডাপেষ্ট | ছোভিয়েট ইউনিয়ন | ১-১ |
| ৬৬। ২-১০-৫৫ | প্রাগ | চেকোশ্লোভাকিয়া | ৩-১ |
| ৬৭। ১৬-১০-৫৫ | বুডাপেষ্ট | অষ্ট্রিয়া | ৬-১ |
| ৬৮। ১৩-১১-৫৫ | বুডাপেষ্ট | চুইডেন | ৪-২ |
| ৬৯। ২৭-১১-৫৫ | বুডাপেষ্ট | ইটালি | ২-০ |
| ৭০। ১৯-২-৫৬ | ষ্টানবুল | তুরস্ক | ১-৩ |
| ৭১। ২৯-৪-৫৬ | বুডাপেষ্ট | যুগোশ্লাভিয়া | ২-২(১) |
| ৭২। ২০-৫-৫৬ | বুডাপেষ্ট | চেকোশ্লোভাকিয়া | ২-৪(১) |
| ৭৩। ৩-৬-৫৬ | ব্রুচেলচ | বেলজিয়াম | ৪-৫ |
| ৭৪। ৯-৬-৫৬ | লিচবন | পর্তুগাল | ২-২ |
| ৭৫। ১৬-৯-৫৬ | বেলগ্রেড | যুগোশ্লাভিয়া | ৩-১ |
| ৭৬। ২৩-৯-৫৬ | মস্কো | ছোভিয়েট ইউনিয়ন | ১-০ |
| ৭৭। ৭-১০-৫৬ | পেৰিছ | ফ্রান্স | ২-১ |
| ৭৮। ১৪-১০-৫৬ | ভিয়েনা | অষ্ট্রিয়া | ২-০ |
| ৭৯। ১৬-৬-৫৭ | ষ্টকহম | চুইডেন | ০-০ |
| ৮০। ২৩-৬-৫৭ | বুডাপেষ্ট | বুলগেৰিয়া | ৪-১(১) |
| ৮১। ১৫-৯-৫৭ | চোফিয়া | বুলগেৰিয়া | ২-১ |
| ৮২। ২২-৯-৫৭ | বুডাপেষ্ট | ছোভিয়েট ইউনিয়ন | ১-২ |
| ৮৩। ৬-১০-৫৭ | বুডাপেষ্ট | ফ্রান্স | ২-০ |
| ৮৪। ১০-১১-৫৭ | বুডাপেষ্ট | নৰৱে | ৫-০ |

| | | | |
|---|---|---|---|
| ৮৫। ২২-১২-৫৭ | হেনোভাৰ | পশ্চিম জাৰ্মেনি | ০-১ |
| ৮৬। ২০-৪-৫৮ | বুডাপেষ্ট | যুগোশ্লাভিয়া | ২-০ |
| ৮৭। ৭-৫-৫৮ | গ্নাচগো | স্কটলেণ্ড | ১-১ |
| ৮৮। ৮-৬-৫৮ | চেণ্ডভিকেন | ৱেলচ | ১-১ |
| ৮৯। ১২-৬-৫৮ | ষ্টকহ্‌ম | চুইডেন | ১-২ |
| ৯০। ১৭-৬-৫৮ | ষ্টকহ্‌ম | ৱেলচ | ১-২ |
| ৯১। ২৬-১০-৫৮ | বুখাৰেষ্ট | ৰুমানিয়া | ২-১ |
| ৯২। ২৭-৯-৫৯ | বুডাপেষ্ট | ছোভিয়েট ইউনিয়ন | ০-১ |
| ৯৩। ১১-১০-৫৯ | বেলগ্রেড | যুগোশ্লাভিয়া | ৪-২ |
| ৯৪। ২৫-১০-৫৯ | বুডাপেষ্ট | চুইজাৰলেণ্ড | ৮-০ |
| ৯৫। ৮-১১-৫৯ | বুডাপেষ্ট | পশ্চিম জাৰ্মেনি | ৪-৩ |
| ৯৬। ৮-১০-৬১ | ভিয়েনা | অষ্ট্ৰিয়া | ১-২ |
| ৯৭। ৯-১২-৬১ | চাণ্টিয়াগো | চিলি | ১-৫ |
| ৯৮। ১৩-১২-৬১ | চাণ্টিয়াগো | চিলি | ০-০ |
| ৯৯। ২৬-১২-৬১ | মন্টিভিডিও | উৰুগুৱে | ১-১ |
| ১০০। ১৮-৪-৬২ | বুডাপেষ্ট | উৰুগুৱে | ১-১(১) |



*গ্ৰচিচ্ম*

# চেন্দৰ কোজিচ

পঞ্চাশ দশকত বিশ্বফুটবল প্ৰাঙ্গনত ধুমুহা সৃষ্টি কৰোঁতা "মেজিক মেগ্য়াৰ্চ"ৰ ভয়াবহ গোলদাতা চেন্দৰ কোজিচ সকলোৰে পৰিচিত নাম। হাঙ্গেৰিৰ ইনচাইদ-ফৰোৱাৰ্ড পজিচনত দুৰ্দ্ধৰ্ষ ফুটবলৰ অৱতাৰণা কৰি ৬৮ খন আন্তৰ্জাতিকত ৭৫ গোল (১৯৪৮-৫৬)ৰ বন্যা বোৱাই যি কীৰ্ত্তিস্তম্ভ স্থাপন কৰিলে ই যুগ-যুগান্তৰ অচল অটল হৈ ৰব। ইয়াৰ অন্তৰ্গত হাঙ্গেৰিয়ে ১৯৫০-১৯৫৪ পৰ্য্যন্ত দীৰ্ঘ চাৰিবছৰ আন্তৰ্জাতিক ফুটবলত অপৰাজিত কৃতিত্বৰ স্বাক্ষৰ ৰাখিবলৈ সক্ষম হয়। ফুটবল ইতিহাসত এনে ধৰণৰ ঘটনা এয়ে প্ৰথম। কোজিচৰ দুই ভৰি সমান কুশলী উপৰি হেডিঙৰ পাৰদৰ্শিতাৰ হেতু আন্তৰ্জাতিক ফুটবলত "গোল্ডেন হেড্" নামেৰে প্ৰখ্যাত। বিশ্বৰ খ্যাতনামা ক্ৰীড়া বিশেষজ্ঞসকলে তেওঁক "গ্ৰেটেষ্ট হেডাৰ" আখ্যা দিছে। ফুটবল ইতিহাসৰ পাত লুটিয়ালে দেখা যায় চেন্দৰ কোজিচৰ দৰে বলিষ্ঠ ক্ৰীড়া চৰিত্ৰ অতি বিৰল।

চেন্দৰ কোজিচ ১৯২৯ চনৰ ২১ ছেপ্তেম্বৰত বুডাপেষ্টত জন্ম গ্ৰহণ কৰে। ফুটবলৰ পাতনি বুডাপেষ্টৰ ফেৰেঙ্কভাৰোচ ক্লাবত। ফেৰেঙ্কভাৰোচ জুনিয়ৰ দলৰ পক্ষে প্ৰথম মৰছুমতে (১৯৪৮-৪৯) কেৱল ৩০ খন খেলত ১৪০ গোলৰ বন্যা বোৱাই অন্য দলতকৈ ১১ পইণ্ট ব্যৱধানত লীগ খিতাপ জয় কৰে। ফেৰেঙ্কভাৰোচৰ উদীয়মান



ত্রি-মূর্ত্তি হ'ল - বুডাই, জিবৰ আৰু কোজিচ। ইতিমধ্যে হুনভেদ বিশ্বৰ এক প্ৰলয় সৃষ্টিকাৰী দলত পৰিণত হওঁতে পূৰ্বৰে পৰা পুচকাচ, বজচিক, গ্ৰচিকচ আদি খ্যাতনামাসকল আছেই তাতে যেৰেষ্কভাৰোচৰ তিনি দুৰ্দ্ধৰ্ষৰ সঠিক সমন্বয় হুনভেদ ক্লাবৰ শক্তি বৃদ্ধিৰ অন্যতম কাৰণ। পৰৱৰ্ত্তী সাতটা মৰছুমৰ পাঁচটাত লীগ চেম্পিয়ন হয়। চেন্দৰ কোজিচেও সৰ্বোচ্চ গোলদাতাৰ সন্মান কাঢ়িয়াই আনোতে ১৯৫১ = ৩০ গোল; ১৯৫২ = ৩৬ গোল; ১৯৫৪ = ৩৩ গোল কৰে। চেন্দৰ কোজিচে ১৯৪৮ চনৰ ৬ জুন তাৰিখে বুডাপেষ্টত ৰুমানিয়াৰ বিৰুদ্ধে আন্তৰ্জাতিক ফুটবলত আত্মপ্ৰকাশ কৰে। বিশেষকৈ ১৯৫২ চনৰ অলিম্পিকৰ ফুটবলত হাঙ্গেৰিৰ স্বৰ্ণ পদক বিজয়ত তেওঁৰ ভূমিকা গুৰুত্বপূৰ্ণ আৰু ফাইনেলত যুগোশ্লাভিয়াক ২-০ গোলত পৰাভূত কৰে।

১৯৫৪ বিশ্বকাপত চেন্দৰ কোজিচ খ্যাতিৰ শীৰ্ষত বিচৰণ কৰে। কাৰণ পশ্চিম জাৰ্মেনিৰ বিৰুদ্ধে গ্ৰুপ লীগৰ খেলত অধিনায়ক পুচকাচ জাৰ্মান চেণ্টাৰ-হাফ্ লাইব্ৰিচৰ সৈতে খুন্দা লাগি আহত হৈ খেলপথাৰ ত্যাগ কৰিব লগা হয় আনকি পৰৱৰ্ত্তী খেলসমূহতো অনুপস্থিত থাকে। ফলত আক্ৰমণৰ সম্পূৰ্ণ ভাৰ তেওঁ বহন কৰিব লগা হয়। বিশেষকৈ আক্ৰমণ ৰচনাত গৰিষ্ঠ সংখ্যক অৱদান চেন্দৰ কোজিচৰ। গ্ৰুপ লীগৰ খেলত তেওঁ কোৰিয়াৰ বিৰুদ্ধে ৩ গোল, পশ্চিম জাৰ্মেনিৰ বিৰুদ্ধে ৪ গোল কৰে। পুচকাচ বিহীন হাঙ্গেৰি দলত কোজিচৰ অনবদ্যতাই নিষ্প্ৰভতা বিৰাজমান হোৱা নাছিল। কোৱাৰ্টাৰ-ফাইনেলত ব্ৰাজিলৰ সন্মুখীন হয়। এই খেলখন ফুটবল বুৰঞ্জীত "বেটেল অৱ বাৰ্ণ" নামেৰে কুখ্যাতি যুগে যুগে বহন কৰি যাব; কাৰণ, খেলখনত সংখ্যাধিক ফাউলৰ সমাবেশ ঘটে। কিন্তু এই ৰাফ্ খেলৰ মাজতো চেন্দৰ কোজিচে স্বকীয় ক্ৰীড়াধাৰা অব্যাহত ৰাখি ২ গোল কৰে আৰু হাঙ্গেৰি ৪-২ ব্যৱধানত জয়ী হয়।

কোজিচৰ ক্ৰীড়া জীৱনত সৰ্বশ্ৰেষ্ঠ খেল খেলে উৰুগুৱেৰ বিৰুদ্ধে বিশ্বকাপৰ চেমি-ফাইনেলত। হাঙ্গেৰি ২-০ ব্যৱধানত আগবাঢ়ি থকা স্বত্বেও উৰুগুৱে দলে নিৰ্দ্ধাৰিত সময়ত সমতা স্থাপন কৰে (২-২)। অনুষ্ঠিত হয় অতিৰিক্ত সময়ৰ খেল আৰু এই ভাৱগধুৰ সময়ৰ খেলত কোজিচৰ কৃতিত্বই হাঙ্গেৰিৰ পক্ষে বিজয়ৰ বৰমাল্য কাঢ়িয়াই আনোতে ৪-২ ব্যৱধানত জয়ী হৈ ফাইনেলত প্ৰবেশ কৰে। কিন্তু ফাইনেলত কোজিচে তেনে সুবিধা কৰিব নোৱাৰিলে। তেওঁৰ চট্ গোলবাৰত লাগি ওভতি আহে হয়তো ফুটবলৰ ভাগ্যদেৱী মেজিক মেগ্য়াৰ্চৰ অনুকূলত নাছিল আৰু অপৰাজিত *হাঙ্গেৰি পশ্চিম জাৰ্মেনিৰ হাতত ২-৩ ব্যৱধানত পৰাভূত হয়। ১৯৫০ চনৰ ১৪* মে'ত অষ্ট্ৰিয়াৰ বিৰুদ্ধে ৩-৫ গোলত পৰাভূত হোৱাৰ পিচত দীৰ্ঘ চাৰিবছৰ অপৰাজিত থাকি ১৯৫৪ চনৰ ৪ জুলাইত বাৰ্ণত অনুষ্ঠিত পঞ্চম বিশ্বকাপ টুৰ্নামেণ্টৰ ঐতিহাসিক ফাইনেলত পশ্চিম জাৰ্মেনিৰ হাতত পৰাজয় বৰণ কৰে। এই গৌৰৱান্বিত সময়ছোৱাত হাঙ্গেৰিয়ে মুঠ ৩৪ খন আন্তৰ্জাতিকত অপৰাজিত থাকে। হাঙ্গেৰিয়ে বিশ্ব চেম্পিয়নচিপ্

অৰ্জন কৰিব নোৱাৰিলেও বিশ্ব শ্ৰেষ্ঠ দলৰূপে পৰিগণিত হওঁতে চেন্দৰ কোজিচে মুঠ ১১ গোল কৰি টপ্ স্কোৰাৰৰ খ্যাতি অৰ্জন কৰে, ইয়াৰ অন্তৰ্গত দুটা হেট- ট্ৰিক।

বিশ্বকাপত পৰাভূত হলেও হাঙ্গেৰিয়ে পৰৱৰ্ত্তীকালত স্বকীয় দুৰ্দ্ধৰ্ষতাৰ হ্ৰাস ঘটোৱা নাছিল। এনেতে হাঙ্গেৰিৰ ফুটবলত বিপৰ্য্যয়ৰ উদ্ভৱ হয়। ১৯৫৬ চনত হনভেদ ক্লাবে দক্ষিণ আমেৰিকা ভ্ৰমণত যাওঁতে হাঙ্গেৰিত বিদ্ৰোহৰ সূত্ৰপাত হয়। তেওঁ স্বদেশলৈ প্ৰত্যাবৰ্ত্তন নকৰি প্ৰথমে চুইজাৰলেণ্ডত কিশোৰসকলৰ প্ৰশিক্ষক নিযুক্ত হয় কিন্তু পিচত স্পেইনৰ বাৰ্চিলোনা ক্লাবত যোগ দিয়ে। সেই সময়ত বাৰ্চিলোনা দল কুবালা, চুৱাৰেজ, জিবৰ আদি খ্যাতনামাসকলেৰে পুষ্ট আছিল। অৱশ্যে বাৰ্চিলোনাই দুবাৰ লীগ আৰু দুবাৰ কাপ জয়ী হয়। ১৯৫৮ ইউৰোপীয় ফেয়াৰ্চ কাপ ফাইনেলত বাৰ্চিলোনাই লণ্ডন দলক ৮-২ ব্যৱধানত পৰাভূত কৰে। পুনৰ ১৯৬০ চনত বাৰ্মিংহাম চিটি দলক ৫-২ গোলত পৰাভূত কৰি ফেয়াৰ্চ কাপ জয় কৰে। ১৯৬২ চনত তৃতীয়বাৰৰ বাবে ফাইনেলত উপনীত হওঁতে ভেলেন্সিয়াৰ হাতত ৩-৭ ব্যৱধানত পৰাজয় বৰণ কৰে কিন্তু বাৰ্চিলোনাৰ তিনিওটা স্কৰ চেন্দৰ কোজিচৰ।

১৯৬১ ইউৰোপীয়ান চেম্পিয়ন ক্লাবচ' কাপ ফাইনেলত বাৰ্চিলোনা দলে বেনফিকাৰ হাতত ২-৩ ব্যৱধানত পৰাভূত হৈ ৰানাৰ্চ-আপ পায়। ইয়াৰে ১ গোল কোজিচে কৰে। ষাঠি দশকৰ মধ্যভাগতে (১৯৬৬) চেন্দৰ কোজিচে স্পেনীচ ফুটবলতে অৱসৰ লওঁতে বাৰ্চিলোনা ষ্টেডিয়ামত অনুষ্ঠিত বাৰ্চিলোনা বনাম টি.এচ.ভি. হামবাৰ্গ তেওঁৰ বিদায় মেচ। শত সহস্ৰৰ চকুলোৰে ফুটবল জগতৰ "গোল্ডেন হেড্" চেন্দৰ কোজিচক বিদায় দিয়ে। বিশ্ব ফুটবল মঞ্চৰ পৰা অদৃশ্য হ'ল এক উজ্বল তাৰকা কিন্তু যুগ-যুগান্তৰ দৃশ্যমান হৈ থাকিব ৬৮ খন আন্তৰ্জাতিকত ৭৫ গোল, ইয়াৰ অন্তৰ্গত ৭টা হেট-ট্ৰিক।

ফুটবলৰ পৰা অৱসৰ লৈ চেন্দৰ কোজিচে স্পেইনতে বসবাস কৰিবলৈ লয়। পেটৰ বিষৰ বাবে চিকিৎসাধীন হৈ থাকোতে ১৯৭৯ চনৰ ২১ জুলাইত বাৰ্চিলোনাৰ এখন ক্লিনিকৰ খিড়িকীৰে পৰি চেন্দৰ কোজিচে মৃত্যু বৰণ কৰে।

◆◆



# নেন্দৰ হিদেকুটি



পঞ্চাশ দশকৰ শিহৰণ সৃষ্টিকাৰী ঐতিহাসিক ফুটবল দল হাঙ্গেৰি একাদশত পুচকাচ-কোজিচ আদিৰ সৈতে সদায় জড়িত থকা আন এটা ক্ৰীড়া ব্যক্তিত্ব হ'ল, নেন্দৰ হিদেকুটি । এই গৰাকী দিপ-লাইং চেণ্টাৰ-ফৰোৱাৰ্ডে হাঙ্গেৰিৰ সফল ফুটবলত যি ভূমিকা দিলে সেয়া সচাঁকৈয়ে তুলনাহীন । আধুনিক ফুটবলত সৃষ্টি হোৱা এই নতুন ধৰণৰ চেণ্টাৰ-ফৰোৱাৰ্ডৰ খেলৰ ভূমিকাক পূৰ্ণাঙ্গৰূপ দিলে তেওঁৰ চহকী কলা কৌশল আৰু সোঁ-ভৰিৰ বিস্ময়কৰ চট্সমূহে । এই দ্ৰুত গতি সম্পন্ন আক্ৰমণাত্মক খেলুৱৈ গৰাকীৰ ফুটবলৰ ওপৰত থকা দৃঢ় বিশ্বাস আৰু চমৎকাৰ নিয়ন্ত্ৰণেই আছিল দলৰ প্ৰধান শক্তিৰ উৎস ইয়াৰ অন্তৰ্গত মধ্য-মিল্ডত ৰাইট-হাফ্ বজচিকৰ উৎসাহী সহায়কৰ ভূমিকা লয় ।

নেন্দৰ হিদেকুটি ১৯২২ চনৰ ৩ মাৰ্চত বুডাপেষ্টত জন্ম গ্ৰহণ কৰে । ফুটবলৰ পাতনি বুডাপেষ্টৰ এফ. চি. উজলাকি স্কুলীয়া দলত । ১৯৪০ চনৰ পৰা ইলেকট্ৰমুচ দলত খেলিব লয় আৰু দ্বিতীয় ডিভিজন হাৰ্মিনামেজো দলত খেলি থাকোতে ১৯৪৫ চনত আন্তৰ্জাতিক আত্মপ্ৰকাশ ঘটোতে জাতীয় কোচ্ টিবৰ গালোভিচ সমালোচনাৰ

জোৱাৰত পৰে । প্ৰথমতে তেওঁ জাতীয় দলৰ অনিয়মিত খেলুৱৈ আছিল । ১৯৪৬ চনৰ পৰা এম টি কে বুডাপেষ্ট দলত ৰাইট-ইনৰূপে দীৰ্ঘ বাৰবছৰ বলিষ্ঠ ক্ৰীড়া বৰঙণি আগবঢ়াওঁতে ৩০২ খন লীগত অংশ লয় আৰু ১৯৫১, ১৯৫৩ আৰু ১৯৫৮ চনত লীগ খিতাপ জয় কৰাৰ উপৰি ১৯৫২ চনত কাপ জয় কৰে । এম টি কে বুডাপেষ্টৰ হৈ মুঠ ২২২ গোল কৰে। হিদেকুটি ১৯৫২ চনৰ পৰা জাতীয় দলৰ নিয়মিত খেলুৱৈ হৈ পৰোতে কোচ্ গুস্তাভ চেবেচে তেওঁক দিপ-লাইং চেণ্টাৰ-ফৰোৱাৰ্ডৰ ভূমিকা প্ৰদান কৰে আৰু এই নতুন পজিচনত বিপ্লৱ সূচনা কৰি হাঙ্গেৰিয়ে ফুটবলত স্বৰ্ণ পদক জয় কৰে । ১৯৫৩ চনত ৱেম্বলীত ইংলেণ্ডক ৬-৩ গোলত পৰাভূত কৰোঁতে তেওঁ ৩ গোল কৰে । পুনৰ বুডাপেষ্টতো ৭-১ ব্যৱধানত ধৰাশায়ী কৰোঁতে তেওঁৰ খেল স্মৰণীয় । ১৯৫৪ বিশ্বকাপত হাঙ্গেৰি নিশ্চিত বিজয়ৰ দলৰূপে পৰিগণিত হৈ আছিল যদিও ৰানাৰ্চ-আপ পাওঁতে তেওঁ মুঠ ৫ গোল কৰে । বিশেষকৈ কোৱাৰ্টাৰ-ফাইনেলত ব্ৰাজিল আৰু চেমি-ফাইনেলত উৰুগুৱে বিৰুদ্ধে তেওঁৰ গোল তথা স্কৰিং স্কিল ফুটবলৰ এক বিৰল নজিৰ ।

১৯৫৮ বিশ্বকাপত হাঙ্গৰিয়ে গ্ৰুপ লীগ খেলিয়ে বিদায় লব লগা হয় । ৱেলচৰ বিৰুদ্ধে ১-১ গোলত ড্ৰ খেলাৰ পিচত মেক্সিকোক ৪-০ গোলত হৰুৱাই অৱশ্যে পিচৰখন খেলত তেওঁক খেলোৱা নাছিল । ইয়াৰ পিচতে তেওঁ আন্তৰ্জাতিক ফুটবলৰ পৰাও মেলানি মাগে । হাঙ্গেৰি পক্ষে মুঠ ৬৮ খন আন্তৰ্জাতিকত স্কৰ, ৩৯ গোল । বিশ্বকাপ অন্ত পৰাৰ কিছুদিন পিচতে তেওঁ ক্লাব দলৰ পৰাও অৱসৰ গ্ৰহণ কৰে যি কি নহওঁক হাঙ্গেৰিৰ ৯ নং জাৰ্চি পিন্ধা হিদেকুটি প্ৰথম ৱৰ্ল্ড ক্লাছ ডিপ-লাইং চেণ্টাৰ-ফৰোৱাৰ্ডৰূপে সদায় জিলিকি থাকিব ।



# গ্ৰচিক্স

গ্ৰচিক্স গিউলাই ১৯৪৭-১৯৬২ লৈকে হাঙ্গেৰিৰ পক্ষে মুঠ ৮৬খন আন্তৰ্জাতিকত অংশ গ্ৰহণ কৰে তথা সেইসময়ত ইমান অধিক সংখ্যক আন্তৰ্জাতিকত অভ্যুদয় হোৱা তেৱে বিশ্বৰ একমাত্ৰ গোলৰক্ষক। সুস্বাস্থ্যৰ অধিকাৰী এই খেলুৱৈ গৰাকীয়ে মাজে মাজে গোলপোষ্ট এৰি আগবাঢ়ি যোৱা গুণটোৰ বাবে তেওঁক "চতুৰ্থ বেক-গ্ৰচিক্স" আখ্যা দিয়া হৈছিল।

গ্ৰচিক্স গিউলা ১৯২৬ চনত জন্ম গ্ৰহণ কৰে। ফুটবলৰ পাতনি ভোৰুঙ্গ ক্লাবত। ১৯৫০ চনত সেনা বাহিনীৰ ফুটবল দল হনভেদলৈ যায়। ১৯৫২ চনত হাঙ্গেৰিয়ে অলিম্পিকৰ ফুটবলত স্বৰ্ণ পদক জয় কৰি চাঞ্চল্য সৃষ্টি কৰে। তেওঁ হাঙ্গেৰিৰ পক্ষে ১৯৫৪, ১৯৫৮ আৰু ১৯৬২ বিশ্বকাপত অংশ গ্ৰহণ কৰে। ইয়াৰ অন্তৰ্গত ১৯৫৪ চনত হাঙ্গেৰিয়ে ৰানাৰ্চ-আপ পাওঁতে হাঙ্গেৰিৰ ৫ জন খেলুৱৈয়ে বিশ্বকাপৰ অল-ষ্টাৰ দলত স্থান পায় ইয়াৰ অন্তৰ্গত গ্ৰচিক্সকো আছিল।

# জল্টান জিবৰ



পঞ্চাশ দশকৰ শিহৰণ সৃষ্টিকাৰী হাঙ্গেৰি একাদশৰ গোল স্কৰিং লেফট-আউট জল্টান জিবৰ। তেওঁ ১৯৪৯-১৯৫৬ পৰ্যন্ত হাঙ্গেৰিৰ পক্ষে মুঠ ৪২ খন আন্তৰ্জাতিকত ১৭ গোল কৰে। ১৯৫৪ বিশ্বকাপত তেওঁৰ বলিষ্ঠ ফুটবলে অল-ষ্টাৰ দলতো নিৰ্বাচন আনি দিছিল।

জল্টান জিবৰ ১৯২৯ চনত জন্ম গ্ৰহণ কৰে। ফুটবলৰ পাতনি কোমাৰম ক্লাবত। ইয়াত খেলি থাকোতে ফেৰেঙ্ক ভাৰোচ দলৰ চকু পৰে আৰু তেওঁক দলভুক্ত কৰোঁতে বিনিময়ত কোমাৰম ক্লাবৰ খেলপথাৰৰ চাৰিওদিশে ওখ বেৰ বনাই দিয়ে আৰু আজিও এই বেৰ "জিবৰ ৰেলিং" নামেৰে জনাজাত। ১৯৪৯ চনত ফেৰেঙ্কভাৰোচ দলে লীগ জয়ী হয় আৰু তেওঁ ১৮ গোল কৰে। সেই বছৰতে তেওঁ জাতীয় দলতো নিৰ্বাচন পায়। ইয়াৰ পিচতে জল্টান জিবৰে হনভেদ দললৈ যায়। তেওঁৰ খেলৰ বিশেষত্ব দুৰন্ত গতি তদৰূপ ড্ৰিবলিং ও গোল কৰাৰ অসীম ক্ষমতা। ১৯৫৪ বিশ্বকাপ ফাইনেলত তেওঁক ৰাইট-আউট পজিচনত খেলায়। বিশেষজ্ঞসকলৰ মতে জল্টান জিবৰৰ পজিচন সলনিয়ে ফাইনেলত হাঙ্গেৰিৰ পৰাজয়ৰ অন্যতম কাৰণ। অৱশ্যে জিবৰে ফাইনেলত ১গোল কৰে। বিশ্বকাপত তেওঁৰ মুঠ স্কৰ ৪ গোল। ১৯৫৫ চনত যুগ্মভাৱে লীগৰ টপ্ স্কৰাৰ হওঁতে ২০ গোল কৰে।

১৯৫৬ চনত হাঙ্গেৰিত বিপ্লৱৰ সূত্ৰপাতে তেওঁ স্পেইনৰ বাৰ্চিলোনা ক্লাবত যোগ দিয়ে। বাৰ্চিলোনাৰ পক্ষে ১৯৬০ চনত ফেয়াৰচ কাপ আৰু ১৯৬১ চনৰ ইউৰোপীয় চেম্পিয়ন ক্লাবচ' কাপত ৰানাৰ্চ-আপ পায়। ইয়াৰোপৰি তেওঁ ইটালিৰ ৰোমা, স্পেইনৰ এস্পানোল আৰু অষ্ট্ৰিয়াৰ এফ চি ভিয়েনা দলত খেলে। জল্টান জিবৰ ১৯৯৭ চনৰ ৬ ছেপ্তেম্বৰত বুডাপেষ্টৰ ওচৰৰ নৰ্দান চিটিত শেষ নিঃশ্বাস ত্যাগ কৰে।

# ফ্লোৰিয়ান এলবার্ট

১৯৫৪ বিশ্বকাপত হাঙ্গেৰিৰ পৰাজয়ে নিষ্প্ৰভ হৈ পৰা "মেজিক মেগয়ার্চ"ৰ ফুটবলত প্ৰাণৰ সঞ্চাৰ কৰোঁতা হাঙ্গেৰিয়ান খেলুৱৈ গৰাকী হ'ল, ফেৰেঙ্কভাৰোচ ক্লাবৰ চেণ্টাৰ-ফৰোৱাৰ্ড ফ্লোৰিয়ান এলবার্ট। কাৰণ কলা কৌশলত চহকী এই স্কিল্ড ফুটবলাৰ গৰাকীৰ খেলত হাঙ্গেৰিয়ান ফুটবলৰ বক্তিম প্ৰবাহ বিদ্যমান আছিল। বিশেষকৈ ১৯৬৭ চনত "ইউৰোপীয়ান ফুটবলাৰ অৱ দি ইয়েৰ" দুৰ্লভ সন্মানৰ অধিকাৰী হোৱা ফ্লেৰিয়ান এলবার্টৰ উপনাম "আধুনিক চিজাৰ"। শৰীৰৰ উচ্চতা ৬ ফুট আৰু ওজন ৭০ কিলোগ্ৰাম। জন্ম ১৯৪১ চনত। দক্ষিণ হাঙ্গেৰিৰ কৃষক পৰিয়ালৰ সন্তান ফ্লোৰিয়ান এলবার্টে বুডা-পেষ্টত পঢ়া-শুনা কৰোঁতে হাঙ্গেৰি জুনিয়ৰ দলত খেলিছিল। মাত্ৰ ১৭-বছৰ বয়সত প্ৰথম ডিভিজন ফেৰেঙ্কভাৰোচত যোগ দিয়াৰ কিছুদিন পিচতেই (জুন, ১৯৫৯) চুইডেনৰ বিৰুদ্ধে আন্তৰ্জাতিক আত্মপ্ৰকাশ ঘটোতে বুডাপেষ্টত হাঙ্গেৰি দল ৩-২ গোলত জয়ী হয়। এই খেলখনত এলবার্টৰ মনমুগ্ধকৰ ক্ৰীড়া ধাৰাই দৰ্শকৰ দৃষ্টি আকৰ্ষণ কৰিছিল। ৰোম অলিম্পিক ক্ৰীড়াত ফুটবলৰ ব্ৰঞ্জপদক বিজয়ী হাঙ্গেৰি দলত ফ্লোৰিয়ান এলবার্ট আছিল। যি কি নহওঁক তেওঁৰ ফুটবল স্কিলে হাঙ্গেৰিৰ ফুটবল ঐতিহ্যক বিশ্বফুটবলৰ মানস পটত পুনৰ উদ্ভাসিত কৰিছিল। হাঙ্গেৰিৰ লীগত গোলৰ বন্যা বোৱাওঁতে ১৯৬০(২৭ গোল), ১৯৬১(২১ গোল) আৰু ১৯৬৫ (২৭ গোল) চনত সৰ্বোচ্চ গোলদাতাৰ খ্যাতি অৰ্জন কৰে। ইয়াৰ অন্তৰ্গত ফেৰেঙ্কভাৰোচ দলে চাৰিবাৰ লীগ খিতাপ পায়।



১৯৬২ বিশ্বকাপৰ কোৱাৰ্টাৰ-ফাইনেলত হাঙ্গেৰি দল চেকোশ্লোভাকিয়াৰ হাতত ০-১ গোলত পৰাজয় বৰণ কৰি বিদায় লব লগা হয় যদিও ফ্লোৰিয়ান এলবার্টে ৪ গোল কৰি মুঠ ছয়জন সৰ্বোচ্চ গোলদাতাৰ তালিকাত সন্নিৱিষ্ট হয়। চাৰিবছৰৰ পিচত ১৯৬৬ বিশ্বকাপতো হাঙ্গেৰিয়ে কোৱাৰ্টাৰ-ফাইনেলত ছোভিয়েট ইউনিয়নৰ হাতত ১-২ গোলত পৰাভূত হয়। অৱশ্যে গ্ৰুপ লীগত ব্ৰাজিলক ৩-১ ব্যৱধানত

পৰাভূত কৰোঁতে তেওঁ জীৱনৰ শ্ৰেষ্ঠতম খেল প্ৰদৰ্শন কৰে। ইতিপূৰ্বে, ১৯৬৫ চনত ইউৰোপীয় ফেয়াৰ্চ কাপ জয় কৰোঁতে ফাইনেলত জুভেণ্টাচ ক্লাবক ১-০ গোলত পৰাভূত কৰে। পুনৰ ১৯৬৮ চনটো ফাইনেলত প্ৰৱেশ কৰোঁতে ফেৰেঙ্কভাৰোচ দল লীডচ ইউনাইটেডৰ হাতত ০-১ গোলত পৰাজয় বৰণ কৰে। পিচৰ বছৰ ডেনমাৰ্কৰ বিৰুদ্ধে বিশ্বকাপৰ কোৱালিফাইং খেলত প্ৰতিপক্ষক ব্যতিব্যস্ত কৰোঁতে ডেনিচ গোলৰক্ষকে এটা বল ধৰোতে এলবাৰ্টে আঠুত বেয়াকৈ আঘাত পায় আৰু কোপেনহেগেনৰ পৰা উলটি সম্পূৰ্ণ এবছৰকাল খেলপথাৰৰ পৰা আঁতৰত থাকিব লগা হয়। ১৯৭২ চনত শেষ আন্তৰ্জাতিক খেলত অভ্যুদয় হওঁতে তেওঁ মুঠ ৭৪ খন আন্তৰ্জাতিকত ৩০ গোলৰ কৃতিত্ব এৰি থৈ যায়।



# ফেৰেঙ্ক বেনে

১৯৬৪ চনৰ টকিঅ অলিম্পিক ক্ৰীড়াত হাঙ্গেৰিয়ে ফুটবলৰ স্বৰ্ণপদক জয় কৰোঁতে চেণ্টাৰ- ফৰোৱাৰ্ড ফেৰেঙ্ক বেনেই ৰোমাঞ্চকৰ ফুটবল অৱতাৰণা কৰাৰ লগতে ১২ গোল কৰি সৰ্বোচ্চ গোলদাতাৰ সন্মান অৰ্জন কৰে। বেনেৰ স্থাপিত এই কীৰ্ত্তিমান আজি পৰ্যন্ত কোনেও ভঙ্গ কৰিব পৰা নাই তথা এই আসৰতে ফেৰেঙ্ক বেনে বিশ্বখ্যাত হৈ উঠে। ১৯৬৬ বিশ্বকাপতো বেনেক উচ্চমান দণ্ডত দেখা যায় আৰু ইয়াত প্ৰদৰ্শিত বলিষ্ঠ খেলৰ ফলতে তেওঁ অল-ষ্টাৰ দলটো স্থান দখল কৰিবলৈ সক্ষম হয়।

ফেৰেঙ্ক বেনে ১৯৪৪ চনত জন্ম গ্ৰহণ কৰে। মাৰকালি ক্লাবত ফুটবলৰ পাতনি মেলি কাপোচভাৰে আৰু আপেষ্ট ডোজাৰ দলত খেলে। হাঙ্গেৰি লীগত ১৯৬৩ (২৩ গোল), ১৯৬৯ (২৭ গোল) আৰু ১৯৭২ (২৮ গোল) টপ স্কৰাৰ আছিল। বিশেষকৈ ১৯৬২ বিশ্বকাপৰ পিছতে যুগোশ্লাভিয়াৰ বিৰুদ্ধে আন্তৰ্জাতিক আত্মপ্ৰকাশ ঘটি ১৯৭২ পৰ্যন্ত ৬০ৰো অধিক আন্তৰ্জাতিকত ২৫ গোল কৰে।







# পেলে




বিশ্বফুটবলত ব্ৰাজিল মানে পেলে আৰু পেলে মানেই ফুটবল। সমগ্ৰ বিশ্বই ব্ৰাজিলক যিমান দূৰ চিনি পায় তাতোঁকৈ অধিক চিনাকি পেলেৰ সৈতে। পেলে ব্ৰাজিলৰ ন-কোটি জনতাৰ মধ্যমণি তথা জাতীয় ফুটবল একাদশৰ দিকপাল ইনচাইদ-লেফট্ ফৰোৱাৰ্ড আছিল । ১৯৫৮ বিশ্বকাপৰ মাধ্যমেৰে পেলেৰ জয়যাত্ৰাৰ সূচনা হয় । আন্তৰ্জাতিক ফুটবল পথাৰত পেলেৰ অভ্যুদয়ৰ পিচৰে পৰা ফুটবলৰ কলা কৌশল, গৰিমা আৰু আকৰ্ষণ অন্য ধৰণে বৃদ্ধি পাইছে । পেলেক কেন্দ্ৰ কৰি ৰিশ্বফুটবলত যি অভিনৱ অধ্যায়ৰ সংযোজন হ'ল-- ই অজেয় আৰু অদূৰ ভৱিষ্যতে আন কোনো ফুটবল কুশলীয়ে যে এই ক্ষেত্ৰত পেলেৰ কাষ চাপিব এই কথা ন-দি কোৱা টান। ব্ৰাজিলে ফুটবল প্ৰাঙ্গনলৈ উপহাৰ দিলে এক অনন্য প্ৰতিভা পেলেক। বিশ্বফুটবলত ব্ৰাজিলে একনায়কত্ব বজায় ৰখাৰ লগতে বিশ্বৰ ইমূৰৰ পৰা সিমূৰলৈকে পেলে এটি ঘৰুৱা নাম হৈ পৰে। ১৯৬৬ বিশ্বকাপত পেলেক নিষ্ঠুৰভাৱে ফাউল কৰা হয়। আঘাতৰ ওপৰত আঘাত হানি তেওঁক খেলপথাৰৰ পৰা বহিষ্কৃত কৰোঁতে তিনিবাৰ বিশ্বকাপ জয়ৰ সপোন দিঠকত পৰিণত হয়। এই তিক্ত অভিজ্ঞতাৰ বাবে ১৯৭০ মেক্সিকো বিশ্বকাপত অংশ গ্ৰহণ নকৰিবলৈ দৃঢ়-প্ৰতিজ্ঞ হয় যদিও পিচলৈ মত সলনি কৰে আৰু তিনি ৰত্ন জেয়াৰজিনহো, টোষ্টাও আৰু পেলেৰে পুষ্ট ব্ৰাজিল দলে তৃতীয়বাৰৰ বাবে বিশ্বকাপ জয় কৰি ফুটবলত এক নৱ অধ্যায়ৰ সৃষ্টি কৰে। এই ক্ষেত্ৰত পেলেৰ অৱদান আছিল অপৰিসীম। এই অধ্যায়ে ব্যক্ত কৰিলে ফুটবল যেন পেলেৰ বাবে জন্ম। আনহাতেদি কফি চহৰ চাওপলোত অৱস্থিত চান্তোচ ক্লাৱ বিশ্ব ক্ৰীড়ামোদীৰ এটি অতি মৰমৰ ও আদৰৰ দল হৈ পৰে। দেখা গ'ল পেলেৰ বাবে ব্ৰাজিল কফিতকৈও বিখ্যাত হৈ পৰিল । বিশ্বৰ চুকে-কোণে সকলোৰে পৰিচিত ব্ৰাজিল-চন্তোচ-পেলে । ১৯৭১ চনত আন্তৰ্জাতিক ফুটবলৰ পৰা পেলেৰ বিদায় ঘাতৰিয়ে বিশ্বক্ৰীড়াত এক ব্ৰজসম আঘাত কৰে; কিন্তু চান্তোচৰ পক্ষে প্ৰথম শ্ৰেণী ফুটবল অব্যাহত ৰাখোতে ক্ৰীড়ামোদীৰ শুকান হৃদয়ত জীপাল দিয়ে। পেলেই ১৯৭৪ চনত ফুটবলৰ পৰা অৱসৰ গ্ৰহণ কৰে যদিও আঠমাহৰ পিচৰে পৰা NASL-ৰ কচমচত খেলিব লওঁতে মাৰ্কিন যুক্তৰাষ্ট্ৰত ফুটবলৰ জনপ্ৰিয়তা বৃদ্ধি সঁচাকৈয়ে এক আচৰিত ঘটনা ! !

পেলে বিশ্বৰ সবাতোঁকৈ চহকী ও সৰ্বজন বিদিত ফুটবলাৰ। তেওঁৰ দৰ্শনীয় বল কন্ট্ৰোল, বল লৈ দ্ৰুত অগ্ৰসৰ আৰু শক্তিশালী নিখুঁত চট্ৰ বাবে সৰ্বকালৰ

শ্ৰেষ্ঠ ইনচাইদ-ফৰোৱাৰ্ড । বৰ্তমানলৈকে পেলেৰ সমকক্ষ কোনো দ্বিতীয় ফুটবলাৰৰ অভ্যুদয় হোৱা নাই। কলা কৌশলত চহকী পেলেৰ ক্ৰীড়া পদ্ধতি চতুৰ্দিশে ভ্ৰাম্যমান আছিল । তেওঁ যিকোনো পৰিস্থিতি ও পৰিবেশত বল আয়ত্তত পটু তদৰূপ বল দেলিভাৰীতো অতি দক্ষ । লগৰীৰ বাবে সুযোগ সৃষ্টি কৰাৰ উপৰি নিজেও সংখ্যাধিক গোলৰ অধিকাৰী। পেলেৰ ভৰিত বল পৰা মানেই শিল্পৰ সৃষ্টি উপৰি বিপক্ষৰ ৰক্ষণবেহুত প্ৰচণ্ড ড্ৰিবলিঙৰে সন্ত্ৰাস সৃষ্টি কৰিব পাৰি িস। বিশেষকৈ দুই ভৰিৰ তীব্ৰ চুটিং ক্ষমতা থকা পেলেই সামান্য সুযোগ পালেই গোল কৰাৰ অদ্ভুত ক্ষমতাত বিশ্বত অদ্বিতীয়। ব্ৰাজিলৰ ১০ নং জাৰ্চি পৰিধান কৰোঁতা পেলে "ক'লা মুকুতা" উপনামৰ উপৰি "কিং পেলে" "ব্লেক চিজাৰ" "চান গদ" নামেৰে পৰিচিত ।



পেলে ১৯৪০ চনৰ ২৩ অক্টোবৰত ব্ৰাজিলৰ খনি চহৰ টেৰেচ কোৰাকোচৰ এক দৰিদ্ৰ পৰিয়ালত জন্ম গ্ৰহণ কৰে । পেলেৰ প্ৰকৃত নাম এডচন এৰেন্টেচ দো নাচিমেন্টো। বুকুত ডাঙৰ দীঘল হোৱা দিকো (পেলে)য়ে দৰিদ্ৰতাৰ হেতু লগৰ বন্ধুৰ লগত ওচৰৰ ৰেল ষ্টেচনলৈ গৈ মালগাড়ীৰ পৰা পৰি যোৱা মটৰমাহ বুটলি সেই বিক্ৰীৰ ধনৰে ফুটবল-বুট ক্ৰয় কৰিছিল। ষ্ট্ৰিট ফুটবলত মত্ত দিকোয়ে বুৰু এথলেটিক ক্লাবৰ জুনিয়ৰ দলত খেলি থাকোতেই ক্লাবত খেলাৰ উপৰি জোতা কাৰখানা আৰু লণ্ড্ৰীত কাম কৰিছিল । ইতিমধ্যে জুনিয়ৰ খেলুৱৈৰ প্ৰতি আকৰ্ষিত হওঁতে ভলাদিমাৰ দি ব্ৰিটোয়ে ১৯৫৫ চনত তেওঁক চান্তোচ ক্লাবত যোগদান কৰোৱাই। নতুন পৰিৱেশত খাপ খাবলৈ তেওঁৰ সৰহ সময়ৰ প্ৰয়োজন নহ'ল আৰু কিছুদিনৰ পিচতেই বদলি খেলুৱৈৰূপে চেন্টাৰ-ফৰোৱাৰ্ডত ডেলভেহিওৰ সলনি অৱতীৰ্ণ হয় । এই খেলখনত চান্তোচে কোৰিন্থিয়ানচক ৭-১ ব্যৱধানত পৰাভূত কৰোঁতে তেওঁৰ ১ গোলৰ বৰঙণি ৰয় । সেই দিনতো আছিল ১৯৫৬ চনৰ ৭ ছেপ্তেম্বৰ । ক্ৰমান্বয়ে তেওঁৰ খ্যাতি সমগ্ৰ চাওপলোত বিয়পি পৰোঁতে জাতীয় দলৰ কৰ্মকৰ্ত্তাৰো দৃষ্টি আকৰ্ষণ কৰে আৰু ১৯৫৭ চনৰ কোপা ৰোকা কাপত আৰ্জেন্তিনাৰ বিৰুদ্ধে আন্তৰ্জাতিক আত্মপ্ৰকাশ ঘটে। ৰিও-দি-জেনিৰাত ৭ জুলাইৰ এই খেলত বদলি খেলুৱৈৰূপে দ্বিতীয়াৰ্দ্ধত খেলি ১ গোল কৰিলেও ব্ৰাজিল ১-২ ব্যৱধানত পৰাভূত হয় । চাওপলো লীগত প্ৰথম অভ্যুদয়তে ৩৬ গোলৰে সৰ্বোচ্চ গোলদাতা। ব্ৰাজিলিয়ান প্ৰথম ডিভিজনত প্ৰদৰ্শন কৰা চমকপ্ৰদ ফুটবল আৰু স্কৰসমূহে মাত্ৰ ১ৰ-বছৰ বয়সত এই গৰাকী ৫ ফুট ৬ $^1/_2$ ইঞ্চি ওখ

ও ৬৭ কিলোগ্ৰাম ওজনৰ নীগ্ৰো ফুটবলাৰে ১৯৫৮ বিশ্বকাপগামী দলত নিৰ্বাচন লাভ কৰে অথচ কেৱল পাঁচখন আন্তৰ্জাতিকৰে পুষ্ট। চুইডেন বিশ্বকাপত তেওঁ দুৰ্দ্ধৰ্ষ খেল প্ৰদৰ্শন কৰি বিশ্বখ্যাত হৈ পৰোতে ফাইনেলত ৫-২ ব্যৱধানত জয়ী হয় আৰু তেওঁ ২ গোল কৰে। ইয়াৰ অন্তৰ্গত প্ৰথমটো গোল যেন এক অবিশ্বাস্য প্ৰতিছবি ! আনকি পৰৱৰ্ত্তীকালৰ বিশ্বফুটবলতো এনে নজিৰ নাই-- প্ৰতিপক্ষৰ ৰক্ষণবিভাগত থকা পেলেলৈ সতীৰ্থ নিল্টন চান্তোচে ৩০ গজ দূৰৰ দিয়া বল আঠুত বিচিত্ৰ কৰি, আঠুৰ পৰা বলটো মাটিত পৰাৰ আগমুহূৰ্তত বুটৰ আগৰে মাৰি বিপক্ষৰ দুজন খেলুৱৈৰ মূৰৰ ওপৰেদি পঠিয়াই আৰু সেই বল মাটিত পৰাৰ পূৰ্বে এজন চুইডিচ ডিফেণ্ডাৰৰ কাষেদি তীব্ৰ গতিত দৌৰি গৈ প্ৰচণ্ড চট্‌ৰে গোল কৰে। তেওঁ মুঠ ৬ গোল কৰি সৰ্বোচ্চ গোলদাতাৰ তালিকাত দ্বিতীয়স্থান পায়।

প্ৰতিজন ব্ৰাজিলিয়ানে ১৮-বছৰ পূৰ্ণ হ'লে সৈন্যবাহিনীত যোগদান বাধ্যতা-মূলক। ফলস্বৰূপ পেলেইয়ো ১৯৫৮ৰ শেষৰফালে সৈন্যবাহিনীত ভৰ্তি হয়। তেওঁ সৈন্য নিবাস দল, ফাৰ্ষ্ট আৰ্মি আৰু ব্ৰাজিল আৰ্মিৰ উপৰি ক্লাব তথা জাতীয় দলতো খেলাৰ সুযোগ পাওঁতে ১৯৫৯ চনত ১০৩ খন প্ৰথম শ্ৰেণী খেলত অংশ লৈ বিশ্বৰেকৰ্ড প্ৰতিষ্ঠা কৰে। ১৯৬০ চনত সৈন্যবাহিনীৰ পৰা প্ৰত্যাৱৰ্তন কৰি গতানুগতিক ফুটবল অব্যাহত ৰাখে। সেই সময়তে বছেৰেকত এক মিলিয়ন ক্ৰুজিৰো আয় কৰোঁতা পেলেৰ বাবে ইটালিৰ এটা ক্লাৱে এক মিলিয়ন ডলাৰ আগবঢ়াইছিল, অৱশ্যে প্ৰস্তাৱ অগ্ৰাহ্য কৰে। ইতিমধ্যে ব্ৰাজিলিয়ান চৰকাৰে পেলেক জাতীয় সম্পত্তিৰূপে ঘোষণা কৰে।

১৯৬২ বিশ্বকাপৰ গ্ৰুপ লীগৰ দ্বিতীয়খন খেলৰ ২৫ মিনিটত চেকো-শ্লোভাকিয়াৰ বিৰুদ্ধে পেলেৰ বাঁও-ভৰিৰ মাংসপেশী টান ধৰাত পৰৱৰ্তী খেলসমূহত অংশ লব নোৱাৰিলে। তেওঁৰ সলনি এমাৰিল্ডোক নমায় আৰু ব্ৰাজিলে বিশ্বকাপ জয় কৰিবলৈ সক্ষম হয়। কিছুদিনৰ পিচতে ফুটবলৰ ৰণথলীলৈ প্ৰত্যাৱৰ্তন কৰি ৫০০ গোল কৰাৰ কৃতিত্ব আৰ্জে (২৬ ছেপ্তেম্বৰ/১৯৬২) আৰু ১৯৬৩ চনত তেওঁৰ দুয়োটা ভৰি £২০,০০০ পাউণ্ড ষ্টাৰ্লিঙত বীমা কৰে। বিশেষকৈ উল্লেখ্য ১৯৬২ আৰু ১৯৬৩ চনত চান্তোচৰ হৈ দক্ষিণ আমেৰিকা চেম্পিয়ন'চ্ ক্লাব কাপ জয় কৰাৰ উপৰি বিশ্ব ক্লাব চেম্পিয়নচিপো অৰ্জন কৰিছিল। ক'লা মুকুতাই ১৯৬৫ চনৰ বছৰত মুঠ ১০৭ গোল কৰে। ইতিপূৰ্বে ১৯৫৯ (১২৫ গোল) আৰু ১৯৬১ চনতো (১০৭ গোল) এনে খ্যাতি অৰ্জন কৰিছিল। ১৯৬৬ বিশ্বকাপত ব্ৰাজিল ইউৰোপৰ ৰাফ্ টেক্‌লিং আৰু কলুষিত ৰাজনীতিৰ সন্মুখীন হওঁতে বুলগেৰিয়াৰ হাফ্ জাচেভে সমগ্ৰ খেলতে পেলেক সঘনে ফাউল কৰে যদিও ৰেফ্ৰী জিম ফিনি নিমাত। পেলেই আঠুত গুৰুত্বৰ আঘাত পায় আৰু পৰৱৰ্তী খেলত হাঙ্গেৰিৰ বিৰুদ্ধে খেলিবলৈ অক্ষম হয়। পৰ্তুগালৰ বিৰুদ্ধে খেলপথাৰত অৱতীৰ্ণ হয় যদিও প্ৰতিপক্ষৰ ডিফেণ্ডাৰ মৰেইচে পুনৰ ফাউল কৰি তেওঁক নিষ্ক্ৰিয় কৰে । এই খেলত ব্ৰাজিল ১-৩ গোলত

পৰাভূত হয়। খেলৰ অন্তত পেলেই মাথোন কয়, "পৰাজয়ত মই দুখ পোৱা নাই, দুখ পাইছো মোক খেলিবলৈ নিদিয়া বাবে।" অন্যায় খেলৰ বলি হৈ ব্ৰাজিল গ্ৰুপ লীগৰ পৰাই বিদায় গ্ৰহণ কৰিব লগা হয়। বিশ্বকাপৰ পিচতো চিকিৎসাধীন পেলেই পৰৱৰ্ত্তী বিশ্বকাপত অংশ গ্ৰহণ নকৰাৰ সিদ্ধান্তই আন্তৰ্জাতিক ফুটবলত হতাশৰ সৃষ্টি কৰোঁতে ফুটবল সন্দৰ্ভত তেওঁৰ মন্তব্য, "Ideal Football has Become Impossible." অৱশেষত ১৯৬৭ চনত পেলেক ব্ৰাজিলৰ সৰ্বোচ্চ সন্মান "ৰিও ব্ৰাঙ্কো অৰ্দাৰ" প্ৰদান কৰে।

ক'লা মুকুতাই ১৯৬৬ বিশ্বকাপৰ পিচৰে পৰা আগন্তুক বিশ্বকাপত অংশ গ্ৰহণ নকৰাৰ সংকল্পক ১৯৬৮ চনৰ শেষৰফালে পৰিত্যাগ কৰি ব্ৰাজিল দলত যোগদান কৰে। পেলেৰ ক্ৰীড়া জীৱনত ১৯৬৯ চনৰ ১৯ নভেম্বৰ দিনটো সবাতোকৈ উল্লেখযোগ্য। কাৰণ সেই দিনাই ৰিও-দি-জেনিৰোত প্ৰথম শ্ৰেণী ফুটবলৰ ১০০০ তম গোলটো ভাস্কো-দা-গামাৰ বিৰুদ্ধে কৰে। ইতিপূৰ্বে হেজাৰ গোলৰ কীৰ্ত্তিমান ব্ৰাজিলৰ আৰ্থাৰ ফ্ৰেডেৰিক (১৯১০-৩০) আৰু অষ্ট্ৰিয়াৰ ফ্ৰেণ্ড বাইণ্ডাৰ (১৯৩০-৫০)ৰ আছিল। পেলেৰ এই কীৰ্ত্তিমান ও কৃতিত্ব চিৰ জীৱিত কৰিবলৈ ব্ৰাজিলিয়ান পোষ্ট অফিচে ১০ চেন্ট মূল্যৰ পেলেৰ ছবিযুক্ত দুই নিযুত বিশেষ ডাক টিকট উলিয়াই। পেলেই ১০০০তম গোল কৰাৰ পাঁচদিনৰ পিচতে (২৪ নভেম্বৰ) বিলো হৰিজণ্টিত এথলেটিকো মিনাচৰ বিৰুদ্ধে খেলোতে ব্ৰাজিলিয়ান ফুটবলৰ "সম্ৰাট" ৰূপে ঘোষণা কৰে আৰু তেতিয়াৰে "কিং পেলে" নামেৰে পৰিগণিত হয়।

ব্ৰাজিলে মেক্সিকো বিশ্বকাপৰ চৌহদত প্ৰৱেশ কৰিবলৈ কলম্বিয়া, পাৰাগুৱে আৰু ভেনেজুৱালাৰ বিৰুদ্ধে খেলোতে পেলেই মুঠ ৬ গোল কৰে। বিশেষকৈ মূল প্ৰতিযোগিতাৰ প্ৰতিখন খেলতে ব্ৰাজিলে যি অনুপম ফুটবলৰ নজিৰ এৰি থৈ গৈছে তাৰ মাজত পেলে উজ্জ্বলতম তাৰকাৰূপে জিলিকি থাকিব। পেলেই চেকো-শ্লোভাকিয়াৰ বিৰুদ্ধে ৫০ গজ দূৰৰ পৰা বাঁও-ভৰিৰ চট্‌ৰে গোলৰক্ষক ভিক্তৰক পৰাভূত কৰে। ইংলেণ্ডক ১-০ গোলত পৰাভূত কৰোঁতে খেলৰ ৫৯ মিনিটত টোষ্টাওৰ পাচ্ পেলেই সুন্দৰভাৱে জেয়াৰজিনহোক স্কৰ কৰিবলৈ সজাই দিয়ে। ৰুমানিয়াক ৩-২ ব্যৱধানত পৰাভূত কৰোঁতে পেলেৰ ২ গোল স্মৰণীয়। কোৱাৰ্টাৰ আৰু চেমি-ফাইনেলত তেওঁ গোল কৰিব নোৱাৰিলেও বলিষ্ঠ ফুটবল প্ৰদৰ্শন কৰে। ইয়াৰ অন্তৰ্গত উৰুগুৱেৰ বিৰুদ্ধে চেমি-ফাইনেলত তেওঁ ৪০ গজ দূৰৰ মৰা ভঙ্গী যুগ-যুগান্তৰ স্মৰণীয় হৈ থাকিব। বিশেষকৈ ফাইনেলত ইটালিক ৪-১ ব্যৱধানত পৰাভূত কৰোঁতে উদ্বোধনী গোল তেওঁৰ। এই সাফল্যৰ ফলত জুলে ৰিমে কাপ চিৰদিনৰ বাবে ব্ৰাজিলে লাভ কৰে। বিশ্বফুটবলত তিনিবাৰ বিশ্বকাপ জয়ৰ ঘটনা কেৱল পেলেৰ ক্ষেত্ৰতে প্ৰযোজ্য। সেইবাবেই হয়তো পেলে মানে ফুটবল আৰু ফুটবল মানে পেলে এনে এক সংজ্ঞাৰ জন্মলাভ হৈছিল।

কিং পেলেৰ ১৯৭১ চনৰ ২৮ জানুৱাৰীত চাণ্টোচ বনাম ট্ৰান্সভাল,

পাৰামাৰিবো খেলখন প্ৰথম শ্ৰেণী ফুটবলৰ ১০০০তম খেলৰূপে খোদিত হয় আৰু ছমাহৰ পিচতে (১৮ জুলাই, ১৯৭১) ৰিও-দি-জেনিৰোত অনুষ্ঠিত ব্ৰাজিল বনাম যুগোশ্লাভিয়া খেলখনৰ মাধ্যমেৰে আন্তৰ্জাতিক ফুটবলৰ পৰা অৱসৰ লয়। খেল ২-২ ভাৱে অন্ত পৰে। তেওঁ চান্তোচ ক্লাবৰ পক্ষে প্ৰথম শ্ৰেণী ফুটবল অব্যাহত ৰাখে তথা ১৯৭২ চনৰ ৫ জুলাইত টুৰান্টো মিট্ৰোচৰ বিৰুদ্ধে ৪-২ ব্যৱধানত জয়ী হওঁতে পেলেৰ গোলটো চান্তোচ ক্লাৱৰ হৈ তেওঁৰ ১০০০তম স্কৰ। এই ঘটনাৰ চাৰিমাহৰ পিচতে (২৬ নভেম্বৰ, ১৯৭২) তেওঁ চান্তোচ ক্লাবৰ হৈ ১০০০খন মেচ খেলাৰ গৌৰৱ অৰ্জন কৰে, কোৰিন্থিয়ানচ্‌ৰ বিৰুদ্ধে। ক'লা মুকুতা পেলেই ১৯৭৩ চনৰ **"দক্ষিণ আমেৰিকাৰ ফুটবলাৰ অৱ দি ইয়েৰ"** নিৰ্বাচন লাভ কৰাৰ পিচতে ১৯৭৪ চনত চান্তোচ বিশ্ববিদ্যালয়ৰ পৰা ফিজিকেল এডিউকেচনৰ স্নাতক ডিগ্ৰী লাভ কৰে। ইতিমধ্যে পেলেই ১৯৭৪ বিশ্বকাপত অংশ গ্ৰহণৰ উদ্দেশ্যে ব্ৰাজিলৰ বিভিন্ন দিশৰ পৰা প্ৰস্তাৱ আহিছিল কিন্তু তেওঁ মত সলনি নকৰিলে আৰু বিশ্বকাপৰ পিচতে (২ অক্টোবৰ,১৯৭৪) ফুটবলৰ পৰা অৱসৰ গ্ৰহণ কৰোঁতে চাওপলোত চান্তোচ বনাম পন্টি প্ৰিটা, পেলেৰ শেষ মেচ। খেলৰ ২১ মিনিটত দুচকুত চকুলো লৈ খেলপথাৰৰ পৰা মেলানি মাগে আৰু দৰ্শক সকলেও থিয় হৈ ভগ্ন হৃদয়ৰে সৈতে পেলেক বিদায় সম্ভাষণ জনায়। পেলেই দীৰ্ঘ ফুটবল জীৱনত মুঠ ১২৫৪ খন খেলত ১২১৬ গোল কৰে। ব্ৰাজিলৰ পক্ষে ৯২ খন আন্তৰ্জাতিকত ৭৭ গোল; ইয়াৰ অন্তৰ্গত চাৰিটা বিশ্বকাপত (১৯৫৮-৬২-৬৬-৭০) মুঠ ১২ গোল কৰে। চান্তোচ ক্লাবৰ পক্ষে ১১১৪ খন খেলত ১০৮৮ গোল। তেওঁ খেলাকালীন চান্তোচে ১০ বাৰ লীগ চেম্পিয়নচিপ্ আৰু ৫ বাৰ ব্ৰাজিল কাপ জয় কৰিছিল।




*১৯৫৮ বিশ্ব কাপ ফাইনেলত পেলেৰ ঐতিহাসিক গোল। ।*

# পেলেৰ ১০০০ গোলৰ তালিকা

| চন | ৫৬ | ৫৭ | ৫৮ | ৫৯ | ৬০ | ৬১ | ৬২ | ৬৩ | ৬৪ | ৬৫ | ৬৬ | ৬৭ | ৬৮ | ৬৯ | মুঠ গোল |
|---|---|---|---|---|---|---|---|---|---|---|---|---|---|---|---|
| ব্ৰাজিল জাতীয় দল | ০ | ২ | ৯ | ১১ | ৪ | ০ | ৮ | ৭ | ২ | ৯ | ৫ | ০ | ৪ | ৭ | ৬৮ |
| ব্ৰাজিলিয়ান চেম্পিয়নচিপ | ০ | ০ | ০ | ০ | ৭ | ০ | ০ | ০ | ০ | ০ | ০ | ০ | ০ | ০ | ৭ |
| চাওপলো চেম্পিয়নচিপ | ০ | ৩৬ | ৫৩ | ৪৬ | ৩২ | ৪৭ | ৩৭ | ২২ | ৩৪ | ৪৯ | ১২ | ১৫ | ১৭ | ২৬ | ৪২৬ |
| ব্ৰাজিল আৰ্মি | ০ | ০ | ০ | ১৪ | ০ | ০ | ০ | ০ | ০ | ০ | ০ | ০ | ০ | ০ | ১৪ |
| দক্ষিণ আমেৰিকা আৰু বিশ্বকাপ | ০ | ০ | ০ | ০ | ০ | ০ | ৯ | ৭ | ০ | ৯ | ০ | ০ | ০ | ০ | ২৫ |
| ব্ৰাজিল কাপ | ০ | ০ | ০ | ২ | ০ | ৭ | ৪ | ৬ | ৭ | ২ | ২ | ০ | ০ | ০ | ৩০ |
| গেমছ্ পেদোচা এণ্ড টেকা দি প্ৰাটা টুৰ্নামেন্ট | ০ | ৪ | ৮ | ৬ | ০ | ৯ | ০ | | ৩ | ৫ | ০ | ৯ | ১২ | ১২ | ৮২ |
| ইন্টাৰনেচনেল ক্লাব ফ্ৰেণ্ডলি মেচ | ০ | ১ | ১৩ | ৪৬ | ৩১ | ৩৫ | ৩৩ | ১৯ | ১৬ | ১৬ | ১৯ | ২৪ | ১ | ১৫ | ২৬৯ |
| ব্ৰাজিল ক্লাব ফ্ৰেণ্ডলি মেচ | ২ | ২২ | ,০ | ০ | ০ | ৯ | ৬ | ৭ | ০ | ১৭ | ২ | ৫ | ৫ | ৪ | ৭৯ |
| | ২ | ৬৫ | ৮৩ | ১২৫ | ৭৪ | ১০৭ | ৯৭ | ৮২ | ৬২ | ১০৭ | ৪০ | ৫৩ | ৩৯ | ৬৪ | ১০০০ গোল |

## পেলেৰ প্ৰত্যাৱৰ্তন

ক'লা মুকুতাই অৱসৰ লোৱাৰ আঠমাহৰ পিচতে প্ৰতিযোগিতামূলক ফুটবললৈ প্ৰত্যাৱৰ্তন ঘটনাই বিশ্বফুটবলত আলোড়ন সৃষ্টি কৰে। তেওঁ ১৯৭৫ চনৰ ১১ জুনত উত্তৰ আমেৰিকা ফুটবল লীগৰ কচমচ ক্লাবৰ সৈতে শুল্কবিহীন £২ মিলিয়ন পাউণ্ড ষ্টাৰ্লিঙৰ ($৪.৫ মিলিয়ন ডলাৰ) ৩০-মহীয়া চুক্তিত আবদ্ধ হয়। ইয়াৰ অন্তৰ্গত কচমচ ক্লাবে ১৯৭৭ চনত উত্তৰ আমেৰিকা ফুটবল লীগ চেম্পিয়নচিপ জয় কৰোঁতে ফাইনেলত পৰ্টলেণ্ড চিটল চাউণ্ডাৰ্চক ২-১ গোলত পৰাভূত কৰে। ই আছিল পেলেৰ সাফল্যমণ্ডিত দীৰ্ঘ ক্ৰীড়া জীৱনৰ শেষ প্ৰতিযোগিতামূলক পেছাদাৰ ফুটবল সাফল্য।

বিশ্বৰ মহান ফুটবল কুশলী পেলেই ১৯৭৭ চনৰ ১ অক্টোবৰত ব্ৰাজিলৰ চান্তোচ বনাম মাৰ্কিন যুক্তৰাষ্ট্ৰৰ কচমচ উভয়ৰ পক্ষে খেলি তেওঁৰ গৌৰৱোজ্জ্বল ক্ৰীড়া

জীৱনৰ সামৰণি মাৰোতে ৪২ মিনিটত ত্রিশ গজ দূৰৰ পৰা তীব্র ফ্রি-কিক্‌ৰে চান্তোচৰ নেটলৈ বল পঠিয়াই। এয়া তেওঁৰ ১৩৬২তম খেলৰ ১২৮১তম গোল। দ্বিতীয়ার্দ্ধত তেওঁ চান্তোচৰ পক্ষে খেলে। খেলৰ অন্তত কচমচ আৰু চান্তোচৰ খেলুৱৈসৱে পেলেক কান্ধত তুলি ধৰোঁতে নিউয়র্কৰ জায়েন্টচ্‌ ষ্টেডিয়ামত উপস্থিত ৭৫ হেজাৰ দৰ্শকে বিদায় সম্ভাষণ জনায়। এইখিনিতে এটা কথা উল্লেখ কৰিবলগীয়া পেলেই অৱসৰ গ্রহণৰ কিছুদিন পূর্বে কচমচ ক্লাৱে আগন্তুক দুবছৰৰ বাবে ৰেকৰ্ড পৰিমাণ £৫.৮ মিলিয়ন পাউণ্ড ষ্টার্লিং আগবঢ়াইছিল; কিন্তু পেলেই এই প্রস্তাৱ প্রত্যাখ্যান কৰে। ১৯৭৭ চনৰ ২২ ডিচেম্বৰত ৰাজধানী ব্রাচিলিয়াত পেলেক সর্বোচ্চ ভূষণ "ক্রচ" প্রদান কৰি ব্রাজিল চৰকাৰে উচিত সম্মান যাচে তথা এই সম্মান পোৱা এওঁ তৃতীয় ব্রাজিলিয়ান ক্রীড়াবিদ। উপৰি ১৯৮০ চনত ফৰাছী কাকত "লেকিপ"ৰ দ্বাৰা আয়োজিত ১৭খন দেশৰ ২০ খন খ্যাতনামা বাতৰি কাকতৰ ভোট দানত পেলে "চেম্পিয়ন অৱ দি চেঞ্চুৰি" অর্থাৎ কুৰি শতিকাৰ শ্রেষ্ঠ ক্রীড়াবিদ নির্বাচন পায়। ১৯৯৯ চনৰ জানুৱাৰীত আন্তর্জাতিক ফুটবল বুৰঞ্জী আৰু পৰিসংখ্যা সন্থাই পেলেক "কুৰি শতিকাৰ শ্রেষ্ঠ দক্ষিণ আমেৰিকান ফুটবল খেলুৱৈ" ৰূপে নির্বাচন কৰে।

## পেলেৰ আন্তর্জাতিক খেল

| তাৰিখ | স্থান | প্রতিপক্ষ | ফলাফল(স্কোৰ) |
|---|---|---|---|
| ১। ৭-৭-৫৭ | ৰিও-দি-জেনিৰো | আর্জেন্টিনা | ১-২(১) |
| ২। ১০-৭-৫৭ | চাওপলো | আর্জেন্টিনা | ২-০ (১) |
| ৩। ৪-৫-৫৮ | ৰিও-দি-জেনিৰো | পাৰাগুৱে | ৫-১(১) |
| ৪। ১৪-৫-৫৮ | ৰিও-দি-জেনিৰো | বুলগেৰিয়া | ৪-০ |
| ৫। ১৮-৫-৫৮ | চাওপলো | বুলগেৰিয়া | ৩-১(২) |
| ৬। ১৫-৬-৫৮ | গটেবার্গ | ছোভিয়েট ইউনিয়ন | ২-০ |
| ৭। ১৯-৫-৫৮ | গটেবার্গ | ৱেলচ | ১-০(১) |
| ৮। ২৪-৬-৫৮ | ষ্টকহম | ফ্রান্স | ৫-২(৩) |
| ৯। ২৯-৬-৫৮ | ষ্টকহম | চুইডেন | ৫-২ (২) |
| ১০। ১০-৩-৫৯ | বুয়েনচ আয়ার্চ | পেৰু | ২-২ (১) |
| ১১। ১৫-৩-৫৯ | বুয়েনচ আয়ার্চ | চিলি | ৩-০(২) |
| ১২। ২১-৩-৫৯ | বুয়েনচ আয়ার্চ | বলিভিয়া | ৪-২(১) |
| ১৩। ২৬-৩-৫৯ | বুয়েনচ আয়ার্চ | উৰুগুৱে | ৩-১ |
| ১৪। ২৯-৩-৫৯ | বুয়েনচ আয়ার্চ | পাৰাগুৱে | ৪-১ (৩) |
| ১৫। ৪-৪-৫৯ | বুয়েনচ আয়ার্চ | আর্জেন্টিনা | ১-১(১) |
| ১৬। ১৩-৫-৫৯ | ৰিও-দি-জেনিৰো | ইংলেণ্ড | ২-০ |
| ১৭। ১৭-৯-৫৯ | ৰিও-দি-জেনিৰো | চিলি | ৭-০ (৩) |

| | | | | |
|---|---|---|---|---|
| ১৮। | ২০-৯-৫৯ | চাওপলো | চিলি | ১-০ |
| ১৯। | ২৯-৪-৬০ | কাইৰো | আৰব গণৰাজ্য | ৫-০ |
| ২০। | ১-৫-৬০ | আলেকজেন্দ্রিয়া | আৰব গণৰাজ্য | ৩-১(৩) |
| ২১। | ৬-৫-৬০ | কাইৰো | আৰব গণৰাজ্য | ৩-০ |
| ২২। | ১০-৫-৬০ | কোপেনহেগেন | ডেনমাৰ্ক | ৪-৩ |
| ২৩। | ৯-৭-৬০ | মন্টিভিডিও | উৰুগুৱে | ০-১ |
| ২৪। | ১২-৭-৬০ | ৰিও-দি-জেনিৰো | আৰ্জেন্টিনা | ৫-১(১) |
| ২৫। | ২১-৪-৬২ | ৰিও-দি-জেনিৰো | পাৰাগুৱে | ৬-০(১) |
| ২৬। | ২৪-৪-৬২ | চাওপলো | পাৰাগুৱে | ৪-০ (২) |
| ২৭। | ৬-৫-৬২ | চাওপলো | পৰ্তুগাল | ২-১ |
| ২৮। | ৯-৫-৬২ | ৰিও-দি-জেনিৰো | পৰ্তুগাল | ১-০ (১) |
| ২৯। | ১২-৫-৬২ | ৰিও-দি-জেনিৰো | ৱেলচ | ৩-১ (১) |
| ৩০। | ১৬-৫-৬২ | চাওপলো | ৱেলচ | ৩-১(১) |
| ৩১। | ৩০-৫-৬২ | ভিনা দেল মাৰ | ৱেলচ | ৩-১(২) |
| ৩২। | ২-৬-৬২ | ভিনা দেল মাৰ | চেকোশ্লোভাকিয়া | ০-০ |
| ৩৩। | ১৩-৪-৬৩ | চাওপলো | আৰ্জেন্টিনা | ২-৩ |
| ৩৪। | ১৬-৪-৬৩ | ৰিও-দি-জেনিৰো | আৰ্জেন্টিনা | ৪-১(৩) |
| ৩৫। | ২১-৪-৬৩ | লিচবন | পৰ্তুগাল | ০-১ |
| ৩৬। | ২৮-৪-৬৩ | পেৰিছ | ফ্ৰান্স | ৩-২(৩) |
| ৩৭। | ২-৫-৬৩ | আমষ্টাৰডাম | হলেণ্ড | ০-১ |
| ৩৮। | ৫-৫-৬৩ | হামবাৰ্গ | পশ্চিম জাৰ্মেনি | ২-১(১) |
| ৩৯। | ১২-৫-৬৩ | মিলান | ইটালি | ০-৩ |
| ৪০। | ৩০-৫-৬৪ | ৰিও-দি-জেনিৰো | ইংলেণ্ড | ৫-১(১) |
| ৪১। | ৩-৬-৬৪ | চাওপলো | আৰ্জেন্টিনা | ০-৩ |




ভিক্তৰ

| | | | | |
|---|---|---|---|---|
| ৪২। | ৭-৬-৬৪ | ৰিও-দি-জেনিৰো | পর্তুগাল | ৪-১(১) |
| ৪৩। | ২-৬-৬৫ | ৰিও-দি-জেনিৰো | বেলজিয়াম | ৫-০(৩) |
| ৪৪। | ৬-৬-৬৫ | ৰিও-দি-জেনিৰো | পশ্চিম জার্মেনি | ২-০(১) |
| ৪৫। | ৯-৬-৬৫ | ৰিও-দি-জেনিৰো | আৰ্জেন্তিনা | ০-০ |
| ৪৬। | ১৭-৬-৬৫ | ওৰান | আলজেৰিয়া | ৩-০ (১) |
| ৪৭। | ২৪-৬-৬৫ | পর্টো | পর্তুগাল | ০-০ |
| ৪৮। | ৩০-৬-৬৫ | চলনা | চুইডেন | ২-১ (১) |
| ৪৯। | ১৪-৭-৬৫ | মস্কো | ছোভিয়েট ইউনিয়ন | ৩-০(২) |
| ৫০। | ২১-১১-৬৫ | ৰিও-দি-জেনিৰো | ছোভিয়েট ইউনিয়ন | ২-২ (১) |
| ৫১। | ১৯-৫-৬৬ | ৰিও-দি-জেনিৰো | চিলি | ১-০ |
| ৫২। | ৪-৬-৬৬ | চাওপলো | পেৰু | ৪-০(১) |
| ৫৩। | ৮-৬-৬৬ | ৰিও-দি-জেনিৰো | পোলেণ্ড | ২-১ |
| ৫৪। | ১২-৬-৬৬ | ৰিও-দি-জেনিৰো | চেকোশ্লোভাকিয়া | ২-১(২) |
| ৫৫। | ১৫-৬-৬৬ | ৰিও-দি-জেনিৰো | চেকোশ্লোভাকিয়া | ২-২(১) |
| ৫৬। | ২৫-৬-৬৬ | গ্লাচগো | স্কটলেণ্ড | ১-১ |
| ৫৭। | ৩০-৬-৬৬ | গটেবার্গ | চুইডেন | ৩-২ |
| ৫৮। | ১২-৭-৬৬ | লিভাৰপুল | বুলগেৰিয়া | ২-০ (১) |
| ৫৯। | ১৯-৭-৬৬ | লিভাৰপুল | পর্তুগাল | ১-৩ |
| ৬০। | ২৫-৭-৬৮ | আচানচিঅন | পাৰাগুৱে | ৪-০ (২) |
| ৬১। | ২৮-৭-৬৮ | আচানচিঅন | পাৰাগুৱে | ০-১ |
| ৬২। | ৩১-১০-৬৮ | ৰিও-দি-জেনিৰো | মেক্সিকো | ১-২ |
| ৬৩। | ৩-১১-৬৮ | বিলো হৰিজন্টি | মেক্সিকো | ২-১ (১) |
| ৬৪। | ৬-১১-৬৮ | ৰিও-দি-জেনিৰো | ফিফা | ২-১ |
| ৬৫। | ১০-১২-৬৮ | ৰিও-দি-জেনিৰো | পশ্চিম জার্মেনি | ২-২ |
| ৬৬। | ১৭-১২-৬৮ | ৰিও-দি-জেনিৰো | যুগোশ্লাভিয়া | ৩-৩ (১) |
| ৬৭। | ৭-৪-৬৯ | পর্টো আলিগ্রে | পেৰু | ২-১ |
| ৬৮। | ৯-৪-৬৯ | ৰিও-দি-জেনিৰো | পেৰু | ৩-২ (১) |
| ৬৯। | ১২-৬-৬৯ | ৰিও-দি-জেনিৰো. | ইংলেণ্ড | ২-১ |
| ৭০। | ৬-৮-৬৯ | বোগোটা | কলম্বিয়া | ২-০ |
| ৭১। | ১০-৮-৬৯ | কাৰাকাচ | ভেনেজুৱালা | ৫-০ (২) |
| ৭২। | ১৭-৮-৬৯ | আচানচিঅন | পাৰাগুৱে | ৩-০ |
| ৭৩। | ২১-৮-৬৯ | ৰিও-দি-জেনিৰো | কলম্বিয়া | ৬-২ (১) |
| ৭৪। | ২৪-৮-৬৯ | ৰিও-দি-জেনিৰো | ভেনেজুৱালা | ৬-০ (২) |
| ৭৫। | ৩১-৮-৬৯ | ৰিও-দি-জেনিৰো | পাৰাগুৱে | ১-০ (১) |

| | | | | |
|---|---|---|---|---|
| ৭৬। | ৪-৩-৭০ | পর্টো আলিগ্রে | আর্জেন্টিনা | ০-২ |
| ৭৭। | ৮-৩-৭০ | রিও-দি-জেনিরো | আর্জেন্টিনা | ২-১ (১) |
| ৭৮। | ২২-৩-৭০ | চাওপলো | চিলি | ৫-০ (২) |
| ৭৯। | ২৬-৩-৭০ | রিও-দি-জেনিরো | চিলি | ২-১ |
| ৮০। | ১২-৪-৭০ | রিও-দি-জেনিরো | পারাগুয়ে | ০-০ |
| ৮১। | ২৬-৪-৭০ | মরোম্বি | বুলগেরিয়া | ০-০ |
| ৮২। | ২৯-৪-৭০ | রিও-দি-জেনিরো | অষ্ট্রিয়া | ১-০ |
| ৮৩। | ৩-৬-৭০ | গুয়াদালজারা | চেকোশ্লোভাকিয়া | ৪-১ (১) |
| ৮৪। | ৭-৬-৭০ | গুয়াদালজারা | ইংলেণ্ড | ১-০ |
| ৮৫। | ১০-৬-৭০ | গুয়াদালজারা | রুমানিয়া | ৩-২ (২) |
| ৮৬। | ১৪-৬-৭০ | গুয়াদালজারা | পেরু | ৪-২ |
| ৮৭। | ১৭-[illegible]৭০ | মেক্সিকো চিটি | উরুগুয়ে | ৩-১ |
| ৮৮। | ২১-৬-৭০ | মেক্সিকো চিটি | ইটালি | ৪-১ (১) |
| ৮৯। | ৩০-৯-৭০ | রিও-দি-জেনিরো | মেক্সিকো | ২-১ |
| ৯০। | ৪-১০-৭০ | চান্টিয়াগো | চিলি | ৫-১ (১) |
| ৯১। | ১১-৭-৭১ | চাওপলো | অষ্ট্রিয়া | ১-১ |
| ৯২। | ১৮-৭-৭১ | রিও-দি-জেনিরো | যুগোশ্লাভিয়া | ২-২ |

□□




*জালমা চান্তোচ   জিটো*

# গেৰিঞ্চা



১৯৫৬ চনত হাঙ্গেৰিত সামৰিক অভ্যুত্থানৰ ফলত মেজিক মেগয়ার্চৰ কেইজনো খেলুৱৈয়ে ইউৰোপৰ বিভিন্ন ক্লাবত যোগদান কৰে। হাঙ্গেৰি হীনবল হোৱাৰ লগে লগে ব্ৰাজিলৰ অভ্যুদয় হয়। সেই সময়তে ব্ৰাজিলৰ ফুটবল প্ৰাঙ্গনত অভ্যুদিত দিদি, ভাভা, জালমা চাণ্টোচ, পেলে আদি সংখ্যাধিক তাৰকাৰ লগতে গেৰিঞ্চা অন্যতম। গেৰিঞ্চা যেন ফুটবলৰ শিল্পী তথা কাহিনী। ব্ৰাজিলৰ বিশ্বকাপ অধ্যায়ত এই গৰাকী মহান খেলুৱৈৰ অৱদান ক'লা মুকুতা পেলেতকৈও অধিক বুলি ক'লে বঢ়াই কোৱা নহয়। ১৯৫৮ আৰু ১৯৬২ বিশ্বকাপ বিজয়ী ব্ৰাজিলৰ অন্যতম সদস্য। তেওঁৰ সুন্দৰ স্বাস্থ্য, নমনীয় দেহৰ অসম্ভৱ ভাৰসাম্য থকা অসাধাৰণ ক্ৰীড়া কৌশলৰ অতি কম খেলুৱৈ দেখা যায়। তেওঁৰ দৰ্শনীয় দ্ৰিবলিং, তীব্ৰ ও অব্যৰ্থ চট্, চোৱাৰ্ভিং চট্, বল নিয়ন্ত্ৰণ আৰু ক্ৰচ পাচ্ সকলোতে অদ্বিতীয়। সম্পূৰ্ণ নাম মেনুৱেল ফ্ৰান্সিচকো চাণ্টোচ কিন্তু ফুটবল প্ৰাঙ্গনত "লিট্‌ল্ বাৰ্ড" নামেৰে পৰিচিত অৰ্থাৎ স্পেনীচ উপনাম গেৰিঞ্চা। বিশ্বকাপত তেওঁৰ ক্ৰীড়া সক্ৰিয়তাত বিস্মিত হৈ বৃটিছ সাংবাদিকসকলে "The Stanly Matthews of Brazil" আখ্যা দিছিল।

ৰিও-দি-জেনিৰোৰ পাৰ্শ্ব অঞ্চলত অৱস্থিত পাউ গ্ৰাণ্ড নামৰ এখন পৰ্বতীয়া গাৱত ১৯৩৩ চনৰ ২৮ অক্টোবৰত গেৰিঞ্চাৰ ভূমিষ্ঠ হয়। মাত্ৰ ১৪-বছৰ বয়সত স্থানীয় পাউ গ্ৰাণ্ড দলত বাইট-ইনৰূপে ফুটবলৰ পাতনি মেলে। অৱশ্যে ১৭-বছৰ বয়সত চিনিয়ৰ দলৰ বাইট-উইঙ্গাৰ পজিচনত খেলিবলৈ লয়। ১৯৫৩ চনত বোটাফোগোৰ এটি ট্ৰায়েলত দুৰ্দ্ধৰ্ষ বেক্ নিল্টন চাণ্টোচে তেওঁক কঠোৰ পহৰা দি ৰখাব পৰা নাছিল। অৱশেষত তেওঁ বোটাফোগো দলত স্থান গঢ়ি লয় আৰু বমচুচেচো দলৰ বিৰুদ্ধে লীগত আত্মপ্ৰকাশ কৰোঁতে ৩ গোল কৰে। ক্ৰমে তেওঁৰ খ্যাতি বিয়পি ১৯৫৭ চনত পেৰুত অনুষ্ঠিত দক্ষিণ আমেৰিকা চেম্পিয়নচিপত ব্ৰাজিল দলৰ পক্ষে নিৰ্বাচন লাভ কৰে। ইয়াত প্ৰদৰ্শিত নিষ্প্ৰভ খেলৰ হেতু পৰৱৰ্তী আন্তৰ্জাতিকসমূহত জাতীয় দলৰ পৰা বাদ পৰে; অৱশ্যে ১৯৫৮ বিশ্বকাপগামী দলত গেৰিঞ্চাক অন্তৰ্ভুক্ত




*বিশ্ব কাপত গেৰিঞ্চাই সোঁ-ভৰিৰ আউত-চুইং চোৱাৰ্ভিং চট্‌ৰে বুলগেৰিয়া গোলৰ প্ৰথম কোণত স্কৰৰ নক্সা (১৯৬৬)*

কৰা হয়। ইয়াতো তেওঁ মনমুগ্ধকৰ খেল প্ৰদৰ্শন কৰি বিশ্ব পৰিচিত হয়। গ্ৰুপ লীগৰ প্ৰথম দুখন খেলত তেওঁক নমোৱা নাছিল। পৰৱৰ্তী খেল ছোভিয়েট ইউনিয়নৰ বিৰুদ্ধে ২-০ ব্যৱধানত জয়ী হওঁতে সম্পূৰ্ণ খেলত ব্ৰাজিলৰ আধিপত্য বিস্তাৰে ৰুছ দলক ছেদেলি-ভেদেলি কৰাত তেওঁৰ বৰঙণিয়ে অধিক। ইয়াত প্ৰতিখন খেলতে দৰ্শনীয় ক্ৰীড়া কৌশল প্ৰদৰ্শন কৰি যাদুৰ সৃষ্টি কৰে। তেওঁৰ দ্ৰুত অগ্ৰসৰে বিপক্ষৰ ডিফেন্স থকা-সৰকা হয়। বিশেষকৈ ফাইনেলত ব্ৰাজিল ০-১ ব্যৱধানত পিচপৰি থাকোতে তেওঁ সজাই দিয়া বলৰে ভাভাই খেলৰ অৱস্থান ১-১ কৰে আৰু উদ্যোক্তা চুইডেনক ৫-২ ব্যৱধানত পৰাভূত কৰি ব্ৰাজিল বিশ্বফুটবলৰ নতুন সূৰ্যৰূপে উদয় হয়। ১৯৬১ আৰু ১৯৬২ চনত ক্লাবৰ পক্ষে ৰিও লীগ চেম্পিয়নচিপ অৰ্জন কৰে উপৰি ১৯৬২ আৰু ১৯৬৪ চনত বোটাফোগোৰ ব্ৰাজিলিয়ান চেম্পিয়নচিপ অৰ্জন উল্লেখযোগ্য। ১৯৬৬ বিশ্বকাপৰ পূৰ্বে তেওঁ কোৰিণ্ঠিয়ানচ্ ক্লাবত যোগদান কৰে।

১৯৬২ বিশ্বকাপ টুৰ্নামেণ্টক "বিশ্বকাপ ইতিহাসৰ কলঙ্ক" ৰূপে অভিহিত কৰিব পাৰি। কাৰণ ইয়াত সংখ্যাধিক পৰিমাণৰ অন্যায় খেলৰ অৱতাৰণা হয়; কিন্তু এই সন্ত্ৰাস সৃষ্টিকাৰী ৰাফ্ টেক্‌লিঙৰ আসৰতে গেৰিঞ্চাই সফল ফুটবল খেলি বিস্ময় সৃষ্টি কৰে। পেলে আহত হোৱাত আক্ৰমণৰ গুৰু দায়িত্ব তেওঁৰ ওপৰত পৰে আৰু প্ৰতিখন খেলতে সাহসীকতাপূৰ্ণ ক্ৰীড়া চাতুৰ্য্য প্ৰদৰ্শন কৰি বিপক্ষ দলসমূহক বিপৰ্যস্ত কৰোঁতে কোৱাৰ্টাৰ-ফাইনেলত ইংলেণ্ডৰ বিৰুদ্ধে প্ৰথমটো গোল হেড্ কৰি দিওঁতে চেন্টাৰ-হাফ্ মৰিচ নৰ্মেনক জঁপিয়াই অতিক্ৰম কৰে। পিচৰ গোলটো পেনাল্টি সীমাৰ বাহিৰৰ পৰা ইমান জোৰে চট্ কৰে যে গোলৰক্ষক স্প্ৰিংগেটে অস্তিত্বকে নোপালে।

চেমি-ফাইনেলত উদ্যোক্তা চিলিৰ সন্মুখীন হয়। ই আছিল এক অন্যায় খেলৰ প্ৰদৰ্শন। গেৰিঞ্চাই অনবদ্য খেল প্ৰদৰ্শন কৰোঁতে তেওঁক বাৰম্বাৰ ফাউল কৰে আৰু শেষত ক্লান্ত হৈ খেলপথাৰ ত্যাগ কৰিবলৈ বাধ্য হয়। এনেতে এজন চিলিয়ান দৰ্শকে বটল দলিয়াই তেওঁৰ মূৰত আঘাত কৰে। চিলিক ৪-২ ব্যৱধানত পৰাভূত কৰোঁতে আৰু তেওঁৰ স্কৰ ২ গোল। ফাইনেলত প্ৰতিপক্ষ চেকোশ্লোভাকিয়া দল মাচোপাষ্ট, পপুলহাৰ, প্লচকাল আদি বিশ্ব-বিশ্ৰুত খেলুৱৈৰে পুষ্ট আছিল। অৱশ্যে ব্ৰাজিলে চমৎকাৰ খেলৰে চেকোশ্লোভাকিয়াক ৩-১ ব্যৱধানত পৰাভূত কৰি দ্বিতীয়বাৰৰ বাবে বিশ্বকাপ জয় কৰে। গেৰিঞ্চা বিশ্বক্ৰীড়ামোদীৰ ঘৰুৱা নাম হৈ পৰে আনকি ক'লা মুকুতা পেলেকো নিস্প্ৰভ কৰাৰ উপক্ৰম হয়। তেওঁ মুঠ ৪ গোল কৰি সৰ্বোচ্চ গোলদাতাৰ তালিকাত প্ৰথম স্থান পায়। বিশ্বকাপৰ পিচত গেৰিঞ্চা ফুটবলৰ মুকুটহীন সম্ৰাট হৈ পৰোতে পেলে আৰু গেৰিঞ্চাৰ মাজত কোন শ্ৰেষ্ঠ এই বিষয় লৈ কেইবাবছৰ ধৰি বাক-বিতণ্ডাৰ জোৱাৰ বৈ যায়। যি কি নহওঁক চিলি বিশ্বকাপ আসৰক ফুটবল বিশেষজ্ঞসৱে "World Cup of Garrincha " নামেৰে অঙ্কিত কৰে। পৰৱৰ্তীবছৰ তেওঁৰ সোঁ-ভৰিয়ে অসুবিধা দিওঁতে আঠুত অষ্ট্ৰোপ্ৰচাৰ হয়।

১৯৬৬ বিশ্বকাপৰ পূৰ্ব পৰ্যন্ত ৫ ফুট ৬°/৪ ইঞ্চি ওখ, ৭২ কিলোগ্ৰাম ওজনৰ ৩৩-বছৰ বয়স্ক গেৰিঞ্চা ৫৫ খন আন্তৰ্জাতিকৰে পুষ্ট। কিন্তু ইয়াত তেওঁক নিস্প্ৰভ দেখা যায়। অৱশ্যে বুলগেৰিয়াৰ বিৰুদ্ধে সোঁ-ভৰিৰ আউট-চুইং চোৱাৰ্ভিং চট্‌ৰ দ্বাৰা সন্মুখৰ চাৰিজন বুলগেৰিয়ানৰ দ্বাৰা গঠিত ৱাল থকা সত্বেও গোল-বাৰৰ প্ৰথম চুকত স্কৰ কৰে। ১৯৬৮ চনত ৰিও-দি-জেনিৰোৰ গভৰ্নৰে গেৰিঞ্চাৰ বাবে মাহিলি $৮০ ডলাৰৰ এটি পেঞ্চন আগবঢ়াই-- চহৰৰ হৈ কঢ়িয়াই অনা গৌৰৱৰ হেতু।

১৯৭২ চনত তেওঁ ওলাবিয়া ক্লাৱত যোগদান কৰে। ইতিপূৰ্বে বোটাফোগো, কোৰিন্থিয়ানচ্, ফ্লেমেঙ্গো, বাঙ্গু আৰু পৰ্তুগীজ চেনটিষ্টাত খেলিছিল। ১৯৭৩ চনৰ ১৯ ডিচেম্বৰত গেৰিঞ্চাই ফুটবলৰ পৰা অৱসৰ লওঁতে মাৰাকানা ষ্টেডিয়ামত তেওঁৰ শেষ মেচ খেলে। এই খেল ব্ৰাজিল আৰু আন্তৰ্জাতিক একাদশৰ মাজত অনুষ্ঠিত হৈছিল। গেৰিঞ্চাৰ বিদায় বেলাক সম্বৰ্দ্ধনা জনাবলৈ এই বৃহৎ ষ্টেডিয়ামত এক লাখ আঠত্ৰিশ হাজাৰ দৰ্শকৰ সমাবেশ ঘটে। খেলৰ ৪৬ মিনিটত গেৰিঞ্চাই ক্ৰীড়াঙ্গনৰ পৰা বিদায় লয় আৰু তেওঁৰ সলনি বেকুইনহাক নমায় হয়। গেৰিঞ্চাই ব্ৰাজিলৰ পক্ষে মুঠ ৬৮ খন আন্তৰ্জাতিকত অৱতীৰ্ণ হয়। পিচলৈ তেওঁ অত্যন্ত মদ পানত অভ্যস্ত হয় আৰু মদৰ বিষ ক্ৰিয়াৰ ফলত ১৯৮৩ চনৰ ১৯ জানুৱাৰীত ৰিও-দি-জেনিৰোৰ এক হস্পিতালত ভৰ্তি হয় আৰু পিচদিনা(২০ জানুৱাৰী) মৃত্যু বৰণ কৰে।



# জালমা চাণ্টোচ

ব্ৰাজিলৰ দীৰ্ঘদিনীয়া ফুটবল আধিপত্য ও সাফল্যৰ পশ্চাৎ ৰক্ষণবিভাগৰ অচল অটল খেলুৱৈ গৰাকী হ'ল ৰাইট-বেক্ জালমা চাণ্টোচ। এই কৃষ্ণাঙ্গ খেলুৱৈ গৰাকীয়ে একেৰাহে চাৰিটা বিশ্বকাপ(১৯৫৪, ১৯৫৮, ১৯৬২ আৰু ১৯৬৬)ত অংশ গ্ৰহণ কৰোঁতে ব্ৰাজিলক দুবাৰ বিশ্ব চেম্পিয়ন হোৱাত অৰিহণা যোগোৱাৰ উপৰি দীৰ্ঘকালৰ উচ্চমানদণ্ডই ফুটবলৰ কিংবদন্তিত পৰিণত কৰে। তেওঁ পেনাল্টি বিশেষজ্ঞ হোৱাৰ উপৰি ৰক্ষণবিভাগৰ পৰা পঠিওৱা লব্‌সমূহ আছিল অতি ফলপ্ৰসূ। আনকি পৰৱৰ্তী-কালতো তেওঁৰ সমকক্ষ ডিফেণ্ডাৰ চকুত পৰা নেযায়।

জালমা চাণ্টোচ ১৯২৯ চনত চাওপলোৰ এক দুখীয়া পৰিয়ালত ভূমিষ্ঠ হয়। ১৯৪৭ চনত পৰ্তুগীজ দি দিপৰ্টচ্ দলৰ যোগেদি প্ৰথম শ্ৰেণী ফুটবলৰ পাতনি মেলি ১৯৫৮ লৈকে খেলে। ইয়াৰ অন্তৰ্গত ১৯৫২ চনত জাতীয় দলত আত্মপ্ৰকাশ কৰোঁতে তেওঁ দুৰ্দ্দান্ত চেণ্টাৰ-হাফ্ আছিল আৰু পিছত ৰাইট-বেক্‌ৰূপে ব্ৰাজিলৰ ২নং জাৰ্চিৰ নিয়মিত খেলুৱৈ হৈ পৰে। ১৯৫৪ বিশ্বকাপৰ কোৱাৰ্টাৰ-ফাইনেলত ব্ৰাজিল দল হাঙ্গেৰিৰ হাতত ২-৪ গোলত পৰাভূত হওঁতে জালমা চাণ্টোচে পেনাল্টিৰ জৰিয়তে ১ গোল কৰে। ১৯৫৮ চনত ব্ৰাজিলে বিশ্বকাপ জয় কৰোঁতে তেওঁ কেৱল ফাইনেল খেলখন খেলে। ১৯৬২ বিশ্বকাপৰ প্ৰতিখন খেলত অংশ লওঁতে তেওঁক মানদণ্ডৰ তুঙ্গত দেখা যায়। বিশেষকৈ ফাইনেলৰ তৃতীয় গোলটো তেওঁৰ ক্ৰচ-পাচৰ সহায়ত ভাভাই গোল কৰোঁতে চেকোশ্লোভাকিয়াক ৩-১ ব্যৱধানত পৰাভূত কৰে। জালমা চাণ্টোচৰ বলিষ্ঠ ক্ৰীড়া বৰঙণিয়ে সেইবাৰ বিশ্ব শ্ৰেষ্ঠ এঘাৰজনৰ তালিকাটো নিৰ্বাচন আনি দিয়ে। ব্ৰাজিলৰ ৰক্ষণত জালমা আৰু নিল্টন চাণ্টোচে বিশেষ যুটীৰূপে অভ্যুদয় হৈছিল। ১৯৬৬ চনত শেষবাৰৰ বাবে বিশ্বকাপত অংশ লৈ তিনিবছৰৰ পিচত (১৯৬৯) ১০০ খন আন্তৰ্জাতিক খেলাৰ যোগ্যতা অৰ্জন কৰে তথা সেই সময়ত এয়া দক্ষিণ আমেৰিকাৰ ৰেকৰ্ড আন্তৰ্জাতিক আছিল। তেওঁ ১৯৫৮ বিশ্বকাপৰ পিচতে পালমিৰাচ দললৈ ট্ৰেন্সফাৰ লয় দীৰ্ঘ ১০-বছৰকাল এই দলত কটায়। অৱশ্যে এটলেটিকা পাৰানেন্স দলত খেলি থাকোতে ১৯৭০ চনত ৪১-বছৰ বয়সত অৱসৰ লয়। তেওঁ সমগ্ৰ ক্ৰীড়া জীৱনত ১২০০ৰো অধিক প্ৰথম শ্ৰেণী ফুটবল খেলাৰ গৌৰৱ অৰ্জন কৰে। এই খিনতে উল্লেখ্য ১৯৬৩ চনৰ বিশ্ব একাদশ দলত নিৰ্বাচন দি তেওঁক উচিত সন্মান প্ৰদান কৰে।



# জিলমাৰ



বিশ্বফুটবলত বহুতো বিশ্ব-বিশ্রুত গোলৰক্ষকৰ উদয় ও অস্ত হৈছে। সেইসকলৰ ভিতৰত ব্ৰাজিলৰ জিলমাৰে ১০০ খন আন্তৰ্জাতিকত অংশ গ্ৰহণ কৰি নিজকে লেটিন আমেৰিকা তথা বিশ্বফুটবল প্ৰাঙ্গনৰ এটা উল্লেখযোগ্য ক্ৰীড়া চৰিত্ৰৰূপে প্ৰতিষ্ঠা লাভ কৰাৰ উপৰি বিশ্বৰ নামজ্বলা ফুটবল খেলুৱৈসকলৰ লগত তেওঁৰ নামো সন্নিৱিষ্ট কৰে। জিলমাৰে দুবাৰ বিশ্বকাপ জয়ৰ যি ক্ৰীড়া কৃতিত্বৰ অধিকাৰী এয়া বিশ্বৰ কোনো দ্বিতীয় গোলৰক্ষকৰ পক্ষে পুনৰাবৃত্তিৰ সক্ষম হোৱা নাই। আনকি আঙুলি মূৰত লেখিব পৰা কেইজনমান খেলুৱৈহে এনে কৃতিত্ব অৰ্জন কৰিব পাৰিছে। বোধকৰো পঞ্চাশ দশকৰ ঐতিহাসিক হাঙ্গেৰিয়ান ফুটবল ফৈদৰ গোলৰক্ষক গ্ৰচিকচৰ পিছতেই উত্তৰাধিকাৰী সূত্ৰে জিলমাৰৰ আৱিৰ্ভাব।

জন্ম ১৯৩০ চন। সম্পূৰ্ণ নাম জিলমাৰ ডচ চান্তোচ। চান্তোচৰ জাবাকুৱাৰা জুনিয়ৰ দলত ফুটবলৰ পাতনি মেলি ১৯৫০ চনত চিনিয়ৰ ডিভিজন খেলাৰ সুযোগ পায়। ১৯৫১ চনত কোৰিষ্ঠিয়ানচ্ দললৈ ট্ৰেন্সফাৰ হয়। একাদিক্ৰমে দুবাৰ লীগ চেম্পিয়নচিপ অৰ্জন তথা তেওঁৰ ক্ৰমবৰ্দ্ধিত খ্যাতিয়ে জাতীয় দলটো নিৰ্বাচন আনি দিয়ে। ১৯৫৩ দক্ষিণ আমেৰিকা ফুটবল চেম্পিয়নচিপত যোগদান কৰা ব্ৰাজিল দলত জিলমাৰকো সন্নিৱিষ্ট কৰোঁতে লিমাত ১ মাৰ্চ তাৰিখে ব্ৰাজিল বনাম বলিভিয়া তেওঁৰ প্ৰথম আন্তৰ্জাতিক। ব্ৰাজিল ৮-১ গোলৰ ব্যাপক ব্যৱধানত জয়ী হয়। জাতীয় দলত নিৰ্ভৰশীল গোলৰক্ষক কেষ্টিলহ্ থকা হেতু তেওঁ ষ্টেণ্ড-বাই থাকিব লগা হৈছিল আৰু ১৯৫৬ চনৰ পৰাহে নিয়মিতৰূপে খেলাৰ সুযোগ পায়। ১৯৫৪ চনত কোৰিষ্ঠিয়ানচ্ দলে পুনৰ লীগ চেম্পিয়নচিপ জয় কৰে। ১৯৫৬ চনৰ ৯ মে' তাৰিখে ৱেম্বলীত অনুষ্ঠিত ব্ৰাজিল বনাম ইংলেণ্ড তেওঁৰ ১৫তম আন্তৰ্জাতিক। এই খেলত তেওঁ দুটা পেনাল্টি ধৰে। অৱশ্যে ব্ৰাজিল ২-৪ ব্যৱধানত পৰাভূত হয়। ১৯৫৮ আৰু ১৯৬২ চনত ব্ৰাজিলে বিশ্বকাপ জয় কৰোঁতে তেওঁৰ ভূমিকা উল্লেখনীয়। বিশেষকৈ চুইডেনত অনুষ্ঠিত বিশ্বকাপত উদ্বোধনী খেল অষ্ট্ৰিয়াৰ বিৰুদ্ধে তেওঁ দৰ্শনীয় খেল প্ৰদৰ্শন কৰে। চিলি বিশ্বকাপত স্পেইনৰ বিৰুদ্ধে তেওঁ জীৱনৰ শ্ৰেষ্ঠ মেচ খেলে। ১৯৬৬

বিশ্বকাপত এই গৰাকী ৫ ফুট ১১ ইঞ্চি ওখ, ৭২ কিলোগ্ৰাম ওজনৰ ৩৫-বছৰ বয়স্ক জিলমাৰ ৮৯ খন আন্তৰ্জাতিকৰে পুষ্ট। অৱশ্যে ব্ৰাজিলে পূৰ্বৰ সাফল্যমণ্ডিত ফুটবল প্ৰদৰ্শন কৰাৰ পৰা বঞ্চিত হয়।

১৯৬১ চনত তেওঁ চাণ্টোচত যোগদান কৰোঁতে £১০০০ পাউণ্ড ষ্টাৰ্লিঙৰ বিনিময় ঘটে। চাণ্টোচ ক্লাৱে জিলমাৰক পাই আৰু অধিক শক্তিশালী হৈ উঠে। চাণ্টোচে ১৯৬২, ১৯৬৪, ১৯৬৫, ১৯৬৭, ১৯৬৮, ১৯৬৯ৰ লীগ চেম্পিয়নচিপ অৰ্জন কৰে। বিশেষকৈ ১৯৬২ আৰু ১৯৬৩ চনত দক্ষিণ আমেৰিকা চেম্পিয়ন'চ ক্লাব কাপ আৰু বিশ্ব ক্লাব চেম্পিয়নচিপ জয় উল্লেখনীয়।

১৯৬৯ চনৰ ১২ জুন তাৰিখে ৰিও-দি-জেনিৰোৰ ঐতিহাসিক মাৰাকানা ষ্টেডিয়ামত ব্ৰাজিলৰ জাৰ্চি পিন্ধি জিলমাৰে শততম আন্তৰ্জাতিকত অৱতীৰ্ণ হয়। খেলখন ইংলেণ্ডৰ বিৰুদ্ধে অনুষ্ঠিত হৈছিল আৰু ব্ৰাজিল ২-১ ব্যৱধানত জয়ী হয়। ব্ৰাজিলৰ হৈ অংশ গ্ৰহণ কৰা ১০০ খন আন্তৰ্জাতিকৰ ৭০ খনত জয়; ১৪ খনত ড্ৰ আৰু ১৬ খনত পৰাজয় বৰণ কৰে।

## জিলমাৰ-ৰ আন্তৰ্জাতিক খেল

| তাৰিখ | স্থান | প্ৰতিপক্ষ | ফলাফল |
|---|---|---|---|
| ১। ১-৩-৫৩ | লিমা | বলিভিয়া | ৮-১ |
| ২। ২০-৯-৫৫ | চাওপলো | চিলি | ২-১ |
| ৩। ১৭-১১-৫৫ | চাওপলো | পাৰাগুৱে | ২-২ |
| ৪। ১০-১-৫৬ | মন্টিভিডিও | উৰুগুৱে | ০-০ |
| ৫। ২৪-১-৫৬ | মন্টিভিডিও | চিলি | ১-৪ |
| ৬। ২৯-১-৫৬ | মন্টিভিডিও | পাৰাগুৱে | ০-০ |
| ৭। ১-২-৫৬ | মন্টিভিডিও | পেৰু | ২-১ |
| ৮। ৫-২-৫৬ | মন্টিভিডিও | আৰ্জেন্টিনা | ১-০ |
| ৯। ৮-৪-৫৬ | লিচবন | পৰ্তুগাল | ১-০ |
| ১০। ১১-৪-৫৬ | জুৰিক | চুইজাৰলেণ্ড | ১-১ |
| ১১। ১৫-৪-৫৬ | ভিয়েনা | অষ্ট্ৰিয়া | ৩-২ |
| ১২। ২১-৪-৫৬ | প্ৰাগ | চেকোশ্লোভাকিয়া | ০-০ |
| ১৩। ২৫-৪-৫৬ | মিলান | ইটালি | ০-৩ |
| ১৪। ১-৫-৫৬ | ষ্টানবুল | তুৰস্ক | ১-০ |
| ১৫। ৯-৫-৫৬ | ৱেম্বলী | ইংলেণ্ড | ২-৪ |
| ১৬। ১-৭-৫৬ | ৰিও-দি-জেনিৰো | ইটালি | ২-০ |
| ১৭। ৮-৭-৫৬ | বুয়েনচ আয়াৰ্চ | আৰ্জেন্টিনা | ০-০ |
| ১৮। ৫-৮-৫৬ | ৰিও-দি-জেনিৰো | চেকোশ্লোভাকিয়া | ০-১ |

| | | | |
|---|---|---|---|
| ১৯। ৮-৮-৫৬ | চাওপলো | চেকোশ্লোভাকিয়া | ৪-১ |
| ২০। ১৩-৩-৫৭ | লিমা | চিলি | ৪-২ |
| ২১। ২১-৩-৫৭ | লিমা | ইকুয়েদৰ | ৭-১ |
| ২২। ২৩-৩-৫৭ | লিমা | কলম্বিয়া | ৯-০ |
| ২৩। ২৮-৩-৫৭ | লিমা | উৰুগুৱে | ২-৩ |
| ২৪। ৩১-৩-৫৭ | লিমা | পেৰু | ১-০ |
| ২৫। ৩-৪-৫৭ | লিমা | আৰ্জেন্তিনা | ০-৩ |
| ২৬। ১৩-৪-৫৭ | লিমা | পেৰু | ১-১ |
| ২৭। ২১-৪-৫৭ | ৰিও-দি-জেনিৰো | পেৰু | ১-০ |
| ২৮। ১০-৭-৫৭ | চাওপলো | | ২-০ |
| ২৯। ৪-৫-৫৮ | ৰিও-দি-জেনিৰো | পাৰাগুৱে | ৫-১ |
| ৩০। ৭-৫ ৫৮ | চাওপলো | পাৰাগুৱে | ০-০ |
| ৩১। ১৮-৫-৫৮ | চাওপলো | বুলগেৰিয়া | ৩-১ |
| ৩২। ২৯-৫-৫৮ | ফ্লোৰেন্স | ফ্লোৰেন্টিনা | ৪-০ |
| ৩৩। ৮-৬-৫৮ | ইউদভেল | | ৩-০ |
| ৩৪। ১১-৬-৫৮ | গটেবাৰ্গ | ইংলেণ্ড | ০-০ |
| ৩৫। ১৫-৬-৫৮ | গটেবাৰ্গ | ছোভিয়েট ইউনিয়ন | ২-০ |
| ৩৬। ১৯-৬-৫৮ | গটেবাৰ্গ | ৱেলচ | ১-০ |
| ৩৭। ২৪-৬-৫৮ | ষ্টকহম | ফ্ৰান্স | ৫-২ |
| ৩৮। ২৯-৬-৫৮ | ষ্টকহম | চুইডেন | ৫-২ |
| ৩৯। ২৬-৩-৫৯ | বুয়েনচ আয়াৰ্চ | উৰুগুৱে | ৩-১ |
| ৪০। ২৯-৩-৫৯ | বুয়েনচ আয়াৰ্চ | পাৰাগুৱে | ৪-১ |
| ৪১। ৪-৪-৫৯ | বুয়েনচ আয়াৰ্চ | আৰ্জেন্তিনা | ১-১ |
| ৪২। ১৩-৫-৫৯ | ৰিও-দি-জেনিৰো | ইংলেণ্ড | ২-০ |
| ৪৩। ১৭-৯-৫৯ | ৰিও-দি-জেনিৰো | চিলি | ৭-০ |
| ৪৪। ২০-৯-৫৯ | চাওপলো | চিলি | ১-০ |
| ৪৫। ২৯-৪-৫৯ | | আৰব গণৰাজ্য | ৫-০ |
| ৪৬। ১-৫-৬০ | আলেকজেন্দ্ৰিয়া | আৰব গণৰাজ্য | ৩-১ |
| ৪৭। ৬-৫-৬০ | কাইৰো | আৰব গণৰাজ্য | ৩-০ |
| ৪৮। ৮-৫-৬০ | মালমো | মালমো এফ. এফ. | ৭-১ |
| ৪৯। ১০-৫-৬০ | কোপেনহেগেন | ডেনমাৰ্ক | ৪-৩ |
| ৫০। ১২-৫-৬০ | মিলান | ইন্টাৰ-মিলান | ২-২ |
| ৫১। ১৬-৫-৬০ | লিচবন | স্পৰ্টিং লিচবন | ৪-০ |
| ৫২। ২৫-৫-৬০ | বুয়েনচ আয়াৰ্চ | আৰ্জেন্তিনা | ২-৪ |

| | | | | |
|---|---|---|---|---|
| ৫৩। | ২৯-৫-৬০ | বুয়েনচ আয়াৰ্চ | আৰ্জেণ্টিনা | ২-০ |
| ৫৪। | ২৯-৬-৬০ | ৰিও-দি-জেনিৰো | চিলি | ৪-০ |
| ৫৫। | ৩-৭-৬০ | আচানচিঅন | পাৰাগুৱে | ২-১ |
| ৫৬। | ৯-৭-৬০ | মন্টিভিডিও | উৰুগুৱে | ০-১ |
| ৫৭। | ১২-৭-৬০ | ৰিও-দি-জেনিৰো | আৰ্জেণ্টিনা | ৫-১ |
| ৫৮। | ৩০-৪-৬১ | আচানচিঅন | পাৰাগুৱে | ২-০ |
| ৫৯। | ৩-৫-৬১ | আচানচিঅন | পাৰাগুৱে | ৩-২ |
| ৬০। | ৭-৫-৬১ | চাণ্টিয়াগো | চিলি | ২-১ |
| ৬১। | ১১-৫-৬১ | চাণ্টিয়াগো | চিলি | ১-০ |
| ৬২। | ২৯-৬-৬১ | ৰিও-দি-জেনিৰো | পাৰাগুৱে | ৩-২ |
| ৬৩। | ২১-৪-৬২ | ৰিও-দি-জেনিৰো | পাৰাগুৱে | ৬-০ |
| ৬৪। | ৬-৫-৬২ | চাওপলো | পৰ্তুগাল | ২-১ |
| ৬৫। | ৯-৫-৬২ | ৰিও-দি-জেনিৰো | পৰ্তুগাল | ১-০ |
| ৬৬। | ১২-৫-৬২ | ৰিও-দি-জেনিৰো | ৱেলচ | ৩-১ |
| ৬৭। | ১৬-৫-৬২ | চাওপলো | ৱেলচ | ৩-১ |
| ৬৮। | ৩০-৫-৬২ | ভিনা ডেল মাৰ | মেক্সিকো | ২-০ |
| ৬৯। | ২-৬-৬২ | ভিনা ডেল মাৰ | চেকোশ্লোভাকিয়া | ০-০ |
| ৭০। | ৬-৬-৬২ | ভিনা ডেল মাৰ | স্পেইন | ২-১ |
| ৭১। | ১০-৬-৬২ | ভিনা ডেল মাৰ | ইংলেণ্ড | ৩-১ |
| ৭২। | ১৩-৬-৬২ | চাণ্টিয়াগো | চিলি | ৪-২ |
| ৭৩। | ১৭-৬-৬২ | চাণ্টিয়াগো | চেকোশ্লাভাকিয়া | ৩-১ |
| ৭৪। | ১৩-৪-৬৩ | চাওপলো | আৰ্জেণ্টিনা | ২-৩ |
| ৭৫। | ১৬-৪-৬৩ | ৰিও-দি-জেনিৰো | আৰ্জেণ্টিনা | ৪-১ |
| ৭৬। | ২১-৪-৬৩ | লিচবন | পৰ্তুগাল | ০-১ |
| ৭৭। | ২৪-৪-৬৩ | ব্ৰুচেলচ | বেলজিয়াম | ১-৫ |
| ৭৮। | ২৮-৪-৬৩ | পেৰিছ | ফ্ৰান্স | ৩-২ |
| ৭৯। | ২-৫-৬৩ | আমষ্টাৰডাম | হলেণ্ড | ০-১ |
| ৮০। | ৫-৫-৬৩ | হামবাৰ্গ | পশ্চিম জাৰ্মেনি | ২-১ |
| ৮১। | ৮-৫-৬৩ | ৱেম্বলী | ইংলেণ্ড | ১-১ |
| ৮২। | ১২-৫-৬৩ | মিলান | ইটালি | ০-৩ |
| ৮৩। | ১৭-৫-৬৩ | কাইৰো | আৰব গণৰাজ্য | ১-০ |
| ৮৪। | ১৯-৫-৬৩ | টেল আভিভ | ইজৰাইল | ৫-০ |
| ৮৫। | ২২-৫-৬৩ | বাৰ্লিন | পশ্চিম জাৰ্মেনি | ৩-০ |
| ৮৬। | ৩০-৫-৬৪ | ৰিও-দি-জেনিৰো | ইংলেণ্ড | ৫-১ |

| | | | |
|---|---|---|---|
| ৮৭। ৩-৬-৬৪ | চাওপলো | আর্জেন্টিনা | ০-৩ |
| ৮৮। ৭-৬-৬৪ | ৰিও-দি-জেনিৰো | পর্তুগাল | ৪-১ |
| ৮৯। ১-৫-৬৬ | ৰিও-দি-জেনিৰো | গুচো চিলেকচন | ২-০ |
| ৯০। ১৪-৫-৬৬ | ৰিও-দি-জেনিৰো | ৱেলচ | ৩-১ |
| ৯১। ১৯-৫-৬৬ | ৰিও-দি-জেনিৰো | চিলি | ১-০ |
| ৯২। ৪-৬-৬৬ | চাওপলো | পেৰু | ৪-০ |
| ৯৩। ১২-৬-৬৬ | ৰিও-দি-জেনিৰো | চেকোশ্লোভাকিয়া | ২-১ |
| ৯৪। ২৫-৬-৬৬ | মাদ্রিদ | এটলেটিকো মাদ্রিদ | ৫-৩ |
| ৯৫। ২৫-৬-৬৬ | হেম্পদন পার্ক | স্কটলেণ্ড | ১-১ |
| ৯৬। ৩০-৬-৬৬ | গটেবার্গ | চুইডেন | ৩-২ |
| ৯৭। ১২-৭-৬৬ | গুদিচন পার্ক | বুলগেৰিয়া | ২-০ |
| ৯৮। ১৫-৭-৬৬ | গুদিচন পার্ক | হাঙ্গেৰি | ১-৩ |
| ৯৯। ১৮-৬-৬৮ | আচানচিঅন | পাৰাগুৱে | ০-১ |
| ১০০। ১২-৬-৬৯ | ৰিও-দি-জেনিৰো | ইংলেণ্ড | ২-১ |

□□



# গাৰ্চন

গাৰ্চন অলিভিয়েৰা নুনেচ, গাৰ্চন নামেৰে বিশ্ব পৰিচিত ফুটবল চৰিত্ৰ। অৱশ্যে তেওঁ "দ্বিতীয় দিদি" উপনামেৰেও ভুৱন বিখ্যাত। ব্ৰাজিলত অভ্যুদয় হোৱা মেধাবি খেলুৱৈসকলৰ এজন গাৰ্চন। জন্ম ১৯৪১ চন। শাৰীৰিক পৰিমাপ উচ্চতা ৫ ফুট ৭ ১/২ ইঞ্চি আৰু ওজন ৭২ কিলোগ্ৰাম। ফুটবলৰ পাতনি ফ্লেমেঙ্গো দলত পিচত বোটাফোগো ক্লাবলৈ যায়। ১৯৭০ বিশ্বকাপৰ পূৰ্বলৈকে ৬৫ খন আন্তৰ্জাতিকৰে পুষ্ট গাৰ্চন মেক্সিকো বিশ্বকাপৰ অন্যতম আকৰ্ষণ আছিল। এই বিশ্বকাপত ব্ৰাজিল দলে প্ৰদৰ্শন কৰা সফল ও ঐন্দ্ৰজালিক ফুটবলত তেওঁ মধ্য-ফিল্ডৰ মূল কৰ্ণধাৰ আছিল। বিশেষকৈ তেওঁৰ বিস্ফোৰক চুটিং মনকৰিবলগীয়া। ফাইনেলত ইটালিৰ বিৰুদ্ধে তেওঁ ২৫ মিটাৰ দূৰৰ পৰা তীব্ৰ চট্‌ৰে গোল কৰে। আঘাট পোৱা বাবে তেওঁ ১৯৭৪ বিশ্বকাপত উপস্থিত থাকিব নোৱাৰিলে।

# দিদি



ব্ৰাজিলত অভ্যুদয় হোৱা ফুটবল কুশলীসকলৰ ভিতৰত দিদি এক জাকত-জিলিকা ক্ৰীড়া চৰিত্ৰ । সম্পূৰ্ণ নাম ভালদিৰ পেৰিৰা যদিও দিদি নামেৰে বিশ্ব পৰিচিত । এই গৰাকী সুশ্ৰী কৃষ্ণাঙ্গ ফুট-বলাৰে ব্ৰাজিলৰ মিড-ফিল্ডত চতুৰ গতিবিধিৰ জৰিয়তে খেলত আধিপত্য বজোৱাৰ উপৰি দুই ভৰিৰ সুন্দৰ পাচ্‌ৰে খেলপথাৰৰ যিকোনো স্থানলৈ বল পঠাইছিল । বিশেষকৈ ৪-২-৪ পদ্ধতিত আক্ৰমণাত্মক খেল প্ৰদৰ্শন কৰাৰ মূলতে মিড-ফিল্ডত দিদিৰ ফুটবল মনকৰিব লগীয়া । বিশেষকৈ দিদি আৰু জিটোৰ মিড-ফিল্ড যুটী এক বিৰল নজিৰ । তেওঁ ইউৰোপীয়সকলৰ দৃষ্টি আকৰ্ষণ কৰিবলৈ সক্ষম হওঁতে ১৯৫৮ বিশ্বকাপৰ পিচতে ৰিয়েল মাদ্ৰিদ দলত যোগদান কৰে। সেইসময়ত তেওঁৰ সন্দৰ্ভত লিখা একাষাৰ "Brazil has no player compare distinguished startegists as Didi coal black master spirit of 1958 and 1962 world cup." দিদিৰ ফুটবলত আন এটা আকৰ্ষণীয় দিশ হ'ল লং-ৰেঞ্জ-চুটিং ।

দিদি ১৯২৮ চনৰ ৮ অক্টোবৰত কেম্পুচত জন্ম গ্ৰহণ কৰে । কেম্পুচ চহৰৰ পথত বাদাম বেচা এই ল'ৰাটো অৰ্থাৎ দিদিৰ ফুটবলৰ পাতনি আমেৰিকানো কেম্পুচ দলত । তেওঁ ১৯৪৯ চনত ৰিও-ও-মাদুৰিৰা দললৈ আহাৰ পূৰ্বে কিছুদিন চাওপলোৰ লেনকুঞ্চ দলত অতিবাহিত কৰে । এইখিনিতে উল্লেখ্য তেওঁ আমেৰিকানো কেম্পুচত খেলাৰ পূৰ্বে সোঁ-আঠুত বেয়াকৈ আঘাতগ্ৰস্ত হৈ দীৰ্ঘদিন চিকিৎসাধীন হ'ব লগা হৈছিল । অৱশ্যে তেওঁ মাদুৰিৰাত খেলোতেই ৰিও-দি-জেনিৰোৰ পৰিচিত ক্ৰীড়া চৰিত্ৰ হৈ পৰে । ১৯৫০ চনত তেওঁক ফ্লোমিনেন্স দলে আনে আৰু ইয়াত খেলাকালতে খ্যাতিৰ শীৰ্ষত অৱতৰণ কৰোঁতে "কাৰ্ভিং কিক্" মাৰোতাৰূপে বিশ্বখ্যাত হয় তথা এই চট্‌ৰ জন্মদাতা । ব্ৰাজিলত 'ফোলা চেকা' অৰ্থাৎ শুকান পাত নামেৰে এই চট্ খ্যাত আছিল । তেওঁৰ ফুটবল স্কিলে ১৯৫২ চনত ব্ৰাজিলৰ পক্ষে আন্তৰ্জাতিক আত্মপ্ৰকাশ ঘটোতে মেক্সিকোক ২-০ গোলত হৰুৱাই । দিদি ১৯৫৪

বিশ্বকাপতো ব্ৰাজিল দলৰ নিয়মিত খেলুৱৈ আছিল অৱশ্যে ব্ৰাজিলে কোৱাৰ্টাৰ-ফাইনেল খেলিয়ে বিদায় লয়। ১৯৫৬ চনত তেওঁ ফ্লোমিনেন্সৰ পৰা বোটাফোগো দলত চুক্তিবদ্ধ হোৱাৰ পিচৰে পৰা প্ৰচণ্ড সমালোচনাৰ সন্মুখীন হয় যদিও ১৯৫৮ বিশ্বকাপত ব্ৰাজিলৰ চেম্পিয়নচিপ অৰ্জনত প্ৰধান ভাৱৰীয়াৰ ভাৱত অৱতীৰ্ণ হওঁতে ফ্ৰান্সৰ বেমণ্ড কোপা আৰু দিদিয়ে শ্ৰেষ্ঠ খেলুৱৈৰ সন্মান অৰ্জন কৰে। ইয়াৰ পিচতে তেওঁক ইউৰোপৰ ফুটবল ধুমুহা বিয়েল মাদ্ৰিদ দলে কিনে। অৱশ্যে বিয়েলত দি ষ্টিফেনোৰ সৈতে সৃষ্টি হোৱা কিছুমান অপ্ৰীতিকৰ পৰিস্থিতিৰ হেতু দিদিক ভেলেন্সিয়া দললৈ ঋণ স্বৰূপে দিয়ে। অৱশেষত দিদিৰ অনুৰোধতে বিয়েল মাদ্ৰিদে বোটাফোগোত যোগদান কৰিবলৈ দিয়ে (১৯৬০)। বোটাফোগো দলে ১৯৬১ আৰু ১৯৬২ চনত লীগ চেম্পিয়ন হয়। ১৯৬২ বিশ্বকাপত দিদিক কিছু মন্থৰ দেখা গ'লেও তেওঁৰ শক্তিশালী ফুটবল প্ৰতিভাই ব্ৰাজিলক পুনৰবাৰ বিশ্বকাপ বিজয়ত অৰিহণা যোগায়।

১৯৬২ বিশ্বকাপৰ পিচতে তেওঁ পেৰুৰ স্পৰ্টিং ক্ৰিষ্টাল দলৰ পৰা মেনেজাৰচিপৰ বাবে আমন্ত্ৰণ পায় আৰু তেওঁ প্ৰতিদ্বন্দ্বিতামূলক ফুটবলৰ পৰা অৱসৰ লৈ কোচ্ৰূপে নৱ জীৱনৰ পাতনি মেলে। দিদিয়ে ব্ৰাজিলৰ পক্ষে মুঠ ৭২ খন আন্তৰ্জাতিকত ২৪ গোলৰ কৃতিত্ব এৰি থৈ যায়। ১৯৭০ বিশ্বকাপত দিদি পেৰুৰ কোচ্ নিযুক্তি পায় আৰু পেৰুৰ বলিষ্ঠ ফুটবল আজিও স্মৰণীয়। দিদি ২০০১ চনৰ ১২মে তাৰিখে ৰিও দি জেনিৰোত শেষ নিঃশ্বাস ত্যাগ কৰে।



বেবেটো



ক্লডিও টাফাৰেল

# জিটো

ব্ৰাজিলিয়ান ফুটবলৰ সোণালী অধ্যায়ত পেলে, গেৰিঞ্চা, দিদি, জালমা চান্তোচ আদিৰ সৈতে এটা নাম জড়িত থাকিব— জিটো। ব্ৰাজিলৰ মিড-ফিল্ডত দিদি আৰু জিটোৰ ফুটবল শৈলী আজিও এক নজিৰৰূপে জিলিকি আছে। বিশেষকৈ ১৯৫৮ আৰু ১৯৬২ বিশ্বকাপ ফুটবল প্ৰতিযোগিতাৰ ব্ৰাজিলিয়ান সাফল্যত "মোটৰ" উপনামৰে খ্যাত জিটোৰ অগ্ৰগণী ভূমিকাই দুয়োবাৰতে অল-ষ্টাৰ দলত নিৰ্বাচন লাভ কৰে। এওঁৰ লগে লগে গেৰিঞ্চাইয়ো এই খ্যাতিৰ অধিকাৰী হৈছিল।

জন্ম ১৯৩২ চন। জিটোৰ সম্পূৰ্ণ নাম জোচে এলি দে মিৰাণ্ডা। ফুটবলৰ পাতনি চাওপলোৰ দ্বিতীয় ডিভিজন এচপোৰ্ট ক্লাবত অৱশ্যে ১৯৫২ চনত চান্তোচ ক্লাবত যোগদান কৰে। পোনতে ৰিজাৰ্ভত থকা জিটো চান্তোচৰ পক্ষে কোনো নিয়মিত পজিচন নাছিল আৰু প্ৰায় সকলোবোৰ পজিচনতে খেলিছিল। ১৯৫৫ চনত চান্তোচ ক্লাবে লীগ জয়ী হয় আৰু জিটোৱে স্বকীয় ফুটবলটো বিকাশ ঘটায়। ১৯৫৭ দক্ষিণ আমেৰিকা ফুটবল চেম্পিয়নচিপত তেওঁ জাতীয় দলত আত্মপ্ৰকাশ কৰে আৰু ব্ৰাজিলে ৰানাৰ্চ-আপ পায়। ১৯৫৮ বিশ্বকাপত জিটোক পুনৰ জাতীয় দলত সন্নিৱিষ্ট কৰে অৱশ্যে তেওঁ ৰিজাৰ্ভ খেলুৱৈ আছিল। জিটোক গ্ৰুপ লীগৰ খেল ছোভিয়েট ইউনিয়নৰ বিৰুদ্ধে প্ৰথম নমাওঁতে চমকপ্ৰদ খেল প্ৰদৰ্শন কৰে। পৰৱৰ্তী খেলসমূহতো উন্নতৰ প্ৰদৰ্শনে মিড-ফিল্ডত দিদিতকৈ তেওঁ পিচপৰি নেথাকিল। ব্ৰাজিলে বিশ্বকাপ জয় কৰাত তেওঁৰ বলিষ্ঠ ভূমিকাই অল-ষ্টাৰ দলতো নিৰ্বাচন লাভ কৰি বিশ্বফুটবলত চাঞ্চল্য সৃষ্টি কৰে। ১৯৬২ বিশ্বকাপতো জিটোৰ ফুটবল পাণ্ডিত্যই যেন পূৰ্ণাঙ্গতা লাভ কৰি স্বকীয় চমকপ্ৰদতাৰ ক্ৰমবৃদ্ধি ঘটায়। বোধকৰো মধ্য-ফিল্ডত তেওঁতকৈ উচ্চস্তৰৰ দ্বিতীয়জন নাছিল। এইবাৰো ব্ৰাজিলে বিশ্বকাপ জয় কৰি ইতিহাস ৰচনা কৰোঁতে জিটোৱে পুনৰ অল-ষ্টাৰ দলত নিৰ্বাচন পায়। বিশ্বকাপ ফাইনেলত চেকোশ্লোভাকিয়াক ৩-১ গোলত পৰাস্ত কৰোঁতে দ্বিতীয় গোলটো জিটোৰ।

জিটোৱে ১৯৫৫-১৯৬৭ লৈকে মুঠ  বাৰ লীগ জয়ী হয় আৰু ৪ বাৰ ব্ৰাজিল কাপ জিকে। উপৰি দুবাৰ দক্ষিণ আমেৰিকা ক্লাব চেম্পিয়নচিপ জয় কৰে। মাংসপেশীত টান ধৰা বাবে ১৯৬৬ বিশ্বকাপগামী দলত নিৰ্বাচন নেপালে। ১৯৬৭ চনত ফুটবলৰ পৰা অৱসৰ লোৱা জিটোৱে মুঠ ৫৩ খন আন্তৰ্জাতিকত অংশ লয়। চান্তোচ ক্লাবৰ পক্ষে মুঠ ৭০৬ খন খেলত অংশ গ্ৰহণৰ কৃতিত্ব এৰি থৈ যায়।

# ভাভা

ভাভাৰ সম্পূৰ্ণ নাম এডভাগুো ইজিজিঅ নেটো কিন্তু ভাভা নামেৰে বিশ্ব পৰিচিত। এই গৰাকী দুৰ্ধৰ্ষ চেণ্টাৰ-ফৰোৱাৰ্ডে ব্ৰাজিলৰ পক্ষে মাত্ৰ ২০ খন আন্তৰ্জাতিকত ১৫ গোলৰ কৃতিত্ব এৰি থৈ গ'লেও ১৯৫৮ আৰু ১৯৬২ বিশ্বকাপত ব্ৰাজিলিয়ান সাফল্যৰ অন্যতম নিদৰ্শন হৈ ৰ'ব। কাৰণ তেওঁ দুটা বিশ্বকাপ ফাইনেলত স্কৰ কৰা বিশ্বৰ প্ৰথমজন খেলুৱৈ আৰু এই কৃতিত্বই তেওঁক ফুটবল বুৰঞ্জীত চিৰঅমৰ কৰি থব। সেই সময়ৰ দুৰ্ধৰ্ষ আক্ৰমণাত্মক খেলুৱৈ ভাভা-ই বিপক্ষৰ ৰক্ষণবিভাগত চাপ সৃষ্টি কৰোঁতে স্কিমাৰ ও স্কৰাৰৰূপে ত্ৰাসৰ সঞ্চাৰ কৰিছিল।

ভাভা ব্ৰাজিলৰ পেৰনাম্বুকু ৰাজ্যৰ ৰিচাইফ-ত জন্ম গ্ৰহণ কৰে। স্থানীয় ৰিচাইফ ক্লাবত ফুটবলৰ পাতনি মেলি ১৯৪৮ চনত ভাস্কো-দা-গামা ক্লাবত যোগদান কৰে। জুনিয়ৰ দলৰ এই খেলুৱৈয়ে ১৯৫২ চনত ব্ৰাজিলৰ পক্ষে অলিম্পিক ক্ৰীড়াৰ ফুটবলত অংশ লয়। ১৯৫৬ চনত ভাস্কো-দা-গামাই লীগ খিতাপ জয় কৰোঁতে ভাভাৰ বৰঙণি মনকৰিবলগীয়া। সেইবছৰতে ব্ৰাজিল দলৰ পক্ষে নিৰ্বাচিত হৈ দক্ষিণ আমেৰিকা ফুটবল চেম্পিয়নচিপত ৰানাৰ্চ-আপ-খিতাপ্ কঢ়িয়াই আনিবলৈ সক্ষম হয়। ইয়াত ভাভা খুউব এটা সফল হ'ব নোৱাৰিলেও তেওঁৰ ফুটবল প্ৰচেষ্টাই ৰাইজৰ দৃষ্টি আকৰ্ষণ কৰে। ১৯৫৮ বিশ্বকাপত তেওঁৰ বলিষ্ঠ ফুটবলে চমক লগাওঁতে মুঠ ৫ গোল কৰে; ইয়াৰ অন্তৰ্গত ফাইনেলত ২ গোলৰ বৰঙণি ৰয়। বিশ্বকাপত তেওঁ ইউৰোপীয় ক্লাব সমূহৰ চকুত পৰে আৰু আসৰৰ পিচতে স্পেইনৰ এটলেটিকো মাদ্ৰিদত যোগদান কৰে। ১৯৫৮-৫৯ ইউৰোপীয় চেম্পিয়ন ক্লাবচ' কাপত এটলেটিকো মাদ্ৰিদৰ ভাভাই ৮ গোল কৰোঁতে দলে চেমি-ফাইনেল পৰ্যন্ত উধায়। সেইবছৰ আসৰৰ টপ্ স্কৰাৰ (১০ গোল) আছিল-- জাষ্টো ফনটাইন। ১৯৬০ চনত তেওঁ স্বদেশলৈ প্ৰত্যাবৰ্তন কৰি পালমিৰাচ ক্লাবত যোগদান কৰে। সেইসময়ত জাতীয় দলত তেওঁৰ পজিচনৰ প্ৰধান প্ৰতিদ্বন্দ্বীৰূপে চাণ্টোচ ক্লাবৰ কুটিনো থিয় দিলেও ১৯৬২ বিশ্বকাপগামী ব্ৰাজিল দলত ভাভা-ই কৰ্মকৰ্তাসকলৰ প্ৰথম পছন্দ আছিল। তেওঁ ইয়াতো স্বকীয় বলিষ্ঠ ফুটবল অব্যাহত ৰাখি ব্ৰাজিলক দ্বিতীয়বাৰৰ বাবে বিশ্বকাপ বিজয়ত সহায় কৰোঁতে তেওঁ মুঠ ৪ গোল কৰি ৬ জন টপ্ স্কৰাৰৰ শাৰীত স্থান দখল কৰে। এই বিশ্বকাপ সাফল্যই তেওঁক অল-ষ্টাৰ দলতো নিৰ্বাচন আনি দিয়ে। ১৯৭০ চনত তেওঁ ফুটবলৰ পৰা অৱসৰ গ্ৰহণ কৰে। **"চেষ্ট অৱ ষ্টিল"** উপনামেৰে খ্যাত ভাভা ২০০২ চনৰ ২০ জানুৱাৰী তাৰিখে হৃদৰোগত আক্ৰান্ত হৈ ৰিও দি জেনিৰোত শেষ নিঃশ্বাস ত্যাগ কৰে। 



# টোষ্টাও

আধুনিক ফুটবলত "মেজিক মেগয়ার্চ" আৰু "ৰিয়েল মাদ্ৰিদ" একাদশে টেক্‌নিক্ আৰু টেক্‌টিচ্‌ৰ ক্ষেত্ৰত বিৱৰ্ত্তন আনি বিপ্লৱ সৃষ্টি কৰিছিল। ইয়াৰ মূলতে প্ৰতিজন ক্ৰীড়াবিদৰ উচ্চস্তৰৰ কলা কৌশল সম্বলিত স্বকীয় বৈশিষ্ট্যপূৰ্ণ খেল। পৰৱৰ্তীকালত তদৰূপ ৰূপান্তৰকাৰী ফুটবল অৱতাৰণা কৰা দল হ'ল-- ১৯৭০ বিশ্বকাপ বিজয়ী, ব্ৰাজিল। ব্ৰাজিলৰ প্ৰতিজন খেলুৱৈয়ে পাৰ্গত কলাবিদ আছিল। বিশেষকৈ "তিনি ৰত্ন"ৰে পুষ্ট আক্ৰমণ বিভাগ- জেয়াৰজিনহো, টোষ্টাও আৰু পেলে। ব্ৰাজিলিয়ান ফুটবলত টোষ্টাওক "শ্বেতকায় পেলে" আখ্যা দিয়া হৈছে। পেলে যেনেকৈ ফুটবলৰ কিংবদন্তি তদৰূপ টোষ্টাওৰ ফুটবলত চমকপ্ৰদ ক্ৰীড়া কৌশলৰাজি বিৰাজমান। ক্ৰীড়া কৌশলৰ দিশৰ পৰা তেওঁ পেলেতকৈ কোনো গুণে হীন নাছিল। কোনো কোনো মুহূৰ্ত্তত টোষ্টাওৰ অপূৰ্ব খেল আৰু চমকপ্ৰদ কৌশলে "ক'লা মুকুতা"কো ম্লান কৰিছিল। আনকি ক'লা মুকুতা পেলেই এই বিষয়ে ক'বলৈ গৈ টোষ্টাওক " One of the finest footballer in the world." বুলি অভিহিত কৰি গৈছে। কি কি নহওঁক চৰম মুহূৰ্ত বেলিকা ব্ৰাজিলৰ মহান ষ্ট্ৰাইকাৰসকলৰ ভিতৰত সম্ভৱতঃ টোষ্টাওক উচিত মূল্যাঙ্কন নকৰি তুচ্ছ জ্ঞান কৰিছিল। ১৯৭৪ বিশ্বকাপত টোষ্টাওৰ অনুপস্থিতিত ব্ৰাজিলয়ান ফুটবলৰ ডেউকা ভাগি পৰাৰ দৰে আৰু তেতিয়াহে জাতীয় দলত টোষ্টাওৰ ফুটবল কলা কিমান মহিমান্বিত তাক অনুমান কৰিব পাৰি। এই সুশ্ৰী শ্বেতাঙ্গ ব্ৰাজিলিয়ান ফুটবলাৰে বিপক্ষৰ ডিফেন্সত প্ৰেতাত্মাৰ দৰে ভ্ৰমি ত্ৰাস সৃষ্টি কৰিছিল। পেলে আৰু জেয়াৰজিনহোৰ মাজত কেৱল এজন খেলুৱৈয়ে স্বকীয় মহানতাক নিষ্প্ৰভ হ'ব দিয়া



নাছিল তেওঁ হ'ল টোষ্টাও। বিশ্বৰ বিভিন্ন ৰক্ষণবিভাগে ব্ৰাজিলৰ পেলেক কঠোৰ পহৰাৰ দ্বাৰা খেলপথাৰৰ পৰা বিতাৰিত কৰাৰ যি ৰণ-চাতুৰ্য পৰিকল্পনা কৰিছিল জাতীয় দলত নিপুণ লক্ষ্যবিদ টোষ্টাওৰ আৱিৰ্ভাৱে প্ৰতিপক্ষৰ এনে ধৰণৰ চক্ৰান্ত প্ৰশমিত কৰি দিয়ে। পেলেৰ পিচতেই টোষ্টাওক ব্ৰাজিলিয়ান ফুটবলৰ নতুন আশাৰূপে গণ্য কৰা হৈছিল। টোষ্টাওৰ অভ্যুদয় যেন লেটিন আমেৰিকান ফুটবলত এটি উল্কাৰ আৱিৰ্ভাৱ।

টোষ্টাওৰ বহুমুখী প্ৰতিভাই তেওঁৰ ফুটবল বিচক্ষণাত্মক পূৰ্ণ প্ৰকাশ কৰিছিল। ফুটবলৰ এই কলাবিদ এজন মেধাবী স্কৰাৰৰূপে টাৰ্গেটমেনৰ ভূমিকাত অৱতীৰ্ণ হওঁতে বলটো দৰ্শনীয় ড্ৰিবলিঙৰ দ্বাৰা নিজৰ আয়ত্তত ৰাখি নিস্বাৰ্থভাৱে গোল কৰিবলৈ সতীৰ্থসৱক সজাই দিয়াৰ এক অভিনৱ ক্ষমতাৰ অধিকাৰী আছিল। ভৰিত বল পৰাৰ লগে লগে ই যেন প্ৰাণৱন্ত হৈ উঠে আৰু তেওঁৰ অসাধাৰণ ক্ৰীড়া চাতুৰ্যৰ আঁৰত স্বকীয় শাৰীৰিক দুৰ্বলতাক লুকুৱাই থব পাৰিছিল। আধুনিক টাৰ্গেটমেনৰূপে তেওঁৰ চুটিং যেনে তীব্ৰ তদৰূপ তীক্ষ্ণ। ব্ৰাজিলৰ আক্ৰমণ বিভাগে বিশ্ব শ্ৰেষ্ঠৰূপে গঢ় লোৱাৰ মূলতে তেওঁৰ ভূমিকা অতি গুৰুত্বপূৰ্ণ।

১৯৪৭ চনত ব্ৰাজিলত জন্ম গ্ৰহণ কৰা বিশ্বৰ অনুপম ফুটবল খেলুৱৈ টোষ্টাওৰ সম্পূৰ্ণ নাম এডুৱাৰ্ডো গঞ্চালভেচ আন্দ্ৰেদে। হৰিজন্টি জুনিয়ৰ দলত ৰাইট-ইনৰূপে ফুটবলৰ পাতনি মেলে। ১৯৬২ চনত আমেৰিকা জুনিয়ৰ দলত যোগদান কৰি ১৯৬৪ৰ পৰা চিনিয়ৰ দলত খেলে। টোষ্টাওয়ে ইয়াত খেলি থাকোতেই ক্ৰুজিৰো ক্লাবে £১০০০ পাউণ্ড ষ্টাৰ্লিঙৰ বিনিময়ত ক্ৰয় কৰে। ক্ৰুজিৰো একাদিক্ৰমে পাঁচবাৰ লীগ চেম্পিয়ন-- ১৯৬৫-১৯৬৯ লৈকে। ক্লাবৰ হৈ ১৪ গোল(১৯৬৬), ২৪ গোল(১৯৬৭), ২৫ গোল(১৯৬৮) আৰু ১৮ গোল(১৯৬৯) কৰে। ১৯৬৬ চনত ক্ৰুজিৰোৰ হাতত ৰিও-দি-জেনিৰো চেম্পিয়ন ফ্লেমেঙ্গো ৬-২ ব্যৱধানৰ শোচনীয় পৰাজয় ব্ৰাজিল ফুটবল বুৰঞ্জীৰ উল্লেখযোগ্য ঘটনা। ইয়াত টোষ্টাওৰ অনবদ্য ক্ৰীড়াধাৰা ও ৩ গোল চিৰস্মৰণীয়। টোষ্টাওৰ খ্যাতিয়ে বিস্তাৰ লাভ কৰোঁতে ব্ৰাজিল দলতো স্থান গঢ়ি লয়। ১৯৬৬ চনৰ ১৯ মে'ত চিলিৰ বিৰুদ্ধে আন্তৰ্জাতিক ফুটবলত আত্মপ্ৰকাশ কৰোঁতে ১-০ গোলত জয়ী হয়। ১৯৬৬ বিশ্বকাপৰ পূৰ্বলৈকে এই গৰাকী ৫ ফুট ৭$^{৩}/_{৪}$ ইঞ্চি ওখ, ৬৮ কিলোগ্ৰাম ওজনৰ দেখনীয়াৰ ফুটবলাৰ কেৱল ৫ খন আন্তৰ্জাতিকৰে পুষ্ট। ব্ৰাজিলে গ্ৰুপ লীগৰ পৰাই মেলানি মাগিব লগা হয়। টোষ্টাওয়ে হাঙ্গেৰিৰ বিৰুদ্ধে খেলোতে ১ গোল কৰে অৱশ্যে ব্ৰাজিল ১-৩ গোলত পৰাভূত হয়।

১৯৬৬ বিশ্বকাপৰ চৰম পৰিণতিত পৰৱৰ্তীকালত ব্ৰাজিল দলত ৰূপান্তৰ পৰিলক্ষিত হয়। এই সময়ছোৱাত টোষ্টাওৰ ক্ৰীড়াধাৰাত অধিক তীক্ষ্ণতা আৰু দৃঢ়তা পৰিলক্ষিত হয়। ইয়াৰ অন্তৰ্গত ক্ৰুজিৰোয়ে ব্ৰাজিল কাপ জয় কৰে। ১৯৬৮ চনত জাতীয় দলৰ হৈ বিশ্ব ভ্ৰমণত তেওঁৰ স্কৰ, ৫ গোল। বছৰৰ শেষৰফালে ব্ৰাজিল

নেচনেল কাপ প্ৰতিযোগিতাত কোৰিষ্ঠিয়ানচ্‌ৰ ফুল-বেক্‌ ডিটাওৰ চট্‌ বাঁও-চকুত আঘাত কৰোঁতে তেওঁৰ চকুৰ অক্ষপট বিছিন্ন হয় । মাৰ্কিন যুক্তৰাষ্ট্ৰৰ হাউচনত হোৱা অষ্ট্ৰোপ্ৰচাৰৰ জৰিয়তে অক্ষপটৰ পুনঃ স্থাপন ঘটে আৰু প্ৰত্যাৱৰ্তন কৰি বিশ্বকাপৰ প্ৰাথমিক পৰ্যায়ৰ খেলসমূহত সুন্দৰ ক্ৰীড়া কৌশল প্ৰদৰ্শন কৰে। এই সাফল্যৰ পিচতে টোষ্টাওয়ে পুনৰ অতিৰিক্ত অষ্ট্ৰোপ্ৰচাৰৰ বাবে হাউচটনলৈ যাবলগীয়া হয় । সুস্থ হৈ আখৰৰ ছাউনীত যোগ দিয়ে যদিও হেডিঙৰ ক্ষেত্ৰত তেওঁক তটস্থ যেন দেখা যায়। সম্ভৱতঃ তেওঁৰ ভয় সোমাইছিল কেনেবাকৈ সেই আঘাতগ্ৰস্ত চকুত লাগিব বুলি ! তথাপি তেওঁৰ উদ্ভাৱনক্ষম প্ৰতিভাবাজিয়ে খেলপথাৰত অতুল্য যুটী গঢ়ি তুলিছিল ।

মেক্সিকো বিশ্বকাপৰ কোৱালিফাইং ৰাউণ্ডৰ খেলসমূহেই বোধকৰো টোষ্টাওৰ ক্ৰীড়া জীৱনৰ সবাতোকৈ চৰম মুহূৰ্ত । ভেনেজুৱালা, কলম্বিয়া আৰু পাৰাগুৱেৰ বিৰুদ্ধে ডাবল লীগৰ মুঠ ৬ খন খেলত তেওঁ ১০ গোল কৰে । ইয়াৰ অন্তৰ্গত দুটা হেট-ট্ৰিক । টোষ্টাওয়ে আঘাতগ্ৰস্ত হৈ বাক্‌-বিতণ্ডাৰ সন্মুখীন হ'লেও মেক্সিকো বিশ্বকাপৰ চমকপ্ৰদ খেলে এই সকলো বিৰূপ জোৱাৰৰ অৱসান আনে । ইয়াত তেওঁ গোল্‌ৰ বন্যা বোৱাব নোৱাৰিলেও প্ৰতিখন খেলত আক্ৰমণৰ সূচনা আৰু সতীৰ্থক গোল কৰাৰ সুযোগ তৈয়াৰ কৰি অনন্য ভূমিকা লয় । কোৱাৰ্টাৰ-ফাইনেলত পেৰুক ৪-২ ব্যৱধানত পৰাভূত কৰোঁতে টোষ্টাওৰ ঐন্দ্ৰজালিক ক্ৰীড়াধাৰা পুনৰ অৱতাৰণা হয় । খেলৰ ২৮ মিনিটত টোষ্টাওয়ে এজন ডিফেণ্ডাৰক কাটি আনি সঙ্কীৰ্ণ কোণৰ পৰা বিস্ময়কৰ চট্‌ৰে গোল কৰে । পুনৰ ৫১ মিনিটত আন এটা গোল। চেমি-ফাইনেল আৰু ফাইনেলত তেওঁৰ স্কৰ শূন্য যদিও স্বকীয় বলিষ্ঠ ফুটবল বাজিয়ে ব্ৰাজিলক তৃতীয়বাৰ বিশ্বকাপ জয় কৰিবলৈ অৰিহণাৰ যোগাৰ ধৰে । ব্ৰাজিলিয়ান ফুটবলত টোষ্টাওৰ যি অৱদান সেয়া ক'লা মুকুতাতকৈ কোনো গুণে কম নহয়। মেক্সিকো বিশ্বকাপত দুয়োৰে ক্ৰীড়াধাৰাত বেচ মিল পোৱা যায় । তেওঁৰ ক্ৰীড়াধাৰাত মুগ্ধ হৈ সমগ্ৰ বিশ্বই ফুটবলৰ অন্যতম চৰিত্ৰৰূপে স্বীকৃতি দিবলৈ কুণ্ঠাবোধ কৰা নাই । যিমান দিন ব্ৰাজিলৰ ভূমিভাগত ফুটবল খেল বিৰাজমান থাকিব সিমান দিন টোষ্টাওৰ নামটো জিলিকি থাকিব ।

ক্ৰীড়া সংবাদৰ শিৰোনামাত নাম কমাবলৈ সদায় পেলে আৰু জেয়াৰজিনহোৰ বিৰুদ্ধে প্ৰতিদ্বন্দ্বিতা কৰি অহা টোষ্টাওয়ে ১৯৭১ চনত "দক্ষিণ আমেৰিকাৰ ফুটবলাৰ অৱ দি ইয়েৰ" নিৰ্বাচন লাভ কৰে । ১৯৭২ চনত চাওপলোৰ ভাস্কো-দা-গামা ক্লাবলৈ £ ২,২০,০০০ পাউণ্ড ষ্টাৰ্লিঙৰ বিনিময়ত ট্ৰেন্সফাৰ লয় যদিও তেওঁ বেচিদিন খেলিব নোৱাৰিলে । চিকিৎসকৰ মতে তেওঁৰ আঘাতগ্ৰস্ত স্থানত পুনৰ আঘাত পালে সম্পূৰ্ণ অন্ধ হৈ যোৱাৰ সম্ভাৱনা সেইবাবে ২৬-বছৰীয়া অৰ্থনীতি স্নাতক টোষ্টাওয়ে ১৯৭৩ চনত ফুটবল জগতৰ পৰা অৱসৰ গ্ৰহণ কৰে ।



# জেয়াৰজিনহো



ব্ৰাজিলৰ দুৰ্দ্ধৰ্ষ ফৰোৱাৰ্ড তথা সাহসী স্কৰাৰ জেয়াৰজিনহো বিশ্বক্ৰীড়ামঞ্চৰ চাঞ্চল্য সৃষ্টিকাৰী তাৰকা । লেটিন অমেৰিকাৰ ঐতিহ্যপূৰ্ণ ফুটবলত গেৰিঞ্চাৰ উত্তৰাধিকাৰী সূত্ৰে আবিৰ্ভাৱ হয় ব্ৰাজিলৰ ৭নং খেলুৱৈ জেয়াৰজিনহো । 'ক'লা মুকুতা' পেলে আৰু 'শ্বেতকায় পেলে' টোষ্টাওৰ সৈতে অসাধাৰণ সামঞ্জস্য ৰাখি মেক্সিকো বিশ্বকাপ আসৰত জেয়াৰজিনহোয়ে যি ক্ৰীড়া বিস্ফোৰণ ঘটালে তাৰফলত পঞ্চাছ দশকত অভ্যুদিত মেজিক মেগয়াৰ্চৰ ফৰোৱাৰ্ড-লাইন (কোজিচ, হিদেকুটি, পুচকাচ, জিবৰ, বুজাই) আৰু দশকৰ শেষৰফালে ষ্টকহ্‌ম বিশ্বকাপত ব্ৰাজিলিয়ান ফৰোৱাৰ্ডসৱে (গেৰিঞ্চা, ভাভা, পেলে, জাগলো) বিপক্ষৰ গোলৰ মুখত সৃষ্টি কৰা চাঞ্চল্যকৰ প্ৰতিচ্ছবিসমূহো ম্লান হৈ গ'ল । বিশ্বৰ বিভিন্ন পত্ৰ-পত্ৰিকাই এক মুখে ক'বলৈ ধৰিলে মেক্সিকোত ব্ৰাজিলে যি ফৰোৱাৰ্ড লাইনৰ অৱতাৰণা কৰিলে ই সৰ্বকালৰ শ্ৰেষ্ঠ আক্ৰমণ বিভাগ । কাৰণ জেয়াজিনহো এই আক্ৰমণ বিভাগৰ সবাতোকৈ অধিক ত্ৰাস সৃষ্টিকাৰী খেলুৱৈ হৈ পৰিছিল । ব্ৰাজিলৰ দুৰ্দ্ধৰ্ষ গোলৰক্ষক জিলমাৰ আৰু প্ৰস্তৰ সদৃশ বেক্ দ্বয় জালমা চান্তোচ ও নিল্টন চান্তোচৰ অৱসৰ গ্ৰহণৰ পিচত তেওঁলোকৰ সমকক্ষ নিৰ্ভৰযোগ্য খেলুৱৈ ৰক্ষণবিভাগত নাছিল । ফলত এটা দুৰ্বল ৰক্ষণবিভাগলৈয়ে ব্ৰাজিলে বিশ্বকাপ ফুটবলত অৱতীৰ্ণ হৈ চূড়ান্ত বিজয়ী হওঁতে ফৰোৱাৰ্ড লাইনৰ ক্ৰীড়া দক্ষতা আৰু সফলতা মনকৰিবলগীয়া । পেলে যেনেকৈ সৰ্বগুণীসম্পন্ন তদৰূপ টোষ্টাওৰ ক্ৰীড়াধাৰাটো আছিল বলিষ্ঠ ক্ৰীড়া কৌশলৰ জিলিকনি । জেয়াৰজিনহোৰ ক্ষেত্ৰত উভয়ে সজাই দিয়া বলসমূহ বৰতোপৰ গুলীৰ দৰে কোবাল চট্ মাৰি গোলত ৰূপায়িত কৰিছিল । ইয়াৰোপৰি তেওঁ দ্ৰুত দৌৰৰ দ্বাৰা অপূৰ্ব বল কন্ট্ৰোল কৰি বিপক্ষৰ ৰক্ষণবেহু ভেদ কৰিব পাৰিছিল । তেওঁৰ সময়োচিত নিখুঁত ক্ৰচ-পাচ, চমৎকাৰ প্লেচিং আৰু অপূৰ্ব দক্ষতাৰে গোললৈ লোৱা তীব্ৰ চট্‌সমূহে ক্ৰীড়ামোদীক মুগ্ধ কৰিছিল ।

জেয়াৰজিনহোৰ সম্পূৰ্ণ নাম জেয়াৰ ভেনটুৰা ফিলো । জন্ম ২৫ ডিচেম্বৰ ১৯৪৪ চন । স্থান ৰিও-দি-জেনিৰো । ১৫-বছৰ বয়সত অকুশলী খেলুৱৈৰূপে বিতাড়িত হৈ ব্ৰাচিলিৰিনো ক্লাবত যোগ দিয়ে । পিচত টোৰেচ হেমেন ক্লাবত জেয়াৰজিনহোৰ চমকপ্ৰদ খেলে বোটাফোগো ক্লাবৰ কৰ্মকৰ্তাসকলৰ দৃষ্টি আকৰ্ষণ

কৰে আৰু ১৯৬১ চনত বোটাফোগো ক্লাবত সন্নিবিষ্ট হয় । বোটাফোগোৱে উপৰ্যুপৰি দুবাৰ জুনিয়ৰ লীগ চেম্পিয়নচিপ জয় কৰে । চাওপলো পেন আমেৰিকান গেমচ্ ১৯৬৩ চন । ইয়াত ব্ৰাজিলে ফুটবলৰ স্বৰ্ণপদক জয় কৰোঁতে তেৱোঁ দলৰ সদস্য আছিল ।

পেন আমেৰিকান ক্ৰীড়াৰ পিচতে জেয়াৰজিনহোৱে পেছাদাৰ ফুটবলত প্ৰৱেশ কৰোঁতে বোটাফোগো চিনিয়ৰ দলত যোগদান কৰে । ১৯৬৪ চনত বোটাফোগো আৰু চান্তোচ ক্লাবে যুটীয়াভাৱে ব্ৰাজিলিয়ান চেম্পিয়ন হয় । পুনৰ ১৯৬৬ চনটো কোৰিন্থিয়ানচ্, চান্তোচ, ভাস্কো-দা-গামাৰ সৈতে যুটীয়াভাৱে চেম্পিয়নচিপ অৰ্জন কৰে । সেইসময়ত তেওঁ ক্লাবৰ পক্ষে গেৰিঞ্চাৰ পৰিবৰ্তে কেতিয়াবা ৰাইট-উইঙত কেতিয়াবা চেণ্ট্ৰেল-ষ্ট্ৰাইকিং পজিচনত খেলিছিল । অলপদিনৰ ভিতৰতে "দুৰন্ত গোলদাতা" ৰূপে তেওঁৰ খ্যাতি বিয়পি পৰিলেও সেইসময়ৰ ব্ৰাজিলিয়ান ফুটবলত জেয়াৰজিনহোৰ সমকক্ষ একাধিক খেলুৱৈ আছিল ফলত জাতীয় দলত সুযোগ পোৱাটো সহজ সাধ্য নাছিল । ১৯৬৪ চনৰ লিট্‌ল্ ৱৰ্ল্ড কাপ প্ৰতিযোগিতাত ব্ৰাজিল দলৰ বিখ্যাত জুলিনোৰ স্থানত তেওঁ ৰিজাৰ্ভ খেলুৱৈ আছিল আৰু পৰ্তুগালৰ বিৰুদ্ধে আন্তৰ্জাতিক ফুটবলত আত্মপ্ৰকাশ কৰোঁতে তেওঁ ১ গোল কৰে আৰু ব্ৰাজিল ৪-১ ব্যৱধানত জয়ী হয় । ১৯৬৬ বিশ্বকাপত কলা কৌশলেৰে চহকী ব্ৰাজিল দলে ইউৰোপীয় অন্যায় খেল আৰু ৰেফৰিওৰ প্ৰধান চিকাৰ হয় । ক'লা মুকুতা পেলেক বুলগেৰিয়া আৰু পৰ্তুগালৰ বিৰুদ্ধে গুৰুত্বৰভাৱে ফাউল কৰে; কিন্তু লেফট্-উইঙত খেলা জেয়াৰজিহোৱে বিপক্ষৰ ৰাফ্-টেক্‌নিকক উপেক্ষা কৰি সহজভাৱেই খেলি যায় ।

১৯৭০ বিশ্বকাপৰ যোৱালিফাইং ৰাউণ্ডৰ খেলসমূহত তেওঁ ৩ গোল কৰে । পোনতে জেয়াৰজিনহোৱে বিশ্বকাপগামী দলত স্থান পোৱা নাছিল । কিন্তু ৰজাৰিও আহত হোৱা বাবে তেওঁ যোগদানৰ আমন্ত্ৰণ পায় । অৱশ্যে মেক্সিকো বিশ্বকাপৰ পূৰ্বলৈকে ৫০ৰো অধিক আন্তৰ্জাতিকৰে পুষ্ট জেয়াৰজিনহোৱে চমকপ্ৰদ খেলৰ দ্বাৰা শত সহস্ৰৰ দৃষ্টি কাঢ়ি নিজকে অভিজ্ঞ পেলেৰ সমকক্ষ স্কৰাৰৰূপে প্ৰতিষ্ঠা কৰে । বোটাফোগো ক্লাবত জেয়াৰজিনহোৱে চেণ্টাৰ-ফৰোৱাৰ্ডৰূপে চহী কৰিলেও পিচলৈ ৰাইট-উইঙ্গাৰ হয় আৰু গেৰিঞ্চাৰ শূন্যস্থান সফলভাৱে পূৰ্ণ কৰে । উইঙ্গাৰৰূপে খেলি জেয়াৰজিনহোৱে খেলপথাৰৰ মাজভাগলৈ দ্ৰুতগতিত সোমাই আক্ৰমণাত্মক ভূমিকাৰ চূড়ান্ত সীমাত উপনীত হয় । পেলে অধিক পহৰাগ্ৰস্ত হ'লে তেওঁ মাজপথাৰত খেলি পেলেৰ ভূমিকা লয় আৰু পেলেক উইঙ্গাৰলৈ পঠিয়াই ।

মেক্সিকো বিশ্বকাপত ২৫-বছৰ বয়স্ক জেয়াৰজিনহোৰ দ্ৰুতগতি আৰু ড্ৰিবলিং টেক্‌নিকৰ মাজত তৰুণ গেৰিঞ্চাৰ মূৰ্তি ফুটি উঠিছিল । দৈহিক সামৰ্থ পেলে অথবা টোষ্টাওতকৈ উত্তম কাৰণ তেওঁৰ শাৰীৰিক পৰিমাপ ৫ ফুট ৮ ইঞ্চি আৰু ওজন ৭২ কিলোগ্ৰাম । বল পালেই বিপক্ষৰ খেলুৱৈসকলে তেওঁক আগুৰি ধৰিছিল কাৰণ সেইসময়ত তেওঁ এজন বিশ্বৰ দক্ষ অল-ৰাউণ্ডাৰ । ১৯৭০ বিশ্বকাপৰ পৰ্ব চলি

থাকোতে বিশ্বৰ বচা বচা ক্ৰীড়া সাংবাদিকে একমুখে মন্তব্য কৰিছিল, "যদি মেক্সিকো বিশ্বকাপ ব্ৰাজিলে জয় কৰে তেন্তে পেলেতকৈও জেয়াৰজিনহোৰ ভূমিকা থাকিব অধিক।" চিন্তাশীল ক্ৰীড়া মস্তিষ্কসমূহে আশা কৰা মতে ব্ৰাজিলে বিশ্বকাপ জয় কৰাৰ লগে লগে জেয়াৰজিনহোয়ে ৭ গোল কৰি সৰ্বোচ্চ গোলদাতাৰ তালিকাত দ্বিতীয়স্থান পায়। তাতোঁকৈ উল্লেখ্য প্ৰতিখন খেলতে স্কৰৰ অভিলেখে ফ্ৰান্সৰ জাষ্টো ফনটাইনৰ কৃতিত্ব পুনৰাবৃত্তি কৰে। মেক্সিকো বিশ্বকাপ ফাইনেল জেয়াৰজিনহোৰ ৬০তম আন্তৰ্জাতিক। তেওঁ সকলো সময়তে ৰাইট-ফ্ৰেন্কত খেলি প্ৰতি মুহূৰ্তত বিপক্ষৰ গোলৰ ফালে আগবাঢ়ি গোলৰ বন্যা বোৱাই মেক্সিকোত আলোড়ন সৃষ্টি কৰিছিল। বিশেষকৈ বিশ্বকাপৰ ৮০০তম গোলটো কৰাৰ গৌৰৱ অৰ্জন কৰে।

জেয়াৰজিনহো বোটাফোগোৰ নিয়মিত যদিও জাতীয় দলত অনিয়মিত খেলুৱৈ আছিল। কিন্তু গেৰিঞ্চাৰ অৱসৰৰ পিচত তেওঁৰ দায়িত্ব বাঢ়ে আৰু ৰাইট-উইঙত অদ্বিতীয় হৈ উঠে। ১৯৬৭ আৰু ১৯৬৮ চনত বোটাফোগোয়ে ৰিও লীগ আৰু কাপ জিকি 'ডাবল' পায়। কঠোৰ পৰিশ্ৰমী খেলুৱৈ জেয়াৰজিনহোয়ে খেলত কেইবাবাৰো গুৰুত্বৰ আঘাত পাইছে আনকি বিপদজনক টেক্‌লিঙেও বশীভূত কৰিব পৰা নাছিল। খেলপথাৰত সকলো টেক্‌লিঙৰ সন্মুখীন হৈ তেওঁ তীব্ৰ প্ৰতিদ্বন্দ্বিতাৰ অৱতাৰণা কৰিছিল। জেয়াৰজিনহো ষ্ট্ৰাইকাৰ যদিও গৰিষ্ঠ সংখ্যক মেচ মিড-ফিল্ডত খেলিছিল। কাৰণ তেওঁৰ দ্ৰুত গতিৰ বাবে মিড-ফিল্ডৰ পৰা বিজুলী সঞ্চাৰে বিপক্ষৰ ৰক্ষণব্যূহ ভেদ কৰি ডিফেন্সে চিন্তা কৰাৰ পূৰ্বেই নিজৰ পথ অতিক্ৰম কৰিছিল। ধূৰ্ত জেয়াৰজিনহোয়ে সকলো সময়তে এই দ্ৰুত দৌৰৰ অৱতাৰণা কৰা নাছিল; সময় সুবিধা পালেই এই ৰূপ ধাৰণ কৰিছিল। হয়তো সেইবাবেই জেয়াৰজিনহোক বুজিব নোৱাৰিছিল তেওঁ মিড-ফিল্ড খেলুৱৈ নে ষ্ট্ৰাইকাৰ।

১৯৭১ চনত জেয়াৰজিনহোৰ ভৰি ভাঙে আৰু চাৰিমাহৰ পিচত সুস্থতা লভি পুনৰ ক্ৰীড়াপথাৰলৈ ওভতি আহিবলৈ সক্ষম হয়। ইতিপূৰ্বে ১৯৬৭ চনটো দুবাৰ সোঁ-ভৰি ভাঙিছিল। ব্ৰাজিল দলৰ পৰা পেলে আৰু টোষ্টাওয়ে অৱসৰ লোৱাৰ লগে লগে আক্ৰমণৰ সকলো দায়িত্ব তেওঁৰ ওপৰতে পৰে। ১৯৭২ চনত মিনি ৱৰ্ল্ড কাপ জয় কৰোঁতে ফাইনেলত পৰ্তুগালক ১-০ গোলত পৰাভূত কৰে--স্কৰ জেয়াৰ-জিনহোৰ। ব্ৰাজিলে ১৯৭০ৰ পৰা ১৯৭৩ লৈকে মুঠ ৩৬ খন আন্তৰ্জাতিকত অপৰাজিত থাকি যি বিশ্বকীৰ্তিমান প্ৰতিষ্ঠা কৰে এই ক্ষেত্ৰত গৰিষ্ঠভাগ অৱদান জেয়াৰজিনহোৰ।

১৯৭৪ বিশ্বকাপ ফুটবল আসৰত ব্ৰাজিলে পূৰ্বৰ গৌৰৱানুসাৰে খেলিব পৰা নাছিল। মুঠ ৮৯ খন আন্তৰ্জাতিকৰে পুষ্ট জেয়াৰজিনহোয়ে সকলো খেল (৬ খন)তে অংশ লৈ ২ গোল কৰে আৰু ব্ৰাজিলে বিশ্বকাপত চতুৰ্থস্থান পায়। এইখিনিতে উল্লেখ্য ফুটবল প্ৰাঙ্গনত জেয়াৰজিনহোৰ উপনাম "মিষ্টাৰ ফুটবল"।

# ৰিভেলিনো



ফুটবল সৌন্দৰ্য ব্ৰাজিলৰ ক্ৰীড়া প্ৰাঙ্গনত সংখ্যাধিক বিশ্ব-বিশ্ৰুত ক্ৰীড়া কুশলীৰ আৱিৰ্ভাৱ হৈছে । সেইসকলৰ এটি অন্যতম চৰিত্ৰ হ'ল ৰবাৰ্টো ৰিভেলিনো। ব্ৰাজিলৰ হাফ্-লাইনত মহান গাৰ্চন অদৃশ্য হোৱাৰ লগে লগে উত্তৰাধিকাৰী সূত্ৰে আৱিৰ্ভাৱ হ'ল যুগন্ধৰ ফুটবলাৰ ৰিভেলিনো । জাতীয় দলত গাৰ্চন থাকোতে তেওঁ লেফট-উইংত আৰু গাৰ্চনৰ অনুপস্থিতিত মিড-ফিল্ডত উভয়স্থানতে সফল ভূমিকা গ্ৰহণ কৰিছিল; কিন্তু পিচলৈ কেৱল মিড-ফিল্ডতে খেলিব লয় । ব্ৰাজিলৰ ফুটবলত এনে ধৰণৰ দুই দৰ্শীয়াসকল খেল প্ৰদৰ্শন কৰোঁতা ক্ৰীড়া কুশলীৰ এজন হ'ল দিদি আৰু দ্বিতীয়জন-- ৰিভেলিনো ।

১৯৪৬ চনৰ ১ জানুৱাৰীত ফুটবলৰ উৰ্বৰভূমি ব্ৰাজিলত জন্মলাভ কৰা ৰিভেলিনো ইটালিয়ান প্ৰব্ৰজনকাৰীৰ সন্তান । ৰিভেলিনোয়ে নিজক "নতুন পেলে" ৰূপে অৱলোকন কৰোঁতে ক'লা মুকুতাৰ অৱসৰৰ পিছৰ বছৰসমূহত এই মহান খেলুৱৈ গৰাকীৰ ক্ৰীড়া প্ৰণালীক অনুকৰণ কৰিছিল । তেওঁৰ চতুৰ বল কন্ট্ৰোল, নিখুঁত পাচিং আৰু বলিষ্ঠ ফ্ৰি-কিক্‌সমূহে এজন সুবিদিত ইনচাইদ-ফৰোৱাৰ্ড আৰু দিপলিং মিড-ফিল্ড খেলুৱৈৰূপে গঢ়ি তুলিছিল । জাতীয় দলৰ পৰা গাৰ্চনে অৱসৰ লোৱাৰ পিছত তেৱেঁই মিড-ফিল্ডত প্ৰধান ভাৱৰীয়াৰ ভাওত অৱতীৰ্ণ হয় । ৰিভেলিনোৰ বাঁও-ভৰি ব্ৰহ্ম অস্ত্ৰ স্বৰূপ আছিল; কিন্তু নিষ্ঠুৰ প্ৰতিক্ৰিয়াৰ বাবে বহুবাৰ খেলপথাৰৰ পৰা বহিষ্কৃত হৈছিল । দীৰ্ঘ দূৰত্বৰ পৰা দ্ৰুত চুটিওৱে চাঞ্চল্যৰ সৃষ্টি কৰোঁতা ৰবী চাৰ্লটনৰ পিছত বোধকৰো ৰিভেলিনোয়েই ফুটবল জগতত প্ৰথম এনে ধৰণৰ খেলুৱৈ ।

ৰিভেলিনোয়ে কোৰিন্থিয়ানচ্‌ জুনিয়ৰ দলত ফুটবলৰ পাতনি মেলে । এই ক্ষীণকায় প্ৰতিভাশালী ৰিভেলিনোয়ে চিনিয়ৰ দলত কুশলী খেলুৱৈৰূপে আত্মপ্ৰকাশ কৰিলেও সহ্যশক্তিৰ অভাৱে উচ্চ স্তৰৰ ফুটবলত প্ৰতিবন্ধকৰূপে দেখা দিছিল । ১৯৬৬ চনত কোৰিন্থিয়ানচ্‌ ক্লাৱে ব্ৰাজিলিয়ান চেম্পিয়নচিপ্‌ জয় কৰাৰ পিছৰে পৰা এই নৱজাত তাৰকা ব্ৰাজিলিয়ান ফুটবলৰ পৰিচিত খেলুৱৈ হৈ পৰে আৰু ৰিও-দি-জেনিৰোত ১৯৬৮ চনৰ ৩১ অক্টোবৰত মেক্সিকোৰ বিৰুদ্ধে ৰিভেলিনোৰ আন্তৰ্জাতিক আত্মপ্ৰকাশ ঘটে; অৱশ্যে ব্ৰাজিল ১-২ ব্যৱধানত পৰাভূত হয় । ফুটবলৰ সকলো গুণৰ অধিকাৰী হ'লেও ৰিভেলিনোৰ অভাৱ আছিল ষ্টেমিনা । যিটো ১৯৭০ বিশ্বকাপত তেওঁৰ মাৰাত্মক বিষয়ৰূপে উদয় হৈছিল । যথা সময়ত (মেক্সিকো বিশ্বকাপ) ৰিভেলিনোৰ ফুটবলত কোনো খুঁত পোৱা নগ'ল । শাৰীৰিক ক্ষমতাৰ সমস্যা সমাধান হোৱাৰ পিছত জাতীয় দলত সৃষ্টি হ'ল অন্য এটা সমস্যা-- পজিচন । কাৰণ সেইসময়ত দক্ষ গাৰ্চন মিড-ফিল্ডত গতিকে উক্তস্থানত ৰিভেলিনোক নিয়োগ কৰাটো অসম্ভৱ; কিন্তু লেফট-উইঙ্গাৰ পাউলো চিজাৰ সিমান ভাল ফৰ্মত নাছিল সেইবাবে ৰিভেলিনোক উক্ত পজিচনত মকৰল কৰে । কিবা কাৰণবশতঃ গাৰ্চন নেথাকিলে সেইস্থানত তেওঁ অৱতীৰ্ণ হৈছিল । উদাহৰণ স্বৰূপে ১৯৭০ বিশ্বকাপত ইংলেণ্ডৰ বিৰুদ্ধে গুৰুত্বপূৰ্ণ খেলত আঘাতগ্ৰস্ত গাৰ্চনে খেলিব নোৱাৰাত সেই স্থানত ৰিভেলিনো অৱতীৰ্ণ হৈছিল । মেক্সিকো বিশ্বকাপত ব্ৰাজিলে সকলো খেলতে দৰ্শনীয় খেল প্ৰদৰ্শন কৰি চূড়ান্ত বিজয়ীৰ সম্মান অৰ্জন কৰাৰ পিছৰে পৰা ৰিভেলিনোৰ ষ্টেমিনা সম্বন্ধে সন্দেহৰ কোনো স্থল নেথাকিল । ৰিভোলিনোয়ে সকলো খেলতে লেফট-উইংত অৱতীৰ্ণ হৈছিল যদিও কেৱল ইংলেণ্ডৰ বিৰুদ্ধে মিড-ফিল্ডত খেলে । এই আসৰত তেওঁ ৩ গোল কৰোঁতে প্ৰতিটো স্কৰৰ পশ্চাৎ দৰ্শনীয় কাৰ্যকৰ মন কৰিবলগীয়া । ইয়াৰ অন্তৰ্গত উৰুগুৱেৰ গোলৰক্ষক মাজুৰকিউইজক পেনাল্টি বক্সৰ বাহিৰৰ পৰা তীব্ৰ চট্‌ৰে পৰাভূত কৰে । ইতিপূৰ্বে চেকোশ্লোভাকিয়াৰ বিৰুদ্ধে তীব্ৰ

ফ্রি-কিক্‌ৰ দ্বাৰা স্কৰ কৰোঁতে সমগ্ৰ দৰ্শকে আচৰিত হৈ পৰিছিল । ১৯৭১ কোপা ৰোকা কাপত বিভেলিনোৱে দুৰ্ধৰ্ষ ফুটবলৰ অৱতাৰণা কৰি স্বকীয় ষ্টেমিনা সম্পৰ্কে প্ৰমাণ কৰি দেখুৱায় । বিশেষকৈ ১৯৭০-৭৩ লৈকে ৩৬ খন আন্তৰ্জাতিকত অপৰাজিত থকাকালত তেওঁৰ ক্ৰীড়া বৰগুণি মনকৰিবলগীয়া ।

১৯৭৪ বিশ্বকাপত দলত টোষ্টাও, পেলে আৰু গাৰ্চনৰ দিচিমা নিৰ্ভৰযোগ্য খেলুৱৈৰ অভাৱ আছিল যদিও ব্ৰাজিলৰ ৰক্ষণবিভাগ বিশ্বৰ শ্ৰেষ্ঠ বুলি অভিহিত কৰা হৈছে। এই আসৰত ৫ ফুট ৬ $^{3}/_{4}$ ইঞ্চি ওখ, ৭৩ কিলোগ্ৰাম ওজনৰ ২৮-বছৰীয়া কোৰিষ্টিয়ানচ্ ক্লাবৰ ফুটবলাৰ বিভেলিনোয়ে ব্ৰাজিলৰ মিড-ফিল্ডত এক অনন্য ৰূপ ধাৰণ কৰে । আসৰৰ পূৰ্বলৈকে মুঠ ৬৭খন আন্তৰ্জাতিকৰে পুষ্ট খেলুৱৈ গৰাকীয়ে দৰ্শনীয় খেল প্ৰদৰ্শন কৰাৰ উপৰি স্বকীয় ক্ৰমবৰ্দ্ধিত শক্তি আৰু দক্ষতাৰ পৰিচয় দিছিল। দলক প্ৰতি মুহূৰ্ততে সংগ্ৰামী ৰূপ ধাৰণত ইন্ধন বিভেলিনোৰ । সেইসময়ত তেওঁৰ কিক্‌সমূহ অধিক শক্তিশালী ও নিখুঁত আছিল । ব্ৰাজিলে তৃতীয় স্থান নিৰ্ণায়কৰ খেলত দুৰ্ধৰ্ষ পোলেণ্ডৰ হাতত ০-১ গোলত পৰাভূত হয় । এই প্ৰতিযোগিতাত তেওঁৰ স্কৰ, ৩ গোল। সৰাতোকৈ উল্লেখ্য তীব্ৰ ফ্ৰি-কিক্‌ৰ দ্বাৰা জাৰ্মান গণ প্ৰজাতন্ত্ৰৰ বিৰুদ্ধে কৰা গোলটো । ব্ৰাজিলে বিশ্বকাপ জয় কৰিব নোৱাৰিলেও বিভেলিনোয়ে বিশ্বৰ শ্ৰেষ্ঠ এঘাৰজনৰ তালিকাত স্থান গঢ়ি লয় ।

১৯৭৮ বিশ্বকাপ আসৰত ব্ৰাজিল দলৰ অধিনায়ক মনোনীত কৰে ৩২-বছৰীয়া ফুটবল কুশলী বিভেলিনোক । ব্ৰাজিলে বিশ্বকাপ জয় কৰিব নোৱাৰিলেও অপৰাজিত থাকি তৃতীয়স্থান লাভ কৰে ।. কিন্তু ইয়াত বিভেলিনো যেন এটা সুপ্ত আগ্নেয়গিৰি। চুইডেনৰ বিৰুদ্ধে প্ৰথমখন খেলৰ নিম্ন মানদণ্ডই পৰৱৰ্তী চাৰিখন খেলত অংশ গ্ৰহণৰ পৰা বিৰত ৰাখে আৰু পোলেণ্ডৰ বিৰুদ্ধে চেমি-ফাইনেল ৰাউণ্ডৰ শেষ খেলখনত তেওঁক বদলি খেলুৱৈৰূপে নমোৱা হয় । ইটালিৰ বিৰুদ্ধে তৃতীয়স্থান নিৰ্ণায়ক খেলখনত বিভেলিনোক দ্বিতীয়াৰ্দ্ধত নমায় আৰু ২-১ গোলত জয়ী হয় । এয়া তেওঁৰ ১০৮তম আন্তৰ্জাতিক আৰু শততম আন্তৰ্জাতিক খেলা তৃতীয় গৰাকী ব্ৰাজিলিয়ানৰূপে পৰিগণিত হয় ।

ৰিভেলিনোৰ ফুটবলত বিচক্ষণতা ভৰপূৰ যদিও খেলপথাৰত উত্তেজিত হোৱা স্বভাৱে যি কোনো মুহূৰ্তত ধ্বংস হোৱাৰ সংকেত দিছিল তথা চাওপলোৰ ক্ৰীড়ামোদীয়ে “দি বাণ্ডিত” নামেৰে অংকিত কৰিছিল । কিন্তু খেলপথাৰৰ বাহিৰত এই বাণ্ডিত সদায়েই এজন মৰম লগা ব্যক্তি । ১৯৭৮ বিশ্বকাপৰ পিছতে ফ্লোমিনেন্স ক্লাবৰ ৰিভেলিনো $১.৬ মিলিয়ন ডলাৰৰ বিনিময়ত দুবছৰৰ বাবে চৌদি আৰবৰ এল-হিলাল ক্লাবত চুক্তিবদ্ধ হয় । ১৯৭৯ চনত আন্তৰ্জাতিক ফুটবলৰ পৰা অৱসৰ লয় । ৰিভেলিনোৱে ব্ৰাজিলৰ পক্ষে মুঠ ১২০ খন আন্তৰ্জাতিক খেলাৰ কৃতিত্ব এৰি থৈ যায় ।



# জিকো

ক'লা মুকুতা পেলেৰ অৱসৰ গ্ৰহণৰ পিছত ব্ৰাজিলত তেনে বিস্ময় সৃষ্টিকাৰী ফুটবলাৰৰ সন্ধান পোৱা নগৈছিল । এনেতে পেলে বিহীন নিস্তেজ ফুটবলত আৱিষ্কাৰ হ'ল "ব্ৰাজিলৰ নতুন মুকুতা" --- জিকো । জিকোৰ অভ্যুদয়ে ব্ৰাজিলৰ ফুটবললৈ যেন পূৰ্বৰ সেই ঐন্দ্ৰজালিক ফুটবল শক্তি ঘূৰাই আনিলে । যি কি নহওঁক পেলেৰ পিছতে ব্ৰাজিলৰ ক্ৰীড়া প্ৰাঙ্গনত অভ্যুদিত সবাতোকৈ উল্লেখযোগ্য ফুটবল কুশলী যাৰ ফুটবলৰ আঁৰত লুকাই আছিল প্ৰচুৰ সম্ভাৱনা । এলানি আঘাতে তেওঁক ব্ৰাজিলৰ পক্ষে সফলতা কঢ়িয়াই অনাত বাধা প্ৰদান কৰিলেও দক্ষ ফ্ৰি-কিক্ বিশেষজ্ঞ জিকো সৰ্বকালৰ তাৰকাসকলৰ শ্ৰেণীভুক্ত ।

১৯৫৩ চনৰ ৩ মাৰ্চত ৰিও-দি-জেনিৰো উপকণ্ঠ কুইন্‌টিন্‌হোৰ এক সাধাৰণ পৰিয়ালত জিকোৰ জন্ম হয় । দৰ্জী কাম কৰা পিতৃ পতুৰ্গীজ পমুৰা আৰু মাতৃ ইটালিয়ান। পাঁচগৰাকী বৰ্ণসঙ্কৰ ফুটবল সহোদৰৰ কনিষ্ঠতম জনেই জিকো । জিকোৰ সম্পূৰ্ণ নাম আৰ্থাৰ এন্টনিচ্ কইম্বৰা। সৰুৰে পৰা ষ্ট্ৰিট ফুটবলত মত্ত জিকোয়ে ১৯৬৯ চনত ফ্লেমেঙ্গো ক্লাৱত যোগদান কৰে । দুৰ্বল শৰীৰৰ এই ফুটবলাৰে ফ্লেমেঙ্গো দলত ভৰ্তি হোৱাৰ পিছতে ক্লাৱ কৰ্তৃপক্ষৰ অশেষ যত্ন ও প্ৰচেষ্টাৰ ফলস্বৰূপে এজন পূৰ্ণাঙ্গ ফুটবলাৰৰূপে গঢ় লবলৈ সক্ষম হয় । জুনিয়ৰ দলৰ খেলুৱৈ জিকোয়ে ১৯৭০ চনৰ ১৮ মাৰ্চত চাও ক্ৰিচটোবালৰ বিৰুদ্ধে গোল কৰি প্ৰথম স্কৰ কৰাৰ কৃতিত্ব আৰ্জে। তেওঁ ফ্লেমেঙ্গো যুৱ দলৰ হৈ ২০ খন খেলত ২৭ গোল কৰি চিনিয়ৰ দলত স্থান গঢ়ি লওঁতে ১৯৭১ চনত ফ্লেমেঙ্গোৰ হৈ প্ৰথম শ্ৰেণী ফুটবলৰ পাতনি মেলিয়ে দুটা মৰছুমৰ গৰিষ্ঠ ভাগ সময় চাব্‌চটিটিউট্‌ৰ বেঞ্চত অতিবাহিত কৰিব লগা হয় আৰু ১৯৭৩ চনৰ পৰাহে নিয়মিতৰূপে খেলাৰ সুযোগ পায় । ১৯৭৩ চনত ৫২ খন খেলত ১৩ গোল ; ১৯৭৪ চনত ৬৫ খন খেলত ৪৯ গোল আৰু ১৯৭৫ চনত ৭৬ খন খেলত ৫১ গোল কৰে । ১৯৭৬ চনৰ আটলাণ্টিক কাপ আসৰত উৰুগুৱেৰ বিৰুদ্ধে আন্তৰ্জাতিক ফুটবলত আত্মপ্ৰকাশ ঘটে আৰু ২-১ ব্যৱধানত জয়ী হয় । অৱশ্যে তেওঁ ফ্ৰি-কিক্‌ৰে ১ গোল কৰে। এই আসৰতে জিকোৰ দুৰ্দ্ধৰ্ষ খেলত মুগ্ধ হৈ প্ৰতিপক্ষৰ খেলুৱৈ ও কৰ্মকৰ্তাসৱে তেওঁক "পেলেৰ পিছতে ব্ৰাজিলৰ মহান আৱিষ্কাৰ" বুলি অভিহিত কৰে। সেইসময়ত এই গৰাকী ২৩-বছৰীয়া একাউন-টেন্সিৰ ছাত্ৰ জিকোৰ শাৰীৰিক পৰিমাপঃ উচ্চতা ৫ ফুট ৭ ইঞ্চি আৰু ওজন ৬৫ কিলোগ্ৰাম । সেই বছৰতে ইংলেণ্ডক ১-০ গোলত পৰাভূত কৰোঁতে মেনেজাৰ ডন ৰিভিৰ মন্তব্য, "ব্ৰাজিলৰ নতুন তাৰকা জিকোৰ দৰ্শনীয় কলা কৌশল আৰু সৌ-ভৰিৰ কাৰুকাৰ্যত সঁচাকৈয়ে পেলে মানদণ্ডৰ খেলুৱৈ ।" ১৯৭৭ চনত ফ্লেমেঙ্গোয়ে

এ.চি. মিলানক ৩-০ ব্যৱধানত পৰাভূত কৰোঁতে প্ৰসিদ্ধ ইটালিয়ান ফুটবল শিল্পী গিয়ানি ৰিভেৰাৰ মন্তব্যঃ "I've never seen a player with such incredible reflexes."

মেক্সিকো বিশ্বকাপৰ কেইবা বছৰৰ পিছত ব্ৰাজিল দলত জিকোৰ খেলত মুগ্ধ হৈ ক্ৰীড়া সাংবাদিকসকলে "নতুন চুপাৰষ্টাৰ" ৰূপে অভিহিত কৰে । ১৯৭৭ চনৰ "দক্ষিণ আমেৰিকাৰ ফুটবলাৰ অব দি ইয়েৰ" জিকোৱে "শ্বেতাঙ্গ পেলে" নামেৰে জনপ্ৰিয়তাৰ বীজ ৰোপণ কৰে যদিও ১৯৭৮ বিশ্বকাপত ব্ৰাজিলৰ অসফল ফৰোৱাৰ্ড-লাইনৰ কেন্দ্ৰমণি গৰাকী চৰম দুৰ্দশাৰ বিষয়বস্তুত পৰিণত হয় । ১৯৭৯ দক্ষিণ আমেৰিকা চেম্পিয়নচিপৰ চেমি-ফাইনেলত ব্ৰাজিল দল পাৰাগুৱেৰ হাতত ৩-৪ গোলত পৰাভূত হয় । তাৰপিচত ১৯৮০ গোল্ড কাপত বিশ্ব চেম্পিয়ন আৰ্জেন্টিনা আৰু ইউৰোপীয় চেম্পিয়ন পশ্চিম জাৰ্মেনিক পৰাভূত কৰিলেও ফাইনেলত উদ্যোক্তা উৰুগুৱেৰ হাতত ব্ৰাজিল ০-১ গোলত পৰাভূত হয় । এই আসৰতে অধিনায়ক জিকোৱে আঘাত পায় ।

জিকোৱে স্পেইন বিশ্বকাপৰ পূৰ্বে (১৯৭১-৮২) প্ৰথম শ্ৰেণী ফুটবলত ৫০০ গোল কৰাৰ কৃতিত্ব আৰ্জে । ১৯৭৯ চনত ৰিও-দি-জেনিৰোৰ "কেৰিওকা লীগ"ত ২৪৫ গোলৰ নতুন কীৰ্তিমান প্ৰতিষ্ঠা কৰোঁতে দিদাৰ স্থাপিত ২৪৪ গোল (১৯৫৩-৬৪)ৰ কীৰ্তিমান ভঙ্গ কৰে । জিকোৰ ক্ৰীড়া দুৰ্ধৰ্ষতাতে ফ্ৰেমেঙ্গোয়ে ১৯৮১ চনত দক্ষিণ আমেৰিকা চেম্পিয়ন'চ ক্লাব কাপ জয় কৰাৰ উপৰি ইউৰোপীয় চেম্পিয়ন লিভাৰপুলক ৩-০ ব্যৱধানত পৰাভূত কৰি বিশ্ব ক্লাব খিতাপ কঢ়িয়াই আনে । বিশেষকৈ উল্লেখ্য ১৯৮১ চনত তেওঁ "দক্ষিণ আমেৰিকাৰ ফুটবলাৰ অব দি ইয়েৰ" নিৰ্বাচন লাভ কৰে । সেইসময়তে জিকো লেটিন আমেৰিকাৰ উপৰি ইউৰোপীয় দল সমূহৰ লোলুপ দৃষ্টিত পৰে । ইটালিৰ এ. চি. মিলানে $৪.৮ মিলিয়ন ডলাৰ আগবঢ়াই ব্ৰাজিলত হা-হুতাশৰ ঢৌ তোলে ফলত তেওঁৰ ট্ৰেন্সফাৰ স্থগিত ৰাখিবলৈ বাধ্য হয় । পিচত জুভেন্টাচ আৰু বাৰ্চিলোনাই £৬ মিলিয়ন পাউণ্ড ষ্টাৰ্লিং উছৰ্গা কৰিছিল; কিন্তু তেওঁ নগ'ল । স্পেইন বিশ্বকাপৰ সময়ত জিকোৰ মাহিলি আয় £১৪,০০০ পাউণ্ড ষ্টাৰ্লিং ।

স্পেইন বিশ্বকাপত ব্ৰাজিল চেম্পিয়ন হোৱাৰ নিশ্চিত প্ৰতিদ্বন্দ্বী আছিল আৰু বিশ্বকাপ জয় কৰিব পৰা হ'লে নিশ্চয় জিকোৱেই চুপাৰষ্টাৰৰ খ্যাতি অৰ্জন কৰিলেহেঁতেন ! বিশ্বকাপৰ পূৰ্ব পৰ্যন্ত ৬৯ খন আন্তৰ্জাতিকত তেওঁৰ স্কৰ, ৪৯ গোল । স্পেইন বিশ্বকাপত ব্ৰাজিলৰ ক্ৰীড়া মগজু আছিল-- জিকো । জিকোৱে ব্ৰাজিলৰ পক্ষে বিজয়ৰ বৰমাল্য কঢ়িওৱাত সফল নহ'ল (ইটালিৰ হাতত ২-৩ ব্যৱধানত পৰাভূত হৈ চেমি-ফাইনেলত প্ৰৱেশ কৰিব নোৱাৰিলে) যদিও তেওঁৰ চমৎকী ক্ৰীড়া কৌশল ৰাজি এক জলন্ত নিদৰ্শন হৈ ৰব । কাৰণ জিকোৰ ঐন্দ্ৰজালিক ক্ৰীড়া প্ৰতিভাই তেওঁক "The little wizard" আখ্যা দিছিল আৰু তেওঁকে আখ্যায়িত

"a one man team" মন্তব্যৰ প্ৰত্যাহাৰ কৰোঁতে কয় "I am a team man" আৰু কয় "And any personnel success is due to my team mates."

অনুশীলনত জিকোক "One man circus" বুলি অভিহিত কৰা হৈছিল। সামৰ্থ্যৰ দিশৰপৰা জিকোক মহান মিড-ফিল্ডাৰ দিদি, গাৰ্চন আৰু ৰিভেলিনোৰ সৈতে বিজাব পাৰি। পেলেৰ অৱসৰৰ পিছত জন্মগত ফুটবল শিল্পী জিকোক টোষ্টাওৰ লগতহে অধিক সামঞ্জস্য থকা দেখা যায়। ষ্ট্ৰাইকাৰৰূপে পৰিচিত হ'লেও প্ৰায়ে সন্মুখৰ তিনিজন ফৰোৱাৰ্ডতকৈ সামান্য পিচপৰি ডিপ-লাইং চেন্টাৰ-ফৰোৱাৰ্ডৰ ভূমিকা লয়। নিজক ফায়াৰিং-লাইনত আবদ্ধ নেৰাখি আক্ৰমণ বিভাগৰ পিচত লুকাই দৰ্শনীয়ভাৱে বল নিয়ন্ত্ৰণ কৰি স্কিমাৰৰ ভূমিকা গ্ৰহণ কৰে অৱশ্যে মিড-ফিল্ডাৰৰ ভূমিকা দিয়া জিকোৰ জৰিয়তে দলৰ গৰিষ্ঠ সংখ্যক ৰণ-চাতুৰ্য্য অগ্ৰসৰ হয়। তেওঁ সৃষ্টিকামী খেলৰে প্ৰতিপক্ষৰ ডিফেন্সত অনবদ্য হেচা অব্যাহত ৰাখিছিল। যাৰবাবে তেওঁক 'Soccer Artist' বুলি কোৱাৰ স্থল আছে। স্পেইন বিশ্বকাপত তেওঁ ৪ গোল কৰি সৰ্বোচ্চ গোলদাতাৰ তালিকাত তৃতীয় হয়। বিশেষকৈ ১৯৮২ চনত পুনৰ "দক্ষিণ আমেৰিকাৰ ফুটবলাৰ অৱ দি ইয়েৰ" নিৰ্বাচন পায়।



জনপ্ৰিয়তাৰ শীৰ্ষত থকা জিকোয়ে ফ্লেমেঙ্গোৰ হৈ ১৯৮০, ১৯৮২ আৰু ১৯৮৩-ৰ ব্ৰাজিলিয়ান চেম্পিয়নচিপ জয় কৰে। আনকি ব্ৰাজিলৰ যুৱতীসকলেও তেওঁলোকৰ চুয়েটাৰত জিকো নামটো খোদিত কৰি লৈছিল। বিশেষকৈ ফ্লেমেঙ্গো ষ্টেডিয়ামত জিকোৰ এটা বেনাৰ ওলমোৱা আছিল যাৰ দীৰ্ঘতা পঞ্চাশ ফুট। জিকোয়ে ১৯৮৬ পৰ্যন্ত ফ্লেমেঙ্গোত থকাৰ কথা আছিল যদিও ৬৩০ গোল কৰাৰ পিচতে ১৯৮৩ চনত $৪ মিলিয়ন ডলাৰৰ বিনিময়ত তিনি বছৰৰ বাবে ইটালিৰ উদিনীজ দলত চুক্তিবদ্ধ হয়। ইয়াৰ উপৰি তেওঁ $৬০০,০০০ ডলাৰ বানাচ্ আৰু $২ মিলিয়ন ডলাৰৰ বৃহৎ মূল্য এই কালছোৱাত পায়। অৱশ্যে জিকোয়ে কেৱল দুটা মৰছুম অতিবাহিত কৰি ১৯৮৫ চনত ফ্লেমেঙ্গোলৈ প্ৰত্যাবৰ্তন কৰে। উদিনীজত মুঠ ৭৯ খন খেলত ৫৭ গোলৰ বৰঙণি এৰি থৈ যায়। প্ৰত্যাবৰ্তন কৰাৰ এমাহ পিচত বাঙ্গু দলৰ বিৰুদ্ধে খেলোতে প্ৰতিপক্ষৰ ফুল-বেক্ মাৰ্চিওৰ টেক্‌লিঙত বাঁও-আঠুত বেয়াকৈ আঘাত পায় (২৯ আগষ্ট, ১৯৮৫)। ইয়াৰ পিছতো এই আঘাতে তেওঁক বাৰম্বাৰ অসুবিধাত পেলায় তথাপি ১৯৮৬ চনৰ ফেব্ৰুৱাৰীত ৭০০ গোল কৰাৰ কৃতিত্ব অৰ্জন কৰে। অনুশীলন কৰোঁতে ৪ মাৰ্চত পুনৰ বাঁও-আঠুত আঘাত পায় আনহাতে মেক্সিকো বিশ্বকাপ টুৰ্ণামেণ্টৰো চমু চাপি আহে। প্ৰত্যাবৰ্তন কৰি বিচিকত অনুষ্ঠিত ব্ৰাজিল বনাম যুগোশ্লাভিয়া খেলত ৪-২ গোলত জয়ী হওঁতে তেওঁৰ হেট্-ট্ৰিকে স্বকীয় মানদণ্ড সম্পৰ্কত নিশ্চয়তা প্ৰদান কৰে(৩০ এপ্ৰিল)। কিন্তু দুখৰ বিষয় ৰিও-দি-জেনিৰোত ৭ মে'ত ব্ৰাজিল বনাম চিলি খেলখনৰ তেৰ মিনিটতে জিকোয়ে পুনৰ বাঁও-আঠুত মচকা খায় খেলপথাৰ ত্যাগ কৰিবলৈ বাধ্য হয় আৰু বিশ্বকাপত অংশ গ্ৰহণ সম্পৰ্কত সন্দেহৰ ভাৱৰে আবৰি ধৰে।

মেক্সিকো বিশ্বকাপত প্ৰথম দুখন খেলত জিকোক খেলোৱা নাছিল আৰু পৰৱৰ্তী খেলসমূহতো কেৱল দ্বিতীয়াৰ্দ্ধৰ মধ্যভাগত অৱতীৰ্ণ হৈ ব্ৰাজিল দলত বিস্ফোৰণ ঘটোৱাৰ যি প্ৰয়াস কৰিছিল এই ক্ষেত্ৰত তেওঁ সফল নহ'ল আৰু এজন নিষ্প্ৰভ তাৰকাৰূপে বিদায় ল'ব লগা হয়। তেতিয়ালৈকে তেওঁৰ ৮২ খন আন্তৰ্জাতিকত ৬৩ গোল কৰাৰ কৃতিত্ব আছিল। দীঘলীয়া চিকিৎসাৰ অন্তত ১৯৮৭ চনৰ ২১ জুনত ফ্লেমেঙ্গো বনাম ফ্লোমিনিঙ্গ খেলখনৰ জৰিয়তে ৩৪-বছৰ বয়স্ক জিকো পুনৰ খেলপথাৰলৈ প্ৰত্যাবৰ্তন কৰোঁতে ১-১ গোলত অন্ত পৰা খেলখনত পেনাল্টিৰ জৰিয়তে স্কোৰ কৰে। তেওঁ এই দলতে অতিবাহিত কৰি ১৯৯০ চনৰ ৭ ফেব্ৰুৱাৰীত ফুটবলৰ পৰা অৱসৰ লওঁতে ৰিও-দি-জেনিৰোৰ মাৰাকানা ষ্টেডিয়ামত ফ্লেমেঙ্গো বনাম বিশ্ব একাদশৰ মাজত বিদায় খেলখন অনুষ্ঠিত হয়। জিকোৱে মুঠ ১০৪৬ খন প্ৰথম শ্ৰেণী ফুটবলত অংশ লৈ ৭২৯ গোল কৰাৰ কৃতিত্ব এৰি থৈ গৈছে। ইয়াৰ অন্তৰ্গত ব্ৰাজিলৰ পক্ষে ৮৯ খন আন্তৰ্জাতিকত ৬৬ গোলৰ কীৰ্তিমান স্মৰণীয়। তেওঁ এটা মৰছুম জাপানী পেছাদাৰী লীগৰ কাচিমা এণ্টলাৰ্চ দলত খেলি ১৯৯৪ চনৰ ১৫ জুনত অৱসৰ লওঁতে মুঠ ৮৮ গোলৰ অৰিহণা ৰয় আনহাতেদি সৰ্বমুঠ ৮১৭ গোল কৰাৰ কৃতিত্ব আৰ্জে।



# ৰোমাৰিঅ



লেটিন আমেৰিকাৰ ফুটবল খনি ব্ৰাজিলত অভ্যুদয় হোৱা কলা কৌশলত চহকী তৎকালৰ সফল ফুটবল কলাবিদ গৰাকী কোন বুলি ক'বলৈ গ'লে নিঃসন্দেহে আমাৰ দৃষ্টি ব্ৰাজিলৰ ৫ ফুট ৬ ইঞ্চি ওখ ৭০ কিলোগ্ৰাম ওজনৰ চুটি-চাপৰ ষ্ট্ৰাইকাৰ ৰোমাৰিঅৰ ওপৰত পৰে । কাৰণ এই গৰাকী ফুটবল ইনটিলেক্‌চুৱেলে খেলপথাৰত যিকোনো শক্তিশালী ডিফেন্স স্বকীয় ফুটবল প্ৰতিভাৰ জৰিয়তে বিদীৰ্ণ কৰিছিল । অতুক্তি নহ'লেও তৎকালৰ ফুটবল বিশ্বত এওঁৰ সমকক্ষ ঠাণ্ডা মগজুৰ সফল ফৰোৱাৰ্ড নাই বুলি ক'ব পাৰি । ৰোমাৰিওৰ ফুটবলত প্ৰধান অস্ত্ৰস্বৰূপ-- বল পোৱাৰ লগে লগে হঠাৎ তীব্ৰ গতিৰে প্ৰতিপক্ষৰ গোলৰ অভিমুখে ধাওনা হয় আৰু ভৰিত বল থকা পৰ্য্যন্ত প্ৰতিপক্ষৰ বাবে ত্ৰাসৰ জোৱাৰ সৃষ্টি কৰে । বিশেষকৈ গোল স্কৰিঙত যি নিখুঁত ও নতুন কৌশলত অৱলম্বিত হয় এয়া কল্পনাতীত । তেওঁৰ উচ্চস্তৰৰ এৰ্ণ্টিচিপেচনে শক্তিশালী ৰক্ষণক হতভম্ব কৰি দিয়ে উপৰি বল ড্ৰিবলিং বিশ্বত অনুপম ও অপৰাজেয় । ব্ৰাজিলৰ ১৯৮৯ কোপা আমেৰিকা আৰু ১৯৯৪ বিশ্বকাপ বিজয়ত

সফলতাত এটা নাম জিলিকি থাকিব ৰোমাৰিঅ। সম্পূৰ্ণ নাম ৰোমাৰিঅ দি চুজা ফাৰিয়া।

বেড় ইণ্ডিয়ান আৰু পতুগীজ তেজৰ সংমিশ্ৰণত বৰ্ণসঙ্কৰ ৰোমাৰিঅ ১৯৬৬ চনৰ ২৯ জানুৱাৰী তাৰিখে ৰিঅ-দি-জেনিৰোৰ নিকৃষ্ট অঞ্চলত জন্ম গ্ৰহণ কৰে। ফুটবলৰ পাতনি ওলাৰিয়া দলত(১৯৮৩)। ১৯৮৫ চনত ভাস্কো-দা-গামা দলটোৰ ট্ৰেন্সকাৰ লয় আৰু ছিউল অলিম্পিক ক্ৰীড়াত ব্ৰাজিলৰ পক্ষে আন্তৰ্জাতিক আত্মপ্ৰকাশ কৰি ৰূপৰ পদক পায়। ইয়াত তেওঁ লেফ্ট উইংত খেলি প্ৰতিযোগিতাৰ টপ্ স্কৰাৰ হওঁতে মুঠ ৭ গোল কৰে। ইতিমধ্যে ওলণ্ডাজ প্ৰথম ডিভিজন পি এচ ভি আইণ্ডহোভেনৰ দৃষ্টি গোচৰ হয় আৰু ১৯৮৯ চনত $৩ মিলিয়ন ডলাৰৰ বিনিময়ত এই দলত যোগদান কৰে। ভাস্কো-দা-গামাৰ পক্ষে মুঠ ১২৩ খন খেলত ৭৩ গোলৰ ৰবগুলি বয়। আইণ্ডহোভেনৰ হৈ ১৯৮৯, ১৯৯১ আৰু ১৯৯২-ৰ লীগ আৰু ১৯৮৯ আৰু ১৯৯০-ত ওলণ্ডাজ কাপ্ জয় কৰে। এই দলত পাঁচটা মৰছুম খেলি মুঠ ১২৫ গোলৰ কৃতিত্ব এৰি থৈ যায়। ১৯৮৯ কোপা আমেৰিকা ফাইনেলত উৰুগুৱেক ১-০ গোলত পৰাভূত কৰোঁতে স্কৰ ৰোমাৰিঅৰ। ১৯৯০ বিশ্বকাপ খেলিব যোৱা ব্ৰাজিল দলতো ৰোমাৰিঅ আছিল যদিও নিৰ্বাচন পাৰলৈ সংগ্ৰাম কৰিব লগীয়া হৈছিল কাৰণ বিশ্বকাপৰ কেইমাহমানৰ পূৰ্বে তেওঁৰ সোঁ-ভৰি ভাগিছিল। পৰৱৰ্তী বিশ্বকাপৰ পূৰ্বে কোচ্ কাৰ্লোচ এলবাৰ্টো প্ৰেইৰাৰ সৈতে বিবাদৰ ফলত তেওঁক জাতীয় দলত সন্নিৱিষ্ট কৰা নাছিল কিন্তু কোৱালিফাইং ৰাউণ্ডৰ অন্তিম খেলখনত ব্ৰাজিলে অন্ততঃ ড্ৰ কৰিব পাৰিলেহে ১৯৯৪ বিশ্বকাপৰ চূড়ান্ত পৰ্য্যায়লৈ উধাবলে সক্ষম হ'ব। এনে পৰিস্থিতিত ব্ৰাজিল ফুটবল সন্থাই তেওঁক কোৱালিফাইং ৰাউণ্ডৰ অন্তিম খেলখনত উৰুগুৱেৰ বিৰুদ্ধে সন্নিৱিষ্ট কৰি ২-০ গোলত জয়ী হওঁতে দুয়োটা গোল ৰোমাৰিঅৰ (১৯-৯-৯৩)। বিশ্বকাপৰ পূৰ্ব পৰ্য্যন্ত ৰোমাৰিঅই মুঠ ৪৬ খন আন্তৰ্জাতিকত ২০ গোল কৰে। এইখিনিতে উল্লেখ্য ১৯৯৩ চনৰ ১৯ জুলাইত বাৰ্চিলোনা ক্লাবত যোগদান কৰোঁতে $৪ মিলিয়ন ডলাৰৰ চুক্তি হয় আৰু প্ৰথম মৰছুমতে ৩০ গোল কৰে। সেইদৰে ১৯৯৪ বিশ্বকাপতো ব্ৰাজিল সবাতোকৈ শক্তিশালী গ্ৰুপত পৰে গতিকে গ্ৰুপ লীগৰ পৰা ফাইনেললৈকে প্ৰতিখন খেলত ব্ৰাজিলৰ জয়ৰ মূলতে ৰোমাৰিঅৰ বুদ্ধিদীপ্ত খেল ও স্কৰ মনকৰিবলগীয়া। তেওঁ ব্ৰাজিলৰ চতুৰ্থবাৰ বিশ্বকাপ বিজয়ৰ অন্যতম সফলতাৰূপে জিলিকি থাকোতে মুঠ ৫ গোল কৰি সৰ্বোচ্চ গোলদাতাৰ তালিকাত দ্বিতীয় স্থান দখল কৰে আৰু বিশ্ব কাপৰ শ্ৰেষ্ঠ খেলুৱৈৰ নিৰ্বাচন লাভ কৰি "গোল্ডেন বল" পুৰস্কাৰ লাভ কৰে। এইখিনিতে উল্লেখ্য ৰোমাৰিঅ ১৯৯৩ চনত বিশ্বৰ ৪ নং খেলুৱৈ আছিল। ফিফাৰ নিৰ্বাচনত ৰোমাৰিঅই ১৯৯৪ চনৰ "ৱৰ্ল্ড প্লেয়াৰ অৱ দি ইয়েৰ" নিৰ্বাচন লাভ কৰে যদিও "ৱৰ্ল্ড চকাৰ" ক্ৰীড়া কাকতৰ বিশ্ব শ্ৰেষ্ঠ খেলুৱৈৰ বাছনিত তেওঁ তৃতীয়স্থানত থাকে। ৰোমাৰিঅৰ সন্দৰ্ভত প্ৰাক্তন সফল ব্ৰাজিলিয়ান ইনচাইদ-ফৰোৱাৰ্ড তথা

লিংকমেন দিদিৰ মন্তব্য, "Of the players on the Brazilian team, the shadow of Pele has passed close only to Romario" প্ৰাক্তন ওলন্দাজ তাৰকা তথা বাৰ্চিলোনাৰ কোচ্ জহান ক্ৰুইফৰ মতে, "He's the only player I know who can dribble, within a square metre." বিশ্বকাপৰ পূৰ্বে ইউৰোপীয়ান চেম্পিয়ন ক্লাবচ' কাপ ফাইনেলত বাৰ্চিলোচনা ০-৪ গোলত এ.চি. মিলানৰ হাতত পৰাভূত হয়। বিশ্বকাপৰ পিছতে ৰোমাৰিঅক একেবাৰে নিষ্প্ৰভ দেখা যায় আৰু ডিচেম্বৰলৈকে ক্লাবৰ পক্ষে মাত্ৰ ৪ গোল কৰে। ইতিমধ্যে $৪.৫ মিলিয়ন ডলাৰৰ বিনিময়ত ঋণ স্বৰূপে ব্ৰাজিলৰ ফ্লেমেঙ্গোত যোগদান কৰি ১৯৯৫ চনৰ ২৭ জানুৱাৰীত উৰুগুৱেৰ বিৰুদ্ধে আত্মপ্ৰকাশ কৰে। তেওঁ ১৯৯৫-৯৬ ৰবছৰৰ অন্তত বাৰ্চিলোনালৈ প্ৰত্যাৱৰ্তনৰ কথা ; কিন্তু ফ্লেমেঙ্গো দলত খেলি থাকোতে বেফ্ৰীৰ সৈতে বিবাদ লগা হেতু তেওঁক ১৯৯৫ কোপা আমেৰিকা টুৰ্ণামেন্টৰ বাবে জাতীয় দলত নিৰ্বাচন নিদিলে। প্ৰতিযোগিতাৰ এবছৰৰ পিচতে (১৬/৭/৯৬) $৯.৫ মিলিয়ন ড্লাৰৰ বিনিময়ত স্পেইনৰ ভেলেন্সিয়া দলত তিনি বছৰৰ বাবে চুক্তিবদ্ধ হয় আৰু এমাহ পিচতে (২৪ আগষ্ট'৯৬) ৰিও-দি-জেনিৰোত ১৮-বছৰীয়া চাইকলজি ছাত্ৰী ডেনাইল ফাভেট্টু-ৰ সৈতে বিবাহ-পাশত আবদ্ধ হয়। ইতিপূৰ্বে মাৰ্চ'৯৬-ত প্ৰথম গৰাকী ভাৰ্য্যাৰ সৈতে তেওঁৰ বিবাহ বিচ্ছেদ ঘটে। ৰোমাৰিওৱে ভেলেন্সিয়াত চুক্তিবদ্ধ হলেও তাত যোগদান নকৰি ফ্লেমেঙ্গোতে অতিৰিক্ত এবছৰৰ বাবে চুক্তিবদ্ধ হয় (২৬/১০/৯৬) আৰু ১৯৯৭ চনৰ ৬ মাৰ্চত ফ্লেমেঙ্গোৰ পক্ষে ১০০ গোল কৰাৰ কৃতিত্ব আৰ্জে। ১৯৯৭ কোপা আমেৰিকা বিজয়ী ব্ৰাজিল দলত ৰোমাৰিঅ আছিল যদিও আঘাত পোৱা বাবে ফাইনেলত অংশ গ্ৰহণ কৰিবলৈ সক্ষম নহ'ল। ১৯৯৮ বিশ্বকাপগামী দলত ৰোমাৰিঅ আছিল যদিও বিশ্বকাপ আৰম্ভৰ এসপ্তাহ পূৰ্বে তেওঁৰ নামটো ব্ৰাজিল দলৰ পৰা বাদ পৰে। "এল মাটাদৰ" উপনামৰে খ্যাত ৰোমাৰিঅৰ বহিষ্কাৰে বিশ্ব ফুটবলত চাঞ্চল্য সৃষ্টি কৰোঁতে ব্ৰাজিলিয়ান কৰ্মকৰ্তাসকলে তেওঁ কলাফুলত আঘাত পোৱা হেতু এই ব্যৱস্থা লবলৈ বাধ্য হয় বুলি মন্তব্য দিয়ে। ৰোমাৰিঅৰ স্থানত এমাৰচন-ক সন্নিবিষ্ট কৰে। যি কি নহওঁক তেতিয়ালৈকে ৰোমাৰিঅই ৭০ খন আন্তৰ্জাতিকত ৫২ গোল কৰাৰ কৃতিত্ব আছিল। ১৯৯৮ বিশ্বকাপত ব্ৰাজিল দলৰ নিষ্প্ৰভ প্ৰদৰ্শনত ৰোমাৰিঅৰ অপসাৰণ অন্যতম কাৰণৰূপে উদয় হয়। ভাস্কো দা গামা ক্লাবত খেলি থকা ৰোমাৰিঅই ২০০০ চনৰ "আমেৰিকান প্লেয়াৰ অব দি ইয়েৰ" নিৰ্বাচন পায়।

□□



# বেবেটো

বেবেটোৰ সম্পূৰ্ণ নাম জোচ ৰবাৰ্ট গামা দি অলিভিঁয়েৰা। এই গৰাকী ৫ ফুট ৬ ইঞ্চি ওখ ৬৮ কিলোগ্ৰাম ওজনৰ লৰামতীয়া চেহেৰাৰ বুদ্ধিদীপ্ত ফুটবল কুশলীৰ উপনাম "ক্ৰাই বেবী"। বিশেষকৈ ১৯৯৪ বিশ্বকাপত ব্ৰাজিলৰ আক্ৰমণবিভাগত ৰোমাৰিঅৰ সৈতে সদায় এটা নাম জড়িত থাকিব, বেবেটো। এওঁলোকৰ যৌথ ফুটবল কলাই বিশ্বকাপত তোলপাৰ সৃষ্টি কৰি থৈ গৈছে। বিশেষকৈ তেওঁৰ দ্ৰুতগামী আক্ৰমণাত্মক ক্ৰীড়াৰাজিত ওৱান টাচ ফুটবল নিহিত আছিল।

বেবেটো ১৯৬৪ চনৰ ১৬ ফেব্ৰুৱাৰীত ব্ৰাজিলৰ চেলভেদৰ দি বাহিয়া চহৰৰ এক মধ্যবিত্ত পৰিয়ালত জন্ম গ্ৰহণ কৰে। বেবেটো মুঠ আঠজন সন্তানৰ এজন। ফুটবলৰ সুভাৰম্ভ বাহিয়া দলত। ১৯৮৩ চনত যুৱ বিশ্বকাপ বিজয়ী ব্ৰাজিলে দলৰ তেওঁ অন্যতম সদস্য আছিল আৰু সেই বছৰতে ফ্লেমেঙ্গো দলত প্ৰথম শ্ৰেণী ফুটবলৰ পাতনি মেলে। ১৯৮৮ অলিম্পিক ক্ৰীড়াত ব্ৰাজিলে ৰূপৰ পদক জয় কৰোঁতে বেবেটোয়েও খেলিছিল। সেই বছৰতে ভাস্কো-দা-গামা দলত চুক্তিবদ্ধ হয়। ১৯৮৯ চনত ব্ৰাজিলে কোপা আমেৰিকা ফুটবলত চূড়ান্ত বিজয়ীৰ সন্মান অৰ্জন কৰোঁতে বেবেটোয়ে ৬ গোল কৰি আসৰৰ সৰ্বোচ্চ গোলদাতা হয়। ইয়াৰ পিচৰে পৰা তেওঁৰ ফুটবল কেতিয়াও নিম্নগামী হোৱা নাই। অৱশ্যে ১৯৯০ বিশ্বকাপত তেওঁ কেৱল কষ্টাৰিকাৰ বিৰুদ্ধে ৮৩ মিনিটত খেলপথাৰত অৱতীৰ্ণ হয়। দুদিনৰ পিচত আখৰা কৰোঁতে গোলৰক্ষক জি কাৰ্লোচৰ সৈতে খুন্দা খায় আঘাতগ্ৰস্ত হৈ তেওঁ কোনো এখন খেলতে অংশ ল'ব নোৱাৰিলে। ১৯৯১ কোপা আমেৰিকা ফুটবল প্ৰতিযোগিতাৰ পূৰ্বে জাতীয় কোচ ফালকাওৰ সৈতে বিবাদ লাগি তেওঁ দল ত্যাগ কৰে। ১৯৯২ চনত তেওঁ স্পেনীচ প্ৰথম ডিভিজন দিপৰটিভো লা কৰুণা দলত যোগদান কৰে। স্পেনীচ ফুটবলৰ টাফ্ ডিফেণ্ডাৰসকলৰ বিৰুদ্ধে বলিষ্ঠ খেল অব্যাহত ৰাখি দলীয় অগ্ৰসৰতা অব্যাহত ৰাখে। ১৯৯৪ বিশ্বকাপৰ পূৰ্বলৈকে ৫৫ খন আন্তৰ্জাতিকত ২৫ গোলৰ কৃতিত্ব আছিল। ১৯৯৪ বিশ্বকাপত বেবেটো আৰু ৰোমাৰিঅৰ যৌথ ফুটবলে বিশ্বচেম্পিয়নৰ বাস্তৱ ৰূপ প্ৰদান কৰোঁতে ব্ৰাজিলে চতুৰ্থবাৰৰ বাবে বিশ্বকাপ জয় কৰিবলৈ সক্ষম হয় আৰু তেওঁ ১৯৯৪ চনৰ "দক্ষিণ আমেৰিকাৰ ফুটবলাৰ অৱ দি ইয়েৰ" নিৰ্বাচন পায়।

১৯৯৬ অলিম্পিক ক্ৰীড়াত ব্ৰাজিলে ফুটবলৰ ব্ৰঞ্জপদক জয় কৰোঁতে বেবেটোয়ে ৬ গোল কৰি আৰ্জেণ্টিনাৰ হাৰনেন ক্ৰিচপো-ৰ সৈতে যুগ্মভাৱে সৰ্বোচ্চ গোলদাতাৰ সন্মান অৰ্জন কৰে। ১৯৯৮ বিশ্বকাপৰ পূৰ্বলৈকে ৭২খন আন্তৰ্জাতিকৰে পুষ্ট বোটাফোগো ক্লাবৰ বেবেটোৰ ৩৪ গোলৰ কৃতিত্ব আছিল। এই আসৰত তেওঁক পূৰ্বৰ মানদণ্ডত দেখা নগলেও ৩ গোল কৰে ।। ১৯৯৯ চনৰ জুনত মেক্সিকোৰ প্ৰথম ডিভিজন নেজা ক্লাবত $৭ মিলিয়ন ডলাৰত দুবছৰৰ বাবে চুক্তিবদ্ধ হওঁতে প্ৰথম শ্ৰেণী ফুটবলত ৫০০ টকৈও অধিক গোল কৰা বেবেটোৱে ব্ৰাজিলৰ পক্ষে ৮২খন আন্তৰ্জাতিকত অভ্যুদয় হয়। 

# ক্লডিও টাফাৰেল

১৯৯০ আৰু ১৯৯৪ বিশ্বকাপত অংশ গ্ৰহণ কৰা ব্ৰাজিল দলৰ গোলৰক্ষক ক্লডিও টাফাৰেলক বিশ্বৰ ১নং ৰূপে স্বীকৃতি দিয়া হয়। জন্ম ১৯৬৬ চনৰ ৬মে'ত। ১৯৯০ বিশ্বকাপত ব্ৰাজিলে প্ৰি-কোৱাৰ্টাৰ-ফাইনেল খেলিয়ে বিদায় লব লগা হয় যদিও তেওঁ বিশ্বকাপৰ অল-ষ্টাৰ দলত নিৰ্বাচন লাভ কৰি বিশ্ব শ্ৰেষ্ঠ গোলৰক্ষকৰ স্বীকৃতি পায়। ৰেজ্জিয়ানা ক্লাবৰ ৫ ফুট ১১ ইঞ্চি ওখ ৭৫ কিলোগ্ৰাম ওজনৰ ক্লডিও টাফাৰেলে বিশ্বকাপৰ পিচতে $১.৬ মিলিয়ন ডলাৰৰ বিনিময়ত ইটালিৰ পাৰমা দলত যোগদান কৰে। ১৯৯৪ বিশ্বকাপ বিজয়ত টাফাৰেলে বলিষ্ঠ ভূমিকা লয়। বিশ্বকাপ ফাইনেলৰ নিষ্পত্তি টাই-ব্ৰেকাৰৰ জৰিয়তে নিৰ্ধাৰিত হওঁতে ইটালিক ৩-২ গোলত হৰুৱাই। এই গৰাকী অতি দক্ষতাসম্পন্ন গোলৰক্ষকে ১৯৯৭ কোপা আমেৰিকা ফাইনেলত বলিভিয়াৰ আৰউইন চাঞ্চেজৰ ৩৫ মিটাৰ দূৰৰ পৰা মৰা চটৃত গোল খাওঁতে সমালোচনাৰ জোৱাৰত পাৰিছিল যদিও ব্ৰাজিল ৩-১ গোলত জয়ী হয় তথা এয়া ব্ৰাজিলৰ ৫ ম কোপা আমেৰিকা খিতাপ। এথলেটিকো মিলিওনাৰিওচ দলত খেলি থকা টাফাৰেল ১৯৯৮ বিশ্ব কাপৰ পূৰ্বলৈকে ৮৬ খন আন্তৰ্জাতিকৰে পুষ্ট আছিল। বিশেষকৈ ফাইনেলত উপনীত হোৱাৰ মূলতে হলেণ্ডৰ বিৰুদ্ধে চেমি-ফাইনেলত টাফাৰেল দলৰ 'হিৰ' আছিল। টাফাৰেলে ১৯৮৮-৯৮লৈকে মুঠ ১০১ খন আন্তৰ্জাতিক খেলে। ১৯৯৮ বিশ্বকাপ ৰানাৰ্চ- আপ খিতাপৰ পিচতে তেওঁ এথলেটিকো মিলিওনাৰিওচৰ পৰা গালাটাচাৰে ক্লাবত যোগদান কৰি ২০০০ চনত ইউফা কাপ জয় কৰে।

# দুঙ্গা

১৯৯৪ বিশ্বকাপত ব্ৰাজিল দলৰ ৰাই আৰু ব্ৰাঙ্কু অধিনায়ক আছিল যদিও ফাইনেলত অধিনায়কৰ ভাৰ মিড-ফিল্ড খেলুৱৈ দুঙ্গাক দিয়ে। এই বিশ্বকাপত ব্ৰাজিলৰ বিশ্ব মুকুট অৰ্জনত দুঙ্গাৰ ভূমিকা মনকৰিবলগীয়া। ইতিপূৰ্বে ১৯৮৩ চনত জুনিয়ৰ বিশ্বকাপ বিজয়ী ব্ৰাজিল দলৰো দুঙ্গা অন্যতম সদস্য আছিল। কাৰ্লোচ দুঙ্গা ১৯৬৩ চনৰ ৩১ অক্টোবৰত জন্ম গ্ৰহণ কৰে। এই গৰাকী ৫ ফুট ১০ ইঞ্চি ওখ ৭৪ কিলোগ্ৰাম ওজনৰ হাৰ্দ টেক্‌লিঙৰ ষ্টাইলিষ্ট মিড-ফিল্ডাৰৰ অত্যাধিক বল কণ্ট্ৰোলৰ ক্ষমতা থকাৰ উপৰি উচ্চস্তৰৰ টেক্‌নিক্‌ৰ বাবে ব্ৰাজিলিয়ান কৰ্মকৰ্তাৰ বাছনিত সদায় তালিকাভুক্ত আছিল। ১৯৮৭ চনত ইংলেণ্ডৰ বিৰুদ্ধে আন্তৰ্জাতিক ফুটবলত আত্মপ্ৰকাশ কৰে। ১৯৯০ বিশ্বকাপৰ পিচতে তেওঁ বাণ্ডেছলীগাৰ ভি এফ বি ষ্টুটগাৰ্ট দললৈ যায়। জাপানৰ জুবিলো ৰাতা ক্লাবত খেলি থকা দুঙ্গা ১৯৯৮ বিশ্বকাপত ব্ৰজিল দলৰ অধিনায়ক আছিল আৰু ব্ৰাজিলক ফাইনেল পৰ্যন্ত অগ্ৰসৰত অৰিহণা ৰয় যাৰবাবে অল-ষ্টাৰ দলটো নিৰ্বাচন লাভ কৰে। ১৯৯৮ বিশ্বকাপৰ ফাইনেল তেওঁৰ ৯৬তম আন্তৰ্জাতিক আছিল।

# ৰনাল্ডো

১৯৯৪ বিশ্বকাপৰ সকলো খেলতে চাব্‌চ্টিটিউট্‌ৰ বেঞ্চত অতিবাহিত কৰা ব্ৰাজিলৰ সবাতোকৈ কম বয়সীয়া ফুটবলাৰ ৰনাল্ডোয়ে ১৯৯৬ চনত $২০ মিলিয়ন ডলাৰৰ বিনিময়ত পি এচ ভি আইণ্ডহোভেনৰ পৰা বাৰ্চিলোনাত যোগদান কৰে। কিন্তু চাৰিমাহৰ পিচতে তেওঁৰ চুক্তি ম্যাদ বৃদ্ধি কৰাৰ উপৰি ট্ৰেন্সফাৰ ফিজ্‌ $২০ মিলিয়নৰ পৰা এক অভাৱনীয় $৭৭ মিলিয়ন ডলাৰলৈ বৃদ্ধি কৰি বিশ্বফুটবলৰ পেছাদাৰী বজাৰত চাঞ্চল্য সৃষ্টি কৰোঁতে ইটালিৰ এ চি মিলানে এই ৰেকৰ্ড পৰিমাণ মূল্য আগবঢ়াইছিল অৱশ্যে তেওঁ বাৰ্চিলোনা ত্যাগ নকৰিলে।

ৰনাল্ডোৰ সম্পূৰ্ণ নাম ৰনাল্ডো লুইচ নাজাৰিও দি লিমা। ৰিও-দি-জেনিৰোৰ উপকণ্ঠত অৱস্থিত বেন্টো ৰিভেৰোৰ এক দৰিদ্ৰ পৰিয়ালত ১৯৭৬ চনৰ ২২ ছেপ্তেম্বৰত জন্ম গ্ৰহণ কৰে। ষ্ট্ৰিট ফুটবল খেলি ডাঙৰ দীঘল হোৱা ৰনাল্ডোয়ে দুবছৰ দ্বিতীয় ডিভিজন চাও ক্ৰিষ্টোভাউ দলত খেলে। এই খিনিতে উল্লেখ্য ৰনাল্ডোৰ আৱিষ্কাৰক প্ৰাক্তন ব্ৰাজিলিয়ান তাৰকা জেয়াৰজিনহো অৰ্থাৎ তেৱেঁ এই ক্লাবৰ প্ৰশিক্ষক আছিল। ১৯৯২ চনত প্ৰথম ডিভিজন ক্ৰুজিৰো ক্লাবত যোগদান কৰি এটা মৰছুম কটায় আৰু ৫৪ খন খেলত অংশ লৈ ৫৪ গোল কৰে। ইয়াৰ পিচতে $৩,৯০,০০০ ডলাৰৰ বিনিময়ত হলেণ্ডৰ পি এচ ভি আইণ্ডহোভেনত যোগদান কৰে। এইখিনিতে উল্লেখ্য বাৰ্চিলোনা ক্লাবত যোগদানৰ পূৰ্ব পৰ্যন্ত ব্ৰাজিল আৰু হলেণ্ডৰ প্ৰথম শ্ৰেণী ফুটবলত মুঠ ১১০ খন খেলত ১০৮ গোল কৰে। ইয়াৰ অন্তৰ্গত পি এচ ভি আইণ্ডহোভেনৰ পক্ষে ৫৬ খন খেলত ৫৪ গোল। পি এচ ভি আইণ্ডহোভেনত খেলি থাকোতেই ১৯৯৪ চনৰ ২৩ মাৰ্চত আৰ্জেণ্টিনাৰ বিৰুদ্ধে ৰনাল্ডোৰ আন্তৰ্জাতিক আত্মপ্ৰকাশ ঘটে। এই খেলখনত ব্ৰাজিল ২-০ ব্যৱধানত জয়ী হ'লেও তেওঁৰ স্কৰ শূন্য। সেইবছৰৰে ৪ মে'ত আইচলেণ্ডৰ বিৰুদ্ধে দ্বিতীয়খন আন্তৰ্জাতিকত তেওঁ প্ৰথমটো গোল কৰে আৰু ১৯৯৮ বিশ্বকাপ পৰ্যন্ত মুঠ ৩৮ খন আন্তৰ্জাতিকত ২৭ গোল কৰাৰ কৃতিত্ব অৰ্জন কৰিছিল।

এই গৰাকী ৬ ফুট ওখ ৭৭ কিলোগ্ৰাম ওজনৰ পাহুৱাল আধুনিক ফুটবলাৰে বাৰ্চিলোনা ক্লাবত যোগদান কৰিয়ে গোলৰ বন্যা অব্যাহত ৰাখে আৰু ৰনাল্ডোৰ ক্ৰীড়া দক্ষতা ও সফলতাই ১৯৯৬ চনৰ ফিফাৰ "ৱৰ্ল্ড প্লেয়াৰ অৱ দি ইয়েৰ" নিৰ্বাচন লাভ কৰাৰ উপৰি "ইউৰোপীয়ান ফুটবলাৰ অৱ দি ইয়েৰ" নিৰ্বাচনত দ্বিতীয়স্থান দখল কৰে। বিশেষকৈ ১৯৯৭ চনৰ ইউৰোপীয়ান কাপ-উইনাৰ্চ কাপ ফাইনেলত পি এচ জি দলক ১-০ গোলত পৰাভূত কৰোঁতে একমাত্ৰ গোল ৰনাল্ডোৰ পেনাল্টি কিকৰ জৰিয়তে হয় তথা তেওঁৰ প্ৰথম বৃহৎ ফুটবল সাফল্য। ইয়াৰোপৰি তেওঁ মুঠ ৩৪ গোল কৰি ১৯৯৬-৯৭ স্পেনীচ লীগত সৰ্বোচ্চ গোলদাতাৰ খ্যাতি আৰ্জে। ১৯৯৭

কোপা আমেৰিকা ফুটবল প্ৰতিযোগিতা বলিভিয়াত অনুষ্ঠিত হৈ থকা কালতে (২০/৬/৯৭) মাদ্ৰিদত তেওঁৰ ৰেকৰ্ড পৰিমাণ ট্ৰেন্সফাৰ ফিজ্ £১৮ মিলিয়ন পাউণ্ড ষ্টাৰ্লিংৰ বিনিময়ত ইটালিৰ ইণ্টাৰ-মিলান দলত চুক্তিবদ্ধ হয়। ইয়াৰ অন্তৰ্গত বছেৰেকীয়া চুক্তি $৫ মিলিয়ন ডলাৰ আৰু প্ৰতি বছৰে $১ মিলিয়ন ডলাৰকৈ বাঢ়োতে এই পাঁচবছৰীয়া চুক্তিত শেষৰ বছৰত পাব $৯ মিলিয়ন ডলাৰ। সেই সময়তে স্কটলেণ্ডৰ গ্লাচগো ৰেঞ্জাৰ্চ ক্লাবেও তেওঁলৈ £৩৭ মিলিয়ন পাউণ্ড ষ্টাৰ্লিংৰ এক গধুৰ মূল্য আগবঢ়াইছিল। ১৯৯৭ কোপা আমেৰিকা ফাইনেলত ব্ৰাজিলে উদ্যোক্তা বলিভিয়াক ৩-১ গোলত পৰাভূত কৰি চূড়ান্ত বিজয়ীৰ সন্মান অৰ্জন কৰোঁতে ৰনাল্ডোয়ে মুঠ ৫ গোল কৰি সৰ্বোচ্চ গোলদাতাৰ তালিকাত দ্বিতীয়স্থানত থাকে। এই আসৰৰ পিচতে অৰ্থাৎ ১৯৯৭ চনৰ ২৫ জুলাইত ইণ্টাৰ-মিলান বনাম মানচেষ্টাৰ ইউনাইটেড প্ৰদৰ্শনী খেলখনৰ যোগেদি ইটালিয়ান ফুটবলত আত্মপ্ৰকাশ কৰে। ১৯৯৭ চনৰ "ইউৰোপীয়ান ফুটবলাৰ অৱ দি ইয়েৰ" দুৰ্লভ সন্মানৰ অধিকাৰী হোৱাৰোপৰি ফিফাৰ "বৰ্ল্ড প্লেয়াৰ অৱ দি ইয়েৰ" নিৰ্বাচন লাভ কৰোঁতে ৰনাল্ডোক ১৯৯৮ বিশ্বকাপৰ সম্ভাব্য চুপাৰষ্টাৰৰূপে বিশ্বৰ গৰিষ্ঠ সংখ্যক ক্ৰীড়া বিশেষজ্ঞই মত প্ৰকাশ কৰাৰ উপৰি মিডিয়া প্ৰেছ্ আদিয়েও এই একে মতকে পোষণ কৰিছিল। বোধকৰো ৰনাল্ডোয়েই বিংশ শতিকাৰ একেবাৰে শেষৰজন তাৰকা ফুটবলাৰ। যাৰ ফুটবলত আছে দ্ৰুত গতি, প্ৰচুৰ স্কিম ক্ষমতা আৰু গোল কৰিব পৰা অপৰিসীম দক্ষতা। বলৰ সৈতে অতি দ্ৰুতগামী এই ফুটবলাৰে যি কোনো টাফ্ ডিফেন্স ভেদ কৰি গোল কৰাৰ নজিৰ আছে। বিশেষকৈ প্ৰতিখন খেলতে গড় হিচাবে এক গোল স্কৰৰ ভূমিকা আছে। সেইবাবেই হয়তো ব্ৰাজিলিয়ান ফুটবলৰ কেন্দ্ৰ মগজু ৰনাল্ডোক লৈ বিশ্বৰ নামী দামী ক্লাবসমূহৰ মাজত কঢ়া-আজোৰা। কিন্তু ৰনাল্ডোয়ে এই বিশ্বকাপত তেওঁৰ খ্যাতি অনুযায়ী উন্নতৰ ফুটবল প্ৰদৰ্শন কৰিবলৈ সক্ষম নহ'ল যদিও মুঠ ৪ গোল কৰি সৰ্বোচ্চ গোলদাতাৰ তালিকাত তৃতীয়স্থানত থাকে। ব্ৰাজিলে উদ্যোক্তা ফ্ৰান্সৰ হাতত শোচনীয়ভাৱে ৩-০ গোলত পৰাভূত হৈ ৰানাৰ্চ-আপ খিতাপ পায় যদিও ৰনাল্ডোয়ে অল-ষ্টাৰ দলত নিৰ্বাচন লাভ কৰে। বিশ্বকাপ ইতিহাসৰ পাত লুটিয়ালে দেখা যায় ফেৰেঙ্ক পুচকাচ আৰু জহান ক্ৰুইফৰ পিচতে বিশ্বকাপ জিকাৰ হট ফেভৰিট ৰনাল্ডো তৃতীয়জন অসফল তাৰকা ফুটবলাৰ। ১৯৯৮ চনত ইণ্টাৰ-মিলানে ইউফা কাপ জয় কৰোঁতে ৰনাল্ডোৰ ক্ৰীড়া বৰঙণি জিলিকি থাকিব। বিশ্বকাপৰ পূৰ্বে ডেনিলচনে £২১.৫ মিলিয়ন পাউণ্ড ষ্টাৰ্লিংৰ ৰেকৰ্ড ট্ৰেন্সফাৰ মূল্যত স্পেইনৰ ৰিয়েল বেটিচ ক্লাবত যোগদান কৰিলেও ৰনাল্ডো বিশ্বৰ সবাতোকৈ অধিক আয় কৰোঁতা ফুটবল খেলুৱৈ। বিশ্বকাপৰ পিচতে ৰণাল্ডোক ১৯৯৭-৯৮ ম্বছৰৰ "ইউৰোপীয়ান প্লেয়াৰ অৱ দি চিজন" নিৰ্বাচন দিয়ে। ১৯৯৮-৯৯ ম্বছৰত ইণ্টাৰ মিলানে ৰনাল্ডোক অতি কম সংখ্যক খেলত নমায় যদিও ১৯৯৯ কোপা আমেৰিকা ব্ৰাজিলে জয় কৰোঁতে ফাইনেলত উৰুগুৱেক ৩-০ গোলত হৰুৱাই। এই আসৰত ৰনাল্ডো আৰু ৰিভাল্ডোয়ে ৫ গোল কৰি যুগ্মভাৱে সৰ্বোচ্চ গোলদাতাৰ সন্মান অৰ্জন কৰে। □□




রনাল্ডো

# গিয়াচিন্টো ফেচটি



বিশ্বফুটবলত গিয়াচিন্টো ফেচটি এক সৰ্বজনবিদিত নাম। ইটালিয় ফুটবল প্ৰাঙ্গনত অভ্যুদয় হোৱা এই গৰাকী দুৰ্দ্ধৰ্ষ ক্ৰীড়া কুশলীয়ে ৰক্ষণাত্মক পদ্ধতিৰ জৰিয়তে আন্ত-ৰ্জাতিক ফুটবলত সফলতা অৰ্জন কৰি থৈ গৈছে। জাতীয় দলৰ মেৰুদণ্ড স্বৰূপ ফেচটিয়ে লেফট-বেক্ পজিচনত যি বলিষ্ঠ খেল প্ৰদৰ্শন কৰিলে এনে উদাহৰণ বিশ্বফুটবলত বিৰল। জন্মগত এই দুৰ্দ্ধৰ্ষক বিপক্ষৰ আক্ৰমণবিভাগে অতিক্ৰম কৰা সহজসাধ্য নাছিল-- যেন প্ৰস্তৰে নিৰ্মিত প্ৰাচীৰ। ফেচটি ৰক্ষণবিভাগৰ খেলুৱৈ যদিও সুবিধা পালে আক্ৰমণত মত্ত হৈ স্কৰাৰৰ ভূমিকাও লৈছিল । এওঁৰ অভ্যুদয়ে ইটালিৰ ডিফেন্স একেবাৰে নিশ্চিন্ত হৈ পৰে। ইটালিয়ে স্বকীয় “কাটানাকিঅ” (ব্ৰেকেট ডিফেন্স) পদ্ধতি অবলম্বন কৰি ষাঠি দশকক ৰক্ষণাত্মক ফুটবলৰ অধ্যায়ৰূপে খোদিত কৰে।

ফেচটি ১৯৪২ চনৰ ১৮ জুলাইত ট্ৰেভিগলিওত ভূমিষ্ঠ হয়। ছাত্ৰ অবস্থাত তেওঁ স্প্ৰিন্ট আৰু হাৰ্ডোলচত ইটালি জুনিয়ৰ চেম্পিয়ন আছিল। ফুটবলৰ পাতনি ট্ৰেভিগলিজ ক্লাবত, চেন্টাৰ-ফৰোৱাৰ্ডৰূপে। অৱশ্যে ১৯৬০ চনত লেফট-বেক্ৰূপে ইন্টাৰ-মিলানত যোগদান কৰি ১৯৬১ চনৰ ২১ মে'ত ৰোমাৰ বিৰুদ্ধে প্ৰথম ডিভিজন ফুটবলত আত্মপ্ৰকাশ কৰে। ১৯৬২-৬৩ মৰছুমত লীগ চেম্পিয়নচিপ্ জয় কৰোঁতে ফেচটিয়ে ৪ গোল কৰে। প্ৰথম শ্ৰেণী ফুটবলত প্ৰদৰ্শিত দৃঢ়তাপূৰ্ণ ক্ৰীড়া ৰাজিৰ হেতু ১৯৬৩ চনৰ ২৭ মাৰ্চত তুৰস্কৰ বিৰুদ্ধে আন্তৰ্জাতিক আত্মপ্ৰকাশ ঘটে, স্থান ষ্টানবুল। ১৯৬৪-৬৫, ১৯৬৫-৬৬ আৰু ১৯৭০-৭১ মৰছুমত লীগ জয় কৰোঁতে তেওঁৰ চমৎকাৰ লগৰী আছিল ৰাইট-বেক্, টাৰ্নিশিও বাৰ্গনিচ । ইয়াৰোপৰি ১৯৬৪ আৰু ১৯৬৫ চনত ইউৰোপীয় চেম্পিয়ন ক্লাবচ' কাপ জয় কৰাৰ উপৰি ১৯৬৭ ও ১৯৭২ চনত ৰানাৰ্চ-আপ পায়। ইয়াৰ অন্তৰ্গত ১৯৬৫ আৰু ১৯৬৭ৰ চেমি-ফাইনেল যথাক্ৰমে লিভাৰপুল আৰু চি এচ কে এ চোফিয়াৰ বিৰুদ্ধেফেচটিৰ নামত অঙ্কিত থাকিব। বিশেষকৈ উল্লেখ্য ১৯৬৪ আৰু ১৯৬৫ চনত বিশ্ব ক্লাব খিতাপ জয় কৰি ইটালিয় ফুটবলত নৱ অধ্যায় ৰচনা কৰে ।

আন্তৰ্জাতিক ফুটবলত দুবছৰৰ অভিজ্ঞতাৰে ১৯৬৫-ৰ ৭ ডিচেম্বৰত স্কটলেণ্ডৰ বিৰুদ্ধে নেপলিত অনুষ্ঠিত বিশ্বকাপৰ কোৱালিফাইং ৰাউণ্ডৰ খেলখন ফেচটিৰ জীৱনৰ স্মৰণীয়। ইয়াত তেওঁ এনে এটা কৰ্নাৰ-কিক্ মাৰে যাৰফলত কোনো খেলুৱৈয়ে স্পৰ্শ নকৰাকৈ পোনে পোনে গোল হয় আনকি স্কটিছ গোলৰক্ষক আদাম



ব্ৰেকলয়ে টম্ভিবকে নোৱাৰিলে । ইটালি ৩-০ ব্যৱধানত জয়ী হৈ বিশ্বকাপৰ চূড়ান্ত পৰ্য্যায়ত প্ৰৱেশ কৰে ।

১৯৬৬ বিশ্বকাপত ইটালিয়ে গ্ৰুপ লীগৰ পৰাই বিদায় ল'ব লগা হয় । বিশ্বকাপৰ পিচতে(১নভেম্বৰ) মিলানত ছোভিয়েট ইউ-নিয়নৰ বিৰুদ্ধে এয়া ফেচটিৰ ২৫তম আন্ত-ৰ্জাতিক তথা প্ৰথমবাৰৰ বাবে অধিনায়ক মনোনিত কৰে। দেখা যায় এই ঘটনাৰ পিচতেই ইতিপূৰ্বে আন্তৰ্জাতিক ফুটবলত দিশহাৰা হৈ পৰা ইটালিয়ান ফুটবলে নকৈ গঢ় লয় । গিয়াচিন্টো ফেচটিৰ প্ৰাণৱন্ত অধিনায়কত্ব আৰু ক্ৰমবৰ্দ্ধিত অভিজ্ঞতাই ইটালিক বিশ্ব ক্ৰীড়ামঞ্চত প্ৰস্ফুটিত কৰি তোলে। ১৯৬৮ ইউৰোপীয় নেচনচ' কাপত ইটালিয়ে ফেচটিৰ অধিনায়কত্বত চূড়ান্ত বিজয়ীৰ সম্মান অৰ্জন কৰোঁতে ফাইনেলত যুগোশ্লাভিয়াক ২-০ গোলত পৰাভূত কৰে । প্ৰথমদিনা ১-১ গোলত ড্ৰ আছিল । এই সাফল্যৰ পিচৰে পৰা ইটালি দল মেক্সিকো বিশ্বকাপৰ বাবে অধিক তৎপৰ হৈ উঠা দেখা যায় । ইটালিয়ে ৬ ফুট ২ ইঞ্চি ওখ, ৮৫ কিলোগ্ৰাম ওজনৰ প্ৰবীণ ফুটবল কুশলী ফেচটিৰ অধিনায়কত্বত অনবদ্য ক্ৰীড়া চাতুৰ্য্য প্ৰদৰ্শন কৰি ফাইনেলত উপনীত হয় । গ্ৰুপ লীগত ইটালিৰ ফুটবলত তেনে কোনো বিস্ফোৰণ দেখা নগ'ল; কিন্তু কোৱাৰ্টাৰ-ফাইনেলত উদ্যোক্তা মেক্সিকোৰ বিৰুদ্ধে ৪-১ গোলৰ ব্যাপক ব্যৱধানত জয়লাভ কৰে । এইখিনিতে উল্লেখ্য লীগ আৰু কোৱাৰ্টাৰ-ফাইনেল খেলৰ মাজত আকাশ-পাতাল পাৰ্থক্য আছিল । ইটালিয়ে তুমুল আক্ৰমণাত্মক ক্ৰীড়াধাৰাৰ জৰিয়তে ইউৰোপীয় চেম্পিয়নৰ খেল খেলে ।

চেমি-ফাইনেল ইটালি বনাম পশ্চিম জাৰ্মেনি "বিংশ শতাব্দীৰ শ্ৰেষ্ঠ খেল" ৰূপে খোদিত হয়। উভয় দলে চহকী কলা-কৌশল-সম্বলিত প্ৰাণৱন্ত ফুটবল অৱতাৰণা কৰোঁতে অতিৰিক্ত সময়ৰ খেলত পশ্চিম জাৰ্মেনিক ৪-৩ গোলত পৰাভূত কৰে । ফাইনেলত ফেচটিয়ে তেনে সুবিধা কৰিব নোৱাৰিলে আৰু ব্ৰাজিলৰ হাতত ১-৪ ব্যৱধানত পৰাজয় বৰণ কৰে । এয়া তেওঁৰ ৫২তম আন্তৰ্জাতিক । যি কি নহওঁক বিশ্বকাপ ৰানাৰ্চ ইটালি দলে স্বদেশত ভৰি দিওঁতে অধিনায়ক ফেচটিয়ে বীৰৰ সম্বৰ্ধনা পায় । মেক্সিকোত ইটালিৰ অসাফল্যমণ্ডিত ফুটবল সাফল্যাই টেক্‌নিক্‌ৰ ক্ষেত্ৰত এটা অধ্যায়ৰ যৱনিকা আনে । এয়া হ'ল ৰক্ষণাত্মক ফুটবলৰ যৱনিকা ।

গৃহ চহৰ মিলানত ১৯৭১ চনৰ ৯ অক্টোবৰত অনুষ্ঠিত ইটালি বনাম চুইডেন ফেচটিৰ ৬০তম আন্তৰ্জাতিক ও ইটালি ৰেকৰ্ড । ফেচটিৰ ৰেকৰ্ড সৃষ্টিকাৰী আন্তৰ্জাতিক ৩-০ ব্যৱধানত জয়ী হয় । বিশ্বকাপৰ পিচৰ বছৰসমূহত ফেচটিৰ ক্ৰীড়াধাৰাত ধীৰ ও স্থিৰতা বিৰাজমান আছিল । এনেতে দেখা গ'ল জাতীয় দলত ফেচটি নাই,সমগ্ৰ

ইটালিতে বাক-বিতণ্ডাৰ তুমুল জোৱাৰ বৈ যায় । ১৯৭৪ বিশ্বকাপত ইটালিয়ে তেনে সুবিধা কৰিব নোৱাৰিলে । ইয়াত তেওঁলোকৰ পূৰ্বৰ ক্ৰীড়াধাৰা যেন মন্থৰ আৰু প্ৰথম ৰাউণ্ডৰ পৰাই বিদায় ল'ব লগা হয় ।

আঘাত পোৱা হেতু ফেচটিয়ে ১৯৭৮ বিশ্বকাপগামী দলৰ সহযাত্ৰী হ'ব নোৱাৰিলে যদিও ইটালিয়ে চূড়ান্ত পৰ্যায়ত উপনীত হোৱাৰ পথ তেওঁৰ বলিষ্ঠ নেতৃত্বই সুগম কৰি দিছিল । ইয়াৰ অন্তৰ্গত ১৯৭৭ চনৰ ১৬ নভেম্বৰত ৱেম্বলীত অনুষ্ঠিত বিশ্বকাপৰ প্ৰাথমিক পৰ্যায় ইটালি বনাম ইংলেণ্ড তেওঁৰ শেষ আন্তৰ্জাতিকৰূপে চিহ্নিত হওঁতে ০-২ গোলত পৰাজয় বৰণ কৰে । ফেচটিয়ে মুঠ ৯৪ খন আন্তৰ্জাতিকত অংশ লৈ ৩ গোল কৰে । ইয়াৰ অন্তৰ্গত ৭০ বাৰ অধিনায়ক আছিল । ইন্টাৰ-মিলানৰ হৈ ১৯৬০-১৯৭৮ পৰ্যন্ত ৪৭৫ খন খেলত ৫৯ গোল কৰে । ফেচটিয়ে ১৯৭৭-৭৮ মৰছুম খেলিয়ে ফুটবলৰ পৰা অৱসৰ লয় ।

গিয়াচিন্টো ফেচটিৰ দৰে দীৰ্ঘ স্থায়ী থকা উচ্চমানৰ পেছাদাৰ ফুটবলাৰ বিৰল । তেওঁ "ইউৰোপীয়ান ফুটবলাৰ অব দি ইয়েৰ"ৰ নিৰ্বাচন নেপালেও বিশ্বৰ অন্যতম ডিফেণ্ডাৰৰূপে জিলিকি থাকিব । তেওঁ ১৯৭১ চনত বিশ্ব একাদশ; ১৯৭২ আৰু ১৯৭৩ চনত ইউৰোপীয় একাদশত খেলে ।

### ফেচটিৰ আন্তৰ্জাতিক খেল

| তাৰিখ | স্থান | প্ৰতিপক্ষ | ফলাফল(স্কৰ) |
|---|---|---|---|
| ১। ২৭-৩-৬৩ | ষ্টানবুল | তুৰস্ক | ১-০ |
| ২। ১২-৫-৬৩ | মিলান | ব্ৰাজিল | ৩-০ |
| ৩। ৯-৬-৬৩ | ভিয়েনা | | ১-০ |
| ৪। ১৩-১০-৬৩ | মস্কো | ছোভিয়েট ইউনিয়ন | ০-২ |
| ৫। ১০-১১-৬৩ | ৰোম | ছোভিয়েট ইউনিয়ন | ১-১ |
| ৬। ১১-৪-৬৪ | ফ্লোৰেন্স | চেকোশ্লোভাকিয়া | ০-০ |
| ৭। ১০-৫-৬৪ | লুচান | চুইজাৰলেণ্ড | ৩-১ |
| ৮। ৪-১১-৬৪ | জেনোৱা | ফিনলেণ্ড | ৬-১(১) |
| ৯। ৫-১২-৬৪ | ব্ৰগনা | ডেনমাৰ্ক | ৩-১ |
| ১০। ১৮-৪-৬৫ | ৰাৰ্চ | পোলেণ্ড | ০-০ |
| ১১। ১৬-৬-৬৫ | মালমো | চুইডেন | ২-২ |
| ১২। ২৩-৬-৬৫ | হেলছিংকি | ফিনলেণ্ড | ২-০ |
| ১৩। ২৭-৬-৬৫ | বুডাপেষ্ট | হাঙ্গেৰি | ১-২ |
| ১৪। ১-১১-৬৫ | ৰোম | পোলেণ্ড | ৬-১ |
| ১৫। ৯-১১-৬৫ | গ্লাচগো | স্কটলেণ্ড | ০-১ |
| ১৬। ৭-১২-৬৫ | নেপল্সি | স্কটলেণ্ড | ৩-০(১) |

| | | | |
|---|---|---|---|
| ১৭। ১৯-৩-৬৬ | পেৰিছ | ফ্ৰান্স | ০-০ |
| ১৮। ১৪-৬-৬৬ | ব্ৰগনা | বুলগেৰিয়া | ৬-১ |
| ১৯। ১৮-৬-৬৬ | মিলান | | ১-০ |
| ২০। ২২-৬-৬৬ | টুৰিণ | আৰ্জেণ্টিনা | ৩-০ |
| ২১। ২৯-৬-৬৬ | ফ্লোৰেন্স | মেক্সিকো | ৫-০ |
| ২২। ১৩-৭-৬৬ | চাণ্ডাৰলেণ্ড | চিলি | ২-০ |
| ২৩। ১৬-৭-৬৬ | চাণ্ডাৰলেণ্ড | ছোভিয়েট ইউনিয়ন | ০-১ |
| ২৪। ১৯-৭-৬৬ | মিদিলচ্ব্ৰ | উত্তৰ কোৰিয়া | ০-১ |
| ২৫। ১-১১-৬৬ | মিলান | ছোভিয়েট ইউনিয়ন | ১-০ |
| ২৬। ২৬-১১-৬৬ | নেপলি | ৰুমানিয়া | ৩-১ |
| ২৭। ২২-৩-৬৭ | নিকোচিয়া | চাইপ্ৰাচ | ২-০(১) |
| ২৮। ২৭-৩-৬৭ | ৰোম | পর্তুগাল | ১-১ |
| ২৯। ২৫-৬-৬৭ | বুখাৰেষ্ট | ৰুমানিয়া | ১-০ |
| ৩০। ১-১১-৫৭ | কুচেঞ্জা | চাইপ্ৰাচ | ৫-০ |
| ৩১। ১৮-১১-৬৭ | বাৰ্ণ | চুইজাৰলেণ্ড | ১ ১ |
| ৩২। ২৩-১২-৬৭ | কাগ্লিয়াৰি | চুইজাৰলেণ্ড | |
| ৩৩। ৬-৪-৬৮ | চোফিয়া | বুলগেৰিয়া | |
| ৩৪। ২০-৪-৬৮ | নেপলি | বুলগেৰিয়া | ২ |
| ৩৫। ৫-৬-৬৮ | নেপলি | ছোভিয়েট ইউনিয়ন | ০-০ |
| ৩৬। ৮-৬-৬৮ | ৰোম | যুগোশ্লাভিয়া | ১-১ |
| ৩৭। ১০-৬-৬৮ | ৰোম | যুগোশ্লাভিয়া | ২-০ |
| ৩৮। ২৩-১০-৬৮ | কাৰ্ডিফ | ৱেলচ | ১-০ |
| ৩৯। ১-১-৬৯ | মেক্সিকো চিটি | মেক্সিকো | ৩-২ |
| ৪০। ৫-১-৬৯ | মেক্সিকো চিটি | মেক্সিকো | ১-১ |
| ৪১। ২৯-৩-৬৯ | পূব বাৰ্লিন | জাৰ্মান গণ প্ৰজাতন্ত্ৰ | ২-২ |
| ৪২। ২৪-৫-৬৯ | টুৰিণ | বুলগেৰিয়া | ০-০ |
| ৪৩। ৪-১১-৬৯ | ৰোম | ৱেলচ | ৪-১ |
| ৪৪। ২৩-১১-৬৯ | নেপলি | জাৰ্মান গণ প্ৰজাতন্ত্ৰ | ৩-০ |
| ৪৫। ২১-২-৭০ | মাদ্ৰিদ | স্পেইন | ২-২ |
| ৪৬। ১০-৫-৭০ | লিচবন | পর্তুগাল | ২-১ |
| ৪৭। ৩-৬-৭০ | টলুকা | চুইডেন | ১-০ |
| ৪৮। ৬-৬-৭০ | পিউব্লা | উৰুগুৱে | ০-০ |
| ৪৯। ১১-৬-৭০ | টলুকা | ইজৰাইল | ০-০ |




ইণ্টাৰমিলান দলত বাঁওফালৰ পৰা থিয় হৈ ৫ নং জন ফেচটি

| | | | | |
|---|---|---|---|---|
| ৫০। | ১৪-৬-৭০ | টুলুকা | মেক্সিকো | ৪-১ |
| ৫১। | ১৭-৬-৭০ | মেক্সিকো চিটি | পশ্চিম জাৰ্মেনি | ৪-৩ |
| ৫২। | ২১-৬-৭০ | মেক্সিকো চিটি | ব্ৰাজিল | ১-৪ |
| ৫৩। | ১৭-১০-৭০ | বাৰ্ণ | চুইজাৰলেণ্ড | ১-১ |
| ৫৪। | ৩১-১০-৭০ | ভিয়েনা | অষ্ট্ৰিয়া | ২-১ |
| ৫৫। | ৮-১২-৭০ | ফ্লোৰেন্স | আয়াৰলেণ্ড | ৩-০ |
| ৫৬। | ২০-২-৭১ | কাগ্লিয়াৰি | স্পেইন | ১-২ |
| ৫৭। | ১০-৫-৭১ | ডাব্লিন | আয়াৰলেণ্ড | ২-১ |
| ৫৮। | ৯-৬-৭১ | ষ্টকহম | চুইডেন | ০-০ |
| ৫৯। | ২৫-৯-৭১ | জেনোৱা | মেক্সিকো | ২-০ |
| ৬০। | ৯-১০-৭১ | মিলান | চুইডেন | ৩-০ |
| ৬১। | ২০-১১-৭১ | ৰোম | অষ্ট্ৰিয়া | ২-২ |
| ৬২। | ৪-৩-৭২ | এথেন্স | গ্ৰীচ | ১-২ |
| ৬৩। | ২৯-৪-৭২ | মিলান | বেলজিয়াম | ০-০ |
| ৬৪। | ১৩-৫-৭২ | ব্ৰুচেলচ | বেলজিয়াম | ১-২ |
| ৬৫। | ২৫-২-৭৩ | ষ্টানবুল | তুৰস্ক | ১-০ |
| ৬৬। | ৩১-৩-৭৩ | জেনোৱা | লাক্সেমবাৰ্গ | ৫-০ |
| ৬৭। | ৯-৬-৭৩ | ৰোম | ব্ৰাজিল | ২-০ |

| | | | | |
|---|---|---|---|---|
| ৬৮। | ১৪-৬-৭৩ | টুরিণ | ইংলেণ্ড | ২-০ |
| ৬৯। | ২৯-৯-৭৩ | মিলান | চুইডেন | ২-০ |
| ৭০। | ২০-১০-৭৩ | ৰোম | চুইজাৰলেণ্ড | ২-০ |
| ৭১। | ১৪-১১-৭৩ | লণ্ডন | ইংলেণ্ড | ১-০ |
| ৭২। | ২৬-২-৭৪ | ৰোম | পশ্চিম জাৰ্মেনি | ০-০ |
| ৭৩। | ৮-৬-৭৪ | ভিয়েনা | অষ্ট্ৰিয়া | ০-০ |
| ৭৪। | ১৫-৬-৭৪ | মিউনিক | হাইটি | ৩-১ |
| ৭৫। | ১৯-৬-৭৪ | ষ্টুটগাৰ্ট | আৰ্জেন্তিনা | ১-১ |
| ৭৬। | ২৩-৬-৭৪ | ষ্টুটগাৰ্ট | পোলেণ্ড | ১-২ |
| ৭৭। | ২৮-৯-৭৪ | জাগ্ৰেব | যুগোশ্লাভিয়া | ০-১ |
| ৭৮। | ১৯-৪-৭৫ | ৰোম | পোলেণ্ড | ০-০ |
| ৭৯। | ৫-৬-৭৫ | হেলছিংকি | ফিনলেণ্ড | ১-০ |
| ৮০। | ৮-৬-৭৫ | মস্কো | ছোভিয়েট ইউনিয়ন | ০-১ |
| ৮১। | ২৭-৯-৭৫ | ৰোম | ফিনলেণ্ড | ০-০ |
| ৮২। | ২৬-১০-৭৫ | ৱাৰ্চ | পোলেণ্ড | ০-০ |
| ৮৩। | ২২-১১-৭৫ | ৰোম | হলেণ্ড | ১-০ |
| ৮৪। | ৭-৪-৭৬ | টুৰিণ | পৰ্তুগাল | ৩-১ |
| ৮৫। | ২৩-৫-৭৬ | ৱাচিংটন | মাৰ্কিন যুক্তৰাষ্ট্ৰ | ৪-০ |
| ৮৬। | ২৮-৫-৭৬ | নিউয়ৰ্ক | ইংলেণ্ড | ২-৩ |
| ৮৭। | ৩১-৫-৭৬ | নিউহেভেন | ব্ৰাজিল | ১-৪ |
| ৮৮। | ৫-৬-৭৬ | মিলান | ৰুমানিয়া | ৪-২ |
| ৮৯। | ১৬-১০-৭৬ | লাক্সেমবাৰ্গ চিটি | লাক্সেমবাৰ্গ | ৪-১ |
| ৯০। | ১৭-১১-৭৬ | ৰোম | ইংলেণ্ড | ২-০ |
| ৯১। | ৮-৬-৭৭ | হেলছিংকি | ফিনলেণ্ড | ৩-০ |
| ৯২। | ৮-১০-৭৭ | পশ্চিম বাৰ্লিন | পশ্চিম জাৰ্মেনি | ১-২ |
| ৯৩। | ১৫-১০-৭৭ | টুৰিণ | ফিনলেণ্ড | ৬-১ |
| ৯৪। | ১৬-১১-৭৭ | ৱেম্বলী | ইংলেণ্ড | ০-২ |



# গিয়ানি ৰিভেৰা



ইটালিয়ান ফুটবলত "গোল্ডেন বয়" নামেৰে জনাজাত গিয়ানি ৰিভেৰা বিশ্ব ফুটবলৰ এক জাকত-জিলিকা ক্ৰীড়া চৰিত্ৰ। বোলছবিৰ তাৰকাৰ দৰে দেখনীয়াৰ চেহেৰাৰ কলা-কৌশলত চহকী, মৰ্মস্পৰ্শী ইনচাইদ-ফৰোৱাৰ্ড ৰিভেৰাই আন্তৰ্জাতিক ফুটবলত এক বুজন পৰিমাণ ক্ৰীড়া ৰৰগুলি এৰি থৈ গৈছে। জন্মগত দুৰ্দ্ধৰ্ষতাৰ জৰিয়তে অতি কম বয়সতে ইটালিৰ খ্যাতনামা খেলুৱৈত পৰিণত হৈছিল । সেইবাবেই হয়তো বিশ্বৰ নামী খেলুৱৈ হোৱাৰ উপৰি পেছাদাৰী বজাৰতো উচ্চস্তৰৰ খেলুৱৈ।

গিয়ানি ৰিভেৰা ১৯৪৩ চনৰ ১৮ আগষ্টত আলিচেন্দ্ৰিয়া চহৰৰ এক ৰেলকৰ্মীৰ ঘৰত জন্ম গ্ৰহণ কৰে। ফুটবলৰ পাতনি আলিচেন্দ্ৰিয়া ক্লাৱত (১৯৫৮)। প্ৰথম শ্ৰেণী ফুটবলত ইণ্টাৰ-মিলানৰ বিৰুদ্ধে আত্মপ্ৰকাশ কৰোঁতে খেল ১-১ ভাৱে অন্ত পৰে (২ জুন,১৯৫৯)। ৰোম অলিম্পিক ক্ৰীড়াৰ ফুটবলত চতুৰ্থস্থান দখল কৰোঁতা ইটালি দলৰ তেওঁ অন্যতম সদস্য আছিল। সেইসময়তে ১৬-বছৰীয়া ৰিভেৰাৰ খেলত আকৃষ্ট হৈ এ.চি. মিলানে £১,৩০,০০০ পাউণ্ড ষ্টাৰ্লিঙৰ বিনিময়ত ক্ৰয় কৰে। এ. চি. মিলানত প্ৰথম মৰছুমতে (১৯৬০-৬১) ৩০ খন খেলত ৬ গোল কৰিবলৈ সক্ষম হয়। ইটালি যুৱ দলৰ (২১-বছৰ অনুৰ্দ্ধ) হৈ ৯ খন খেলত ৬ গোল কৰে। ইটালি যুৱ দল (২৩-বছৰ অনুৰ্দ্ধ)ত অভ্যুদয়ৰ এসপ্তাহ পিচতে ১৯৬২ চনৰ ১৩ মে'ত ব্ৰুচেলচত বেলজিয়ামৰ বিৰুদ্ধে ৰিভেৰাৰ পূৰ্ণাঙ্গ আন্তৰ্জাতিকত আত্মপ্ৰকাশ কৰে। ইটালি ৩-১ ব্যৱধানত জয়ী হয় যদিও ৰিভেৰাৰ স্কৰ শূন্য। ৰিভেৰাই জীৱনৰ চতুৰ্থ আন্তৰ্জাতিকত তুৰস্কৰ বিৰুদ্ধে প্ৰথম গোল কৰাৰ গৌৰৱ অৰ্জন কৰে।

ৰিভেৰা ইউৰোপৰ সবাতোকৈ জনপ্ৰিয় খেলুৱৈৰূপে পৰিগণিত হোৱাৰ মূল কাৰণ এ. চি. মিলানৰ হৈ কঢ়িয়াই অনা একাধিক ফুটবল সন্মান। ১৯৬২, ১৯৬৮ আৰু ১৯৭৯-ত প্ৰথম ডিভিজন লীগ; ১৯৬৭, ১৯৭২, ১৯৭৩ আৰু ১৯৭৭ চনত ইটালি কাপ জয় কৰাৰ উপৰি ১৯৬৩ ইউৰোপীয় চেম্পিয়ন ক্লাৱচ' কাপ

ফাইনেলত দুৰ্দ্ধৰ্ষ বেনফিকাক ২-১ ব্যৱধানত পৰাভূত কৰে। ফাইনেলৰ দুয়োটা গোল আল্টাকানিয়ে দিলেও ৰিভেৰাই সজাই দিছিল । পুনৰ ১৯৬৯ চনত আইএক্স আমষ্টাৰডাম ক্লাবক ৪-১ ব্যৱধানত পৰাভূত কৰি দ্বিতীয়বাৰৰ বাবে ইউৰোপীয় চেম্পিয়ন হয় । ইয়াৰ পিছতে বিশ্ব ক্লাব চেম্পিয়নচিপত আৰ্জেন্তিনাৰ ষ্টুডিয়াণ্টেচক ৪-২ ব্যৱধানত পৰাভূত কৰি বিশ্ব খিতাপ পায় । বিশেষকৈ উল্লেখ্য ১৯৬৮ আৰু ১৯৭৩ চনত ইউৰোপীয়ান কাপ-উইনাৰ্চ কাপ জয় কৰে । অৱশ্যে ১৯৭৮ চনত এফ.চি. মেগদিবাৰ্গৰ হাতত ০-২ গোলত পৰাভূত হৈ ৰানাৰ্চ-আপ পায় । গতিকে দেখা যায় তেওঁ খেলাকালতে এ. চি. মিলানে ইউৰোপীয় ফুটবলত তীব্ৰ প্ৰতিদ্বন্দ্বিতা সহকাৰে থিয় দিবলৈ সক্ষম হয় ।

ৰিভেৰাই জাতীয় দলত আত্মপ্ৰকাশ কৰিয়েই বিশ্বকাপগামী দলত নিৰ্বাচন পায়। ১৯৬২ আৰু ১৯৬৬ বিশ্বকাপৰ চৰম পৰিণতিত ইটালিয় ফুটবলত নতুন প্ৰাণৰ সঞ্চাৰ হওঁতে ১৯৬৮ চনত ইটালিয়ে ইউৰোপীয় নেচনচ' কাপ জয় কৰে । অৱশ্যে ফাইনেলত ৰিভেৰাই অংশ লব নোৱাৰিলে, কাৰণ চেমি-ফাইনেলত ছোভিয়েট ইউনিয়নৰ বিৰুদ্ধে তেওঁৰ পেশী টান ধৰে । পৰৱৰ্তী বছৰসমূহত ৰিভেৰাই উচ্চমানদণ্ড অটুট ৰখাৰ মূলতে অসাধাৰণ টেক্‌নিক্ ও ফুটবল অভিজ্ঞতা । ১৯৬৯ চনত তেওঁ "ইউৰোপীয়ান ফুটবলাৰ অৱ দি ইয়েৰ" নিৰ্বাচন পায় ।

ষাঠি দশকক ফুটবলৰ ৰক্ষণাত্মক যুগ বুলিব পাৰি । কাৰণ ইংলেণ্ডে বিশ্বকাপ জয় কৰাৰ পিচতে ইটালিয়ে ইউৰোপীয় ফুটবলৰ মুকুট এই পদ্ধতিৰ আলমতে আহৰণ কৰে আৰু ১৯৭০ বিশ্বকাপতো এই পদ্ধতিকে মূল কৱচৰূপে লৈ ফুটবল ৰণাঙ্গনত অৱতীৰ্ণ হয়। বিশেষকৈ দলত দুই বিখ্যাত চান্দ্ৰো মাজোলা আৰু ৰিভেৰাক লৈ সমস্যাৰ উদ্ভৱ হৈছিল। কাৰণ উভয়ে একেটা পজিচনৰ খেলুৱৈ। গতিকে কোন জনক বহুৱাই কাক খেলাব এই বিষয়টো লৈ ইটালি দলৰ সমস্যা। গ্ৰুপ লীগৰ তিনিওখন খেলত ৰিভেৰাক নমুৱা নহ'ল আৰু এই বিষয়টো লৈ তীব্ৰ সমালোচনাৰ জোৱাৰ বৈ যায় কাৰণ ইটালিয়ে ফলপ্ৰসূ খেল প্ৰদৰ্শন কৰিব পৰা নাছিল । পিচৰ খেল সমূহত (কোৱাৰ্টাৰ আৰু চেমি-ফাইনেল) প্ৰথমাৰ্দ্ধ মাজোলা আৰু দ্বিতীয়াৰ্দ্ধত ৰিভেৰাক নমোৱা হয়; কিন্তু ফাইনেলত বনিনচেগনাৰ সলনি খেলে । কোৱাৰ্টাৰ- ফাইনেলত উদ্যোক্তা মেক্সিকোৰ বিৰুদ্ধে ৪-১ ব্যৱধানত জয়ী হওঁতে ৰিভেৰাই ১ গোল কৰে । পশ্চিম জাৰ্মেনিৰ বিৰুদ্ধে চেমি-ফাইনেলত অতিৰিক্ত সময়ৰ খেলত ৪-৩ ব্যৱধানত জয়ী হওঁতে বিজয়সূচক গোল ৰিভেৰাৰ । বিশ্বকাপ ফাইনেল ৰিভেৰাৰ ৪২তম আন্তৰ্জাতিক তথা ব্ৰাজিলৰ হাতত ১-৪ ব্যৱধানত পৰাভূত হয়। এইখিনিতে উল্লেখ্য ৰিভেৰাই বিশ্বকাপৰ চাৰিখন খেলত কেৱল দ্বিতীয়াৰ্দ্ধ খেলি ২ গোল কৰে ।

এই গৰাকী ৫ ফুট ৯১/২ ইঞ্চি ওখ, ৬৯ কিলোগ্ৰাম ওজনৰ খেলুৱৈয়ে ১৯৭৪ বিশ্বকাপত আৰ্জেন্তিনাৰ বিৰুদ্ধে জীৱনৰ শেষ আন্তৰ্জাতিকত অভ্যুদয় হয় যদিও ক্লাবৰ পক্ষে খেল অব্যাহত ৰাখে। ইটালি লীগত ৰিভেৰাই ১৯৫৯-৭৯ পৰ্যন্ত ৫২৭

খন খেলত ১২৭ গোলৰ কৃতিত্ব এৰি থৈ যায় । অন্তিম মৰছুমত তেওঁৰ অধিনায়কত্বতে এ.চি. মিলানে ইউফা কাপৰ প্রি-কোৱাৰ্টাৰ খেলত মানচেষ্টাৰ চিটিৰ হাতত ০-৩ গোলত পৰাজয় বৰণ কৰে । ১৯৭৯-ৰ লীগ খিতাপেই বিভেৰাৰ শেষ বৃহৎ সাফল্য আৰু ১৩ মে'ত লেজিঅৰ বিৰুদ্ধে প্রথম ডিভিজনৰ শেষ খেল ১-১ গোলত ড্র থাকে ।

ফুটবল বিশেষজ্ঞসকলৰ মতে বিভেৰা ফুটবলৰ পৰিণতি কাৰণ অতি কম বয়সতে বিশ্বৰ নামী ও দামী খেলুৱৈৰূপে পৰিগণিত হৈছিল । তেওঁ জাতীয় দলৰ পক্ষে ৬০ খন আন্তর্জাতিকত ১৪ গোল কৰাৰ উপৰি যুৱ দলৰ পক্ষে ১০ খন আন্তর্জাতিকত ৬ গোল কৰে । বিভেৰাই ১৯৭২ চনত ইউৰোপীয় একাদশ আৰু ১৯৭৫ চনত বিশ্ব একাদশত খেলে ।

## বিভেৰাৰ আন্তর্জাতিক খেল

| তাৰিখ | স্থান | প্রতিপক্ষ | ফলাফল(স্কৰ) |
|---|---|---|---|
| ১। ১৩-৫-৬২ | ব্রুচেলচ | বেলজিয়াম | ৩-১ |
| ২। ৩১-৫-৬২ | চান্টিয়াগো | পশ্চিম জার্মেনি | ০-০ |
| ৩। ১১-১১-৬২ | ভিয়েনা | অষ্ট্রিয়া | ২-১ |
| ৪। ২-১২-৬২ | ব্ৰগনা | তুৰস্ক | ৬-০(২) |
| ৫। ১২-৬-৬৩ | মিলান | ব্রাজিল | ৩-০ |
| ৬। ৯-৬-৬৩ | ভিয়েনা | অষ্ট্রিয়া | ১-০ |
| ৭। ১৩-১০-৬৩ | মস্কো | ছোভিয়েট ইউনিয়ন | ০-২ |
| ৮। ১০-১১-৬৩ | ৰোম | ছোভিয়েট ইউনিয়ন | ১-১(১) |
| ৯। ১৪-১২-৬৩ | টুৰিণ | অষ্ট্রিয়া | ১-০(১) |
| ১০। ১০-৪-৬৪ | ফ্লোৰেন্স | চেকোশ্লোভাকিয়া | ০-০ |
| ১১। ১০-৫-৬৪ | লুচান | চুইজাৰলেণ্ড | ৩-১(১) |
| ১২। ৪-১১-৬৪ | জেনোৱা | ফিনলেণ্ড | ৬-১(১) |
| ১৩। ৫-১২-৬৪ | ব্ৰগনা | ডেনমার্ক | ৩-১ |
| ১৪। ১৩-৩-৬৫ | হামবার্গ | পশ্চিম জার্মেনি | ১-১ |
| ১৫। ১৮-৪-৬৫ | ৱাৰ্চ | পোলেণ্ড | ০-০ |
| ১৬। ২৭-৬-৬৫ | বুডাপেষ্ট | হাঙ্গেৰি | ১-২ |
| ১৭। ১-১১-৬৫ | ৰোম | পোলেণ্ড | ৬-১(১) |
| ১৮। ৯-১১-৬৫ | গ্লাচগো | স্কটলেণ্ড | ১-০ |
| ১৯। ৭-১২-৬৫ | নেপলি | স্কটলেণ্ড | ৩-০ |
| ২০। ১৯-৩-৬৬ | পেৰিছ | ফ্রান্স | ০-০ |
| ২১। ১৪-৬-৬৬ | ব্ৰগনা | বুলগেৰিয়া | ৬-১ |

| | | | | |
|---|---|---|---|---|
| ২২। | ২২-৬-৬৬ | টুৰিণ | আৰ্জেণ্টিনা | ৩-০ |
| ২৩। | ২৯-৬-৬৬ | ফিৰিঞ্জ | মেক্সিকো | ৫-০(২) |
| ২৪। | ১৩-৭-৬৬ | চাণ্ডাৰলেণ্ড | চিলি | ২-০ |
| ২৫। | ১৯-৭-৬৬ | মিদিলচ্বুব্র | কোৰিয়া গণ প্ৰজাতন্ত্ৰ | ০-১ |
| ২৬। | ২৩-৩-৬৭ | নিকোচিয়া | চাইপ্ৰাচ | ২-০ |
| ২৭। | ২৭-৩-৬৭ | ৰোম | পৰ্তুগাল | ১-১ |
| ২৮। | ২৫-৬-৬৭ | বুখাৰেষ্ট | ৰুমানিয়া | ১-০ |
| ২৯। | ২৩-১২-৬৭ | কাগ্লিয়াৰি | চুইজাৰলেণ্ড | ৪-০ |
| ৩০। | ৬-৪-৬৮ | চোফিয়া | বুলগেৰিয়া | ২-৩ |
| ৩১। | ২০-৪-৬৮ | নেপলি | বুলগেৰিয়া | ২-০ |
| ৩২। | ৫-৬-৬৮ | নেপলি | ছোভিয়েট ইউনিয়ন | ০-০ |
| ৩৩। | ২৩-১০-৬৮ | কাৰ্ডিফ | ৱেলচ | ১-০ |
| ৩৪। | ১-১-৬৯ | মেক্সিকো চিটি | মেক্সিকো | ৩-২ |
| ৩৫। | ২৯-৩-৬৯ | পূব বাৰ্লিন | জাৰ্মান গণ প্ৰজাতন্ত্ৰ | ২-২ |
| ৩৬। | ৪-১১-৬৯ | ৰোম | ৱেলচ | ৪-১ |
| ৩৭। | ২১-২-৭০ | মাদ্ৰিদ | স্পেইন | ২-২ |
| ৩৮। | ১০-৫-৭০ | লিচবন | পৰ্তুগাল | ২-১ |
| ৩৯। | ১১-৬-৭০ | টুলুকা | ইজৰাইল | ০-০ |
| ৪০। | ১৪-৬-৭০ | টুলুকা | মেক্সিকো | ৪-১(১) |
| ৪১। | ১৭-৬-৭০ | মেক্সিকো চিটি | পশ্চিম জাৰ্মেনি | ৪-৩(১) |
| ৪২। | ২১-৬-৭০ | মেক্সিকো চিটি | ব্ৰাজিল | ১-৪ |
| ৪৩। | ৩০-১০-৭০ | ভিয়েনা | অষ্ট্ৰিয়া | ২-১ |
| ৪৪। | ২০-২-৭১ | কাগ্লিয়াৰি | স্পেইন | ১-২ |
| ৪৫। | ২৫-৯-৭১ | জেনোৱা | মেক্সিকো | ২-০ |
| ৪৬। | ৯-১০-৭১ | মিলান | চুইডেন | ৩-০ |
| ৪৭। | ২০-৯-৭১ | টুৰিণ | যুগোশ্লাভিয়া | ৩-১ |
| ৪৮। | ৭-১০-৭২ | লাক্সেমবাৰ্গ চিটি | লাক্সেমবাৰ্গ | ৪-০ |
| ৪৯। | ২১-১০-৭২ | বাৰ্ণ | চুইজাৰলেণ্ড | ০-০ |
| ৫০। | ১৩-১-৭২ | নেপলি | তুৰস্ক | ০-০ |
| ৫১। | ৩১-৩-৭৩ | জেনোৱা | লাক্সেমবাৰ্গ | ৫-০(১) |
| ৫২। | ৯-৬-৭৩ | ৰোম | ব্ৰাজিল | ২-০ |
| ৫৩। | ১৪-৬-৭৩ | টুৰিণ | ইংলেণ্ড | ২-০ |
| ৫৪। | ২৯-৯-৭৩ | মিলান | চুইডেন | ২-০ |



এ চি মিলান দলত বাঁওফালৰ পৰা থিয় হৈ ৪ নং জন ৰিভেৰা

| | | | |
|---|---|---|---|
| ৫৫। ২০-১০-৭৩ | ৰোম | চুইজাৰলেণ্ড | ২-০(১) |
| ৫৬। ১৪-১১-৭৩ | লণ্ডন | ইংলেণ্ড | ১-০ |
| ৫৭। ২৬-২-৭৪ | ৰোম | পশ্চিম জাৰ্মেনি | ০-০ |
| ৫৮। ৮-৬-৭৪ | ভিয়েনা | অষ্ট্ৰিয়া | ০-০ |
| ৫৯। ১৫-৬-৭৪ | মিউনিক | হাইটি | ৩-১(১) |
| ৬০। ১৯-৬-৭৪ | ষ্টুটগাৰ্ট | আৰ্জেন্তিনা | ১-১ |





# লুইগি ৰিভা



জুভেন্টাচ ক্লাৱে লুইগি ৰিভাৰ বাবে £১.৩২ মিলিয়ন পাউণ্ড ষ্টাৰ্লিঙৰ চুক্তি প্ৰস্তাৱ দাঙি ধৰোতে কাগ্‌লিয়াৰি ক্লাবৰ কোচ্ মেলনি স্পপিগনৰ মন্তব্য, "জুভেন্টাচৰ বাবে এইটো ভাবগম্ভীৰ বিষয় কিন্তু আমাৰ বাবে কৌতুক, যদি আমি তেওঁক এৰি দিওঁ তেন্তে সমগ্ৰ চাৰ্দিনিয়াতে উচ্ছৃংখলৰ সূত্ৰপাত হ'ব।" এয়া আছিল সেইসময়ৰ দল সলনি ৰেকৰ্ড ফিজ্‌ৰ তিনিগুণ। বিশ্বৰ দামী ফুটবলাৰ ৰিভাই ১৯৭০ বিশ্বকাপত গ্ৰুপ লীগৰ তিনিখন খেলত নিস্প্ৰভ খেল প্ৰদৰ্শন কৰাৰ অন্তৰ্গত চুইডেনক ১-০ গোলত পৰাভূত কৰোঁতে খেলৰ অন্তত চুইডেনৰ মেনেজাৰ অৰ্ভাৰ বাৰ্গমাৰ্কৰ অনুতপ্তসূচক মন্তব্য : "It is impossible to play this astonishing footballer without two men permanently assigned to him." এনেকুৱা মন্তব্যই ৰিভাক বাক্-বিতণ্ডাৰ শিৰোনামাত স্থান আনি দিছিল।

ইটালি অবিহনে বিশ্বফুটবল অসম্পূৰ্ণ তদৰূপ লুইগি ৰিভা অবিহনে ইটালিয়ান ফুটবল সৌষ্ঠৱহীন। তেওঁ ইটালিৰ হৈ বিশ্ব চেম্পিয়নচিপ (১৯৭০ বিশ্বকাপ ৰানাৰ্চ) কঢ়িয়াই আনিবলৈ সক্ষম নহ'ল যদিও ইটালিয়ান ফুটবলত এক বুজন পৰিমাণ ক্ৰীড়া বৰঙণি এৰি থৈ গৈছে। সেই সময়ত ইটালিত যিমানবিলাক কলা কুশলীৰ আবিৰ্ভাৱ হ'ল বোধকৰো সবাতোকৈ গৌৰৱোজ্জ্বল নাম লুইগি ৰিভা। আনকি ইটালিৰ দৰ্শনীয় ফৰোৱাৰ্ড গিয়ানি ৰিভেৰাকো নিস্প্ৰভ কৰাৰ উপৰি পেলে ও জৰ্জ বেষ্টৰ দিন উকলিল বুলি ক্ৰীড়া সাংবাদিকসকলে মন্তব্য দিছিল।

লুইগি ৰিভা ১৯৪৪ চনৰ ১৭ নভেম্বৰত উত্তৰ ইটালিৰ ক্ষুদ্ৰ চহৰ লেগুনাৰ ওচৰৰে এখন গাৱঁত জন্ম গ্ৰহণ কৰে। গাৱঁৰ নিকৃষ্ট পথতেই ফুটবলৰ পাতনি মেলা ৰিভাই ১৯৫৮ চনৰ পৰা তৃতীয় ডিভিজন লেগনানু ক্লাবৰ শিক্ষাধীন দলত অনুশীলন অব্যাহত ৰাখি ১৯৬২-৬৩ বৰ্ষমত লীগৰ ২৩ খন খেলত ৬ গোল কৰাৰ কৃতিত্ব আৰ্জে। সেইবছৰতে স্পেইনৰ বিৰুদ্ধে ইটালি যুৱ দলত প্ৰদৰ্শন কৰা অনবদ্য খেলত মুগ্ধ হৈ দ্বিতীয় ডিভিজন কাগ্‌লিয়াৰিয়ে £২২,০০০ পাউণ্ড ষ্টাৰ্লিং আগবঢ়াই। কাগ্‌লিয়াৰিক প্ৰথম বৰ্ষমতে (১৯৬৩-৬৪) প্ৰথম ডিভিজনলৈ উন্নতি হোৱাত সহায় কৰোঁতে ৮ গোলৰ অৱদান ৰয়। ১৯৬৪ চনৰ ১৩ অক্টোবৰত ৰোমাৰ বিৰুদ্ধে

লুইগি বিভাই প্ৰথম ডিভিজন ফুটবলত আত্মপ্ৰকাশ কৰে; অৱশ্যে কাগ্‌লিয়াৰি ১-২ গোলত পৰাভূত হয়। প্ৰথম মৰছুমতে ৯ গোল কৰে আৰু এবছৰ পূৰ্ণ নহওঁতেই জাতীয় দলত যোগদানৰ আহ্বান পায়। ১৯৬৫ চনৰ ২৭ মে'ত বুডাপেষ্টত অনুষ্ঠিত ইটালি বনাম হাঙ্গেৰি খেলখনত ইজিঅ পাচকুটিৰ সলনি বদলি খেলুৱৈৰূপে আন্তৰ্জাতিক আত্মপ্ৰকাশ ঘটে। অৱশ্যে ইটালি ১-২ ব্যৱধানত পৰাভূত হয়। ইটালি যুৱ দলৰ হৈ মুঠ ৯ খন আন্তৰ্জাতিকত অভ্যুদয় হোৱা লুইগি বিভাৰ বাবে ১৯৬৬ চনত জুভেণ্টাচ ক্লাবে £°/॰ মিলিয়ন পাউণ্ড ষ্টাৰ্লিং আগবঢ়াইছিল ; কিন্তু কাগ্‌লিয়াৰি

ৰোম ২৭ মাৰ্চ, ১৯৬৭ চন। ইটালি আৰু পৰ্তুগালৰ মাজত অনুষ্ঠিত আন্তৰ্জাতিকত তেওঁৰ বাঁও-ভৰি ভাগে। ইতিপূৰ্বে বিভাই ৯নং জাৰ্চি পিন্ধি খেলিছিল। কিন্তু আৰোগ্য লভি সৰ্বদা ১১ নং জাৰ্চি পিন্ধি অনবদ্য খেলৰে স্বকীয় সম্ভ্ৰম অক্ষুন্ন ৰাখে। ১৯৬৯-৭০ লীগ খিতাপ অৰ্জন কৰোঁতে তেওঁ ২১ গোল কৰি তৃতীয়বাৰৰ বাবে সৰ্বোচ্চ গোলদাতাৰ খ্যাতি অৰ্জন কৰে আৰু কাগ্‌লিয়াৰিৰ উনপঞ্চাছ বছৰীয়া ফুটবল বুৰঞ্জীত প্ৰথমবাৰৰ বাবে কঢ়িয়াই আনে প্ৰথম ডিভিজনৰ লীগ চেম্পিয়নচিপ। ইতিপূৰ্বে ১৯৬৭(১৮ গোল) আৰু ১৯৬৯(২০ গোল)টো লীগৰ টপ্‌ স্কৰাৰ আছিল।

১৯৬৮ ইউৰোপীয় নেচনচ' কাপৰ খেলসমূহত লুইগি বিভাৰ সলনি এ.চি. মিলানৰ প্ৰেটিক নমায়। ইয়াৰ অন্তৰ্গত ৮ জুনৰ ফাইনেলত যুগোশ্লাভিয়াৰ বিৰুদ্ধে ১-১ গোলত অন্ত পৰোতে ১০ জুনৰ ৰি-প্লে খেলত প্ৰেটিকৰ সলনি লেফট-উইঙত বিভাক খেলায়। বিভাৰ আবিৰ্ভাৱে ইটালিৰ খেলৰ ধৰণেই সলনি হৈ যায় আৰু ২-০ গোলত জয়ী হওঁতে খেল আৰম্ভৰ ১২ মিনিটতে তেওঁ বাঁও-ভৰিৰ তীব্ৰ চট্‌ৰে স্কৰ কৰে। এই সাফল্যৰ পিচতে বিভাৰ খেলত আৰু অধিক উন্নতি পৰিলক্ষিত হয়।

প্ৰাথমিক পৰ্যায়ত বিভাৰ ৭ গোলে মেক্সিকো বিশ্বকাপত গোল স্কৰিঙৰ ৰেকৰ্ড ভঙ্গৰ আশংকা উদ্ভৱ হৈছিল যদিও গ্ৰুপ লীগৰ তিনিখন খেলত নিষ্প্ৰভ খেল প্ৰদৰ্শন কৰি তুমুল সমালোচনাৰ সম্মুখীন হয় কাৰণ মেক্সিকো বিশ্বকাপত লুইগি বিভা বিশ্বৰ সবাতোকৈ দামী খেলুৱৈ। যাৰ মূল্য £৮,৬৭,০০০ পাউণ্ড ষ্টাৰ্লিং। বিশ্বকাপৰ কিছুদিন পূৰ্বে জুভেণ্টাচে আগবঢ়োৱা এই মূল্য কাগ্‌লিয়াৰিয়ে নাকচ কৰে। অৱশ্যে কোৱাৰ্টাৰ-ফাইনেলত বিভাই অনবদ্য ক্ৰীড়া চাতুৰ্যৰে ২ গোল কৰি বিশ্বৰ এগৰাকী উজ্বল তাৰকাৰূপে ব্যক্ত কৰে। বিশেষকৈ পশ্চিম জাৰ্মেনিৰ বিৰুদ্ধে চেমি-ফাইনেলত ৪-৩ ব্যৱধানত জয়ী হওঁতে বিভাই তৃতীয় গোলটো কৰে। ইটালিৰ উৰন্ত কৰোৱাৰ্ড লুইগি বিভাই নিজকে বিশ্বৰ দামী খেলুৱৈৰূপে প্ৰতিপন্নতা প্ৰদান কৰিবলৈ যাওঁতে এই ঐতিহাসিক খেলখনত স্বকীয় কৌশল ঐশ্বৰ্যক দুৰ্দ্ধৰ্ষতা সহকাৰে প্ৰদৰ্শন কৰে। ফাইনেলত বিভাই তেওঁৰ খ্যাতি অনুযায়ী খেলিব নোৱাৰিলে। ইটালিয় ফুটবলত যোগোৱা বৰঙণিয়ে তেওঁক "কিং অৱ ইটালিয়ান ফুটবল" আখ্যা দিয়া হয়। বিশ্বকাপ সন্দৰ্ভত তেওঁৰ মন্তব্য, "বিশ্বকাপ ভদ্ৰলোকৰ খেল নহয়। খেলিবলৈ

আহি খেল পথাৰত অৱতীৰ্ণ হওঁতে সমৰ্থক(প্ৰতিপক্ষ)ৰ গালি শুনাতকৈ দৰ্শকৰূপে অহা বহু ভাল।" তেওঁ আৰু কয়, "যদি সমগ্ৰ দলে যোক বৈধভাবে বাধা দিয়ে তেতিয়া বেয়া নেপাওঁ কিন্তু বাধা দিবৰ বাবে অবৈধ কৌশল অৱলম্বন কৰে তেতিয়া খেল খেলা সম্ভৱপৰ অতীত। চুইডেনৰ বিৰুদ্ধে ইটালিৰ খেলত ইংলেণ্ডৰ ৰেফৰী জেক্ টেইলৰৰ সুবিচাৰ হোৱা নাই, পৰৱৰ্তী খেল...... সুবিচাৰ আশা কৰোঁ।"

১৯৭০ বিশ্বকাপৰ পিচতে(৩১ অক্টোবৰ) অষ্ট্ৰিয়াৰ বিৰুদ্ধে ভিয়েনাত অনুষ্ঠিত আন্তৰ্জাতিকত লুইগি ৰিভাৰ সোঁ-ভৰি ভাগে। ইটালি ২-১ ব্যৱধানত জয়ী হ'লেও ৰিভাৰ ঘটনাই সমগ্ৰ ইটালিতে শোকৰ ছাঁ পেলাই। আৰোগ্য লভি ক্ৰীড়া পথাৰলৈ প্ৰত্যাৱৰ্তন নকৰা পৰ্যন্ত বীমা কোম্পানীয়ে মাহিলি £৯০০ পাউণ্ড ষ্টাৰ্লিং প্ৰদান কৰে।১৯৭১ চনত জুভেণ্টাচ ক্লাবে লুইগি ৰিভাৰ বাবে £১.৩২ মিলিয়ন পাউণ্ড ষ্টাৰ্লিঙৰ বিস্ময়কৰ প্ৰস্তাৱ আগবঢ়ালেও কাগ্লিয়াৰিয়ে পুনৰ অগ্ৰাহ্য কৰে। এইদৰে তেওঁৰ ক্ৰমবৰ্দ্ধিত পেছাদাৰী মূল্যই বিশ্ব ফুটবলত আলোড়ন অব্যাহত ৰাখে। প্ৰত্যাৱৰ্তন কৰি ১৯৭১-৭২ লীগত ২১ গোলৰে সৰ্বোচ্চ গোলদাতাৰ তালিকাত দ্বিতীয়স্থান অধিকাৰ কৰে। এইখিনিতে তেওঁৰ দৃঢ় মনোবল ও আত্মবিশ্বাস প্ৰতিফলিত হয়।

১৯৭৪ বিশ্বকাপত এই গৰাকী ৫ ফুট ১১ $^1/_2$ ইঞ্চি ওখ, ৭৮ কিলোগ্ৰাম ওজনৰ বৃষ স্কন্ধৰ খেলুৱৈয়ে আৰ্জেণ্টিনাৰ বিৰুদ্ধে তেওঁৰ শেষ আন্তৰ্জাতিকত অংশ লয়। ইটালিৰ পক্ষে ৰিভাই মুঠ ৪২ খন আন্তৰ্জাতিকত ৩৫ গোলৰ ৰেকৰ্ড গঢ়ি থৈ যায়। তেওঁৰ বাঁও-ভৰিৰ কৰগুনত হোৱা অস্ত্ৰোপ্ৰচাৰৰ ফলত ১৯৭৬ চনৰ ফেব্ৰুৱাৰীৰ পৰা খেলত অংশ লোৱা নাই আৰু ১৯৭৫-৭৬ লীগত মাত্ৰ ১৫খন খেলত ৬ গোল কৰে আনহাতে কাগ্লিয়াৰিয়েও প্ৰথম ডিভিজনৰ মৰ্যাদা হেৰুৱাই। ৰিভাই কাগ্লিয়াৰিৰ হৈ ১৯৬৪-৭৬ লৈকে ২৮৯ খেলত ১৫৬ গোল কৰে আৰু ১৯৭৭ চনৰ ১০ এপ্ৰিলত ফুটবলৰ পৰা অৱসৰ লয়।

**লুইগি ৰিভাৰ আন্তৰ্জাতিক খেল**

| তাৰিখ | স্থান | প্ৰতিপক্ষ | ফলাফল(স্কৰ) |
|---|---|---|---|
| ১। ২৭-৬-৬৫ | বুডাপেষ্ট | হাঙ্গেৰি | ১-২ |
| ২। ১৯-৩-৬৬ | পেৰিছ | ফ্ৰান্স | ০-০ |
| ৩। ২৭-৩-৬৭ | ৰোম | পৰ্তুগাল | ১-১ |
| ৪। ১-১১-৬৭ | কনচেণ্ডো | চাইপ্ৰাচ | ৫-০(৩) |
| ৫। ১৮-১১-৬৭ | বাৰ্ণ | চুইজাৰলেণ্ড | ২-২(২) |
| ৬। ২৩-১২-৬৭ | কাগ্লিয়াৰি | চুইজাৰলেণ্ড | ৪-০(১) |
| ৭। ১০-৬-৬৮ | ৰোম | যুগোশ্লাভিয়া | ২-০(১) |
| ৮। ২৩-৬-৬৮ | কাৰ্ডিফ | ৱেলচ | ১-০(১) |
| ৯। ১-১-৬৯ | মেক্সিকো চিটি | মেক্সিকো | ৩-২(২) |
| ১০। ৫-১-৬৯ | মেক্সিকো চিটি | মেক্সিকো | ১-১ |

| | | | | |
|---|---|---|---|---|
| ১১। | ২৯-৩-৬৯ | পূব বার্লিন | জার্মান গণ প্রজাতন্ত্র | ২-২(২) |
| ১২। | ২৪-৫-৬৯ | টুরিণ | বুলগেরিয়া | ০-০ |
| ১৩। | ৪-১১-৬৯ | রোম | ওয়েলচ | ৪-১(৩) |
| ১৪। | ২৩-১১-৬৯ | নেপলি | জার্মান গণ প্রজাতন্ত্র | ৩-০(১) |
| ১৫। | ২১-২-৭০ | মাদ্রিদ | স্পেইন | ২-২(১) |
| ১৬। | ১০-৫-৭০ | লিচবন | পর্তুগাল | ২-১(২) |
| ১৭। | ৩-৬-৭০ | টুলুকা | চুইডেন | ১-০ |
| ১৮। | ৬-৬-৭০ | পিউব্লা | উরুগুয়ে | ০-০ |
| ১৯। | ১১-৬-৭০ | টুলুকা | ইজরাইল | ০-০ |
| ২০। | ১৪-৬-৭০ | টুলুকা | মেক্সিকো | ৪-১(২) |
| ২১। | ১৭-৬-৭০ | মেক্সিকো চিটি | পশ্চিম জার্মেনি | ৪-৩(১) |
| ২২। | ২১-৬-৭০ | মেক্সিকো চিটি | ব্রাজিল | ১-৪ |
| ২৩। | ১৭-১০-৭০ | বার্ণ | চুইজারলেণ্ড | ১-১ |
| ২৪। | ৩১-১০-৭০ | ভিয়েনা | অষ্ট্রিয়া | ২-১ |
| ২৫। | ২৫-৯-৭১ | জেনোবা | মেক্সিকো | ২-০ |
| ২৬। | ৯-১০-৭১ | মিলান | চুইডেন | ৩-০(২) |
| ২৭। | ২০-১১-৭১ | রোম | অষ্ট্রিয়া | ২-২ |
| ২৮। | ৪-৩-৭২ | এথেন্স | গ্রীচ | ২-১ |
| ২৯। | ২৯-৪-৭২ | মিলান | বেলজিয়াম | ০-০ |
| ৩০। | ১৩-৫-৭২ | ব্রুচেলচ | বেলজিয়াম | ১-২(১) |
| ৩১। | ২০-৯-৭২ | টুরিণ | যুগোশ্লাভিয়া | ৩-১(১) |
| ৩২। | ৭-১০-৭২ | লাক্সেমবার্গ চিটি | লাক্সেমবার্গ | ৪-০(২) |
| ৩৩। | ২১-১০-৭২ | বার্ণ | চুইজারলেণ্ড | ০-০ |
| ৩৪। | ১৩-১-৭৩ | নেপলি | তুরস্ক | ০-০ |
| ৩৫। | ২৫-২-৭৩ | ষ্টানবুল | তুরস্ক | ১-০ |
| ৩৬। | ৩১-৩-৭৩ | জেনোবা | লাক্সেমবার্গ | ৫-০(৪) |
| ৩৭। | ৯-৬-৭৩ | রোম | ব্রাজিল | ২-০(১) |
| ৩৮। | ২৯-৯-৭৩ | মিলান | চুইডেন | ২-০(১) |
| ৩৯। | ২০-১০-৭৩ | রোম | চুইজারলেণ্ড | ২-০(১) |
| ৪০। | ১৪-১১-৭৩ | লণ্ডন | ইংলেণ্ড | ১-০ |
| ৪১। | ১৫-৬-৭৪ | মিউনিক | হাইটি | ৩-১ |
| ৪২। | ১৯-৬-৭৪ | ষ্টুটগার্ট | আর্জেন্তিনা | ১-১ |



# দিনো জফ্



গোলৰক্ষক দিনো জফে বিশ্ব খ্যাতি লাভ কৰাৰ মূলতে একেৰাহে চাৰিটা বিশ্বকাপ (১৯৭০, ১৯৭৪, ১৯৭৮ আৰু ১৯৮২)ত ইটালিৰ পক্ষে নিৰ্ভীক খেল প্ৰদৰ্শন কৰে। এইখিনিতে উল্লেখ্য ১৯৭০ বিশ্বকাপত তেওঁ দলত আছিল যদিও এলবাৰ্টোচি থকা বাবে এখন খেলতো অংশ গ্ৰহণৰ সুযোগ নেপালে। অৱশ্যে ১৯৬৮ চনত 'ইউৰোপীয় নেচনচ' কাপ আৰু ১৯৮২ চনত বিশ্বকাপ বিজয়ী দলৰ অন্যতম সদস্য আছিল। বিশেষকৈ উল্লেখ্য দিনো জফে ইটালিৰ পক্ষে আন্তৰ্জাতিক ফুটবলত এহেজাৰ মিনিট গোল নোখোৱাকৈ (মুঠ ১২খন আন্তৰ্জাতিক) এক অবিস্মৰণীয় কীৰ্তিমান প্ৰতিষ্ঠা কৰি থৈ গৈছে। উপৰোক্ত কৃতিত্বসমূহে জুভেন্টাচৰ এই গোলৰক্ষক গৰাকীক বিশ্বফুটবলৰ এক মহান ক্ৰীড়া চৰিত্ৰত পৰিণত কৰে। তেওঁৰ অন্যান্য কৃতিত্বসমূহৰ ভিতৰত সমগ্ৰ ক্ৰীড়া জীৱনত মুঠ ৫৮টা পেনাল্টিৰ ১৮টা ব্যৰ্থ কৰে।

দিনো জফে ১৯৪২ চনৰ ২৮ ফেব্ৰুৱাৰীত মেৰীয়েনো ডেল ফ্ৰোলি-ত জন্ম গ্ৰহণ কৰে। ফুটবলৰ পাতনি স্থানীয় মেৰিয়ানিচ দলত যদিও কিছুদিন পিচতে প্ৰথম ডিভিজন উদিনীজ দলত যোগদান কৰে। অৱশ্যে মূল দলত খেলিবলৈ কিছুদিন অপেক্ষা কৰোঁতে ১৯৬১ চনৰ ২৪ ছেপ্তেম্বৰত ফিওৰেন্টিনাৰ বিৰুদ্ধে আত্মপ্ৰকাশ কৰি ২-৫ ব্যৱধানত পৰাজয় বৰণ কৰে। সেইবছৰ লীগত উদিনীজ দলে অন্তিমস্থান পোৱাৰ সূত্ৰে প্ৰথম ডিভিজনৰ অস্তিত্ব হেৰুৱাই। পৰৱৰ্তী মৰছুম(১৯৬২-৬৩)ৰ দ্বিতীয় ডিভিজন লীগত ১৬তম স্থান পায় আৰু ১৯৬৩ চনত প্ৰথম ডিভিজন মেন্টুভা দলত যোগদান কৰে। ১৯৬৩-৬৪ মৰছুমত মেন্টুভা দলেও দ্বিতীয় ডিভিজনলৈ নামিব লগা হয় অৱশ্যে পৰৱৰ্তী মৰছুমত প্ৰথম ডিভিজনৰ মৰ্যদা লাভ কৰে আৰু ১৯৬৭ চনত নেপলি দলত চুক্তিবদ্ধ হয়। ইয়াত খেলাকালতে ট্ৰেন্সফাৰ বজাৰতো দিনো জফ্‌ৰ মূল্য বৃদ্ধি ঘটে। নেপলি দলত প্ৰদৰ্শন কৰা বলিষ্ঠ ক্ৰীড়াৰাজিৰ হেতু ১৯৬৮ চনৰ ২০ এপ্ৰিলত জিঅভানিলত বুলগেৰিয়াৰ বিৰুদ্ধে আন্তৰ্জাতিক আত্মপ্ৰকাশ ঘটে। ইতিপূৰ্বে তেওঁ ইটালি যুৱ দলৰ পক্ষে ৩ খন আন্তৰ্জাতিক খেলিছিল। বুলগেৰিয়াক ২-০ গোলত পৰাভূত কৰি ইউৰোপীয় নেচনচ কাপৰ চেমি-ফাইনেলত প্ৰৱেশ কৰে। ফাইনেলত যুগোস্লাভিয়াক পৰাভূত কৰি ইটালিয়ে ইউৰোপীয় ফুটবল

মুকুট পৰিধান কৰোঁতে দিনো জফে তেওঁৰ চতুৰ্থ আন্তৰ্জাতিকতে এনে এক ঐতিহাসিক সাফল্য কম গৌৰৱৰ বিষয় নহয় !

১৯৭৪ বিশ্বকাপ ইটালিৰ বাবে সাফল্যমণ্ডিত আসৰ নহ'লেও দলৰ ৩২-বছৰ বয়স্ক গোলৰক্ষক দিনো জফ্‌ৰ বাবে স্মৰণীয় কাৰণ হাইটিৰ বিৰুদ্ধে প্ৰথম ৰাউণ্ডত ৩-১ ব্যৱধানত জয়ী হওঁতে দিনো জফে যোৱা ১২খন আন্তৰ্জাতিক(১১৪৩ মিনিট)ত গোল নোখোৱাৰ এক বিশেষ কীৰ্তিমান প্ৰতিষ্ঠা কৰে। ১৯৭২ চনৰ ২০ ছেপ্তেম্বৰত যুগোশ্লাভিয়াৰ বিৰুদ্ধে ৩-১ গোলত জয়ী হওঁতে খেলৰ ৭৩ মিনিটত ভুকুটিক-এ গোল কৰাৰ পিচত হাইটিৰ বিৰুদ্ধে প্ৰথম গোল খায়। হাইটিৰ চেণ্টাৰ-ফৰোৱাৰ্ড ইমানুৱেল চেনোন-এ খেলৰ ৪৬ মিনিটত গোল কৰি দলৰ হৈ অগ্ৰগতি আনোতে দিনো জফ্‌ৰ ফুটবল মঠাউৰি ভাঙে।

### দিনো জফ্‌ৰ কীৰ্ত্তিমান

| তাৰিখ | স্থান | প্ৰতিপক্ষ | ফলাফল |
|---|---|---|---|
| ১। ২০-৯-৭২ | টুৰিণ | যুগোশ্লাভিয়া | ৩-১ |
| ২। ৭-১০-৭২ | লাক্সেমবাৰ্গ চিটি | লাক্সেমবাৰ্গ | ৪-০ |
| ৩। ২১-১০-৭২ | বাৰ্ণ | চুইজাৰলেণ্ড | ০-০ |
| ৪। ১৩-১-৭৩ | নেপলছ | তুৰস্ক | ১-০ |
| ৫। ২৫-২-৭৩ | স্তানবুল | তুৰস্ক | ১-০ |
| ৬। ৩১-৩-৭৩ | জেনোৱা | লাক্সেমবাৰ্গ | ৫-০ |
| ৭। ৯-৬-৭৩ | ৰোম | ব্ৰাজিল | ২-০ |
| ৮। ১৪-৬-৭৩ | টুৰিণ | ইংলেণ্ড | ২-০ |
| ৯। ২৯-৯-৭৩ | মিলান | চুইডেন | ২-০ |
| ১০। ২০-১০-৭৩ | ৰোম | চুইজাৰলেণ্ড | ২-০ |
| ১১। ১৪-১১-৭৩ | লণ্ডন | ইংলেণ্ড | ১-০ |
| ১২। ২৬-২-৭৪ | ৰোম | পশ্চিম জাৰ্মেনি | ০-০ |
| ১৩। ৮-৬-৭৪ | ভিয়েনা | অষ্ট্ৰিয়া | ০-০ |
| ১৪। ১৫-৬-৭৪ | মিউনিক | হাইটি | ৩-১ |

দিনো জফে ১৯৭২ চনৰ মধ্যভাগত £$^1/_2$ মিলিয়ন পাউণ্ড ষ্টাৰ্লিঙৰ বিনিময়ত জুভেন্টাচ দলত যোগদান কৰে। জুভেন্টাচৰ হৈ মুঠ পাঁচবাৰ লীগ জয়ী হয় (১৯৭৩, ১৯৭৫, ১৯৭৭, ১৯৭৮ আৰু ১৯৮২)। উপৰি ১৯৭৯ চনত ইটালি কাপ জয় কৰে। ১৯৭৩ আৰু ১৯৮৩ চনত দুবাৰ ইউৰোপীয় চেম্পিয়ন ক্লাবচ' কাপত ৰানাৰ্চ-আপ পায় আৰু ১৯৭৭ চনত ইউফা কাপ জয় সবাতোকৈ উল্লেখযোগ্য। ১৯৭৮ বিশ্বকাপৰ প্ৰাথমিক ৰাউণ্ডত খেলি থকা ফেচটিয়ে চূড়ান্ত পৰ্যায়ত খেলিব নোৱাৰা

বাবে অধিনায়কৰ ভাৰ দিনো জফে পায়। দ্বিতীয় ৰাউণ্ডত হলেণ্ডৰ হাতত ১-২ গোলত পৰাভূত হৈ বিশ্বকাপ ফাইনেলত উপনীত হ'ব নোৱাৰিলে। ফলত তৃতীয়স্থান নিৰ্ণায়কৰ খেলত ব্ৰাজিলৰ হাতত ১-২ গোলত পৰাভূত হৈ ইটালিয়ে চতুৰ্থস্থান পায়।

১৯৮০ৰ ইউৰোপীয়ান ফুটবল চেম্পিয়নচিপ ইটালিত অনুষ্ঠিত হওঁতে উদ্যোক্তা দলৰ অধিনায়ক আছিল, দিনো জফ্। গ্ৰুপত বেলজিয়াম আৰু ইটালিয়ে সমান পইন্ট পালেও বেলজিয়ামে গোল এভাৰেজত ফাইনেল খেলাৰ যোগ্যতা অৰ্জন কৰে আৰু আনহাতে ইটালিয়ে তৃতীয়স্থান নিৰ্ণায়কৰ খেলত চেকোশ্লোভাকিয়াৰ সন্মুখীন হয়। খেল ১-১ ব্যৱধানত ড্ৰ থাকে ফলত টাই-ব্ৰেকাৰৰ জৰিয়তে ইটালি ৯-১০ গোলৰ ব্যৱধানত পৰাজয় বৰণ কৰি চতুৰ্থস্থান পায়।

স্পেইন বিশ্বকাপতো ইটালি দলৰ অধিনায়কত্বৰ ভাৰ ৪০-বছৰ বয়স্ক দিনো জফ্‌ক দিয়ে। যাৰফলত বিশ্বকাপ ফুটবল ইতিহাসত সবাতোকৈ বয়সস্থ খেলুৱৈৰূপে পৰিগণিত হয়। ইটালিয়ে স্বকীয় বৈপ্লৱীক ক্ৰীড়াধাৰাৰ জৰিয়তে ত্ৰাস সৃষ্টি কৰোঁতে ফাইনেলত ইউৰোপীয় চেম্পিয়ন পশ্চিম জাৰ্মেনিৰ বিৰুদ্ধে ধুমুহা গতিৰ ফুটবল খেলি ৩-১ গোলৰ ব্যৱধানত বিশ্বকাপ জয় কৰে। বিশেষকৈ দিনো জফ্‌ৰ ক্ৰীড়া জীৱনত সবাতোকৈ বৃহৎ সাৰ্ফল্য। দিনো জফ্ বিশ্বৰ শ্ৰেষ্ঠ গোলৰক্ষকৰূপে পৰিগণিত হয়। বিশ্বকাপ ফাইনেলৰ পূৰ্বে ১০৫ খন আন্তৰ্জাতিক খেলা দিনো জফ্‌ৰ মন্তব্য, "I don't try to set records in football.... . . ... .......I try not to have goals scored against me."

ইটালিয়ে বিশ্বকাপ জয় কৰাৰ পিচতে তেওঁলোকৰ ফুটবলত অৱনতি পৰিলক্ষিত হয়। কাৰণ ইউৰোপীয়ান চেম্পিয়ন ক্লাবচ' কাপ ফাইনেলত জুভেন্টাচ পৰাভূত আনহাতে ইটালিয়ে ১৯৮৪ ইউৰোপীয় ফুটবল চেম্পিয়নচিপত অংশ ল'বলৈ কোৱালিফাই কৰিব নোৱাৰিলে। ১৯৮৩ চনৰ মে'ত ৰুমানিয়াৰ হাতত ০-১ গোলত পৰাভূত হওঁতে দিনো জফে অৱসৰ লোৱাৰ সিদ্ধান্ত লয় অৱশ্যে ২৯ মে'ত গটেবাৰ্গত চুইডেনৰ বিৰুদ্ধে তেওঁৰ শেষ আন্তৰ্জাতিক আবিৰ্ভাব ঘটে। দিনো জফে মুঠ ১১২ খন আন্তৰ্জাতিকত অংশ লয়। এই খেলখনত ০-২ গোলত পৰাভূত হৈ সমগ্ৰ দল সমালোচনাৰ সন্মুখীন হয় যদিও প্ৰবীণ গোলৰক্ষক দিনো জফে অব্যাহতি পায়। ইটালিৰ বিখ্যাত ক্ৰীড়া পত্ৰিকা Gazzetta Dello Sport-এ প্ৰথম পৃষ্ঠাৰ এটা প্ৰবন্ধত "Sack the lot except Zoff." তীক্ষ্ণ কণ্ঠে ছাপা কৰে। দিনো জফ্‌ৰ জুভেন্টাচৰ সৈতে চুক্তি ম্যাদ ১৯৮৩ চনৰ ৩০ জুনলৈকে আছিল যদিও তেওঁ ১ জুনতে অৱসৰ ঘোষণা কৰে।



# পাউলো ৰুচি

১১তম বিশ্বকাপৰ প্ৰস্তুতি কালতে ইটালিত অভ্যুদয় হোৱা বিশ্বৰ দামী খেলুৱৈ গৰাকী হ'ল-- পাউলো ৰুচি। "গোল্ডেন টোজ" উপনামৰে খ্যাত ৫ ফুট ৮ ১/২ ইঞ্চি ওখ, ৬৬ কিলোগ্ৰাম ওজনৰ ষ্ট্ৰাইকাৰ পাউলো ৰুচিৰ বৰ্দ্ধিত মূল্যাই ইটালিৰ চিৰসমৃদ্ধ ফুটবলক বিশ্ব ক্ৰীড়ামঞ্চত প্ৰতিন ফলিত কৰোঁতে তেওঁৰ ফুটবলত তীব্ৰতা, চমকপ্ৰদতা আৰু বুদ্ধি দীপ্ততা বিৰাজমান আছিল। ১৯৭৮ বিশ্বকাপত পাউলো ৰুচিক ইটালি দলত খেলোৱাটো নিশ্চিত নাছিল; যদিও তেওঁৰ ক্ৰমবৰ্দ্ধিত খ্যাতিয়ে এগৰাকী অনামী খেলুৱৈৰ



পৰা আন্তৰ্জাতিক স্তৰলৈ কঢ়িয়াই লৈ যায়। গতিকে এই বিশ্বকাপৰ বিভিন্ন দিশ চালি-জাৰি চালে দেখা যায় প্ৰতিযোগিতাৰ প্ৰকৃত আৱিষ্কাৰ আছিল-- পাউলো ৰুচি।

লেনৰচি ভিচেঞ্জাৰ খেলুৱৈ পাউলো ৰুচিৰ মূল্যাই তোলপাৰ সৃষ্টি কৰাৰ কাৰণ দল সলনি নকৰাকৈ বিশ্বৰ সবাতোকৈ ব্যয়বহুল ফুটবলাৰ। জুভেন্টাচ আৰু লেনৰচি ভিচেঞ্জাৰ মাজত অনুষ্ঠিত চুক্তিত পাউলো ৰুচিৰ মূল্য ধাৰ্য কৰা হৈছিল-- ৫২০০ মিলিয়ন লিৰা (£৩ মিলিয়ন পাউণ্ড ষ্টাৰ্লিং)। এইখিনিতে উল্লেখ্য ৰুচিৰ মূল্যৰ অৰ্দ্ধেক জুভেন্টাচ আৰু অৱশিষ্ট লেনৰচি ভিচেঞ্জাই বহন কৰিছিল।

পাউলো ৰুচি ১৯৫৬ চনৰ ২৩ ছেপ্তেম্বৰত পেট্ৰোৰ এক খেতিয়ক পৰিয়ালত জন্ম গ্ৰহণ কৰে। ফুটবলৰ পাতনি জুভেন্টাচৰ ফুটবল নাৰ্চেৰী কেটুলিকা ভিৰ্টাচ দলত। অসফল ৰাইট-আউট পাউলো ৰুচিয়ে একাদিক্ৰমে তিনিটা মৰছুম (১৯৭৩-৭৫) খেলোতে দুবাৰ কাৰ্টিলেজ অপাৰেচন হয়। ইয়াৰোপৰি জুভেন্টাচ দলতো খেলাৰ সুযোগ নেপালে। ফলত ১৯৭৫ চনত কুমু দললৈ ট্ৰেন্সফাৰ লয় আৰু অনায়াসে প্ৰথম ডিভিজন খেলাৰ সুযোগ পায় (৯ ছেপ্তেম্বৰ, কুমু বনাম পেৰুগুৱা)। অৱশ্যে কুমু ০-২ গোলত পৰাভূত হয়। তেওঁ ইয়াতো আঘাতগ্ৰস্ত হৈ কেৱল ৬ খন লীগ

মেচ খেলে আৰু ১৯৭৬ চনত দ্বিতীয় ডিভিজন লেনৰচি ভিচেঞ্জাত £৭০০০ পাউণ্ড ষ্টাৰ্লিঙত চুক্তিবদ্ধ হয়। জুভেণ্টাচে তেওঁক ট্ৰেন্সফাৰ দিলেও চুক্তিত উভয় দলৰ সমান অংশ ও অধিকাৰ সহিত স্বাক্ষৰিত হয়। প্ৰথম মৰছুমতে (১৯৭৬-৭৭) ক্লাবক প্ৰথম ডিভিজনলৈ অগ্ৰসৰত অৰিহণা যোগাওঁতে তেওঁ ২১ গোলৰে টপ্ স্কৰাৰ। ইয়াত মেনেজাৰ 'গিবি' ফেবৰিয়ে পাউলো ৰুচিৰ 'ড্ৰিবলিং উন্মত্ততা' নিঃশেষ কৰি দুৰন্ত ফৰোৱাৰ্ডৰূপে গঢ়িবলৈ বাইট-উইঙৰ পৰা চেণ্টাৰ-ফৰোৱাৰ্ডলৈ স্থানান্তৰ কৰে। উপযুক্ত স্থানত নিযুক্তিয়ে ৰুচি অধিক কাৰ্যকৰ হৈ উঠে আৰু ১৯৭৬ চনৰ ১৬ নভেম্বৰত ইটালি যুৱ দলত ফ্ৰান্সৰ বিৰুদ্ধে আত্মপ্ৰকাশ কৰি ৪-০ গোলত জয়ী হয়। ইটালি লীগৰ কৃতিত্বপূৰ্ণ ভূমিকাৰ জৰিয়তে ১৯৭৮ চনৰ ২৫ জানুৱাৰীত স্পেইনৰ বিৰুদ্ধে পূৰ্ণাঙ্গ আন্তৰ্জাতিকত আত্মপ্ৰকাশ ঘটে আৰু ইটালি ২-১ গোলত জয়ী হয়, স্থান মাদ্ৰিদ। বিশ্বকাপগামী ইটালি দলত কেৱল ১ খন আন্তৰ্জাতিকৰে পুষ্ট পাউলো ৰুচিৰ সন্নিৱিষ্ট হওঁতে 'শ্বেতাঙ্গ পেলে'-- জিকো বাক-বিতণ্ডাৰ শীৰ্ষত থাকিলেও বিশ্বৰ সবাতোকৈ ব্যয়বহুল খেলুৱৈ পাউলো ৰুচিৰ আৱিৰ্ভাৱে এই ব্ৰাজিলিয়ান তাৰকা ম্লান পৰে।

১৯৭৮ বিশ্বকাপত ইটালিয়ে চূড়ান্ত বিজয়ীৰ সন্মান অৰ্জন কৰিব নোৱাৰিলেও চেণ্টাৰ-ফৰোৱাৰ্ড পাউলো ৰুচিয়ে আক্ৰমণ বিভাগত যি সামঞ্জস্য সৃষ্টি কৰিলে সেয়া আন দলত পৰিলক্ষিত হোৱা নাছিল। দ্বিতীয় ৰাউণ্ডত জাৰ্মান ৰক্ষণবিভাগক ব্যতিব্যস্ত কৰোঁতে গোলৰক্ষক শেপ্ মেয়াৰৰ মন্তব্য, "বৰ্তমানলৈকে বিশ্বকাপত এইখনেই সবাতোকৈ সঙ্কটময় খেল। কাৰণ ইটালি এটি আউটষ্টেণ্ডিং দল বিশেষকৈ ...... ................ পাউলো ৰুচি।" দ্বিতীয় ৰাউণ্ডৰ ৰানাৰ্চ-আপ সূত্ৰে ইটালি ফাইনেলত উপনীত হোৱাৰ পৰা বঞ্চিত হয়। তৃতীয়স্থান নিৰ্ণায়কৰ খেলত ব্ৰাজিলৰ হাতত ২-১ গোলত পৰাভূত হৈ ইটালিয়ে চতুৰ্থস্থান পায় আৰু পাউলো ৰুচি "পাবলিটু" নামেৰে জনপ্ৰিয় হোৱাৰ মূলতে চমকপ্ৰদ ফুটবল আৰু ৩ গোল। বিশ্বকাপৰ পিচৰে পৰা স্বদেশত ক্ৰীড়ামোদী, সাংবাদিক ও টেলিভিচন সাক্ষাৎকাৰৰ অনধিকাৰ প্ৰৱেশে পাউলো ৰুচিৰ জীৱন যন্ত্ৰণাদায়ক কৰি তুলিছিল। আনহাতে খেল প্ৰাঙ্গনটো প্ৰতি মুহূৰ্ততে বিপক্ষৰ পহৰাধীন হোৱাৰ উপৰি বৰ্বৰ আক্ৰমণৰ সন্মুখীন হৈছিল। ১৯৭৮-৭৯ মৰছুমত লেনৰচি ভিচেঞ্জাই প্ৰথম ডিভিজনৰ খ্যাতি হেৰুৱাই ফলস্বৰূপ জাতীয় ফুটবল সন্থাৰ চাপত ফুটবলৰ মানদণ্ডত বিচৰণ কৰি থকা পাউলো ৰুচিক পেৰুগুৱা দলত খেলাৰ অৰ্থে £৩,০০,০০০ পাউণ্ড ষ্টাৰ্লিঙৰ বিনিময়ত এবছৰৰ বাবে ঋণ স্বৰূপে দিয়ে (১৯৭৯)।

১৯৮০ চনৰ 'ফুটবল কলঙ্ক' ঘটনাত জৰিত ৩৩ জনক ইটালিয়ান ফুটবলৰ পৰা বহিষ্কাৰ কৰোঁতে, ইয়াৰ অন্তৰ্গত পেৰুগুৱাৰ ষ্ট্ৰাইকাৰ পাউলো ৰুচি সবাতোকৈ উল্লেখযোগ্য। পেৰুগুৱা বনাম এভিলিয়ানুৰ ফলাফল ড্ৰ কৰাৰ অৰ্থে ৰোমৰ এক জুৱাৰী সন্থাৰ পৰা পাউলো ৰুচিয়ে ১১০০ লিৰা গ্ৰহণ কৰাৰ অভিযোগত ৰোমৰ

চৰকাৰী বিচাৰালয়ে তিনি বছৰৰ বাবে নিলম্বিত কৰে (৩ জুন' ১৯৮০)। ফলস্বৰূপ তেওঁ ১৯৮০ ইউৰোপীয় ফুটবল চেম্পিয়নচিপ আৰু ১৯৮২ বিশ্বকাপত যোগদানৰ পৰা বঞ্চিত হয়। বিশেষকৈ ১৯৮০ ইউৰোপীয় ফুটবল প্ৰতিযোগিতাত উদ্যোক্তা ইটালিয়ে চতুৰ্থস্থান পায়।

পাউলো ৰুচিৰ বিৰুদ্ধে নিষেধাজ্ঞা আৰোপ থকা সত্বেও জুভেণ্টাচ ক্লাৱে £৫০০,০০০ পাউণ্ড ষ্টাৰ্লিঙৰ বিনিময়ত ক্ৰয় কৰি নিয়মিত অনুশীলন অব্যাহত ৰাখে আৰু ইউৰোপীয় নেচনচ' কাপৰ পিচতে তেওঁৰ বৰ্খাস্ত সংক্ৰান্তত ইটালিৰ ফেডাৰেল স্পৰ্টচ্ কাউন্সিলত আপীল কৰোঁতে বহিষ্কৰণৰ ম্যাদ এবছৰ ৰেহাই দিয়ে। ফলস্বৰূপ তেওঁ স্পেইন বিশ্বকাপৰ পূৰ্বে ফুটবল প্ৰাঙ্গনলৈ প্ৰত্যাবৰ্তন কৰিবলৈ সক্ষম হয় আৰু বন্দোবস্ত অনুযায়ী জুভেণ্টাচ ক্লাবত যোগ দি ১৯৮১-৮২ লীগৰ অন্তিম পৰ্যায়ৰ খেলসমূহত অংশ লৈ ২০তম লীগ খিতাপ কঢ়িয়াই অনাত সহায় কৰে। এনেতে ৮২'বিশ্বকাপৰো চমু চাপি আহে আৰু বিশ্বকাপগামী দলত পাউলো ৰুচিৰ অন্তৰ্ভুক্তিয়ে ইটালিয়ান ফুটবলত বাক-বিতণ্ডাৰ ঢৌ সৃষ্টি কৰে বিশেষকৈ জাতীয় কোচ্ এনজো বিয়েৰজোত তীব্ৰ সমালোচনাৰ সন্মুখীন হয়। প্ৰশ্ন হ'ল পাউলো ৰুচিয়ে দীৰ্ঘ দিন ফুটবল পথাৰৰ পৰা আঁতৰত থাকি এই কম সময়ৰ ভিতৰতে পূৰ্বৰ মানদণ্ডত উপনীত হ'বলৈ সক্ষম হ'বনে ? ক্ৰীড়া বিশেষজ্ঞসকলে আশা কৰা মতে পাউলো ৰুচিয়ে প্ৰথম ৰাউণ্ডৰ খেলসমূহত তেনে উল্লেখনীয় ভূমিকা দিব নোৱাৰিলে আৰু চাব্‌চ্টিটিউট্‌ৰ শাৰীত থাকিব লগা হয়; আৰ্জেণ্টিনাৰ বিৰুদ্ধে দ্বিতীয় ৰাউণ্ডৰ প্ৰথম খেলত পাউলো ৰুচিৰ নিষ্প্ৰভতা অব্যাহত থাকোতে খেলৰ ৮১ মিনিটত তেওঁৰ সলনি এল্টুবিলিক নমায়। পৰৱৰ্তী খেলত ব্ৰাজিলৰ বিৰুদ্ধে ইটালি দলত বিস্ফোৰণ ঘটোতে পাউলো ৰুচিৰ বলিষ্ঠ ক্ৰীড়াধাৰা এক ঐন্দ্ৰজালিক মুহূৰ্ত। যাৰফলত সমগ্ৰ বিশ্বই তেওঁৰ প্ৰতি পোষণ কৰি অহা ভুল ধাৰণা মষিমূৰ কৰে। ইটালি ৩-২ ব্যৱধানত জয়ী হওঁতে পাউলো ৰুচিয়ে হেট-ট্ৰিক অৰ্জন কৰি স্বকীয় ক্ৰীড়ামান সন্দৰ্ভত নিশ্চয়তা প্ৰদান কৰে।

চেমি-ফাইনেলত ইটালিৰ আক্ৰমণাত্মক ৰণ-চাতুৰ্য্যত পোলেণ্ড ২-০ ব্যৱধানত পৰাভূত হোৱাৰ মূলতে উভয় গোল পাউলো ৰুচিৰ। ফাইনেলত ইউৰোপীয় চেম্পিয়ন পশ্চিম জাৰ্মেনিক ৩-১ ব্যৱধানত পৰাভূত কৰোঁতে ইটালি দলৰ পক্ষে গোলৰ পাতনি মেলে পাউলো ৰুচিয়ে। খেলৰ ৫৭ মিনিটত জেণ্টাইলে খেলি মেলিৰ মাৰ্জলৈ দিয়া এটা চাপৰ ক্ৰচ-পাচ্ ৰুচিয়ে অভাৱনীয়ভাৱে হেড কৰি স্কৰ কৰোঁতে জাৰ্মান ৰক্ষণবিভাগক অবাক কৰি দিয়ে। আন দুটা গোল টাৰ্দিলি আৰু এল্টু-বিলিৰ। যি কি নহওঁক পাউলো ৰুচিৰ উদ্বোধনী গোলে ইটালিক বিশ্বকাপ জয় কৰিবলৈ মুখ্য ইন্ধনৰ যোগান ধৰাৰ উপৰি মুঠ ৬ গোলৰে সৰ্বোচ্চ গোলদাতাৰ খ্যাতিও অৰ্জন কৰে। সুযোগ সন্ধানী চেণ্টাৰ-ফৰোৱাৰ্ড পাউলো ৰুচিয়ে ১২তম বিশ্বকাপৰ চুপাৰষ্টাৰ হোৱাৰ উপৰি ফুটবল ইতিহাসৰ উল্লেখযোগ্য ক্ৰীড়া চৰিত্ৰৰূপে প্ৰতিষ্ঠা লাভ

কৰে।

ইটালিয়ে বিশ্বকাপ জয় কৰোঁতে জুভেন্টাচ ক্লাবৰ কোচ্ জিওভানি টাৰাপাটনিৰ মন্তব্য, "You can now call him Pablito again." ৮২ বিশ্বকাপত ইটালিৰ কোচ্ এনজো বিয়াৰজোতৰ মন্তব্য, "I've always had confidence in him. That's why I have waited for him."

বিশ্বকাপ বিজয়ৰ গৌৰৱে পাউলো ৰুচিক ১৯৮২ চনৰ "ইউৰোপীয়ান ফুটবলাৰ অব দি ইয়েৰ" আৰু "ৱৰ্ল্ড প্লেয়াৰ অব দি ইয়েৰ" নিৰ্বাচন দিয়ে। পৰৱৰ্তী বছৰ জুভেন্টাচ ক্লাবে ইউৰোপীয়ান চেম্পিয়ন ক্লাবচ' কাপৰ ফাইনেলত এচ. ভি. হামবাৰ্গৰ হাতত ১-০ গোলত পৰাজয় বৰণ কৰোঁতে পাউলো ৰুচিয়ে নিস্তেজ খেল প্ৰদৰ্শন কৰে আৰু ৫৫ মিনিটত তেওঁৰ সলনি দোমেনিকো মাৰোচিনোক নমায়। বিশ্বকাপ বিজয়ী ইটালিয়ে ১৯৮৪ ইউৰোপীয় ফুটবল চেম্পিয়নচিপৰ চূড়ান্ত আঠটা দলটো স্থান লব নোৱাৰিলে। আনহাতে জুভেন্টাচটো তেওঁ যেন নিষ্প্ৰভ হৈ পৰিছিল। যি কি নহওঁক জুভেন্টাচৰ হৈ ১৯৮৪ ইউৰোপীয়ান কাপ-উইনাৰ্চ কাপ আৰু ১৯৮৫ চনত ইউৰোপীয়ান চেম্পিয়ন ক্লাবচ' কাপ জয় কৰাৰ গৌৰৱ অৰ্জন কৰে। এই সাফল্যৰ পিচতে ২৮-বছৰ বয়স্ক পাউলো ৰুচিয়ে $৪ মিলিয়ন ডলাৰ (৬ বিলিয়ন লিৰা)ৰ বিনিময়ত এ. চি. মিলানত চুক্তিবদ্ধ হয়। ইয়াত খেলি থাকোতে এলানি আঘাতে পাউলো ৰুচিক আন্তৰ্জাতিক ফুটবলৰ পৰা আঁতৰত ৰাখোতে মেক্সিকো বিশ্বকাপগামী দলত তেওঁৰ অন্তৰ্ভুক্ত হ'ব নে নহয় এয়া সন্দেহৰ আঁৰ জালত আছিল। অৱশেষত পাউলো ৰুচিক বিশ্বকাপগামী দলত অন্তৰ্ভুক্ত কৰিলে যদিও তেওঁক কোনো এখন খেলতে নমোৱা নহ'ল। পাউলো ৰুচিয়ে দুটা মৰছুম এ. চি. মিলানত খেলি ১৯৮৭ চনৰ ১০ ডিচেম্বৰত ফুটবলৰ পৰা অৱসৰ লয়।





# ৰবাৰ্টো বাজ্জিঅ



"বুলু" উপনামৰে খ্যাত ৫ ফুট ৬ ইঞ্চি ওখ, ৭২ কিলোগ্ৰাম ওজনৰ ৰবাৰ্টো বাজ্জিঅয়ে ১৯৯৩ চনৰ "ইউৰোপীয়ান ফুটবলাৰ অৱ দি ইয়েৰ" আৰু "ৱৰ্ল্ড প্লেয়াৰ অৱ দি ইয়েৰ" নিৰ্বাচন লাভ কৰাৰ পিচতে ১৯৯৪ বিশ্বকাপ ফুটবলত. তেওঁৰ বলিষ্ঠ ক্ৰীড়া কৌশলে বিশেষ প্ৰভাৱ বিস্তাৰ কৰিব বুলি সকলোৰে পূৰ্ব ধাৰণা জাগৰণ হয়। কাৰণ তেওঁ দুটা খ্যাতি অৰ্জন কৰাৰ উপৰি ফিফাৰ " ৱৰ্ল্ড প্লেয়াৰ অৱ দি ইয়েৰ" নিৰ্বাচনো পায়ছিল । ফ্ৰান্সৰ বিখ্যাত ফুটবলাৰ জ্যাঁ পিয়েৰ পাপাৰ মতে, "Baggio belongs to that rare category of footballers who are able to do whatever they want with the ball at their feet." ইয়াৰোপৰি ব্ৰাজিলৰ তাৰকা ফুট বলাৰ জিকোৰ ভাষাত, "from a purely technical viewpoint, it's impossible to find a flaw. Roberto's world class." কিন্তু দেখা গ'ল বাজ্জিঅয়ে গ্ৰুপ লীগত নিষ্প্ৰভতাৰ মাজত অতি-বাহিত কৰাৰ পিচতে পৰৱৰ্তী খেলসমূহত বলিষ্ঠ ক্ৰীড়া বৰগুণিৰে ইটালিক ফাইনেলত উপনীত কৰে। ইটালিয়ে বিশ্বকাপ জয় কৰিবলৈ

সক্ষম নহ'ল যদিও দলক ফাইনেল পৰ্যন্ত অগ্ৰসৰত যি অৰিহণা এয়া বিশ্বফুটবলৰ এক বিৰল নজিৰ। আনকি ইটালিক বিশ্বফুটবলৰ সবাতোকৈ ভাগ্যৱান দলৰূপে অভিহিত কৰে আৰু এই সফলতাৰ মূলতে ৰবাৰ্টো বাজ্জিঅ।

উত্তৰ পূব ইটালিৰ সৰু চহৰ কলদউনাৰ এটা দুখীয়া পৰিয়ালত ১৯৬৭ চনৰ ১৮ ফেব্ৰুৱাৰী তাৰিখে ৰবাৰ্টো বাজ্জিঅয়ে জন্ম গ্ৰহণ কৰে। পৰিয়ালৰ আঠজনৰ তেওঁ ছয় নং সন্তান। তেওঁৰ পেছাদাৰী ফুটবলৰ সুভাৰম্ভ তৃতীয় ডিভিজন লেনৰচি ভিচেঞ্জা দলত। এই দলত খেলি থাকোতেই ১৯৮৫ চনত আঠুত আঘাত পায় আৰু সেই বছৰতে ফিওৰেন্টিনা দললৈ ট্ৰেন্সফাৰ লয়। ইয়াত খেলাকালীন দ্বিতীয়বাৰ আঘাতগ্ৰস্ত হৈ অষ্ট্ৰোপ্ৰচাৰৰ ফলতহে আৰোগ্য লভিবলৈ সক্ষম হয়। ১৯৮৮ চনত আন্তৰ্জাতিক ফুটবলত আত্মপ্ৰকাশ কৰে যদিও নিয়মিত দলত স্থান পোৱা নাছিল। ১৯৯০ বিশ্বকাপৰ কিছুদিন পূৰ্বে (১৯ মে) তেওঁ ৰেকৰ্ড পৰিমাণ মূল্য $১৩ মিলিয়ন ডলাৰৰ বিনিময়ত জুভেন্টাচ ক্লাৱত যোগদান কৰে। এইখিনিতে উল্লেখ্য তেওঁ ১৯৮৯-৯০ লীগৰ টপ্ স্কৰাৰ আছিল। এই ট্ৰেন্সফাৰৰ ফলত বাজ্জিঅ নিমিষৰ ভিতৰতে বিশ্ব খ্যাত ক্ৰীড়া ব্যক্তিত্বত পৰিণত হয় কাৰণ বিশ্বৰ সবাতোকৈ ব্যয়বহুল ফুটবলাৰ ৰবাৰ্টো বাজ্জিঅ। ১৯৯০ বিশ্বকাপৰ প্ৰথম দুখন খেলত তেওঁক নমোৱা নাছিল আৰু গ্ৰুপ লীগৰ শেষ খেলত চেকোশ্লোভাকিয়াৰ বিৰুদ্ধে ভিয়াল্লীৰ স্থানত বাজ্জিঅক নমায় আৰু তেওঁ স্বকীয় বিস্ফোৰক ফুটবলৰ ঐন্দ্ৰজালিক স্কৰ আজিও স্মৰণীয় তথা ইউৰোপৰ এক বিৰল ফুটবল নজিৰৰূপে উদয় হয়। তেওঁ একক প্ৰচেষ্টাৰে খেলৰ অৱস্থান সলনি কৰিব পৰা দক্ষতা পৰিলক্ষিত হয়। উদ্যোক্তা ইটালিয়ে চেমি-ফাইনেলত আৰ্জেন্তিনাৰ হাতত পৰাভূত হয় আৰু বিশ্বকাপত তৃতীয়স্থান দখল কৰে।

ৰবাৰ্টো বাজ্জিঅয়ে ১৯৮৯ চনত বৌদ্ধ ধৰ্ম গ্ৰহণ কৰে আৰু ১৯৯৩ চনত জুভেন্টাচ ক্লাৱে ইউফা কাপ জয় কৰোঁতে এওঁৰ বৰঙণি মনকৰিবলগীয়া। ৬ ডিচেম্বৰত নেপলিৰ বিৰুদ্ধে তেওঁৰ শততম প্ৰথম শ্ৰেণীৰ ফুটবল খেলখনত অংশ লয়। বাজ্জিঅৰ ফুটবল জীৱনত বাৰম্বাৰ আঘাতে বাধা প্ৰদান কৰা দেখা যায় বিশেষকৈ ১৯৯৪ বিশ্বকাপত তেওঁ দীঘল বেনীৰ চুলি অন্যতম আকৰ্ষণ আছিল। লাজকুৰীয়া স্বভাৱৰ বাজ্জিঅক গ্ৰুপ লীগত নিষ্প্ৰভ যেন দেখা গ'লেও প্ৰি-কোৱাৰ্টাৰ-ফাইনেলত নাইজেৰিয়াৰ বিৰুদ্ধে ০-১ গোলত পিচপৰি থাকোতে ৮৯ মিনিটত বাজ্জিঅৰ আস্বাভাৱিক স্কৰে খেল অতিৰিক্ত সময়লৈ নিয়ে আৰু অতিৰিক্ত সময়ত পেনাল্টিৰ জৰিয়তে ২-১ গোলত জয়ী হয়। এইখিনিতে উল্লেখ্য তেওঁ ১৯৯৩ চনত ইষ্টুনিয়াৰ বিৰুদ্ধে গোল কৰাৰ পিচত নাইজেৰিয়াৰ বিৰুদ্ধে প্ৰথম স্কৰ কৰে। ইয়াৰ অন্তৰ্গত মুঠ ৭৯৯ মিনিট খেলা সময় তেওঁৰ স্কৰ শূন্য আছিল। কোৱাৰ্টাৰ-ফাইনেলতো স্পেইনক ২-১ গোলত পৰাভূত কৰোঁতে খেল অন্ত পৰিবলৈ ২ মিনিট থাকোতে বিজয়সূচক গোল বাজ্জিঅৰ। চেমি-ফাইনেলত বুলগেৰিয়াক এই একে ব্যৱধানত

পৰাভূত কৰোঁতে দুয়োটা গোল তেওঁৰ অৱশ্যে আঘাতগ্ৰস্ত হৈ ৭১ মিনিটত চকুলোৰে সৈতে খেলপথাৰ ত্যাগ কৰিব লগা হয়। ফাইনেলত বাজ্জিঅয়ে তেনে কলাপ্ৰসূ ৰূপ ধাৰণ কৰিব নোৱাৰিলে। বিশ্বকাপৰ পূৰ্বলৈকে মুঠ ৩৩ খন আন্তৰ্জাতিকত ১৯ গোলৰ কৃতিত্ব আছিল। বিশেষকৈ উল্লেখ্য ১৯৯৪ চনৰ বিশ্ব ও ইউৰোপৰ বৰ্ষ শ্ৰেষ্ঠ খেলুৱৈৰ বাছনিত বাজ্জিঅয়ে দ্বিতীয় স্থান পায় কিন্তু ফিফা নিৰ্বাচনীত তৃতীয়স্থানত ৰয়। ৰবার্টো বাজ্জিঅয়ে ১৯৯৬ চনত এ চি মিলানলৈ যায় আৰু এবছৰ খেলি ১৯৯৭ চনৰ ১৭ জুলাইত বছেৰেকীয়া ৰৰগুণি $১.৫ মিলিয়ন ডলাৰৰ বিনিময়ত দুবছৰৰ বাবে ব্ৰগনা ক্লাবত যোগদান কৰে। ১৯৯৪ বিশ্বকাপৰ পৰবৰ্ত্তী তিনিবছৰ তেওঁক জাতীয় দলত খেলোৱা নাছিল যদিও লীগৰ চমকপ্ৰদ প্ৰদৰ্শনে ১৯৯৮ বিশ্বকাপগামী দলত নিৰ্বাচন আনি দিয়ে। ইয়াত বাজ্জিঅয়ে তেনে ক্ৰীড়া কৌশল প্ৰদৰ্শন কৰিব নোৱাৰিলেও কোৱাৰ্টাৰ-ফাইনেলত উদ্যোক্তা ফ্ৰান্সৰ বিৰুদ্ধে ০-০ ভাৱে অন্ত পৰোতে টাই-ব্ৰেকাৰত ৪-৩ ব্যৱধানত পৰাভূত হয়। বিশ্বকাপৰ পিচতে ৰবার্টো বাজ্জিঅয়ে ইণ্টাৰ-মিলান দলত যোগদান কৰে।

□□



ক্লডিও জেণ্টাইল

# ফ্রেঙ্কু বার্চি

এ চি মিলানৰ ঠাণ্ডা মস্তিষ্কৰ ডিফেণ্ডাৰ তথা চুইপাৰ-বেক্ ফ্রেঙ্কু বার্চি ১৯৯৪ বিশ্বকাপত ইটালি দলৰ অধিনায়ক আছিল। কিন্তু দুখৰ বিষয় আঠুত আঘাত পাই পৰৱৰ্তী খেলসমূহত অংশ গ্রহণৰ পৰা বিৰত থাকে আৰু কেৱল ফাইনেল খেলখনত অংশ গ্রহণ কৰি বলিষ্ঠ খেল অব্যাহত ৰাখে। ইতিপূৰ্বে ১৯৯০ বিশ্বকাপত ইটালিয়ে তৃতীয়স্থান দখল কৰোঁতে তেওঁৰ বুদ্ধিদীপ্ত ডিফেণ্ডিঙে বিশ্বকাপৰ অল-ষ্টাৰ দলত নির্বাচন আনি দিয়ে।

ফ্রেঙ্কু বার্চি-এ ১৯৬০ চনৰ ৮ মে'ত জন্ম গ্রহণ কৰে। সমগ্র ফুটবল জীৱন এ চি মিলানৰ সৈতে জড়িত থাকোতে ১৯৮৯, ১৯৯০ আৰু ১৯৯৪ চনত ইউৰোপীয় চেম্পিয়ন ক্লাবচ' কাপ জয় উল্লেখযোগ্য। বিশেষকৈ এ চি মিলানৰ ৬৮ খন খেলত অপৰাজিত কৃতিত্বৰ সৈতেও ফ্রেঙ্কু বার্চিৰ নামটো জড়িত থাকিব। এই গৰাকী ৫ ফুট



৬ ইঞ্চি ওখ ৭০ কিলোগ্রাম ওজনৰ খেলুৱৈয়ে ১৯৯২ চনত আন্তর্জাতিক ফুটবলৰ পৰা অৱসৰ লয় যদিও ১৯৯৪ বিশ্বকাপগামী ইটালি দলত পুনৰ যোগদানৰ বাবে জাতীয় ফুটবল সন্থাৰ কর্মকর্তাসৱে আক্রমণ কৰে। অধিনায়ক বার্চিয়ে আঠুত আঘাত পোৱা বাবে সকলো খেলতে অংশ লব নোৱাৰিলে যদিও ফাইনেলত তেওঁৰ বলিষ্ঠ খেলে ব্রাজিলিয়ান ফৰোৱার্ডক কোনো সুযোগ নিদিলে। অৱশেষে ইটালি টাইব্রেকাৰত পৰাভূত হয় (৩-২)। বিশ্বকাপ অন্ত পৰাৰ কিছুদিনৰ পিচতে (৪ অক্টোবৰ, ১৯৯৪) বার্চিয়ে আন্তর্জাতিক ফুটবলৰ পৰা অৱসৰ ঘোষণা কৰে। ইটালিৰ পক্ষে তেওঁ মুঠ ৮১ খন আন্তর্জাতিকত অংশ লয়। আন্তর্জাতিক ফুটবলৰ পৰা অৱসৰ ললেও এ চি মিলানৰ পক্ষে খেল অব্যাহত ৰাখে।

# ৰবার্টো দোনাদোনি

ইটালিৰ চকুতপৰা মিড-ফিল্ড খেলুৱৈ ৰবার্টো দোনাদোনিক ব্রুনো কন্টিৰ স্বাভাৱিক উত্তৰাধিকাৰীৰূপে স্বীকৃতি দিয়া হয়। ১৯৯০ বিশ্বকাপত ইটালি দলক সবাতোকৈ অধিক ইন্ধন যোগোৱা খেলুৱৈ গৰাকী হ'ল ৰবার্টো দোনাদোনি। ইয়াত ইটালিয়ে বিশ্বকাপ জয় কৰিব পৰা হ'লে দোনাদোনিয়ে চুপাৰষ্টাৰৰ খ্যাতি অর্জন কৰিলেহেঁতেন তাত সন্দেহ নাই! কিন্তু চেমি-ফাইনেলত আর্জেন্টিনাৰ হাতত পৰাভূত হৈ ফাইনেল খেলাৰ পৰা বঞ্চিত হয় যদিও উদ্যোক্তা ইটালিয়ে তৃতীয়স্থান দখল কৰে।

আনহাতে দোনাদোনিয়ে বিশ্বকাপৰ অল-ষ্টাৰ দলতো স্থান পায়।

জন্ম ৯ ছেপ্তেম্বৰ, ১৯৬৩ চন। ফুটবলৰ পাতনি দ্বিতীয় ডিভিজন আটলাণ্টা দলত। ইয়াত খেলি দলক প্ৰথম ডিভিজনলৈ উধাবলৈ বৰগুণিৰ যোগাৰ ধৰে আৰু ১৯৮৬ চনত এ চি মিলানলৈ ট্ৰেন্সফাৰ লয়। এই গৰাকী ৫ ফুট ৮ ইঞ্চি ওখ, ৬৮ কিলোগ্ৰাম ওজনৰ মিড-ফিল্ডাৰে সোঁফালে খেলি স্বকীয় বিভোপন টেক্‌নিক্ ও ড্ৰিবলিঙৰ জৰিয়তে বিশ্বৰ চকুতপৰা খেলুৱৈত পৰিণতি হয়। ৰবাৰ্টো দোনাদোনিয়ে ১৯৯৪ বিশ্বকাপত ইটালিৰ পক্ষে সকলো খেলতে অংশ গ্ৰহণ কৰি দলক ফাইনেল পৰ্যন্ত অগ্ৰসৰত অৰিহণা যোগায় অৱশ্যে তেওঁক ১৯৯০ বিশ্বকাপৰ তুলনাত কিছু নিষ্প্ৰভ দেখা যায়। যি কি নহওঁক এ চি মিলান আৰু ইটালি জাতীয় দলত ৰবাৰ্টো দোনাদোনি সদায় জিলিকি থাকিব।



দোনাদোনি



ভিয়াল্লী

# গিয়ানলুকা ভিয়া

গিয়ানলুকা ভিয়াল্লী ইটালিত অভ্যুদয় হোৱা এজন অতি প্ৰতিভাশালী খেলুৱৈ। দেখা যায় এই ষ্ট্ৰাইকাৰ গৰাকীয়ে ক্লাব দলত যেনেদৰে সফল ফুটবল খেলিলে তদৰূপ জাতীয় দলত সফল নহ'ল। বিশেষকৈ ১৯৯০ বিশ্বকাপত ভিয়াল্লীৰ নিষ্প্ৰভতাৰ হেতুকে উদ্যোক্তা ইটালিৰ বিশ্বকাপ জয়ী হোৱাৰ সপোন দিঠকত পৰিণত হয়। ১৯৯১-৯২ মৰছুমৰ অন্তত চাম্পডোৰিয়া ক্লাবৰ ভিয়ালী $২৫ মিলিয়ন ডলাৰৰ বিনিময়ত জুভেন্টাচলৈ যায় তথা এয়া বিশ্বৰ সবাতোকৈ ব্যয়বহুল ট্ৰেন্সফাৰ ঘটনা। যাৰফলত ভিয়ালী বিশ্বৰ সবাতোকৈ দামী খেলুৱৈৰূপে পৰিগণিত হয়। চাম্পডোৰিয়াৰ পক্ষে ১৯৯০ চনত ইউৰোপীয় কাপ উইনাৰ্চ কাপ জয় কৰোঁতে ফাইনেলত এণ্ডাৰলেট দলক ২-০ ব্যৱধানত পৰাভূত কৰে তথা দুয়োটা গোল ভিয়ালীৰ। জুভেন্টাচ দলত খেলি ১৯৯৩ আৰু ১৯৯৫ চনত ইউফা কাপ জয় কৰি পুনৰ ১৯৯৬ চনত ইউৰোপীয়ান চেম্পি়ান ক্লাবচ' কাপ পায়। এই সাফল্যৰ পিছতে তেওঁ ইংলিচ প্ৰথম ডিভিজন চেলচি দলত চুক্তিবদ্ধ হয় আৰু ১৯৯৮ চনত ইউৰোপীয়ান কাপ-উইনাৰ্চ কাপ জয় কৰে।



# পাউলো মালদিনি

ইটালিৰ পাউলো মালদিনিক তৎকালৰ আধুনিক ফুটবলত বিশ্ব শ্ৰেষ্ঠ ডিফেণ্ডাৰৰূপে স্বীকৃতি দিয়া হয়। উচ্চস্তৰৰ কলা কৌশলৰ বাবে ৰক্ষণবিভাগৰ কমপ্লিট খেলুৱৈৰূপে আখ্যায়িত। মালদিনিয়ে লেফট-বেক্, চেণ্ট্ৰেল-ডিফেণ্ডাৰ আৰু লিব্ৰ: এই সকলোবোৰ স্থানতে বিশ্বৰ ১নং খেলুৱৈ। যি কি নহওঁক লেফট-বেক্ মালদিনিৰ পূৰ্বে কোনো ফুটবল খেলুৱৈয়ে এই তিনিওটা স্থানত তেওঁৰ দৰে সফল খেল প্ৰদৰ্শন কৰিবলৈ সক্ষম হোৱা নাই। ১৯৯৬ ইউৰোপীয় নেচনচ' কাপৰ পূৰ্বলৈকে ৬৭ খন আন্তৰ্জাতিকৰে পুষ্ট মালদিনি এই প্ৰতিযোগিতাত ইটালি দলৰ অধিনায়ক আছিল। ইতিপূৰ্বে **"ৱৰ্ল্ড চকাৰ"** মেগাজিনৰ দ্বাৰা ১৯৯৪ চনৰ **" ৱৰ্ল্ড প্লেয়াৰ অব দি ইয়েৰ"** নিৰ্বাচন লাভ কৰে তথা এই খিতাপ অৰ্জন কৰোঁতা ইটালিৰ তৃতীয় খেলুৱৈ।

পাউলো মালদিনি ১৯৬৮ চনৰ ২৬ জুনত জন্ম গ্ৰহণ কৰে। প্ৰাক্তন আন্তৰ্জাতিক ফুটবলাৰ চিজাৰি মালদিনিৰ পুত্ৰ। পাউলো মালদিনিয়ে এ.চি. মিলান বনাম উদিনীজ খেলখনৰ জৰিয়তে মাত্ৰ ১৬-বছৰ বয়সত প্ৰথম শ্ৰেণী ফুটবলত আত্মপ্ৰকাশ কৰে, ১৯৮৫ চনত। ফলাফল ১-১ গোল। তেওঁ এ চি মিলানৰ পক্ষে চাৰিটা লীগ, তিনিবাৰ ইউৰোপীয়ান কাপ, দুবাৰ বিশ্ব ক্লাব খিতাপ জয় কৰে। ইটালি বনাম যুগোশ্লোভিয়া খেলখনৰ যোগেদি আন্তৰ্জাতিক আত্মপ্ৰকাশ ঘটে (৩১-৩-৮৬)। তেওঁ ১৯৯০ বিশ্বকাপত ইটালি দলত খেলি তৃতীয়স্থান পায়। ১৯৯৪ চনত ৰানাৰ্চ-আপ পাওঁতে তেওঁ বিশ্বকাপৰ অল-ষ্টাৰ দলতো নিৰ্বাচন পায়। এই গৰাকী ৫ ফুট ১১ ইঞ্চি ওখ আৰু ৭৭ কিলোগ্ৰাম ওজনৰ খেলুৱৈৰ অধিনায়কত্বত ইটালিয়ে ১৯৯৮ বিশ্বকাপ খেলোতে কোৱাৰ্টাৰ-ফাইনেলত উদ্যোক্তা ফ্ৰান্সৰ বিৰুদ্ধে ০-০ ভাৱে অন্ত পৰোতে টাই-ব্ৰেকাৰত ৪-৩ ব্যৱধানত পৰাভূত হয়। এয়া তেওঁৰ ৯০তম আন্তৰ্জাতিক।

**ইউৰো ২০০০ ফাইনেল ইটালি বঃ ফ্ৰান্স, পাউলো মালদিনিৰ ১১১ তম আন্তৰ্জাতিক।**

# জুৱান চিয়াফিনো




লেটিন আমেৰিকাৰ ক্ষুদ্ৰ দেশ উৰুগুৱে। এই ভূখণ্ডই একৰ পিচত অন্য এক বিজ্ঞ ক্ৰীড়াবিদৰ উপহাৰবে আন্তৰ্জাতিক ফুটবলমঞ্চত চাঞ্চল্য সৃষ্টি কৰি আহিছে। এই উৰুগুৱেৰ ক্ৰীড়া ঐতিহ্যত নিহিত থকা অভাৱনীয় সাফল্য ও অবিস্মৰণীয় কৃতিত্ব ৰাজিত মুগ্ধ হৈ ক্ৰীড়া বিশেষজ্ঞসকলে "Stream of footballer" আখ্যাৰে অঙ্কিত কৰিবলৈ দ্বিধাবোধ কৰা নাই। উক্ত মন্তব্য ফাঁকিৰ যথাৰ্থতা আছে কাৰণ জুৰান এস্পেলমো, চান্তামাৰিয়া, পেড্ৰো ৰোচাৰ দৰে জগত বিখ্যাত খেলুৱৈৰ জন্ম দিছে; কিন্তু এই সকলৰ অন্যতম-- জুৱান চিয়াফিনো। উৰুগুৱেৰ ইনচাইদ-লেফট পজিচনত তেওঁ যি ক্ৰীড়া ৰেঙণি এৰি থৈ গ'ল এনে দৃষ্টান্ত বিৰল। ফুটবল যাদুকৰ ষ্টেনলি মেথিউজৰ সময়তেই বিশ্বফুটবলত উত্তৰাধিকাৰী সূত্ৰে জুৱান চিয়াফিনোৰ আবিৰ্ভাৱ হয় আৰু তেওঁক সৰ্বকালৰ শ্ৰেষ্ঠসকলৰ তালিকাত সদায় সংযুক্ত ৰাখিব লাগিব।

উৰুগুৱেৰ দৰ্শনীয় ফৰোৱাৰ্ড জুৱান চিয়াফিনো এক ইটালিয় পৰিয়ালত জন্ম গ্ৰহণ কৰে-- ১৯২৫ চন। সম্পূৰ্ণ নাম জুৱান এলবাৰ্টো চিয়াফিনো। হয়তো ইটালিয়ান ফুটবল ঐতিহ্যৰ লগতে উৰুগুৱেৰ ফুটবল বলিয়া পৰিবেশৰ যুটীয়া সামঞ্জস্যই জুৱান চিয়াফিনোক বিশ্ববিখ্যাত তাৰকা ফুটবলাৰ হোৱাৰ পথ সুগম কৰি দিছিল। দলে সাধাৰণ খেল খেলি পিচপৰি থাকিলেও জুৱান চিয়াফিনোয়ে স্বকীয় বিস্ফোৰণৰ দ্বাৰা ৰণদেহী মূৰ্তি ধাৰণ কৰি দলীয় সংহতি ঘূৰাই আনোতে খেলপথাৰৰ চতুৰ্দ্দিশ যেন চিয়াফিনোময় হৈ পৰিছিল। যিটো গুণ বিশ্বৰ অতি কম সংখ্যক খেলুৱৈৰ মাজত পৰিলক্ষিত হয়।

এই গৰাকী চেন্টাৰ-ফৰোৱাৰ্ডে ১৮-বছৰ বয়সত পেনাৰোল ক্লাৱত যোগ দিয়ে। ক্ষীণকায় দেখনীয়াৰ চেহেৰাৰ খেলুৱৈজনে ক্ৰমে প্ৰতিষ্ঠা লভি বিপক্ষৰ বাবে সদায় শঙ্কাৰ কাৰণ হৈ পৰিছিল। ক্লাৱৰ হৈ প্ৰদৰ্শন কৰা প্ৰত্যয়মূলক খেলৰ জৰিয়তে ১৯৪৫ চনত উৰুগুৱে জাতীয় দলটো নিৰ্বাচন লাভ কৰে আৰু চিলিত অনুষ্ঠিত দক্ষিণ আমেৰিকা ফুটবল চেম্পিয়নচিপত উৰুগুৱেই চতুৰ্থস্থান পায়। এই টুৰ্নামেন্টত উৰুগুৱে দলে ভাল খেল প্ৰদৰ্শন কৰিব নোৱাৰিলেও তেওঁৰ ক্ৰীড়া কলা আশাপ্ৰদ আছিল। সেই বছৰতে পেনাৰোল ক্লাৱে প্ৰথম ডিভিজনৰ লীগ চেম্পিয়নচিপ অৰ্জন কৰোঁতে চিয়াফিনোয়ে ১৯ গোল কৰি যুগ্মভাৱে সৰ্বোচ্চ গোলদাতাৰ খ্যাতি অৰ্জন কৰে। পৰৱৰ্তী বছৰ সমূহতো তেওঁৰ অনবদ্য ক্ৰীড়াধাৰাৰ লগতে গোলৰ বন্যা



অব্যাহত থাকে যদিও পেনাৰোল দ্বিতীয় ডিভিজনলৈ নামে । ১৯৪৯ চনত পেনাৰোল ক্লাবৰ হৈ দ্বিতীয় ডিভিজনৰ লীগ চেম্পিয়নচিপ কঢ়িয়াই আনোতে তেওঁৰ ১৯ গোলৰ অৱদান ৰয় । পুনৰ প্ৰথম ডিভিজন ফুটবলত প্ৰৱেশ কৰি ১৯৫৩ আৰু ১৯৫৪ চনত লীগ খিতাপ জয় কৰে । ১৯৫৪ চনত পেনাৰোল ত্যাগ কৰা পৰ্যন্ত মুঠ ৮৮ গোলৰ কীৰ্তিমান এৰি থৈ যায় ।

চিয়াফিনোৰ ক্ৰীড়া জীৱনত ১৯৫০ চনটো সবাতোকৈ গৌৰৱোজ্বল মুহূৰ্ত কাৰণ জাতীয় দলত প্ৰদৰ্শন কৰা বীৰোচিত খেলে ফুটবলৰ বিশ্ব চেম্পিয়নচিপ কঢ়িয়াই আনিবলৈ সক্ষম হয় । দ্বিতীয় বিশ্বযুদ্ধৰ পিচত অনুষ্ঠিত প্ৰথম বিশ্বকাপ আসৰত উৰুগুৱে দলে উদ্যোক্তা ব্ৰাজিলক পৰাভূত কৰি বিশ্ব কাপ জয়ৰ যি গৌৰৱ অৰ্জন কৰিলে এনে উদাহৰণ বিশ্বফুটবলত এয়ে প্ৰথম আৰু ফুটবল বুৰঞ্জীৰ এক চাঞ্চল্যকৰ ঘটনা । এই ঐতিহাসিক সাফল্যই দুবাৰ বিশ্বকাপ বিজয়ী ইটালিৰ সৈতে উৰুগুৱেৰ নামটোও সমুজ্জ্বলান কৰে । এই বিশ্বকাপ আসৰৰ ৪ নং গ্ৰুপত কেৱল উৰুগুৱে আৰু বলিভিয়া আছিল । বলিভিয়াক ৮-০ ব্যৱধানত নাস্তানাবুদ কৰোঁতে তেওঁ ৪ গোল কৰে । ফাইনেল ৰাউণ্ডত উৰুগুৱে, স্পেইন; চুইডেন আৰু ব্ৰাজিল; এই চাৰি দলৰ মাজত লীগ পৰ্যায়ত খেল অনুষ্ঠিত হয় । উৰুগুৱে আৰু স্পেইনৰ খেলখন ২-২ গোলত অমীমাংসীত থাকে; কিন্তু চুইডেনৰ বিৰুদ্ধে ৩-২ গোলত জয়ী হয় । আনহাতেদি দুৰ্দ্ধৰ্ষ ব্ৰাজিলে চুইডেন (৭-১) আৰু স্পেইন (৬-১)ক ব্যাপক ব্যৱধানত পৰাভূত কৰি সম্পূৰ্ণ ৪ পইন্ট লাভ কৰোঁতে উৰুগুৱেৰ মাত্ৰ ৩ পইন্ট । উৰুগুৱে দলে ব্ৰাজিলৰ বিৰুদ্ধে ড্ৰ খেলিলেও বিশ্বকাপ জয় কৰিব নোৱাৰে । গতিকে যিকোনো প্ৰকাৰে পৰাভূত কৰিব পাৰিলেহে বিশ্ব চেম্পিয়ন হোৱাৰ সম্ভাৱনা । ৰিও-দি-জেনিৰোৰ মাৰাকানা ষ্টেডিয়ামত অনুষ্ঠিত ফাইনেল ৰাউণ্ডৰ চূড়ান্ত খেলখনত দুই লাখ দৰ্শকৰ সমাবেশ । এয়া উৰুগুৱেৰ বাবে আছিল এক অগ্নি পৰীক্ষা কাৰণ গৃহ দলৰ উদ্দম ও উত্তাৱল সমৰ্থনৰ বিৰুদ্ধে খেলপথাৰত অৱতীৰ্ণ হোৱা কম দুঃসাধ্য কাৰ্য নহয় ! সকলো ক্ৰীড়া মোদীৰে দৃঢ় বিশ্বাস উদ্যোক্তা ব্ৰাজিলে এইবাৰ বিশ্বকাপ জয় কৰিব; কিন্তু উৰুগুৱেৰ অনবদ্য ক্ৰীড়াধাৰাই ব্ৰাজিলিয়ানসকলৰ মধুৰ সপোন দিঠকত পৰিণত কৰে । উৰুগুৱেৰ সাফল্যত কেন্দ্ৰ মগজু-- জুৱান চিয়াফিনো । এই ঐতিহাসিক খেলত দ্বিতীয়াৰ্দ্ধৰ দুই মিনিটতে ব্ৰাজিলে গোল কৰি ষ্টেডিয়ামত আনন্দৰ জোৱাৰ তুলে; কিন্তু উৰুগুৱে দলৰ প্ৰতি আক্ৰমণ অব্যাহত থাকোতে কুৰি মিনিটৰ পিচতে

২৪-বছৰ বয়স্ক ইনচাইদ-লেফট্ জুৱান চিয়াফিনোৰ স্কৰে সেই আনন্দত চেঁচা পানী ঢালে। খেল অগ্ৰসৰ হৈ থাকোতে ৭৯ মিনিটত উৰুগুৱেৰ ৰাইট-আউট ঘিঘিয়াই জয়সূচক গোল কৰে। উৰুগুৱেৰ হাতত উদ্যোক্তা ব্ৰাজিল ২-১ গোলত পৰাভূত হওঁতে জুৱান চিয়াফিনোৰ সমতা স্থাপন আৰু ধৈৰ্যধৰ খেলে এই ঐতিহাসিক বিজয় কঢ়িয়াই আনিবলৈ সক্ষম হয়। সমগ্ৰ খেলপথাৰত কেৱল চিয়াফিনোক দেখা গৈছিল। জীৱন পণ সংগ্ৰাম চলাই বিশ্বকাপ জয়ৰ লগতে জাতীয় গৌৰৱৰ অধিকাৰী হয়। দক্ষিণ আমেৰিকাৰ অনামী খেলুৱৈ খেলপথাৰৰ হিৰো হৈ পৰে অৰ্থাৎ ১৯৫০ বিশ্বকাপৰ চুপাৰষ্টাৰ। তেওঁ মুঠ ৫ গোল কৰি সৰ্বোচ্চ গোলদাতাৰ তালিকাত দ্বিতীয়স্থান পায়।

১৯৫০ বিশ্বকাপ ফাইনেলৰ পিচতে বিশ্ব বিখ্যাত হৈ পৰা জুৱান চিয়াফিনোয়ে পৰৱৰ্তী বছৰসমূহত সিমান উল্লেখযোগ্য নাছিল যদিও দুবাৰ (১৯৫৩ আৰু ১৯৫৪) লীগ চেম্পিয়নচিপ জয় কৰে। কিন্তু ১৯৫৪ বিশ্বকাপত চিয়াফিনোয়ে নিজকে অধিক সুপ্ৰতিস্থিত খেলুৱৈৰূপে প্ৰতিপন্ন কৰি সমগ্ৰ বিশ্বতে স্বকীয় খ্যাতি বিয়পায় দিওঁতে দুৰ্দ্ধৰ্ষ খেল প্ৰদৰ্শন কৰে। ইয়াৰ অন্তৰ্গত চেকোশ্লোভাকিয়া আৰু ইংলেণ্ডৰ বিৰুদ্ধে যি ক্ৰীড়া বৰঙণি এৰি থৈ গ'ল ই সৰ্চাকৈয়ে স্মৰণীয়। চেক দলক ২-০ গোলত পৰাভূত কৰোঁতে তেওঁ ১ গোল কৰে। স্কটলেণ্ডৰ বিৰুদ্ধে টনি ডোহাৰ্টিৰ দ্বাৰা পহৰাগ্ৰস্ত হয় যদিও মিড-ফিল্ডত স্বকীয় ক্ৰীড়া চাতুৰ্য অব্যাহত ৰাখি দলক ৭-০ গোলৰ ব্যাপক ব্যৱধানত জয়ী হোৱাত সহায় কৰে। এই খেলৰ পিচতে ডোহাৰ্টিয়ে তেওঁৰ সন্দৰ্ভত মন্তব্য, "মোৰ ধাৰণা ফেৰেঙ্ক পুচকাচতকৈ চিয়াফিনো উচ্চমানৰ খেলুৱৈ।" কোৱাৰ্টাৰ-ফাইনেল উৰুগুৱে বনাম ইংলেণ্ড। সেইসময়ত ইংলেণ্ড দল বিখ্যাত ষ্টেনলি মেথিউজ, বিলি ৰাইট, লফট্হাউচ আৰু টম ফিনি আদি বিশ্ব বিখ্যাত খেলুৱৈৰে পুষ্ট। এইখন খেলত উৰুগুৱে ৪-২ গোলত জয়ী হোৱাৰ মূলতঃ চিয়াফিনোৰ অনবদ্য ক্ৰীড়াধাৰাৰ লগতে ১ গোল। চেমি-ফাইনেলত উৰুগুৱে দলে "মেজিক মেগয়াৰ্চ" নামেৰে খ্যাত হাঙ্গেৰিৰ সন্মুখীন হয়। এই খেলখনৰ অগ্ৰগতি এনে ধৰণৰ-- খেল অন্ত পৰাৰ ১৫ মিনিট পূৰ্বলৈকে উৰুগুৱে ০-২ ব্যৱধানত পিচপৰি আছিল ইতিমধ্যে তেওঁ মাজপথাৰৰ পৰা বল নি হোবাৰ্গলৈ লং-পাচ্ দিয়ে আৰু গোল হয়। খেল অন্ত পৰিবলৈ দুইমিনিট থাকোতে তেওঁ গোললৈ চট্ লয় কিন্তু বলটো পুনৰ তেৱে পায় আৰু সেই বল হোবাৰ্গক দিয়াত গোল হৈ খেল ২-২ ভাৱে অন্ত পৰে। কিন্তু অতিৰিক্ত সময়ত হাঙ্গেৰিয়ে ২ গোল কৰি জয়ী হয়। যি কি নহওঁক এই খেলখন বিশ্বকাপ ইতিহাসৰ শ্ৰেষ্ঠ মেচৰূপে পৰিগণিত হয়। খেলখন টেক্নিক্, টেক্টিচ্ ও স্কিলৰ দিশৰ পৰা উচ্চ মানদণ্ডৰ হোৱাৰ উপৰি শ্বাসৰুদ্ধ উত্তেজনা বিৰাজমান আছিল। খেলৰ অন্তত হাঙ্গেৰিৰ সহকাৰী প্ৰশিক্ষক গুয়ালা মণ্ডিৰ মন্তব্য, "আমি এতিয়ালৈকে যিমান দলৰ সৈতে খেলিছো তাৰ ভিতৰত শ্ৰেষ্ঠ এই উৰুগুৱে, আজি তেওঁলোককেই পৰাভূত কৰিলো।" তৃতীয়স্থান নিৰ্ণায়কৰ খেল জুৰিকত অনুষ্ঠিত

হয় আৰু অষ্ট্ৰিয়াৰ হাতত ১-৩ ব্যৱধানত পৰাভূত হৈ চতুৰ্থস্থান পায়। এই খেলখন জুৱান চিয়াফিনোৰ ২২তম তথা উৰুগুৱেৰ পক্ষে শেষ আন্তৰ্জাতিক। কাৰণ ইয়াৰ পিচতে তেওঁ ইউৰোপীয় পেছাদাৰ ফুটবললৈ ধাপলি মেলোতে £৭২,০০০ পাউণ্ড ষ্টাৰ্লিঙৰ এক ৰেকৰ্ড পৰিমাণ অৰ্থৰ বিনিময়ত ইটালিৰ এ.চি. মিলান ক্লাবত যোগ দিয়ে। ইয়াৰ দ্বাৰা চিয়াফিনো বিশ্বৰ দামী ফুটবলাৰৰূপে পৰিগণিত হয়। এ.চি. মিলানে ১৯৫৪-৫৫ লীগ চেম্পিয়নচিপ অৰ্জন কৰোঁতে তেওঁ ১৫ গোল কৰে। ইয়াৰ পিচত ১৯৫৬-৫৭ আৰু ১৯৫৮-৫৯টো লীগ খিতাপ অক্ষুন্ন ৰাখে। উপৰি ১৯৫৮ ইউৰোপীয়ান চেম্পিয়ন ক্লাবচ' কাপ ফাইনেলত ৰিয়েল মাদ্ৰিদৰ হাতত ২-৩ গোলত পৰাভূত হয় যদিও চিয়াফিনোয়ে ১ গোল কৰে। ইয়াত খেলাকালীন ইটালিয় জন্ম সূত্ৰে চিয়াফিনোয়ে ইটালিৰ পক্ষে ৪ খন আন্তৰ্জাতিক খেলে। ১৯৬০ চনত প্ৰথম ডিভিজন এ.চি.ৰোমা দলত যোগদান কৰে। জুৱান চিয়াফিনোয়ে এই দলত দুবছৰ অতিবাহিত কৰি ১৯৬২ চনত ৩৭-বছৰ বয়সত ফুটবলৰ পৰা অৱসৰ লয়।





*ৰোবেন চুচা*



*লাডিশ্লাও মাজুৰকিউইজ*

# চান্তামাৰিয়া



১৯৫০ৰ বিশ্বকাপ জয় কৰাৰ পিচতে উৰুগুৱে দলৰ মাচিয়াচ গঞ্জালেজৰ স্থানত নিয়মিত চেন্টাৰ-হাফ্‌ৰূপে শোভাবৰ্দ্ধন কৰা খেলুৱৈ গৰাকী হ'ল--- চান্তামাৰিয়া। এই গৰাকী দৰ্শনীয় চেহেৰাৰ অতি প্ৰতিভাসম্পন্ন ও কলা কৌশলত চহকী ফুটবল কুশলীয়ে ১৯৫৭ চনত উৰুগুৱেৰ নাচিওনেল ক্লাবৰ পৰা স্পেইনৰ ৰিয়েল মাদ্ৰিদত যোগদান কৰি ইউৰোপীয় ফুটবলত বলিষ্ঠ ফুটবলৰ ৰেণুণি এৰি বিশ্বফুটবলৰ চকুত পৰা তাৰকাত পৰিণত হয় .

চান্তামাৰিয়া ১৯২৯ চনত জন্ম গ্ৰহণ কৰে। নাচিওনেল দলত ফুটবলৰ পাতনি মেলি ১৯৫০, ১৯৫২, ১৯৫৫ আৰু ১৯৫৬ চনত লীগ খিতাপ জয় কৰাত অৰিহণা যোগায়। ইয়াৰ অন্তৰ্গত ১৯৫৪ বিশ্বকাপত চেন্টাৰ-হাফ্ পজিচনত বলিষ্ঠ ফুটবল প্ৰদৰ্শন কৰোঁতে চেমি-ফাইনেলত হাঙ্গেৰিৰ হাতত অতিৰিক্ত সময়ৰ অন্তত ২-৪ ব্যৱধানত পৰাভূত হয়। ইয়াৰ পিচতে তৃতীয়স্থান নিৰ্ণায়ক খেলত উৰুগুৱে দলে অষ্ট্ৰিয়াৰ হাতত ১-৩ গোলত পৰাজয় বৰণ কৰে। ইয়াৰ পিচতে দুবছৰ নাচিওনেল দলত খেলি ৰিয়েল মাদ্ৰিদত চুক্তিবদ্ধ হয়। ৰিয়েল মাদ্ৰিদত নিয়মিত অংশ লৈ ১৯৫৮, ১৯৫৯ আৰু ১৯৬০ ইউৰোপীয়ান-চেম্পিয়ন ক্লাবচ' কাপ বিজয়ত বিশেষ ক্ৰীড়া বৰঙণি যোগায়। এইখিনিতে উল্লেখ্য তেওঁ উৰুগুৱেৰ পক্ষে ৪২ আৰু স্পেইনৰ পক্ষে ১৮ খন; সৰ্বমুঠ ৬০ খন আন্তৰ্জাতিক খেলাৰ গৌৰৱ অৰ্জন কৰে। চান্তামাৰিয়াই ৰিয়েল মাদ্ৰিদত খেলি থাকোতেই ১৯৬৬ চনত ফুটবলৰ পৰা অৱসৰ লয়।

# পেদ্ৰো ৰোচা

উৰুগুৱেৰ নামী ফুটবলাৰ পেদ্ৰো ৰোচা ১৯৪২ চনৰ ৩ ডিচেম্বৰত চাণ্টোৰ এক দৰিদ্ৰ পৰিয়ালত ভূমিষ্ঠ হয়। পেনাৰোল ক্লাবৰ এই প্ৰখৰ বুদ্ধি সম্পন্ন ইনচাইদ-ফৰোবাৰ্ডে ১৯৬১, ১৯৬২, ১৯৬৪, ১৯৬৫, ১৯৬৭, ১৯৬৮ লীগ খিতাপ জয় কৰোঁতে দলৰ হৈ তেওঁৰ ভূমিকা গুৰুত্বপূৰ্ণ। উৰুগুৱেৰ পক্ষে ১৯৬২, ১৯৬৬, ১৯৭০ আৰু ১৯৭৪ বিশ্বকাপত অংশ গ্ৰহণ কৰে। ইয়াৰ অন্তৰ্গত ১৯৭০ চনৰ বিশ্বকাপত দলৰ অধিনায়ক আছিল কিন্তু প্ৰথমখন খেলতে গুৰুত্বৰ আঘাত পাই বাকী খেলসমূহত অংশ লব নোৱাৰিলে। ১৯৭০ বিশ্বকাপৰ পিচতে তেওঁ ব্ৰাজিলৰ চাওপলো ক্লাবত যোগদান কৰে। পেদ্ৰো ৰোচাই উৰুগুৱেৰ পক্ষে মুঠ ৭৫ খন আন্তৰ্জাতিকত অংশ লয়।

# লাডিশ্লাও মাজুৰকিউইজ

মাজুৰকিউইজৰ জন্ম ১৯৪৫ চনত। ফুটবলৰ পাতনি ৰেচিং ক্লাবত অবশ্যে পিচত পেনাৰোল দললৈ যায়। পেনাৰোলৰ পক্ষে ১৯৬৪, ১৯৬৫, ১৯৬৭ আৰু ১৯৬৮ চনত লীগ জয় কৰাৰ উপৰি প্ৰথম শ্ৰেণী ফুটবলত উপৰ্যুপৰি ১১ খন খেলত ৯৮৫ মিনিট গোল নোখোৱাৰ কীৰ্তিমান প্ৰতিষ্ঠা কৰে। উপৰি জাতীয় দলৰ পক্ষে একেৰাহে ৭১৩ মিনিট (৮খন আন্তৰ্জাতিক) এনে ধৰণৰ অপৰাজেয় কৃতিত্ব ৰচনা কৰি বিশ্বৰ চকুতপৰা গোলৰক্ষকৰূপে পৰিগণিত হয়। বিশেষকৈ ১৯৬৭ দক্ষিণ আমেৰিকা ফুটবল চেম্পিয়নচিপ (কোপা আমেৰিকা)ত উৰুগুৱে দলে চূড়ান্ত বিজয়ীৰ সন্মান অৰ্জন কৰোঁতে তেওঁৰ অগ্ৰগণী ভূমিকা ৰয়। উপৰি ১৯৭০ বিশ্বকাপতো তেওঁৰ বলিষ্ঠ ক্ৰীড়াৰাজিয়ে দক্ষিণ আমেৰিকাত তেওঁ যে অপ্ৰতিদ্বন্দ্বী সেই সন্দৰ্ভত সন্দেহৰ স্থল নেথাকিল। ১৯৭০ বিশ্বকাপত উৰুগুৱে দলে চতুৰ্থ স্থান দখল কৰে। বিশ্বকাপৰ পিচতে তেওঁ ব্ৰাজিলৰ এটলেটিকো মিনেৰোত যোগদান কৰে। মাজুৰকিউইজে উৰুগুৱেৰ পক্ষে মুঠ ৪৪ খন আন্তৰ্জাতিকত অংশ লয়।

# ৰোবেন চুচা

১৯৮৯ চনত দক্ষিণ আমেৰিকা ফুটবল চেম্পিয়নচিপত উৰুগুৱে দলে ৰানাৰ্চ-আপ খিতাপ জয় কৰিলেও দলৰ তীব্ৰ গতি সম্পন্ন বাঁও-ভৰিৰ ফৰোৱাৰ্ড ৰোবেন চুচাই শ্ৰেষ্ঠ খেলুৱৈৰ সন্মান অৰ্জন কৰে। ৰোবেন চুচাই ১৯৬৬ চনত জন্ম গ্ৰহণ কৰে। মাত্ৰ ১৮ বছৰ বয়সত মন্টিভিডিওৰ দানুবিও ক্লাবত প্ৰথম শ্ৰেণী ফুটবলৰ পাতনি মেলে আৰু চাৰি বছৰৰ পিছত (১৯৮৮) আন্তৰ্জাতিক আত্মপ্ৰকাশ ঘটে। ১৯৮৬ চনত ইটালিয়ান প্ৰথম ডিভিজন লেজিঅ' ক্লাবত যোগদান কৰে। ইয়াত কেইবছৰমান খেলি ইণ্টাৰ-মিলানলৈ যায়। ইণ্টাৰ মিলানৰ ১৯৯৪ চনত ইউফা কাপ বিজয়ত তেওঁৰ ভূমিকা মনকৰিবলগীয়া।

# এঞ্জো ফ্ৰান্সেচকোলি

ফুটবল শিল্পীৰ উৰ্বৰভূমি উৰুগুৱেত অভ্যুদয় হোৱা আক্ৰমণবিভাগৰ ফুটবলাৰ এঞ্জো ফ্ৰান্সেচকোলি। তেওঁ সগৌৰৱে উৰুগুৱেৰ ১০ নং জাৰ্চি পৰিধান কৰি ১৯৮৩ আৰু ১৯৮৭ চনত উৰুগুৱেৰ পক্ষে দক্ষিণ আমেৰিকা ফুটবল চেম্পিয়নচিপ জয়ী হোৱাত অৰিহণাৰ যোগান ধৰিছিল। বিশেষকৈ ১৯৮৪ চনত "দক্ষিণ আমেৰিকাৰ ফুটবলাৰ অৱ দি ইয়েৰ" দুৰ্লভ সন্মানৰ অধিকাৰী হয়। শৰীৰৰ উচ্চতা ৫ ফুট ১১ ইঞ্চি আৰু ওজন ৬৭ কিলোগ্ৰাম এই ফুটবলাৰৰ উপনাম "দি প্ৰিন্স"।



এঞ্জো ফ্ৰান্সেচকোলি ১৯৬২ চনৰ ১২ জুনত জন্ম গ্ৰহণ কৰে। ১৯৮৩ চনত উৰুগুৱেৰ ৱাণ্ডাৰাৰ্চ ক্লাবৰ পৰা আৰ্জেণ্টিনাৰ ৰিভাৰ প্লেট ক্লাবে $৪,০০,০০০ ডলাৰৰ বিনিময়ত চুক্তিবদ্ধ কৰোৱাই। পৰৱৰ্তী বছৰতে লীগত ২৪ গোলৰে সৰ্বোচ্চ গোলদাতাৰ সন্মান অৰ্জন কৰে উপৰি ৰিভাৰ প্লেটৰ পক্ষে ১৯৮৬ চনত দক্ষিণ আমেৰিকা চেম্পিয়ন ক্লাব কাপ (লিবাৰটাদোৰেচ কাপ) জয় উল্লেখনীয়। ১৯৮৬ বিশ্বকাপৰ পূৰ্বে ইটালিৰ লিচি ক্লাবে আগবঢ়োৱা $২.৫ মিলিয়ন ডলাৰ ৰিভাৰ প্লেট দলে অগ্ৰাহ্য কৰে আৰু বিশ্বকাপৰ পিচতে ফ্ৰান্সৰ প্ৰথম ডিভিজন ৰেচিং পেৰিছত চুক্তিবদ্ধ হয়। ইয়াৰ অন্তৰ্গত $৩.৬ মিলিয়ন ডলাৰৰ বিনিময় হয়। ৰেচিং পেৰিছত তিনিবছৰ অতিবাহিত কৰি ১৯৮৯ চনত অলিম্পিক মাৰ্চেই দলৰ্লৈ ট্ৰেন্সফাৰ লয় আৰু ১৯৯০ বিশ্বকাপতে ইটালিৰ কাগলিয়াৰি দলত সাক্ষৰ দান কৰে।

১৯৯৫ চনৰ কোপা আমেৰিকা ফুটবল আসৰৰ উদ্যোক্তা উৰুগুৱে। উৰুগুৱে দলে এনজো ফ্ৰান্সেচকোলিৰ অধিনায়কত্বত কোপা আমেৰিকা জয় কৰোঁতে ফাইনেলত বিশ্ব চেম্পিয়ন ব্ৰাজিলক টাই-ব্ৰেকাৰৰ জৰিয়তে ৫-৩ গোলত পৰাভূত কৰে। নিৰ্দ্ধাৰিত ৯০ মিনিটত খেল ১-১ গোলত অমীমাংসীত আছিল। এয়া এঞ্জো ফ্ৰান্সেচকোলিৰ ফুটবল জীৱনৰ সবাতোকৈ ডাঙৰ সাফল্য। ১৯৯৬-৯৭ মৰছুমত ৰিভাৰ প্লেট দলে আৰ্জেণ্টিনাৰ প্ৰথম ডিভিজন লীগ খিতাপ জয় কৰোঁতে এঞ্জো ফ্ৰান্সেচকোলিৰ ক্ৰীড়া পাৰদৰ্শিতা মনকৰিবলগীয়া। এই সাফল্যৰ পিচতে বুয়েনচ আয়াৰ্চত ১৯৯৮ চনৰ ১৮ ফেব্ৰুৱাৰীত এঞ্জো ফ্ৰান্সেচকোলিয়ে ফুটবলৰ পৰা অৱসৰ ঘোষণা কৰে। □□

# হেলমুট ৰান



পঞ্চাশ দশকত হাঙ্গেৰি মানে ফুটবল আৰু ফুটবল মানেই হাঙ্গেৰি। সেই সময়ত হাঙ্গেৰিয়ে "মেজিক মেগয়াৰ্চ" নামেৰে বিশ্ব ক্ৰীড়ামঞ্চত খলকনিৰ সৃষ্টি কৰিছিল। বিশ্বৰ শক্তিশালী দলসমূহ হঙ্গেৰিয়ান দুৰ্দ্ধৰ্ষতা আৰু তীক্ষ্ণতাৰ আগত তিষ্ঠিব পৰা নাছিল। বিশ্বফুটবলমঞ্চত একেৰাহে চাৰিবছৰ অপৰাজেয় সচাঁকৈয়ে কম গৌৰৱৰ কথা নহয়! পঞ্চম বিশ্বকাপ আসৰত এই দলে বিশ্ব চেম্পিয়নচিপ্ অক্ষুন্ন ৰাখিব বুলি বিশেষজ্ঞমহলৰ দৃঢ় বিশ্বাস। অৱশেষত তেওঁলোকৰ ভৱিষ্যতবাণী অশুদ্ধ নহ'ল-- হাঙ্গেৰি ফাইনেলত উপনীত। প্ৰতিপক্ষত থিয় দিলে পশ্চিম জাৰ্মেনি। এইখিনিতে উল্লেখ্য গ্ৰুপ লীগৰ খেলত হাঙ্গেৰিয়ে পশ্চিম জাৰ্মেনিক ৮-৩ গোলৰ ব্যাপক ব্যৱধানত পৰাভূত কৰি নিজকে ভাবী চেম্পিয়নৰূপে ব্যক্ত কৰিছিল; কিন্তু ৯ নিযুত হাঙ্গেৰিয়ানৰ বিশ্ব চেম্পিয়ন্ হোৱাৰ আশা ধূলিসাৎ কৰিলে জাৰ্মান দলৰ ৰাইট-আউট হেলমুট ৰানে। এই ঐতিহাসিক ফাইনেলত অপৰাজিত হাঙ্গেৰিয়ান দলক পৰাভূত কৰি বিশ্বক্ৰীড়ামঞ্চত চাকনৈয়াৰ সৃষ্টি কৰাৰ লগতে পশ্চিম জাৰ্মেনিক বিশ্বফুটবল মঞ্চত এক বিশেষৰূপে উপস্থাপন কৰিলে। হান্স শেফাৰৰ পৰা পোৱা এটা পাচ্‌ৰ সহায়ত সন্মুখত দুৰ্জন ডিফেণ্ডাৰ থকা সত্বেও বাঁও-ভৰিৰ তীব্ৰ চট্‌ৰ দ্বাৰা গোলৰক্ষক গ্ৰচিকচক পৰাভূত কৰে। পশ্চিম জাৰ্মেনিৰ ফুটবল ইতিহাসত হেলমুট ৰান এক চিৰঅমৰ ক্ৰীড়া চৰিত্ৰ হৈ ৰ'ল। তেওঁলোকৰ এই বিজয়ে জাৰ্মান ফুটবলক এক নতুন ৰূপ দিলে।

হেলমুট ৰান ১৯২৯ চনত জন্ম গ্ৰহণ কৰে। মাত্ৰ ১৭-বছৰ বয়সৰ পৰা ৰট উইচ ইচেন দলত প্ৰথম শ্ৰেণীৰ ফুটবল আৰম্ভ কৰে। এই দলত ১৯৫৮ লৈকে খেলি এফ. চি. কলোনত যোগদান কৰে। ১৯৬০ চনত হলেণ্ডৰ এচ. ভি. ইউশেদ দললৈ আহি ইয়াত তিনিবছৰ খেলে আৰু ১৯৬৩ চনত পশ্চিম জাৰ্মেনিলৈ প্ৰত্যাৱৰ্ত্তন কৰি ডৰ্টমুণ্ডৰ মেডৰিক এচ ভি-ৰ সৈতে চুক্তিবদ্ধ হয় কিন্তু আঠুত আঘাত পোৱা হেতু এই চুক্তি বাতিল হয়।

১৯৫৪ বিশ্বকাপৰ ফাইনেলত পশ্চিম জাৰ্মেনি প্ৰথম আঠমিনিটতে ০-২ গোলত পিচপৰি যায়। কিন্তু যোল্ল মিনিট অতিক্ৰম কৰোঁতে পৰিস্থিতি ২-২ কৰে। ইয়াৰ অন্তৰ্গত দ্বিতীয় গোলটো উপৰ্যুপৰি তিনিটা কৰ্নাৰ-কিক্‌ৰ তৃতীয়টোত গোল হয়। অধিনায়ক ফ্ৰিটজ ৱাল্টাৰৰ কিক্ ওটমাৰ ৱাল্টাৰে হেড্ কৰিব নোৱাৰিলে আনকি

হাঙ্গেৰিৰ গোলৰক্ষকেও আয়ত্তত আনিব নোৱাৰাত ইতিমধ্যে হেলমুট ৰানে পায় আৰু তীব্ৰ চট্‌ৰে স্কৰ কৰে। বিৰতিত খেল ২-২ ব্যৱধানতে ৰয়। দ্বিতীয়াৰ্দ্ধ অন্ত পৰিবলৈ সাত মিনিট থাকোতে হান্স শেফাৰৰ এটা বল ওটমাৰ ৱাল্টাৰ মূৰত লাগি হেলমুট ৰানে পায় আৰু সম্মুখত দুজন ডিফেণ্ডাৰ থকা সত্বেও পোন্ধৰ গজ দূৰৰ পৰা বাঁও-ভৰিৰ তীব্ৰ চট্‌ৰে স্কৰ কৰে। ইয়াৰ লগে লগে বিশ্বফুটবলত নতুন চেম্পিয়নৰ অভ্যুদয় হয়-- পশ্চিম জাৰ্মেনি। পিচদিনা সংবাদ পত্ৰৰ শিৰোনামাত হেলমুট ৰান "হিৰো অব বাৰ্ণ" নামেৰে খোদিত হয়। এই বিশ্বকাপত তেওঁ ৪ গোল কৰে।

১৯৫৮ বিশ্বকাপৰ বাবে পশ্চিম জাৰ্মেনিৰ যি দল গঠন কৰা হৈছিল কিছুমান অশুভ ঘটনাৰ হেতু ১৯৫৪ বিশ্বকাপ বিজয়ী দলৰ ছয়জন খেলুৱৈ বাদ পৰে। নিৰ্বাচনত কেৱল ফ্ৰিটজ ৱাল্টাৰ, শেফাৰ আৰু ৰানে স্থান পায়। পশ্চিম জাৰ্মেনিয়ে চেমি-ফাইনেলত উদ্যোক্তা চুইডেনৰ হাতত ৩-১ ব্যৱধানত পৰাভূত হয় অৱশ্যে ভুল ৰেফ্‌ৰিঙৰ উপৰি চুইডিচ দলে মাৰাত্মক ফাউল কৰে। তৃতীয়স্থান নিৰ্ণায়কৰ খেলত শক্তিশালী ফ্ৰান্সৰ হাতত পশ্চিম জাৰ্মেনি ৬-৩ ব্যৱধানত পৰাভূত হয় আৰু চতুৰ্থস্থান পায়। হেলমুট ৰানে সমগ্ৰ প্ৰতিযোগিতাত অনবদ্য ক্ৰীড়া চাতুৰ্য প্ৰদৰ্শন কৰি মুঠ ৬ গোল কৰোঁতে পেলেৰ সৈতে যুগ্মভাৱে সৰ্বোচ্চ গোলদাতাৰ তালিকাত দ্বিতীয়স্থান পায় আৰু বিশ্বকাপৰ "বেষ্ট উইঙ্গাৰ" ৰূপে নিৰ্বাচিত হয়। ১৯৬৫ চনত ফুটবলৰ পৰা অৱসৰ লোৱা হেলমুট ৰানে পশ্চিম জাৰ্মেনিৰ পক্ষে মুঠ ৪০ খন আন্তৰ্জাতিকত ২১ গোলৰ কৃতিত্ব এৰি থৈ গৈছে।





# ফ্রিটজ ৱাল্টাৰ



দ্বিতীয় বিশ্বযুদ্ধকালৰ পেৰাট্ৰোপাৰ ফ্রিটজ ৱাল্টাৰ ১৯৫৪ বিশ্বকাপত পশ্চিম জাৰ্মেনিৰ অধিনায়ক আছিল। ফাইনেলত পশ্চিম জাৰ্মেনিয়ে ফুটবল চহকী হাঙ্গেৰিক পৰাভূত কৰি বিশ্বকাপ জয় কৰোঁতে ফ্রিটজ ৱাল্টাৰ প্ৰতিযোগিতাৰ চুপাৰষ্টাৰত পৰিণত হয়।

ফ্রিটজ ৱাল্টাৰৰ জন্ম ১৯২০ চনত। কাইজাৰ্চলটাৰ্ন ক্লাৱত ফুটবলৰ পাতনি মেলিছিল। অৱশ্যে তেওঁ কেৱল এই দলতে কটায়। ১৯৪০ চনৰ ১৪ জুলাইত জাৰ্মেনি বনাম ৰুমানিয়া খেলখনৰ জৰিয়তে আন্তৰ্জাতিক আত্মপ্ৰকাশ ঘটে আৰু ফ্ৰেঙ্ক-ফোৰ্টত অনুষ্ঠিত এই খেলখনত ৯-২ গোলত জয়ী হয় তথা লেফট-ইন ফ্রিটজ ৱাল্টাৰে ২ গোল কৰে। ইতিমধ্যে মহাযুদ্ধৰ সূচনাই তেওঁ জাৰ্মান পেৰাট্ৰোপাৰ বাহিনীত যোগদান কৰে। যুদ্ধৰ অন্তত পুনৰ পুৰণি দল বাইজাৰ্চলটাৰ্নত ফুটবলৰ দ্বিতীয় অধ্যায়ৰ পাতনি মেলে। এইখিনিতে উল্লেখ্য তেওঁৰ ভাতৃ ওটমাৰ ৱাল্টাৰো এই দলতে খেলিছিল। ১৯৫১ আৰু ১৯৫৩ চনত কাইজাৰ্চলটাৰ্ন দলে লীগ জয় কৰে। এই সাফল্যাই তেওঁক জাতীয় দলৰ চেণ্টাৰ-ফৰোৱাৰ্ডৰূপে মকৰল কৰে আৰু ১৯৫৪ বিশ্বকাপত তেওঁক অধিনায়কৰ দায়িত্বও দিয়ে। এই পৰিশ্ৰমী খেলুৱৈ গৰাকীৰ অক্লান্ত পৰিশ্ৰম স্কিম আৰু বুদ্ধিদীপ্ত খেলে পশ্চিম জাৰ্মেনিক বিশ্বফুটবল দৰবাৰত প্ৰতিষ্ঠিত কৰোঁতে আসৰৰ চুপাৰষ্টাৰত পৰিণত হয়। বিশ্বকাপৰ অল-ষ্টাৰ দলত পশ্চিম জাৰ্মেনিৰ তিনিজনে স্থান পায়— ৱানাৰ লাইব্ৰিচ, হেলমুট ৰান আৰু ফ্রিটজ ৱাল্টাৰ। চাৰিবছৰৰ পিছতো ফ্রিটজ ৱাল্টাৰক পুনৰ ফৰ্মত দেখা যায় কিন্তু চেমি-ফাইনেলত উদ্যোক্তা চুইডেনৰ মুখামুখি হওঁতে প্ৰতিপক্ষৰ ডিফেণ্ডাৰ পাৰলিঙৰ মাৰাত্মক ফাউলে তেওঁক নিষ্ক্ৰিয় কৰে। এই খেলখনত পশ্চিম জাৰ্মেনি ১-৩ ব্যৱধানত পৰাভূত হয়। এই আঘাতে তেওঁক তৃতীয়স্থান নিৰ্ণায়ক খেলত অংশ লোৱাৰ পৰা বিৰত ৰাখে। ফ্রিটজ ৱাল্টাৰ বিহীন পশ্চিম জাৰ্মেনি দলে ফ্ৰান্সৰ হাতত ৩-৬ গোলত পৰাভূত হৈ চতুৰ্থস্থান পায়। বিশ্বকাপৰ পিচত ফ্রিটজ ৱাল্টাৰক জাতীয় দলত দেখা নগ'ল। তেওঁ মুঠ ৬১ খন আন্তৰ্জাতিকত ৩৩ গোলৰ কৃতিত্ব এৰি থৈ যায়।

# উয়ে চিলাৰ

পশ্চিম জাৰ্মেনিৰ ফুটবলত উয়ে চিলাৰ এটি চিৰ সেউজীয়া ক্ৰীড়া চৰিত্ৰ আৰু সেইবাবেই চিলাৰে অৱসৰ লোৱাৰ লগে লগে জাৰ্মান ফুটবলত তেওঁ এৰি থৈ যোৱা শূন্য স্থানৰ উত্তৰাধিকাৰী কোন হ'ব এই বিষয়টো লৈ বাক-বিতণ্ডাৰ যি জোৱাৰ উঠিছিল সেই জোৱাৰক বাধা দিবলৈ হামবাৰ্গৰ প্ৰশিক্ষক ক্লাউচ অচাচে কৈছিল "There will be no new Uwe, now or ever. Uwe is the exceptional." তেওঁৰ অনবদ্য ক্ৰীড়াধাৰাই জাৰ্মান ফুটবলত যি ৰহণ বোলালে সেয়া যুগ-যুগান্তৰ স্পষ্টৰূপে জিলিকি থাকিব। ১৯৫৪ বিশ্বকাপ বিজয়ী পশ্চিম জাৰ্মেনিৰ অধিনায়ক ফ্ৰিটজ ৱাল্টাৰ-ৰ পিচতেই এই খ্যাতনামা চিলাৰৰ আৱিৰ্ভাৱ। পশ্চিম জাৰ্মেনিৰ অপ্ৰতিৰোধ্য চতুৰ চেন্টাৰ-ফৰোৱাৰ্ড উয়ে চিলাৰ প্ৰচণ্ড শক্তি ও অদম্য মনোবলৰ অধিকাৰী। সকলো সময়তে বিপক্ষৰ সীমাত ত্ৰাসৰ সঞ্চাৰ কৰোঁতে যিকোনো মুহূৰ্তত অভাৱনীয় স্থানৰ পৰা গোল লক্ষ্য কৰি তীব্ৰ চট্ কৰে। এই শক্তিশালী ফুটবলাৰ গৰাকীক অল্ড ফেচণ্ড টাইপ চেন্টাৰ-ফৰোৱাৰ্ডৰূপে আখ্যা দিয়া হয় উপৰি "দাৰ দিকাৰ" নামেৰে জনপ্ৰিয়।

জন্ম ১ মে' ১৯৩৬ চন। স্থান হামবাৰ্গ। পৰিয়ালৰ প্ৰভাৱৰদ্বাৰা প্ৰভাৱান্বিত হৈ ভৱিষ্যতৰ তাৰকাৰূপে গঢ় লয়। ১৯৫২ চনত এচ. ভি. হামবাৰ্গত যোগ দিয়ে আৰু যুৱ দলৰ হৈ প্ৰায় ৬০০ গোল কৰে; ইয়াৰ অন্তৰ্গত ১৯৫৩ আৰু ১৯৫৪ চনৰ ১০ খন আন্তৰ্জাতিকত জাৰ্মান যুৱ দলৰ হৈ ১৫ গোল উল্লেখযোগ্য। যুৱ দলত দেখুৱা চমকপ্ৰদ খেলৰ বাবে ১৯৫৪ চনৰ ১৬ অক্টোবৰত পশ্চিম জাৰ্মেনি বনাম ফ্ৰান্স খেলখনত বদলী খেলুৱৈৰূপে জাতীয় দলত উয়ে চিলাৰৰ প্ৰথম আৱিৰ্ভাৱ হয়। হেনোভাৰত অনুষ্ঠিত এই খেলত ১-৩ গোলত পৰাভূত হয় অথচ তিনিমাহৰ পূৰ্বে পশ্চিম জাৰ্মেনিয়ে বিশ্বকাপ জয় কৰাৰ গৌৰৱ অৰ্জন কৰিছিল! দুমাহৰ পিচত (১ ডিচেম্বৰ) ৱেম্বলীত ইংলেণ্ডৰ বিৰুদ্ধে পশ্চিম জাৰ্মেনি পুনৰ ১-৩ ব্যৱধানত পৰাভূত হয়। বিশ্ব চেম্পিয়ন পশ্চিম জাৰ্মেনিৰ চৰম পৰাজয়ত বহু সংখ্যকে যুৱ ফুটবলাৰ উয়ে চিলাৰক দোষাৰোপ কৰে



অৱশ্যে এই খেল দুখনত তেওঁ ব্যৰ্থতাৰ পৰিচয় দিছিল। সেইবাবে ১৯৫৫ আৰু ১৯৫৬ চনত জাৰ্মান ফুটবল মঞ্চৰ পৰা উয়ে চিলাৰ প্ৰায় অন্তৰ্দ্ধান হয়। বিশেষকৈ ১৯৫৬ চনত ৰাজহাড়ত পোৱা আঘাতৰ ফলস্বৰূপে খেলত অংশ ললে বিষ অনুভৱ কৰিছিল। ১৯৫৮ বিশ্বকাপ খেলোতে পশ্চিম জাৰ্মেনিয়ে চতুৰ্থস্থান পায় আৰু চিলাৰৰ ১ গোলৰ অৱদান ৰয়। ১৯৬২ বিশ্বকাপ টুৰ্নামেন্টত তেওঁ সকলো খেলতে অংশ লয়। উদ্যোক্তা চিলিৰ বিৰুদ্ধে ২-০ ব্যৱধানত জয়ী হওঁতে চিলাৰে এক অভাৱনীয় ডাইভিং হেড্‌ৰে গোল কৰি বিশেষজ্ঞসকলৰো চকু থৰ কৰে। অৱশেষত কোৱাৰ্টাৰ-ফাইনেলত যুগোস্লাভিয়াৰ হাতত ০-১ গোলত পৰাভূত হয়। এই আসৰত তেওঁ মুঠ ২ গোল কৰে। এই খিনিতে উল্লেখ্য ১৯৬১ চনত ইটালিৰ ইণ্টাৰ-মিলান ক্লাবে চিলাৰৰ বাবে £৬০,০০০ পাউণ্ড ষ্টাৰ্লিং আগবঢ়াইছিল; কিন্তু তেওঁ এই প্ৰস্তাৱ গ্ৰহণ নকৰিলে। ১৯৬৩ চনত পেশী বন্ধনী বেদনাৰ যন্ত্ৰনাত ভোগোতে তেওঁৰ ফুটবল জীৱন যেন সমাপ্তিৰ পথত; কিন্তু চাৰি ঘণ্টা জোৰা দীঘলীয়া অষ্ট্ৰোপ্ৰচাৰৰ আঠমাহৰ পিছত চিলাৰে পুনৰ খেলপথাৰলৈ প্ৰত্যাৱৰ্তন কৰিবলৈ সক্ষম হয়।

একাদিক্ৰমে দুটা বিশ্বকাপত চৰম পৰাজয়ৰ পিচত পশ্চিম জাৰ্মেনিয়ে ১৯৬৬ বিশ্বকাপৰ বাবে তুমুল প্ৰস্তুতি চলায় আৰু চূড়ান্ত পৰ্যায়ত উপনীত হ'বলৈ ষ্টকহমত চুইডেনক ২-১ গোলত পৰাভূত কৰোঁতে জয়সূচক গোলটো চিলাৰৰ কতৃক (অক্টোবৰ'ৰ ১৯৬৫)। বিশ্বকাপৰ পূৰ্বলৈকে এই গৰাকী ৫ ফুট ৭ ইঞ্চি ওখ, ৭৬ কিলোগ্ৰাম ওজনৰ ৩০-বছৰীয়া চেন্টাৰ-ফৰোৱাৰ্ড তথা পশ্চিম জাৰ্মেনিৰ অধিনায়ক উয়ে চিলাৰ ৪৮ খন আন্তৰ্জাতিকৰে পুষ্ট। গ্ৰুপ লীগৰ প্ৰথমখন খেল চুইজাৰলেণ্ডৰ বিৰুদ্ধে ৫-০ গোলত জয়ী হয়। দ্বিতীয় খেল লেটিন আমেৰিকাৰ শক্তিশালী দল আৰ্জেন্তিনাৰ বিৰুদ্ধে ০-০ ভাৱে অন্ত পৰে। তৃতীয় খেলখনত ইউৰোপীয় চেম্পিয়ন স্পেইনক ২-১ গোলত পৰাভূত কৰে। কোৱাৰ্টাৰ-ফাইনেলত উৰুগুৱেৰ বিৰুদ্ধে ৪-০ ব্যৱধানত জয়ী হয়। চেমি-ফাইনেলত ছোভিয়েট ইউনিয়নক ২-১ গোলত পৰাভূত কৰি ফাইনেলত প্ৰৱেশ কৰে। ফাইনেলত উদ্যোক্তা ইংলেণ্ডৰ হাতত অতিৰিক্ত সময়ৰ খেলত ২-৪ গোলত পৰাভূত হয়।

পশ্চিম জাৰ্মেনিয়ে ১৯৭০ বিশ্বকাপত অংশ লবলৈ ৩৪-বছৰীয়া খৰ্বকায় খেলুৱৈ চিলাৰৰ অধিনায়কত্বতে মেক্সিকোলৈ ৰাওনা হয়। ইয়াত তেওঁ নতুন ভূমিকা লওঁতে আক্ৰমণ বিভাগৰ পৰা পিচ হুহকি মিড-ফিল্ডত খেলিব লয় আৰু সুযোগ সন্ধানী দুৰ্দ্ধৰ্ষ গাৰ্ড মুলাৰৰ সৈতে যৌথভাৱে আক্ৰমণ ৰচনা কৰি প্ৰতিপক্ষৰ ৰক্ষণৱেহ্ সমূহ থকা-সৰকা কৰে। পশ্চিম জাৰ্মেনিয়ে চমৎকাৰ ও বলিষ্ঠ ক্ৰীড়া চাতুৰ্য প্ৰদৰ্শন কৰি তৃতীয়স্থান দখল কৰোঁতে উৰুগুৱেক ১-০ গোলত হৰুৱাই। উয়ে চিলাৰৰ এয়া ৭২তম আন্তৰ্জাতিক তথা জাৰ্মান ৰেকৰ্ড গঢ়ে। ইয়াৰ অন্তৰ্গত চাৰিটা বিশ্বকাপ আসৰত (১৯৫৮, ১৯৬২, ১৯৬৬ আৰু ১৯৭০) সৰ্বমুঠ ২১ খন খেলত অংশ লৈ বিশ্বকাপৰ সৰ্বাধিক খেলত অংশ লোৱাৰ অভিলেখ স্থাপন কৰে আৰু এই লানি

খেলত ৮ গোলৰ কৃতিত্ব ৰয়।

উয়ে চিলাৰে জাতীয় দলত স্থান পোৱাৰ পূৰ্বেই দৰ্শকৰ প্ৰিয় খেলুৱৈ হৈ পৰিছিল। সেইদৰে চিলাৰৰ অনুপস্থিতিত জাৰ্মান দলে যদি অলপ নিষ্প্ৰভ খেল প্ৰদৰ্শন কৰে লগে লগে দৰ্শকৰ মাজৰ পৰা চিঞৰ আৰম্ভ হয়, উয়ে! উয়ে! দৰ্শকসকলে ভাল পাইছিল তেওঁৰ নেৰানেপেৰা গুণৰাজি আৰু প্ৰশংসাৰ পাত্ৰ হৈছিল চমৎকাৰ গোলসমূহৰ জৰিয়তে। তেওঁৰ মিড্-এয়াৰ-ভলি, একৰোবেটিক অভাৰহেড ফ্লিক, ফ্লাইং-হেডাৰ আদিয়ে বহুকাল জাৰ্মান ফুটবলক মহিমান্বিত কৰি ৰাখিব।

উয়ে চিলাৰে ১৯৫২-৭২ পৰ্যন্ত সমগ্ৰ ক্ৰীড়া জীৱন এচ. ভি. হামবাৰ্গ ক্লাবতে কটায়। চিলাৰৰ কৃতিত্বত হামবাৰ্গে ১৯৫৭, ১৯৫৮ আৰু ১৯৬০ চনৰ লীগ চেম্পিয়ন হয়। ১৯৬৩ চনত জাৰ্মান কাপ জয় কৰে। লীগত পাঁচবাৰ সৰ্বোচ্চ গোলদাতা (১৯৫৬=৩২ গোল; ১৯৫৯=২৯ গোল; ১৯৬০=৩৬ গোল; ১৯৬১=৩০ গোল; ১৯৬৪=৩০ গোল) আছিল। ১৯৬৮ ইউৰোপীয়ান কাপ-উইনাৰ্চ কাপ ফাইনেলত এচ. ভি. হামবাৰ্গ দল এ চি মিলানৰ হাতত ০-২ গোলত পৰাভূত হয়। ফাইনেলত উপনীত হ'বলৈ ক্লাবৰ পক্ষে অনবদ্য ক্ৰীড়াধাৰা আৰু তেওঁ দিয়া ৮ গোল স্মৰণীয়। চিলাৰে মুঠ ৭১০খন প্ৰথম শ্ৰেণীৰ খেলত ৭৬০ গোল কৰে; ইয়াৰ অন্তৰ্গত জাতীয় দলৰ পক্ষে ৪৩ গোল। ইয়াৰোপৰি ১৯৬৩ চনত বিশ্ব একাদশত ১৯৬৪ আৰু ১৯৭০ চনত ইউৰোপীয় একাদশত খেলে। তিনিবাৰ পশ্চিম জাৰ্মেনিৰ "ফুটবলাৰ অৱ দি ইয়েৰ" নিৰ্বাচন পায় বিশেষকৈ অৱসৰৰ পূৰ্বে ফেডাৰেল ৰিপাব্লিক অৱ জাৰ্মেনিয়ে তেওঁক "গ্ৰাণ্ড ক্ৰচ অফ্ দি অৰ্দাৰ অৱ মেৰিট" প্ৰদান কৰে তথা এই সন্মান পোৱা প্ৰথম ফুটবলাৰ।

উয়ে চিলাৰে হামবাৰ্গত ১৯৭২ চন ১ মে'ত ফুটবলৰ পৰা অৱসৰ লওঁতে এচ. ভি. হামবাৰ্গ আৰু ইউৰোপ একাদশৰ মাজত এখন প্ৰদৰ্শনীমূলক খেল আয়োজন কৰা হৈছিল। এই ঐতিহাসিক খেলত চিলাৰক বিদায় সম্ভাষণ জনাবলৈ ষ্টেডিয়ামত ৬২,০০০ দৰ্শক উপস্থিত আছিল।





# ফ্ৰেঞ্জ বেকেনবাউৰ



ফুটবল ইতিহাসত পশ্চিম জাৰ্মেনিৰ অৱদান অতুলনীয়। কিন্তু যিসকল জাৰ্মান খেলুৱৈয়ে অসামান্য বৰগুণি আগবঢ়ালে তেওঁলোকৰ ভিতৰত চিৰজ্যোতিষ্মান ক্ৰীড়া চৰিত্ৰ হ'ল ফ্ৰেঞ্জ বেকেনবাউৰ। ইউৰোপ তথা বিশ্ব ফুটবলত দীৰ্ঘদিন ধৰি উচ্চ মানদণ্ডৰ ক্ৰীড়া-ধাৰা প্ৰদৰ্শন কৰোঁতা এই ফুটবল শিল্পী "কাইজাৰ ফ্ৰেঞ্জ" নামেৰে সৰ্বজনবিদিত। বেকেনবাউৰৰ ফুট-বলত অভিজাত্য বিৰাজমান। খেল-পথাৰত সদায়· ধীৰ-স্থিৰ আৰু অদ্ভুত দূৰদৰ্শী, মুহূৰ্তৰ ভিতৰতে বিপক্ষৰ ৰণ-চাতুৰ্য্য উপলব্ধি আদি ফুটবল বিচক্ষণতাৰ পৰিচায়ক। এই মিড-ফিল্ডাৰে ৰক্ষণ ও আক্ৰমণত সমান ভূমিকাৰে "কমপ্লিট ফুটবলাৰ"ৰ আখ্যা পাইছিল।

ফ্ৰেঞ্জ বেকেনবাউৰ ১৯৪৫ চনৰ ১৯ ছেপ্তেম্বৰত মিউনিকত জন্ম গ্ৰহণ কৰে। পিতৃ পোষ্ট অফিচৰ সাধাৰণ চাকৰিয়াল আছিল। ছাত্ৰ অৱস্থাতে তেওঁ বেৰ্য়ান মিউনিক ক্লাৱত যোগদান কৰে। অৱশ্যে ১৯৬৩ চনৰ পৰাহে ক্লাবৰ চিনিয়ৰ দলত খেলাৰ সুযোগ পায় আৰু ১৯৬৪ চনত জাৰ্মান যুৱ দলটো স্থান গঢ়ি লয়। তেতিয়া তেওঁ লেফট-আউট পজিচনৰ খেলুৱৈ কিন্তু কিছুদিনৰ পিছত মিড-ফিল্ডলৈ আহে। ফ্ৰেঞ্জ বেকেনবাউৰে ১৯৬৫ চনৰ ২৬ ছেপ্তেম্বৰত আন্তৰ্জাতিক আত্মপ্ৰকাশ ঘটোতে ষ্টকহমত চুইডেনৰ বিৰুদ্ধে ২-১ গোলত জয়ী হয়। ১৯৬৬ বিশ্বকাপত তেওঁ আউটষ্টেণ্ডিং হাফ্-বেক্‌ৰ খ্যাতি অৰ্জন কৰোঁতে উদ্বোধনী খেলত চুইজাৰলেণ্ডৰ বিৰুদ্ধে ২ গোল কৰে আৰু অন্য দুটা গোল কোৱাৰ্টাৰ-ফাইনেল(উৰুগুৱে) ও চেমি-ফাইনেল(ছোভিয়েট ইউনিয়ন)ত কৰে। ফাইনেলত ইংলেণ্ডৰ দুৰ্দ্ধৰ্ষ ফৰোৱাৰ্ড ববী চাৰ্লটনক প্ৰতি মুহূৰ্তত চোকা দৃষ্টি দিবলগীয়া হৈছিল। গোড়া সমৰ্থকসকলৰ মতে, "আজি যদি তেওঁক পহৰীৰ ভূমিকাত থিয় নকৰি স্বকীয় ক্ৰীড়া চাতুৰ্যত অগ্ৰসৰৰ সুযোগ দিয়া হ'লে ফাইনেলৰ ফল অন্য ধৰণৰ হ'লহেতেন।" ১৯৬৮ চনৰ ১ জুন

তাৰিখে হেনোভাৰত ইংলেণ্ডৰ বিৰুদ্ধে ১-০ গোলত জয়ী হওঁতে বেকেনবাউৰৰ স্কৰৰ জৰিয়তে এই সাফল্য লাভ কৰে আৰু দীৰ্ঘ আঠত্ৰিশ বছৰীয়া দ্বৈত ফুটবল যুৰ্দ্ধীত পশ্চিম জাৰ্মেনিৰ প্ৰথম জয়লাভ।

১৯৭০ বিশ্বকাপৰ কোৱাৰ্টাৰ-ফাইনেলত জাৰ্মান দল ০-২ গোলত পিচপৰি থাকোতে বেকেনবাউৰৰ তীব্ৰ ড্ৰাইভে প্ৰথমটো স্কৰ কৰে আৰু নিৰ্দ্ধাৰিত সময়ত ২-২ ভাবে অন্ত পৰে। অতিৰিক্ত সময়ত পশ্চিম জাৰ্মেনিয়ে ১ গোল কৰি ইংলেণ্ডক ৩-২ ব্যৱধানত পৰাভূত কৰে। চেমি-ফাইনেলত ইটালিৰ বিৰুদ্ধে বেকেনবাউৰ আহত হয় তথাপি হাতত চিলিং বান্ধি অনবদ্য খেল অব্যাহত ৰাখে অৱশ্যে পশ্চিম জাৰ্মেনি ৩-৪ ব্যৱধানত পৰাভূত হয়। তৃতীয়স্থান নিৰ্ণায়ক খেলত তেওঁ অংশ লোৱা নাই। মেক্সিকো বিশ্বকাপৰ পিছৰে পৰা ফ্ৰেঞ্জ বেকেনবাউৰে জাতীয় দলৰ অধিনায়ক হৈ জাৰ্মান ফুটবলত এক নতুন আশাৰ ইন্ধন যোগায়। ১৯৭২ ইউৰোপীয় ফুটবল চেম্পিয়নচিপত ছোভিয়েট ইউনিয়নক ৩-০ ব্যৱধানত পৰাভূত কৰি চূড়ান্ত বিজয়ীৰ সন্মান অৰ্জন কৰে। যি কি নহওঁক পশ্চিম জাৰ্মেনিয়ে অত্যন্ত আকৰ্ষণীয় ফুটবল প্ৰদৰ্শন কৰি চুইপাৰ বেকেনবাউৰৰ বিচক্ষণতাত ইউৰোপীয় কাপ পায় আৰু পৰৱৰ্তীকালত এটেকিং-চুইপাৰৰ ভূমিকা লয়।

বেকেনবাউৰৰ ক্ৰীড়া জীৱনত ১৯৭৪ বিশ্বকাপ জয় সবাতোকৈ উল্লেখযোগ্য। ইতিপূৰ্বলৈকে এই গৰাকী ৫ ফুট ১১ ১/২ ইঞ্চি ওখ, ৭৫ কিলোগ্ৰাম ওজনৰ ফুটবল খেলুৱৈয়ে ৭৮ খন আন্তৰ্জাতিকৰে পুষ্ট আছিল। পশ্চিম জাৰ্মেনিয়ে বেকেনবাউৰৰ নেতৃত্বত নৱ বৈজ্ঞানিক পদ্ধতি টোটেল ফুটবলত অভ্যস্ত হলেণ্ডক ২-১ গোলত পৰাভূত কৰি এই খ্যাতি আৰ্জে। বেকেনবাউৰৰ কৃতিত্বপূৰ্ণ নেতৃত্বৰ বাবে ইউৰোপৰ জনপ্ৰিয় ফুটবলাৰ তথা হলেণ্ডৰ অধিনায়ক জহান ক্ৰুইফো ম্লান পৰা যেন অনুমান হয়। এই সাফল্যৰ পৰৱৰ্তীকালত তেওঁ পেশী বন্ধনীৰ বেদনাত ভোগীলেও ১৯৭৬ ইউৰোপীয় ফুটবল চেম্পিয়নচিপত পশ্চিম জাৰ্মেনি পুনৰ ফাইনেলত প্ৰৱেশ কৰে। চেকোশ্লোভাকিয়াৰ বিৰুদ্ধে চূড়ান্ত খেলখন ২-২ গোলত অন্ত পৰি টাই-ব্ৰেকাৰত ৩-৫ ব্যৱধানত পৰাভূত হয়। এই ঐতিহাসিক ফাইনেলখন তিনিটা সন্তানৰ পিতৃ তথা পশ্চিম জাৰ্মেনিক অধিনায়ক বেকেনবাউৰৰ শততম আন্তৰ্জাতিক আছিল।

ফ্ৰেঞ্জ বেকেনবাউৰে বেয়াৰ্ন মিউনিক ক্লাবক চাৰিবাৰ জাৰ্মান কাপ (১৯৬৬, ১৯৬৭, ১৯৬৯ আৰু ১৯৭১) আৰু তিনিবাৰ লীগ চেম্পিয়নচিপ (১৯৬৯, ১৯৭২ আৰু ১৯৭৩) জয় কৰাত অৰিহণা যোগায়। ১৯৬৭ চনত ইউৰোপীয়ান কাপ-উইনাৰ্চ কাপ জয় কৰে। ইয়াৰোপৰি ১৯৭৪, ১৯৭৫ আৰু ১৯৭৬ চনত ইউৰোপীন চেম্পিয়ন ক্লাবচ' কাপ জয় সবাতোকৈ উল্লেখযোগ্য। ১৯৭৬ চনত বিশ্ব ক্লাব চেম্পিয়নচিপো জয় কৰিছিল। ১৯৭২ আৰু ১৯৭৬ চনত "ইউৰোপীয়ান ফুটবলাৰ অব দি ইয়েৰ" নিৰ্বাচন পোৱা ফ্ৰেঞ্জ বেকেনবাউৰক ইউৰোপীয়ান ফুটবল কমেণ্টেটৰচ্ এছ'চিয়েচনে ১৯৭৬ চনৰ "বৰ্ষ শ্ৰেষ্ঠ ইউৰোপীয় খেলুৱৈ"ৰ স্বীকৃতি

দিয়ে । ইয়াৰোপৰি সেইবছৰতে চৰকাৰী সন্মান "অৰ্দাৰ অব মেৰিট" প্ৰদান কৰে ।



বেকেনবাউৱে মুঠ ১০৩ খন আন্তৰ্জাতিকত ১৪ গোল কৰোঁতে পেৰিছত ১৯৭৭ চনৰ ২৩ ফেব্ৰুৱাৰীত ফ্ৰান্সৰ বিৰুদ্ধে শেষ খেলত অংশ লয় আৰু পশ্চিম জাৰ্মেনি ০-১ গোলত হাৰে । তেওঁ দুবাৰ বিশ্ব একাদশ (১৯৬৮ আৰু ১৯৭৩) আৰু এবাৰ ইউৰোপীয় একাদশ (১৯৭২)ৰ পক্ষে খেলে । বিশেষকৈ উল্লেখ্য তেওঁ তিনিওটা বিশ্বকাপতে 'অল-ষ্টাৰ দল'ত নিৰ্বাচন পায় তথা এনে নজিৰ বিশ্বফুটবলত দ্বিতীয়জনৰ নাই ।

সাধাৰণ জীৱন বীমা কোম্পানীৰ এজেন্ট ফ্ৰেঞ্জ বেকেন-বাউৱে মাহিলি ১৬০ জাৰ্মান মাৰ্ক মূল্যৰ বিনিময়ত পেছাদাৰী ফুটবলৰ পাতনি মেলি (১৯৬৩) পিচলৈ বাণ্ডেছলীগাৰ সবাতোকৈ চহকী খেলুৱৈত পৰিণত হৈছিল। ১৯৭৭ চনৰ ১৭ মে'ত তেওঁ £১.৬ মিলিয়ন পাউণ্ড ষ্টাৰ্লিঙ($২.৫ মিলিয়ন ডলাৰ)ৰ বিনিময়ত তিনিবছৰৰ বাবে (১৯৭৭-৮০) কচমচৰ সৈতে চুক্তিবদ্ধ হয় আৰু ২১ মে'ত বেয়াৰ্ন মিউনিকৰ পক্ষে শেষ খেলখনত অংশলৈ কচমচত যোগদান কৰোঁতে ৩৯৬ খন খেলত ৪৪ গোলৰ বৰঙণি এৰি থৈ যায় । অৱশ্যে এই চুক্তিৰ জৰিয়তে তেওঁ পেলেৰ পিছতেই বিশ্বৰ সবাতোকৈ দামী ফুটবলাৰৰূপে পৰিগণিত হয়। কচমচত খেলোতে তিনিবাৰ (১৯৭৭, ১৯৭৮ আৰু ১৯৮০) নৰ্থ আমেৰিকা চকাৰ লীগ কাপ বিজয়ত বেকেনবাউৰৰ অৱদান মনকৰিবলগীয়া । ইয়াৰ অন্তৰ্গত ১৯৭৮ চনত উত্তৰ অমেৰিকা ফুটবলৰ **"Most valuable player"** নিৰ্বাচন লাভ কৰে । বেকেনবাউৱে অতি কম সময়ৰ ভিতৰতে উত্তৰ আমেৰিকা ফুটবলৰ এটি আকৰ্ষণীয় চৰিত্ৰ হৈ পৰোতে কচমচৰ পক্ষে ৮০ খন খেলত স্কৰ, ১৭ গোল । ফ্ৰেঞ্জ বেকেনবাউৱে ১৯৮০ চনৰ ২৫ ছেপ্তেম্বৰত উত্তৰ আমেৰিকা ফুটবলৰ পৰা বিদায় লওঁতে কচমচ আৰু এন.এ.এচ.এল. একাদশৰ মাজত অনুষ্ঠিত খেলৰ ৬২

মিনিটত উত্তাৱল দৰ্শকৰ উল্লাহ, উৎসাহ ও হৰ্ষধ্বনিৰ বৰ্ষণ লৈ খেলপথাৰ ত্যাগ কৰে আৰু তেওঁৰ স্থানত লেৰী হুলচাৰক নমায়। কচমচৰ পৰা প্ৰত্যাৱৰ্তন কৰি এচ. ভি. হামবাৰ্গত চুক্তিবদ্ধ হয়। ইয়াত দুটা মৰছুম খেলোতে মাত্ৰ ২৮ খন খেলত অংশ লয় কাৰণ আঘাত পোৱা হেতু প্ৰায়ে চাইদ-লাইনৰ কাষত বহিব লগীয়া হৈছিল। বিশেষকৈ ষ্ট্ৰাইকাৰ হ্ৰুষ্ট হৰেশৰ লৈসেতে খুন্দা খাওঁতে মূত্ৰাশয়ত আঘাত পাই ইউফা কাপ ফাইনেলত অংশ লব নোৱাৰিলে। ইয়াৰ পিছতে বেকেনবাউৰে ফুটবলৰ পৰা অৱসৰ লোৱাৰ ঠিৰাং কৰোঁতে ১৯৮২ চনৰ ১ জুনত এচ. ভি. হামবাৰ্গ আৰু পশ্চিম জাৰ্মান জাতীয় দলৰ মাজত এখন প্ৰদৰ্শনী মেচ আয়োজন কৰা হৈছিল। এই ঐতিহাসিক খেলখন পয়ত্ৰিশ হেজাৰ দৰ্শকে উপভোগ কৰে। ফুটবলৰ চুইপাৰ পজিচনত বিপ্লৱ সৃষ্টি কৰোঁতা বেকেনবাউৰে অৱসৰৰ সময়ত মন্তব্য, "মোৰ ক্ৰীড়া জীৱনত সকলো ধৰণৰ ঘটনাৰ অৱতাৰণা হ'ল ইয়াৰ অন্তৰ্গত এচ. ভি. হামবাৰ্গত খেলা সময়ছোৱাই সবাতোকৈ অশুভ......................"

## ফ্ৰেঞ্জ বেকেনবাউৰৰ আন্তৰ্জাতিক খেল

| তাৰিখ | স্থান | প্ৰতিপক্ষ | ফলাফল(স্কৰ) |
|---|---|---|---|
| ১। ২৬-৯-৬৫ | ষ্টকহ্ম | চুইডেন | ২-১ |
| ২। ৯-১০-৬৫ | ষ্টুটগাৰ্ট | অষ্ট্ৰিয়া | ৪-১ |
| ৩। ১৪-১১-৬৫ | নিকোচিয়া | চাইপ্ৰাচ | ৬-০ |
| ৪। ২৩-২-৬৬ | ৱেম্বলী | ইংলেণ্ড | ০-১ |
| ৫। ২৩-৩-৬৬ | ৰটাৰডাম | হলেণ্ড | ৪-২(২) |
| ৬। ৪-৫-৬৬ | ডাব্লিন | আয়াৰলেণ্ড | ৪-০(১) |
| ৭। ৭-৫-৬৬ | বেলফাষ্ট | উত্তৰ আয়াৰলেণ্ড | ২-০ |
| ৮। ২৩-৫-৬৬ | হেনোভাৰ | যুগোশ্লাভিয়া | ২-০ |
| ৯। ১২-৭-৬৬ | চেফিল্ড | চুইজাৰলেণ্ড | ৫-০(২) |
| ১০। ১৬-৭-৬৬ | বাৰ্মিংহাম | আৰ্জেন্তিনা | ০-০ |
| ১১। ২০-৭-৬৬ | বাৰ্মিংহাম | স্পেইন | ২-১ |
| ১২। ২৩-৭-৬৬ | চেফিল্ড | উৰুগুৱে | ৪-০(১) |
| ১৩। ২৫-৭-৬৬ | লিভাৰপুল | ছোভিয়েট ইউনিয়ন | ২-১(১) |
| ১৪। ৩০-৭-৬৬ | ৱেম্বলী | ইংলেণ্ড | ২-৪ |
| ১৫। ১৯-১১-৬৬ | কলোন | নৰৱে | ৩-০ |
| ১৬। ২২-২-৬৭ | কাৰ্লচৰো | মৰক্কো | ৫-১ |
| ১৭। ৮-৪-৬৭ | ডৰ্টমুণ্ড | আলবেনিয়া | ৬-০ |
| ১৮। ৩-৫-৬৭ | বেলগ্ৰেড | যুগোশ্লাভিয়া | ০-১ |
| ১৯। ২৭-৯-৬৭ | বাৰ্লিন | ফ্ৰান্স | ৫-১ |

| | | | | |
|---|---|---|---|---|
| ২০। | ২২-১১-৬৭ | বুখাৰেষ্ট | ৰুমানিয়া | ০-১ |
| ২১। | ৬-৩-৬৮ | ব্ৰুচেলচ | বেলজিয়াম | ৩-১ |
| ২২। | ১৭-৪-৬৮ | বাচেল | চুইজাৰলেণ্ড | ০-০ |
| ২৩। | ১-৬-৬৮ | হেনোভাৰ | ইংলেণ্ড | ১-০(১) |
| ২৪। | ১৬-৬-৬৮ | ষ্টুটগাৰ্ট | ব্ৰাজিল | ২-১ |
| ২৫। | ২৫-৯-৬৮ | মাৰ্চেই | ফ্ৰান্স | ১-১ |
| ২৬। | ১৩-১০-৬৮ | ভিয়েনা | অষ্ট্ৰিয়া | ২-০ |
| ২৭। | ১৪-১২-৬৮ | ৰিও-দি-জেনিৰো | ব্ৰাজিল | ২-২ |
| ২৮। | ১৮-১২-৬৮ | চান্টিয়াগো | চিলি | ১-২ |
| ২৯। | ২২-১২-৬৮ | মেক্সিকো চিটি | মেক্সিকো | ০-০ |
| ৩০। | ১৬-৪-৬৯ | হেম্পদন পাৰ্ক | স্কটলেণ্ড | ১-১ |
| ৩১। | ১০-৫-৬৯ | নুৰেমবাৰ্গ | অষ্ট্ৰিয়া | ১-০ |
| ৩২। | ২১-৫-৬৯ | ইচেন | চাইপ্ৰাচ | ১২-০ |
| ৩৩। | ২১-৯-৬৯ | ভিয়েনা | অষ্ট্ৰিয়া | ১-১ |
| ৩৪। | ২৪-৯-৬৯ | চোফিয়া | বুলগেৰিয়া | ১-০ |
| ৩৫। | ২২-১০-৬৯ | হামবাৰ্গ | স্কটলেণ্ড | ৩-২ |
| ৩৬। | ৮-৪-৭০ | ষ্টুটগাৰ্ট | ৰুমানিয়া | ১-১ |
| ৩৭। | ৯-৫-৭০ | বাৰ্লিন | আয়াৰলেণ্ড | ২-১ |
| ৩৮। | ১৩-৫-৭০ | হেনোভাৰ | যুগোশ্লাভিয়া | ১-০ |
| ৩৯। | ৩-৬-৭০ | লিওন | মৰক্কো | ২-১ |
| ৪০। | ৭-৬-৭০ | লিওন | বুলগেৰিয়া | ৫-২ |
| ৪১। | ১০-৬-৭০ | লিওন | পেৰু | ৩-১ |
| ৪২। | ১৪-৬-৭০ | লিওন | ইংলেণ্ড | ৩-২(১) |
| ৪৩। | ১৭-৬-৭০ | মেক্সিকো চিটি | ইটালি | ৩-৪ |
| ৪৪। | ৯-৯-৭০ | নুৰেমবাৰ্গ | হাঙ্গেৰি | ৩-১ |
| ৪৫। | ১৭-১০-৭০ | কলোন | তুৰস্ক | ১-১ |
| ৪৬। | ১৮-১১-৭০ | জাগ্ৰিব | যুগোশ্লাভিয়া | ০-২ |
| ৪৭। | ২২-১১-৭০ | এথেন্স | গ্ৰীচ | ৩-১(১) |
| ৪৮। | ১৭-২-৭১ | টিৰানা | আলবেনিয়া | ১-০ |
| ৪৯। | ২৫-৪-৭১ | ষ্টানবুল | তুৰস্ক | ৩-০ |
| ৫০। | ১২-৬-৭১ | কাৰ্লচৰো | আলবেনিয়া | ২-০ |
| ৫১। | ২২-৬-৭১ | ওচলো | নৰৱে | ৭-১(১) |
| ৫২। | ২৭-৬-৭১ | গটেবাৰ্গ | চুইডেন | ০-১ |
| ৫৩। | ৩০-৬-৭১ | কোপেনহেগেন | ডেনমাৰ্ক | ৩-১(১) |

| | | | | |
|---|---|---|---|---|
| ৫৪। | ৮-৯-৭১ | হেনোভাৰ | মেক্সিকো | ৫-০ |
| ৫৫। | ১০-১০-৭১ | বাৰ্চ | পোলেণ্ড | ৩-১ |
| ৫৬। | ১৭-১১-৭১ | হামবাৰ্গ | পোলেণ্ড | ০-০ |
| ৫৭। | ২৯-৩-৭২ | বুডাপেষ্ট | হাঙ্গেৰি | ২-০ |
| ৫৮। | ২৯-৪-৭২ | ৱেম্বলী | ইংলেণ্ড | ৩-১ |
| ৫৯। | ১৩-৫-৭২ | বাৰ্লিন | ইংলেণ্ড | ০-০ |
| ৬০। | ২৬-৫-৭২ | মিউনিক | ছোভিয়েট ইউনিয়ন | ৪-১ |
| ৬১। | ১৪-৬-৭২ | এণ্টৱাৰ্প | বেলজিয়াম | ২-১ |
| ৬২। | ১৮-৬-৭২ | ব্ৰুচেলচ | চোভিয়েট ইউনিয়ন | ৩-০ |
| ৬৩। | ১৫-১১-৭২ | দাচেলদৰ্ফ | চুইজাৰলেণ্ড | ৫-১ |
| ৬৪। | ১৪-২-৭৩ | মিউনিক | আৰ্জেণ্টিনা | ২-৩ |
| ৬৫। | ২৮-৩-৭৩ | দাচেলদৰ্ফ | চেকোশ্লোভাকিয়া | ৩-০ |
| ৬৬। | ৯-৫-৭৩ | মিউনিক | যুগোশ্লাভিয়া | ০-১ |
| ৬৭। | ১২-৫-৭৩ | হামবাৰ্গ | বুলগেৰিয়া | ৩-০(১) |
| ৬৮। | ১৬-৬-৭৩ | বাৰ্লিন | ব্ৰাজিল | ০-১ |
| ৬৯। | ৫-৯-৭৩ | মস্কো | ছোভিয়েট ইউনিয়ন | ১-০ |
| ৭০। | ১০-১০-৭৩ | হেনোভাৰ | অষ্ট্ৰিয়া | ৪-০ |
| ৭১। | ১৩-১০-৭৩ | গেলচেনক্ৰীনচেন | ফ্ৰান্স | ২-১ |
| ৭২। | ১৪-১১-৭৩ | হেম্পদন পাৰ্ক | স্কটলেণ্ড | ১-১ |
| ৭৩। | ২৪-১১-৭৩ | ষ্টুটগাৰ্ট | স্পেইন | ২-১ |
| ৭৪। | ১৩-২-৭৪ | বাৰ্চিলোনা | স্পেইন | ০-১ |
| ৭৫। | ২৬-২-৭৪ | ৰোম | ইটালি | ০-০ |
| ৭৬। | ২৭-৩-৭৪ | ফ্ৰেঙ্কফোৰ্ট | স্কটলেণ্ড | ২-১ |
| ৭৭। | ১৭-৪-৭৪ | ডৰ্টমুণ্ড | হাঙ্গেৰি | ৫-০ |
| ৭৮। | ১-৫-৭৪ | হামবাৰ্গ | চুইডেন | ২-০ |
| ৭৯। | ১৪-৬-৭৪ | বাৰ্লিন | চিলি | ১-০ |
| ৮০। | ১৮-৬-৭৪ | হামবাৰ্গ | অষ্ট্ৰেলিয়া | ৩-০ |
| ৮১। | ২২-৬-৭৪ | হামবাৰ্গ | জাৰ্মান গণ প্ৰজাতন্ত্ৰ | ০-১ |
| ৮২। | ২৬-৬-৭৪ | দাচেলদৰ্ফ | যুগোশ্লাভিয়া | ২-০ |
| ৮৩। | ৩০-৬-৭৪ | দাচেলদৰ্ফ | চুইডেন | ৪-২ |
| ৮৪। | ৩-৭-৭৪ | ফ্ৰেঙ্কফোৰ্ট | পোলেণ্ড | ১-০ |
| ৮৫। | ৭-৭-৭৪ | মিউনিক | হলেণ্ড | ২-১ |
| ৮৬। | ৪-৯-৭৪ | বাচেল | চুইজাৰলেণ্ড | ২-১ |
| ৮৭। | ২০-১১-৭৪ | পিৰায়ুচ | গ্ৰীচ | ২-২ |

| | | | |
|---|---|---|---|
| ৮৮। ২২-১২-৭৪ | ভেলিটা | মাল্টা | ১-০ |
| ৮৯। ১২-৩-৭৫ | বেম্বলী | ইংলেণ্ড | ০-২ |
| ৯০। ২৭-৪-৭৫ | চোফিয়া | বুলগেৰিয়া | ১-১ |
| ৯১। ১৭-৫-৭৫ | ফ্রেঙ্কফোর্ট | হলেণ্ড | ১-১ |
| ৯২। ৩-৯-৭৫ | ভিয়েনা | অষ্ট্ৰিয়া | ২-০ |
| ৯৩। ১১-১০-৭৫ | দাচেলদৰ্ফ | গ্ৰীচ | ১-১ |
| ৯৪। ১৯-১১-৭৫ | ষ্টুটগাৰ্ট | বুলগেৰিয়া | ১-০ |
| ৯৫। ২০-১২-৭৫ | ষ্টানবুল | তুৰস্ক | ৫-০ |
| ৯৬। ২৮-২-৭৬ | ডৰ্টমুণ্ড | মাল্টা | ৮-০ |
| ৯৭। ২৪-৪-৭৬ | মাদ্ৰিদ | স্পেইন | ১-১ |
| ৯৮। ২২-৫-৭৬ | মিউনিক | স্পেইন | ২-০ |
| ৯৯। ১৭-৫-৭৬ | বেলগ্ৰেড | যুগোশ্লাভিয়া | ৪-২ |
| ১০০। ২০-৬-৭৬ | বেলগ্ৰেড | চেকোশ্লোভাকিয়া | ২-২(৩-৫) |
| ১০১। ৬-১০-৭৬ | কাৰ্ডিফ | ৱেলচ | ২-০(১) |
| ১০২। ১৭-১১-৭৬ | হেনোভাৰ | চেকোশ্লোভাকিয়া | ২-০ |
| ১০৩। ২৩-২-৭৭ | পেৰিছ | ফ্ৰান্স | ০-১ |





১৯৭৪-৭৫-৭৬ ইউৰোপীয় চেম্পিয়ন বেয়াৰ্ন মিউনিক ক্লাব।

# উলফগেং অভাৰাথ



১৯৬৬, ১৯৭০ আৰু ১৯৭৪ বিশ্বকাপত পশ্চিম জাৰ্মেনিয়ে যি সফল ফুটবল প্ৰদৰ্শন কৰিলে ইয়াৰ অন্তৰ্গত মিড-ফিল্ড খেলুৱৈ উলফগেং অভাৰাথৰ ক্ৰীড়া বৰঙণি সদায় জিলিকি থাকিব। অৱশ্যে তেওঁ হাৰ্নিয়া অপাৰেচনৰ বাবে ১৯৭২ ইউৰোপীয় নেচনচ' কাপত যোগদান কৰিব নোৱাৰিলে আৰু তেওঁৰ স্থানত গাণ্ঠাৰ নেট্জাৰক নমায়। আৰোগ্য লভি দললৈ প্ৰত্যাৱৰ্তন কৰোঁতে কৰ্মকৰ্তাসৱে ১৯৭৪ বিশ্বকাপৰ বাবে উল-ফগেং অভাৰাথ আৰু গাণ্ঠাৰ নেট্জাৰ দুয়োকো নিৰ্বাচিত কৰিলেও এফ চি কলোনৰ ৫ ফুট ৯ ইঞ্চি ওখ ৭১ কিলোগ্ৰাম ওজনৰ ৩১-বছৰ বয়স্ক দেখ-নীয়াৰ ও প্ৰবীণ খেলুৱৈ অভাৰাথক নিয়মিতৰূপে খেলায় আৰু পশ্চিম জাৰ্মেনিয়ে বিশ্বকাপ জয় কৰিবলৈ সক্ষম হয়।

উলফগেং অভাৰাথ ১৯৪৩ চনৰ ২৯ ছেপ্তেম্বৰত জন্ম গ্ৰহণ কৰে। এফ চি কলোন দলৰ পক্ষে প্ৰথম শ্ৰেণী ফুটবল অব্যাহত ৰাখি ১৯৬৩ চনৰ ২৮ ছেপ্তেম্বৰত আন্তৰ্জাতিক আত্মপ্ৰকাশ ঘটে। ১৯৬৬ বিশ্বকাপত পশ্চিম জাৰ্মেনিয়ে ফাইনেলত পৰাভূত হৈ ৰানাৰ্চ-আপ পায়। বিশেষকৈ ১৯৭০ বিশ্বকাপৰ তৃতীয়স্থান নিৰ্ণায়কৰ খেলত পশ্চিম জাৰ্মেনিয়ে উৰুগুৱেক মাত্ৰ ১-০ গোলত পৰাভূত কৰোঁতে উলফগেং অভাৰাথৰ বাঁও-ভৰিৰ স্কৰ স্মৰণীয় হৈ ৰব। ১৯৭৪ বিশ্বকাপত উদ্যোক্তা পশ্চিম জাৰ্মেনিয়ে চূড়ান্ত বিজয়ী হয়। বিশ্বকাপ অন্ত পৰা লৈকে আশীতকৈও অধিক আন্তৰ্জাতিকত অংশ গ্ৰহণ কৰে।

# কাৰ্ল-হেঞ্জ শ্নেলিঞ্জাৰ

কাৰ্ল-হেঞ্জ শ্নেলিঞ্জাৰ পশ্চিম জাৰ্মেনিত অভ্যুদয় হোৱা এজন দুৰ্ধৰ্ষ ডিফেণ্ডাৰ। অৱশ্যে তেওঁৰ গৌৰৱময় প্ৰথম শ্ৰেণীৰ ফুটবল ইটালিৰ এ চি মিলানৰ সৈতে জড়িত। কাৰ্ল-হেঞ্জ শ্নেলিঞ্জাৰে ১৯৫৮, ১৯৬২, ১৯৬৬ আৰু ১৯৭০ বিশ্বকাপ ফুটবল প্ৰতিযোগিতাত অংশ গ্ৰহণ কৰি সফল ফুটবলৰ নজিৰ এৰি থৈ গৈছে। ইয়াৰ অন্তৰ্গত ১৯৬২ বিশ্বকাপত অল-ষ্টাৰ দলত নিৰ্বাচন লাভ কৰিবলৈ সক্ষম হয়।

কাৰ্ল-হেঞ্জ শ্নেলিঞ্জাৰৰ জন্ম ৩১ মাৰ্চ ১৯৩৯ চন। ফুটবলৰ পাতনি স্থানীয় দ্বিতীয় ডিভিজন এচ জি দোৰেন'৯৯ দলত। ১৯৫৭ চনত পশ্চিম জাৰ্মেনি যুৱ দলৰ পক্ষে ইউৰোপীয় যুৱ ফুটবল চেম্পিয়নচিপত অংশ লয় আৰু ১৯৫৮ চনত এফ চি কলোন দলত যোগদান কৰে। সেই বছৰতে তেওঁক বিশ্বকাপগামী দলত সন্নিবিষ্ট কৰে আৰু বিশ্বকাপত চেকোশ্লোভাকিয়াৰ বিৰুদ্ধে আন্তৰ্জাতিক আত্মপ্ৰকাশ ঘটে। পশ্চিম জাৰ্মেনিয়ে চেমি-ফাইনেলত পৰাভূত হোৱাৰ পিচত তৃতীয়স্থান নিৰ্ণায়কৰ খেলত ফ্ৰান্সৰ হাতত ৩-৬ গোলত পৰাভূত হৈ চতুৰ্থস্থান পায় তথা তেওঁৰ দ্বিতীয় আন্তৰ্জাতিক। ক্ৰমান্বয়ে শ্নেলিঞ্জাৰৰ ফুটবলত পৈণতা বিৰাজমান হোৱা দেখা যায় আৰু ১৯৬২ চনত এফ চি কলোন দলে লীগ জয়ী হয় তাৰপিছতে তেওঁ ইটালিয়ান প্ৰথম ডিভিজন মেনটোভা দলত চুক্তিবদ্ধহৈ ১৯৬৩-৬৪ মৰছুমত ৩৩ খন খেলত ২ গোল কৰে। তাৰপিচতে এ এচ ৰোমা দললৈ ট্ৰেন্সফাৰ লয় এটা মৰছুম খেলোতে ২৯ খন খেলত ১ গোল কৰে। ১৯৬৫ চনত এ চি মিলান দলত যোগদান কৰি ১৯৭৪ লৈকে মুঠ ২২২খন খেলত অংশ লয়। ১৯৬২ বিশ্বকাপত পশ্চিম জাৰ্মেনিয়ে কোৱাৰ্টাৰ-ফাইনেলৰ পৰা বিদায় লব লগা হ'লেও শ্নেলিঞ্জাৰৰ বলিষ্ঠ ফুটবলে অল-ষ্টাৰ দলত স্থান আনি দিয়ে। ১৯৬৬ বিশ্বকাপত পশ্চিম জাৰ্মেনিয়ে ৰানাৰ্চ-আপ খিতাপ পাওঁতে তেওঁ সকলো খেলতে অংশ গ্ৰহণ কৰি বলিষ্ঠ ভূমিকা অৱতাৰণা কৰে। ১৯৭০ বিশ্বকাপত পশ্চিম জাৰ্মেনিয়ে ইটালিৰ বিৰুদ্ধে ০-১ গোলত পিচপৰি থাকোতে খেল অন্ত পৰাৰ কেই চেকেণ্ডমান পূৰ্বে শ্নেলিঞ্জাৰৰ দূৰৰ পৰা কৰা তীব্ৰ চট্‌ৰ স্কৰে খেল অতিৰিক্ত সময়লৈ অগ্ৰসৰ কৰে। অৱশেষত পশ্চিম জাৰ্মেনি পৰাভূত হ'ল যদিও এয়া "শতাব্দীৰ স্মৰণীয় খেল" ৰূপে খোদিত হয়। এই বিশ্বকাপত পশ্চিম জাৰ্মেনিয়ে তৃতীয়স্থান দখল কৰে।

কাৰ্ল-হেঞ্জ শ্নেলিঞ্জাৰে এ চি মিলান দলত খেলোতে ১৯৬৮ চনত ইউৰোপীয়ান কাপ- উইনাৰ্চ কাপ; ১৯৬৯ চনত ইউৰোপীয় চেম্পিয়ন ক্লাবচ' কাপ আৰু বিশ্ব ক্লাব খিতাপ জয় কৰাৰ উপৰি ১৯৭৩ চনত ইউৰোপীয়ান কাপ-উইনাৰ্চ কাপ জয় কৰে।

# গাৰ্ড মুলাৰ



ফুটবলৰ উজ্বল প্ৰতিভা সহ জন্ম লোৱা নায়কসকলৰ অন্যতম-- গাৰ্ড মুলাৰ। মুলাৰৰ প্ৰতিভা বিকশিত হৈছিল ফুটবলৰ যোগেদি -- যি প্ৰতিভায় অৰ্জন কৰিলে বিশ্ব বিখ্যাত চেন্টাৰ-ফৰোৱাৰ্ডৰ খ্যাতি। আলোড়ন সৃষ্টিকাৰী ধুৰন্ধৰ. ষ্ট্ৰাইকাৰ গাৰ্ড মুলাৰ দুবাৰ "গোল্ডেন চু" পুৰস্কাৰ পোৱা ইউৰোপৰ প্ৰথম খেলুৱৈ।

গাৰ্ড মুলাৰ ১৯৪৫ চনৰ ৩ নভেম্বৰত পশ্চিম জাৰ্মেনিৰ ক্ষুদ্ৰ চহৰ নৰ্ডলিনজেনৰ ওচৰৰ বেভেৰীয়ান গাওঁ জিনচেন-ত ভূমিষ্ঠ হয়। পিতৃ বিয়োগে ১৫ বছৰ বয়সত স্কুল ত্যাগ কৰি এক বয়ন শিল্প প্ৰতিষ্ঠানৰ কৰ্মীৰূপে নিয়োজিত হয়। আনহাতেদি স্থানীয় টি. এচ. নৰ্ডলিনজেন দলত ফুটবলৰো পাতনি মেলে। ইতিমধ্যে মুলাৰৰ প্ৰতি বেয়াৰ্ন মিউনিক ক্লাবৰ দৃষ্টি গোচৰ হয় আৰু ১৯৬৪ চনৰ ১৮ অক্টোবৰত এই ক্লাবৰ পক্ষে আত্মপ্ৰকাশ কৰে। উদ্বোধনী বৰছুমতে দক্ষিণ জাৰ্মেনিৰ আঞ্চলিক লীগত ৩৫ গোল কৰোঁতে বেয়াৰ্ন মিউনিকে বাণ্ডেছলীগালৈ প্ৰমোচন পায়। জাৰ্মান লীগত আত্মপ্ৰকাশ কৰিয়ে দ্বিতীয় বৰছুমত ২৮ গোল দি সৰ্বোচ্চ গোলদাতাৰ খ্যাতি আৰ্জে। ১৯৬৭ চনত ইউৰোপীয় কাপ-উইনাৰ্চ কাপ জয় কৰোঁতে মুলাৰে ৮ গোল কৰে। বিশেষকৈ চেমি-ফাইনেলত ষ্টেণ্ডাৰ্দ লীগৰ বিৰুদ্ধে মুলাৰৰ ৪ গোলে আতঙ্কৰ সৃষ্টি কৰিছিল। ১৯৬৯ চনত বেয়াৰ্ন মিউনিকে লীগ আৰু কাপ জয় কৰি 'ডাবল' পায়। ১৯৭২ চনত ইউৰোপীয় কাপৰ দ্বিতীয় ৰাউণ্ডত অমনিয়াৰ বিৰুদ্ধে ৫ গোল কৰে তথা এনে ধৰণৰ কৃতিত্ব অৰ্জা এওঁ অষ্টমজন ফুটবলাৰ।

১৯৬৬ বিশ্বকাপৰ উদ্দেশ্যে পশ্চিম জাৰ্মেনিৰ বাছনি শিবিৰলৈ গাৰ্ড মুলাৰ আমন্ত্ৰিত হৈছিল যদিও তেওঁ চূড়ান্ত দলত নিৰ্বাচন নেপালে। অৱশ্যে সেই বছৰতেই আঙ্কাৰাত তুৰস্কৰ বিৰুদ্ধে তেওঁৰ আন্তৰ্জাতিক আত্মপ্ৰকাশ ঘটে। ইতিপূৰ্বে, ৰুমানিয়াৰ বিৰুদ্ধে ২৩-বছৰৰ অনুৰ্ধ আন্তৰ্জাতিকত মুলাৰে খেলাৰ সুযোগ পায়। ১৯৭০ বিশ্বকাপৰ কোৱালিফাইং ৰাউণ্ডত চাইপ্ৰাচ, অষ্ট্ৰিয়া আৰু স্কটলেণ্ডৰ বিৰুদ্ধে মুলাৰৰ ৯ গোল নুই কৰিব নোৱাৰি। চূড়ান্ত পৰ্যায়ৰ গ্ৰুপ লীগত বুলগেৰিয়াৰ বিৰুদ্ধে হেট-ট্ৰিক অৰ্জন কৰাৰ পিচত পেৰুৰ বিৰুদ্ধে খেলখন খুউব উত্তেজনাপূৰ্ণ আছিল। পশ্চিম জাৰ্মেনি ৩-১ ব্যৱধানত জয়ী হওঁতে তিনিটা স্কৰ মুলাৰৰ। কোৱাৰ্টাৰ-ফাইনেলত বিশ্ব চেম্পিয়ন ইংলেণ্ডৰ বিৰুদ্ধে অতিৰিক্ত সময়ৰ খেলত মুলাৰৰ গোলত ৩-২ ব্যৱধানত জয়ী হয়। চেমি-ফাইনেলত ইউৰোপীয় চেম্পিয়ন ইটালি বনাম পশ্চিম জাৰ্মেনি খেলখন ফুটবল ইতিহাসৰ উত্তেজনাপূৰ্ণ নাটকীয় ঘটনা। অতিৰিক্ত সময়ৰ অন্তত জাৰ্মান দল ৩-৪ ব্যৱধানত পৰাভূত হ'ল যদিও মুলাৰৰ ২ গোল এক চমকপ্ৰদ প্ৰদৰ্শন আছিল। এই বিশ্বকাপ প্ৰতিযোগিতাত পশ্চিম জাৰ্মেনিয়ে তৃতীয় স্থান পায় আৰু গাৰ্ড মুলাৰে সৰ্বোচ্চ গোলদাতাৰ (১০ গোল) সন্মান অৰ্জন কৰে। বিশ্বকাপত প্ৰদৰ্শন কৰা বলিষ্ঠ ফুটবল ৰাজিৰ বাবে মুলাৰে ১৯৭০ চনৰ "ইউৰোপীয়ান ফুট-বলাৰ অৱ দি ইয়েৰ" নিৰ্বাচন লাভ কৰে তথা এই সন্মান পোৱা প্ৰথম জাৰ্মান খেলুৱৈ।

১৯৭২ ইউৰোপীয় ফুটবল চেম্পিয়নচিপত পশ্চিম জাৰ্মেনিয়ে চূড়ান্ত বিজয়ীৰ সন্মান অৰ্জন কৰোঁতে মানদণ্ডৰ তুঙ্গত থকা গাৰ্ড মুলাৰৰ ১১ গোলৰ লগতে তেওঁৰ ভূমিকাও অতি গুৰুত্বপূৰ্ণ। বিশেষকৈ ফাইনেলত ছোভিয়েট ইউনিয়নক ৩-০ ব্যৱধানত পৰাভূত কৰোঁতে তেওঁৰ ২ গোলৰ অৱদান ৰয়। এই সাফল্যৰ পিচতে ১৯৭৪ বিশ্বকাপৰ গ্ৰুপ লীগত পশ্চিম জাৰ্মেনিৰ ৫ ফুট ৯ ইঞ্চি ওখ, ৭৭ কিলোগ্ৰাম ওজনৰ পেশী বহুল চেন্টাৰ-ফৰোৱাৰ্ড গাৰ্ড মুলাৰক নিষ্প্ৰভ দেখা যায় আৰু তদৰূপ প্ৰদৰ্শন দ্বিতীয় ৰাউণ্ডতো অব্যাহত থাকোতে এনে অনুভৱ হৈছিল মুলাৰৰ বুটত যেন সেই পূৰ্বৰ তীক্ষ্ণতা নাই !! আনহাতেদি এই ৰাউণ্ডতে শক্তিশালী পোলেণ্ডৰ বিৰুদ্ধে শেষ খেলখন আছিল অতি গুৰুত্বপূৰ্ণ। কাৰণ জয়ী হোৱা দলেই দশম বিশ্বকাপ প্ৰতিযোগিতাৰ ফাইনেলত প্ৰৱেশ কৰিব। অৱশ্যে গাৰ্ড মুলাৰে খেলৰ ৭৬ মিনিটত ১২ মিটাৰ দূৰৰ পৰা কৰা গোলৰে (১-০) পশ্চিম জাৰ্মেনিয়ে ফাইনেলত প্ৰৱেশ কৰে। বিশ্বকাপ ফাইনেলতো (প্ৰতিপক্ষত হলেণ্ড) বিৰতিৰ দুই মিনিট পূৰ্বে পেনাল্টি বক্সৰ বাহিৰৰ পৰা মাটিৰ কিছু ওপৰে মৰা তীব্ৰ চটৰ বিজয়সূচক গোলৰে বিশ্বৰ সবাতোকৈ মাৰাত্মক ষ্ট্ৰাইকাৰৰূপে পৰিগণিত হয়। এই আসৰত কৰা ৪ গোলৰে বিশ্বকাপ টুৰ্ণামেন্টত ৰেকৰ্ড সংখ্যক গোল কৰাৰ কৃতিত্ব অৰ্জন কৰে।

১। গাৰ্ড মুলাৰৰ = ১৪ গোল (১৯৭০ আৰু ১৯৭৪)

২। জাষ্টো ফনটাইন = ১৩ গোল (১৯৫৮)

৩। পেলে = ১২ গোল (১৯৫৮, ১৯৬২, ১৯৬৬ আৰু ১৯৭০)

ফুটবল জগতত 'দাৰ বম্বাৰ' উপনামৰে খ্যাত খৰ্বকায় ষ্ট্ৰাইকাৰ গাৰ্ড মুলাৰৰ খেলত এক অনুচ্চ ভাৰকেন্দ্ৰ, সুন্দৰ ভাৰসাম্য আৰু দ্ৰুত পূৰ্ব ধাৰণা আছিল যাৰদ্বাৰা পেনাল্টি এৰিয়াত এগৰাকী অন্যতম সন্ত্ৰাস সৃষ্টিকাৰী খেলুৱৈৰূপে গোলৰ বন্যা বোৱাইছিল। মুলাৰে মুঠ ৬২ খন আন্তৰ্জাতিকত ৬৮ গোলৰে পেলে, ষ্টিফেনো আৰু পুচকাচৰ দৰে এক হৃদয়গ্ৰাহী গোল স্কৰিং কীৰ্তিমান প্ৰতিষ্ঠা কৰে (১৯৬৬-৭৪)। এইখিনিতে উল্লেখ্য ১৯৭৪ বিশ্বকাপ ফাইনেল গাৰ্ড মুলাৰৰ শেষ আন্তৰ্জাতিকৰূপে খোদিত হয় কাৰণ পৰৱৰ্তীকালত তেওঁক জাতীয় একাদশত দেখা নগ'ল; অৱশ্যে ক্লাবৰ পক্ষে প্ৰথম শ্ৰেণী ফুটবল অব্যাহত ৰাখে। বেয়াৰ্ন মিউনিকে ইউৰোপীয়ান চেম্পিয়ন ক্লাবচ' কাপ একাদিক্ৰমে তিনিবাৰ (১৯৭৪, ১৯৭৫ আৰু ১৯৭৬) জয় কৰি ইউৰোপীয় ফুটবলত চাঞ্চল্য সৃষ্টি কৰোঁতে মুলাৰে সৰ্বমুঠ ৩৬ গোল (১৯৭০-৭৭) কৰে। ইয়াৰ অন্তৰ্গত চাৰিবাৰ সৰ্বোচ্চ গোলদাতা।

১। ১৯৭৩ = ১১ গোল
২। ১৯৭৪ = ৮ ,,
৩। ১৯৭৫ = ৫ ,,
৪। ১৯৭৭ = ৫ ,,



**মুলাৰৰ অৱসৰ**

বেয়াৰ্ন মিউনিকৰ নতুন কোচ্ পাল চাৰ্নাই-ৰ সৈতে হোৱা বিবাদে গাৰ্ড মুলাৰক ১৯৭৯ চনৰ ২৪ ফেব্ৰুৱাৰীত ফুটবলৰ পৰা অৱসৰ লবলৈ বাধ্য কৰে। ইতিপূৰ্বে, তেওঁ ১৯৭৮-৭৯ মৰছুমৰ অন্তত অৱসৰ লোৱাৰ পূৰ্ব ঘোষণা কৰিছিল যদিও ফ্ৰাঙ্কফোৰ্টৰ এখন প্ৰথম শ্ৰেণী খেলত চাব্ষ্টিটিউট্ৰ বেঞ্চত ৰাখোতে তেওঁ অৱসৰ লোৱাৰ সিদ্ধান্ত নিশ্চিত কৰে। এই ঘটনাৰ পিচতে মুলাৰৰ মন্তব্য, "lost his taste for football" আনকি প্ৰাক্তন জাতীয় কোচ্ হেলমুট চোনৰ মন্তব্য এনেধৰণৰ "It's a sad ending Gerd deserved better." এই কালছোৱাত (১৯৬৪-১৯৭৯) তেওঁ ৬২৮ গোল কৰাৰ কৃতিত্ব আৰ্জে।

**ব্ৰাণ্ডেছলীগাত বিভিন্ন ক্লাবৰ বিৰুদ্ধে মুলাৰৰ স্কৰ**

| | |
|---|---|
| এচ ভি হামবাৰ্গ | ২৭ |
| কাইজাৰ লোটান | ২৩ |
| এম এচ ভি দুইচবাৰ্গ | ২২ |
| ৰট উইচ ইচেন | ২০ |
| ইন্ট্ৰাচেট ফ্ৰাঙ্কফোৰ্ট | ১৯ |
| ৰট উইচ অবাৰহচেন | ১৮ |
| হেনোভাৰ | ১৮ |
| বেৰ্দাৰ ব্ৰিমেন | ১৮ |
| স্কালক্ ০৪ | ১৮ |







*১৯৭৪ বিশ্বকাপ ফাইনেলত গার্ড মুলাৰৰ বিজয়সূচক গোলৰ নক্সা*

| | |
|---|---|
| হার্থা বার্লিন | ১৭ |
| ইন্ট্রাচট ব্রুঞ্চউইক | ১৭ |
| এফ. চি. কলোন | ১৫ |
| ভি.এফ.বি.ষ্টুটগার্ট | ১৪ |
| বোৰুছিয়া ডর্টমুণ্ড | ১৪ |
| বোৰুছিয়া মনচেনগ্লেদবেচ | ১৪ |
| ভি. এফ. এল. বোচুম | ১৩ |
| কিকার্চ অফেনবেচ | ১২ |
| ফর্টোনা ডুচেলদর্ফ | ১১ |
| এলিমেনিয়া আচেন | ৭ |
| টেনিচ বোৰুছিয়া | ৭ |
| কার্লৰুড় এচ. চি. | ৬ |
| এফ. চি চাৰব্রুকেন | ৬ |
| টি. এচ. ভি. মিঁউনিক | ৫ |
| এফ. চি. নুৰেমবার্গ | ৪ |
| এফ. চি. চেণ্ট পলি | ৪ |
| বোৰুছিয়া নুনকিৰচেন | ৪ |
| আর্মিনিয়া বিলফেল্ড | ৪ |
| ফর্টোনা কলোন | ৩ |
| উপাৰটাল | ২ |
| বেয়াৰ আর্দিনজেন | ১ |
| টাচমেনিয়া বার্লিন | ১ |

সর্বমুঠ গোল ৩৬৫

**মুলাৰৰ গোল তালিকা**

| | |
|---|---|
| পশ্চিম জার্মান বাণ্ডেছলীগা | ৩৬৫ |
| দক্ষিণ আঞ্চলিক লীগ ও প্লে-অফ্ | ৩৯ |
| জাতীয় দল | ৬৮ |
| জাতীয় দল (২৩-বছৰ অনূর্দ্ধ) | ১ |
| পশ্চিম জার্মান কাপ | ৭৬ |
| পশ্চিম জার্মান লীগ কাপ | ১২ |
| ইউৰোপীয়ান চেম্পিয়ন ক্লাবচ' কাপ | ৩৬ |
| ইউৰোপীয়ান কাপ-উইনার্চ কাপ | ২০ |
| ফেয়ার্চ কাপ | ৭ |
| চুপাৰ কাপ | ৩ |
| বিশ্ব ক্লাব চেম্পিয়নচিপ | ১ |

সর্বমুঠ ৬২৮ গোল



## গার্ড মুলাৰৰ আন্তৰ্জাতিক খেল

| তাৰিখ | স্থান | প্ৰতিপক্ষ | ফলাফল(স্কৰ) |
|---|---|---|---|
| ১। ১৯৬৬ | আঙ্কাৰা | তুৰস্ক | |
| ২। ৮-৪-৬৭ | ডৰ্টমুণ্ড | আলবেনিয়া | ৬-০(৪) |
| ৩। ২৭-৯-৬৭ | বাৰ্লিন | ফ্ৰান্স | ৫-১(১) |
| ৪। ৩-৫-৬৭ | বেলগ্ৰেড | যুগোশ্লাভিয়া | ০-১ |
| ৫। ১৭-৪-৬৮ | বাচেল | চুইজাৰলেণ্ড | ০-০ |
| ৬। ১৩-১০-৬৮ | ভিয়েনা | অষ্ট্ৰিয়া | ২-০(১) |
| ৭। ২৩-১১-৬৮ | নিকোচিয়া | চাইপ্ৰাচ | ১-০(১) |
| ৮। ২৬-৩-৬৯ | ফ্ৰাঙ্কফোৰ্ট | ৱেলচ | ১-১(১) |
| ৯। ১৬-৪-৬৯ | গ্লাচগো | স্কটলেণ্ড | ১-১(১) |
| ১০। ১০-৫-৬৯ | নুৰেমবাৰ্গ | অষ্ট্ৰিয়া | ১-০(১) |
| ১১। ২১-৫-৬৯ | ইচেন | চাইপ্ৰাচ | ১২-০(৪) |
| ১২। ২১-৯-৬৯ | ভিয়েনা | অষ্ট্ৰিয়া | ১-১(১) |
| ১৩। ২৪-৯-৬৯ | চোফিয়া | বুলগেৰিয়া | ১-০ |
| ১৪। ২২-১০-৬৯ | হামবাৰ্গ | স্কটলেণ্ড | ৩-২(১) |
| ১৫। ৮-৪-৭০ | ষ্টুটগাৰ্ট | ৰুমানিয়া | ১-১ |
| ১৬। ৯-৫-৭০ | বাৰ্লিন | আয়াৰলেণ্ড | ২-১ |
| ১৭। ১৩-৫-৭০ | হেনোভাৰ | যুগোশ্লাভিয়া | ১-০ |
| ১৮। ৩-৬-৭০ | লিওন | মৰক্কো | ২-১(১) |
| ১৯। ৭-৬-৭০ | লিওন | বুলগেৰিয়া | ৫-২(৩) |
| ২০। ১০-৬-৭০ | লিওন | পেৰু | ৩-১(৩) |
| ২১। ১৪-৬-৭০ | লিওন | ইংলেণ্ড | ৩-২(১) |
| ২২। ১৭-৬-৭০ | মেক্সিকো চিটি | ইটালি | ৩-৪(২) |
| ২৩। ৯-৯-৭০ | নুৰেমবাৰ্গ | হাঙ্গেৰি | ৩-১(২) |
| ২৪। ১৭-১০-৭০ | কলোন | তুৰস্ক | ১-১(১) |
| ২৫। ১৮-১১-৭০ | জাগ্ৰেব | যুগোশ্লাভিয়া | ০-২ |
| ২৬। ২২-১১-৭০ | এথেন্স | গ্ৰীচ | ৩-১ |
| ২৭। ১৭-২-৭১ | টিৰানা | আলবেনিয়া | ১-০(১) |
| ২৮। ১৮-৪-৭১ | ষ্টানবুল | তুৰস্ক | ৩-০(২) |
| ২৯। ১২-৬-৭১ | কাৰ্লচৰো | আলবেনিয়া | ২-০ |
| ৩০। ২২-৬-৭১ | ওচলো | নৰৱে | ৭-১(৩) |
| ৩১। ২৭-৬-৭১ | গটেবাৰ্গ | চুইডেন | ০-১ |
| ৩২। ৩০-৬-৭১ | কোপেনহেগেন | ডেনমাৰ্ক | ৩-১(১) |

| | | | | |
|---|---|---|---|---|
| ৩৩। | ৮-৯-৭১ | হেনোভাৰ | মেক্সিকো | ৫-০(৩) |
| ৩৪। | ১০-১০-৭১ | ব্ৰাৰ্চ | পোলেণ্ড | ৩-১(২) |
| ৩৫। | ১৭-১১-৭১ | হামবাৰ্গ | পোলেণ্ড | ০-০ |
| ৩৬। | ২৯-৩-৭২ | বুডাপেষ্ট | হাঙ্গেৰি | ২-০ |
| ৩৭। | ২৯-৪-৭২ | ৱেম্বলী | ইংলেণ্ড | ৩-১(১) |
| ৩৮। | ১৩-৫-৭২ | বাৰ্লিন | ইংলেণ্ড | ০-০ |
| ৩৯। | ২৬-৫-৭২ | মিউনিক | ছোভিয়েট ইউনিয়ন | ৪-১(৪) |
| ৪০। | ১৪-৬-৭২ | এন্টৱাৰ্প | বেলজিয়াম | ২-১(২) |
| ৪১। | ১৮-৬-৭২ | ব্ৰুচেলচ | ছোভিয়েট ইউনিয়ন | ৩-০(২) |
| ৪২। | ১৫-১১-৭২ | ডুচেলদৰ্ফ | চুইজালেণ্ড | ৫-১(৪) |
| ৪৩। | ১৪-২-৭৩ | মিউনিক | আৰ্জেণ্টিনা | ২-৩ |
| ৪৪। | ২৮-৩-৭৩ | ডুচেলদৰ্ফ | চেকোশ্লোভাকিয়া | ৩-০(২) |
| ৪৫। | ৯-৫-৭৩ | মিউনিক | যুগোশ্লাভিয়া | ০-১ |
| ৪৬। | ১৬-৬-৭৩ | বাৰ্লিন | ব্ৰাজিল | ০-১ |
| ৪৭। | ৫-৯-৭৩ | মস্কো | ছোভিয়েট ইউনিয়ন | ১-০(১) |
| ৪৮। | ১০-১০-৭৩ | হেনোভাৰ | | ৪-০(২) |
| ৪৯। | ১৩-১০-৭৩ | গীলচেনকিৰ্চেন | ফ্ৰান্স | ২-১(২) |
| ৫০। | ২৪-১১-৭৩ | ষ্টুটগাৰ্ট | স্পেইন | ২-১ |
| ৫১। | ২৩-২-৭৪ | বাৰ্চিলোনা | স্পেইন | ০-১ |
| ৫২। | ২৬-২-৭৪ | ৰোম | ইটালি | ০-০ |
| ৫৩। | ২৭-৩-৭৪ | ফ্ৰাঙ্কফোৰ্ট | স্কটলেণ্ড | ২-১ |
| ৫৪। | ১৭-৪-৭৪ | ডৰ্টমুণ্ড | হাঙ্গেৰি | ৫-০(২) |
| ৫৫। | ১-৫-৭৪ | হামবাৰ্গ | চুইডেন | ২-০ |
| ৫৬। | ১৪-৬-৭৪ | বাৰ্লিন | চিলি | ১-০ |
| ৫৭। | ১৮-৬-৭৪ | হামবাৰ্গ | অষ্ট্ৰেলিয়া | ৩-০(১) |
| ৫৮। | ২২-৬-৭৪ | হামবাৰ্গ | পূব জাৰ্মেনি | ০-১ |
| ৫৯। | ২৬-৬-৭৪ | ডুচেলদৰ্ফ | যুগোশ্লাভিয়া | ২-০(১) |
| ৬০। | ৩০-৬-৭৪ | ডুচেলদৰ্ফ | চুইডেন | ৪-২ |
| ৬১। | ৩-৭-৭৪ | ফ্ৰাঙ্কফোৰ্ট | পোলেণ্ড | ১-০(১) |
| ৬২। | ৭-৭-৭৪ | মিউনিক | হলেণ্ড | ২-১(১) |



# শেপ্ মেয়াৰ



পশ্চিম জাৰ্মেনিৰ দুৰ্দ্ধৰ্ষ গোলৰক্ষক শেপ্ মেয়াৰ বিশ্বফুটবলৰ অন্যতম ফুটবল চৰিত্ৰ। বিশ্ব-বিশ্ৰুত লেভ্ ইয়াচীন আৰু গৰ্ডন বেঙ্কচ্‌ৰ পিচতে 'বৰ্ল্ড নাম্বাৰ ওৱান গোলকীপাৰ' বুলি ক'বলৈ গ'লে শেপ্ মেয়াৰক আঙুলিয়াব পাৰি। এই গৰাকী ক্ষীণকায় ফুটবলাৰে দীৰ্ঘকাল ধৰি বেয়াৰ্ন মিউনিক আৰু পশ্চিম জাৰ্মেনিৰ গোল-পোষ্টত বীৰোচিত খেল প্ৰদৰ্শন কৰি বিশ্বৰ অন্যতম ক্ৰীড়াবিদৰূপে জিলিকি উঠিছিল।

শেপ্ মেয়াৰ ১৯৪৪ চনৰ ২ ফেব্ৰুৱাৰীত জন্ম গ্ৰহণ কৰে। টি এচ ভি হাৰ দলত ফুটবলৰ পাতনি মেলি ১৯৫৮ চনত বেয়াৰ্ন মিউনিকত যোগদান কৰে। ১৯৬২ চনৰ পৰা প্ৰথম শ্ৰেণী ফুটবলত আত্মপ্ৰকাশ কৰি ১৯৬৬ চনৰ ৪ মে'ত ডাব্লিনত আয়াৰলেণ্ডৰ বিৰুদ্ধে আন্তৰ্জাতিক ফুটবলত অভ্যুদয় হয় আৰু পৰৱৰ্তীমাহত লণ্ডন বিশ্বকাপত অংশ গ্ৰহণৰ অৰ্থে জাতীয় দলত সন্নিবিষ্ট হয়। অৱশ্যে দলত ১ নং গোলৰক্ষক হান্স টিলকুস্কি থকা হেতু তেওঁ এখন খেলতো অংশ গ্ৰহণৰ সুযোগ নেপালে। যদিও বিশ্বকাপৰ পিচৰে পৰা জাতীয় দলৰ প্ৰধান গোলৰক্ষকৰ ভূমিকা লয়। এইখিনিতে উল্লেখ্য শেপ্ মেয়াৰে ১৯৬৫-৬৬ৰ পৰা ১৯৭৮-৭৯ মৰছুমলৈকে

বেয়ার্নৰ মুঠ ৪৭৬ খন খেলৰ ৩ খনত অনুপস্থিত আছিল। বিশেষকৈ ১৯৬৬ৰ আগষ্টৰ পৰা জুন ১৯৭৯ লৈকে বাণ্ডেছলীগাৰ ৪৪২ খন খেলত অৱতীৰ্ণ হয়। ইয়াৰ অন্তৰ্গত ১৯৭২ চনৰ জুলাইত বেয়ার্ন মিউনিক বনাম লিভাৰপুলৰ নব্বৈ মিনিটৰ পাৱাৰ ফুটবলত শেপ্ মেয়াৰৰ দুৰ্দ্ধৰ্ষ খেলে লণ্ডনৰ 'ডেইলী এক্সপ্ৰেচ' কাকতৰ শিৰোনামাত 'চুপাৰ শেপ্' নামেৰে অঙ্কিত কৰিছিল।

বেয়ার্ন মিউনিক দল ইউৰোপীয় ক্লাৱ ফুটবলৰ ক্ৰীড়া স্পন্দনত পৰিণত হওঁতে গোলৰক্ষণত অচল অটল শেপ্ মেয়াৰ আছিল। বেয়ার্ন মিউনিকে ১৯৬৬, ১৯৬৭, ১৯৬৯ আৰু ১৯৭১ চনত জাৰ্মান কাপ জয় কৰাৰ উপৰি ১৯৬৯, ১৯৭২ আৰু ১৯৭৩ চনত বাণ্ডেছলীগা জয় উল্লেখযোগ্য। ১৯৬৭ চনত ইউৰোপীয়ান কাপ-উইনাৰ্চ কাপ জয় কৰাৰ উপৰি ১৯৭৪, ১৯৭৫ আৰু ১৯৭৬ চনত একেবাহে তিনিবাৰ ইউৰোপীয় চেম্পিয়ন ক্লাৱচ' কাপ জয় কৰে। ১৯৭০ বিশ্বকাপত পশ্চিম জাৰ্মেনিয়ে তৃতীয়স্থান দখল কৰোঁতে শেপ্ মেয়াৰৰ প্ৰদৰ্শিত বীৰোচিত খেল চিৰদিন জিলিকি থাকিব। বিশেষকৈ চেমি-ফাইনেলত ইটালিৰ বিৰুদ্ধে ৩-৪ গোলত পৰাভূত হ'লেও তেওঁৰ খেল স্মৰণীয়। বিশ্বকাপত ইংলেণ্ড দুৰ্দ্ধৰ্ষ গৰ্ডন বেস্কচ্ থকা সত্ত্বেও মেয়াৰে বিশ্বৰ ১নং গোলৰক্ষকৰ আসন অধিকাৰ কৰে।

পশ্চিম জাৰ্মেনিৰ ফুটবল ইতিহাসত ১৯৭২ ইউৰোপীয় ফুটবল চেম্পিয়নচিপৰ চৰম সাফল্য মনকৰিবলগীয়া। ফাইনেলত ছোভিয়েট ইউনিয়নক ৩-০ ব্যৱধানত পৰাভূত কৰি আগন্তুক বিশ্বকাপৰ ভাবী চেম্পিয়নৰূপে ব্যক্ত কৰে কাৰণ পূৰ্ববৰ্ত্তী দুয়োটা বিশ্বকাপতে পশ্চিম জাৰ্মেনিৰ প্ৰদৰ্শন অতি আশাপ্ৰদ আছিল; তাতে ১৯৭৪ বিশ্বকাপৰ উদ্যোক্তা পশ্চিম জাৰ্মেনি। এই প্ৰতিযোগিতাৰ পূৰ্বলৈকে ৬ ফুট ১/২ ইঞ্চি ওখ, ৭৭ কিলোগ্ৰাম ওজনৰ শেপ্ মেয়াৰে মুঠ ৫০ খন আন্তৰ্জাতিকত অংশ লয়। বিশেষকৈ এই বিশ্বকাপত সবাতোকৈ অভিজ্ঞসম্পন্ন গোলৰক্ষক আছিল শেপ্ মেয়াৰ। ইয়াত শেপ্ মেয়াৰৰ অচল অটল ক্ৰীড়াধাৰা জাৰ্মান দৰ্শকে কেতিয়াও পাহৰিব নোৱাৰে কাৰণ ফাইনেলত দুৰ্দ্ধৰ্ষ ওলণ্ডাজৰ বিৰুদ্ধে যিকোনো মুহূৰ্তত গোল খোৱাৰ সম্ভাৱনা আছিল। কিন্তু তেওঁৰ বীৰোচিত গোলৰক্ষণে ওলণ্ডাজৰ সৰ্বাত্মক আক্ৰমণকো বিপৰ্যস্ত কৰে। অৱশেষত পশ্চিম জাৰ্মেনিয়ে ২-১ গোলত জয়ী হৈ বিশ্ব চেম্পিয়নচিপ অৰ্জন কৰে আনহাতে শেপ্ মেয়াৰে বিশ্ব শ্ৰেষ্ঠ গোলৰক্ষকৰ স্বীকৃতি পায়।

দেখা যায় জাতীয় দলত শেপ্ মেয়াৰক অন্তৰ্ভুক্তিৰ পৰা বিৰত ৰাখিবলৈ কোচ্ হেলমুট চোনৰ ওপৰত হেঁচা দিয়া হৈছিল। মেয়াৰে প্ৰতিবন্ধকৰ সন্মুখীন হ'লেও ইউৰোপীয় নেচনচ' কাপ আৰু বিশ্বকাপ জয়ত গুৰুত্বপূৰ্ণ ভূমিকা অৱতাৰণা কৰি মানুহৰ ভুল ধাৰণা দূৰ কৰে। ইয়াৰোপৰি শেপ্ মেয়াৰে বিশ্বকাপৰ খেলসমূহত সুদীৰ্ঘ সময় গোল নোখোৱাকৈ এক অবিস্মৰণীয় কীৰ্তিমান প্ৰতিষ্ঠা কৰে। ১৯৭৪ বিশ্বকাপৰ ফাইনেলত প্ৰথম মিনিটতে হলেণ্ডৰ জহান নিচকেঞ্চে পেনাল্টিৰ দ্বাৰা গোল কৰাৰ পিচত ১৯৭৮ বিশ্বকাপৰ চাৰিখন খেলত বিপক্ষই পশ্চিম জাৰ্মেনিৰ গোলত এক

গোলো স্কৰ কৰিব পৰা নাছিল। পঞ্চমখন খেলত হলেণ্ডৰ বিৰুদ্ধে ২-২ ব্যৱধানত অন্ত পৰোতে আৰি হানে খেলৰ ২৬ মিনিটত গোল কৰি শেপ্ মেয়াৰক পৰাভূত কৰোঁতে ক্ৰীড়া সাংবাদিকসকলে "The Berlin Wall collapes" বুলি অভিহিত কৰে। ইয়াৰ লগে লগে বিশ্বকাপত ৪৭৫ মিনিট গোল নোখোৱাৰ কীৰ্তিমান প্ৰতিষ্ঠা হয়। মেয়াৰৰ পূৰ্বে ইংলেণ্ডৰ গৰ্ডন বেঙ্কচে ১৯৬৬ বিশ্বকাপত ৪৩৮ মিনিটৰ কীৰ্তিমান গঢ়িছিল। বুয়েনচ আয়াৰ্চ বিশ্বকাপৰ প্ৰথম ৰাউণ্ডত পোলেণ্ড (০-০), মেক্সিকো (৬-০) আৰু টিউনিচিয়া (০-০)ৰ বিৰুদ্ধে খেলে; দ্বিতীয় ৰাউণ্ডত পশ্চিম জাৰ্মেনিয়ে ইটালি (০-০) আৰু হলেণ্ড (২-২)ৰ বিৰুদ্ধে ড্ৰ খেলি অষ্ট্ৰিয়াৰ হাতত ২-৩ ব্যৱধানত পৰাভূত হয়। এইখিনিতে উল্লেখ্য শেপ্ মেয়াৰে ১৯৭৫, ১৯৭৭ আৰু ১৯৭৮ চনত পশ্চিম জাৰ্মেনিৰ "ফুটবলাৰ অব দি ইয়েৰ" নিৰ্বাচন পায়।

শেপ্ মেয়াৰে মুঠ ৮১ খন আন্তৰ্জাতিকত অভ্যুদয় হওঁতে ১৯৭৯ চনৰ ২৬ মে'ত ৰিকজাভিক-ত আইচলেণ্ডৰ বিৰুদ্ধে তেওঁৰ শেষ আন্তৰ্জাতিক খেলে। কাৰণ ১৯৭৯ চনৰ ১৪ জুলাইৰ মটৰ দুৰ্ঘটনাৰ পিচৰে পৰা তেওঁ খেলত অংশ লোৱা নাই আৰু ১৯৮০-ৰ ১৩ জানুৱাৰী তাৰিখে ফুটবলৰ পৰা অৱসৰ ঘোষণা কৰে। মেয়াৰক আনুষ্ঠানিকভাৱে বিদায় জনাবলৈ ১৯৮০ চনৰ জুনত বেয়াৰ্ন মিউনিক আৰু পশ্চিম জাৰ্মেনি একাদশৰ মাজত এখন খেল অনুষ্ঠিত কৰোঁতে খেলপথাৰত ৭৭,৮৫০ জন দৰ্শক উপস্থিত আছিল। শেপ্ মেয়াৰে প্ৰথমাৰ্দ্ধত ২১ মিনিট খেলি খেলপথাৰৰ পৰা মেলানি মাগে। ❑❑



কাৰ্ল-হেঞ্জ-ৰুমেনিগে

# বাৰ্টি ভোগটচ্



পশ্চিম জাৰ্মেনিৰ চুটি চাপৰ ৰাইট-বেক্ বাৰ্টি ভোগটচ্ বিশ্বফুটবলৰ এটা চকুতপৰা ক্ৰীড়া চৰিত্ৰ। সাফল্যমণ্ডিত জাৰ্মান ফুটবলত বাৰ্টি ভোগটচ্‌ৰ অৱদান অপৰিসীম। কাৰণ এওঁৰ দৰে কমপ্লিট টেক্‌টিক্লেল ডিফেণ্ডাৰ অতি বিৰল। বিশেষকৈ টোটেল ফুটবল পদ্ধতিক তেওঁৰ দুৰ্দ্ধৰ্ষতাপূৰ্ণ কাটানাকিঅই ব্যৰ্থ কৰোঁতে আধুনিক ফুটবলত 'টেৰিয়েৰ' উপনামৰে প্ৰখ্যাত হৈ উঠিছিল। এই গৰাকী পেশীবহুল খেলুৱৈয়ে নিজৰ বল ও বুদ্ধিক সফলভাৱে প্ৰয়োগ কৰি বিশ্বৰ লেখতলবলগীয়া ডিফেণ্ডাৰৰূপে প্ৰস্ফুটিত হৈছিল।

বাৰ্টি ভোগটচ্ ১৯৪৬ চনৰ ৩০ ডিচেম্বৰত ভূমিষ্ঠ হয় আৰু ১৮-বছৰ বয়সত বোৰুছিয়া মনচেনগ্লেদবেচ দলত যোগদান কৰে। প্ৰথম শ্ৰেণী ফুটবলত দুবছৰ অতিক্ৰম কৰোঁতেই ১৯৬৭ চনৰ ২২ নভেম্বৰত ৰুমানিয়াৰ বিৰুদ্ধে আন্তৰ্জাতিক আত্মপ্ৰকাশ ঘটে আৰু পশ্চিম জাৰ্মেনি ০-১ গোলত পৰাভূত হয়। অৱশ্যে জাৰ্মান্ জাতীয় দলত নিজৰ স্থান স্থায়ী কৰি মেক্সিকো বিশ্বকাপত প্ৰতিখন খেলতে দুৰ্দ্ধৰ্ষ খেল প্ৰদৰ্শন কৰে আৰু পশ্চিম জাৰ্মেনিয়ে তৃতীয়স্থান লাভ কৰিবলৈ সক্ষম হয়। ১৯৭০ আৰু ১৯৭১

চনত বোৰুছিয়া মনচেনগ্লেদবেচ দলে লীগ খিতাপ পায় ইয়াৰোপৰি ১৯৭৩ ইউফা কাপৰ ফাইনেলত লিভাৰপুলৰ হাতত ২-৩ গোলত পৰাভূত হয়। ১৯৭২ ইউৰোপীয় নেচনচ' কাপত বার্টি ভোগটচ্ অনুপস্থিত আছিল আৰু কার্টিলেজ অপাৰেচনৰ পিচত খেলপথাৰলৈ প্রত্যাবর্তন কৰে ।

১৯৭৪ বিশ্বকাপত পশ্চিম জার্মেনিৰ ৰক্ষণত সবাতোকৈ নির্ভৰশীল খেলুৱৈ আছিল, বার্টি ভোগটচ্। বিশ্বকাপৰ পূর্বলৈকে এই গৰাকী ৫ ফুট ৬ ¹/₂ ইঞ্চি ওখ ৬৭ কিলোগ্রাম ওজনৰ ২৭-বছৰ বয়স্ক ফুটবলাৰ ৫১ খন আন্তর্জাতিকৰে পুষ্ট। দলৰ বিপদৰ সময়ত অতি ধৈর্য সহকাৰে খেলিব পৰাটোৱে পেশীবহুল ভোগটচ্‌ৰ অন্য এটা ডাঙৰ গুণ। যাৰবাবে এই ৰাইট-বেক্ গৰাকীয়ে ১৯৭৪ বিশ্বকাপৰ অল-ষ্টাৰ দলতো স্থান লাভ কৰিছিল। বিশেষকৈ ফাইনেলত হলেণ্ডৰ বহুমুখী প্রতিভাসম্পন্ন চতুৰ চেন্টাৰ-ফৰোৱার্ড জহান ক্রুইফক শৰীৰৰ ছাঁৰ দৰে মার্কিং কৰি পশ্চিম জার্মেনিৰ পক্ষে বিশ্বকাপ বিজয়ৰ সাফল্য কঢ়িয়াই আনিছিল। ইয়াৰোপৰি ১৯৭৫ চনত বোৰুছিয়া মনচেনগ্লেদবেচ দলে ইউফা কাপ জয় অন্য এক বৃহৎ সাফল্য আৰু ১৯৭৭ চনত ইউৰোপীয় চেম্পিয়ন ক্লাবচ' কাপৰ ফাইনেলত লিভাৰপুলৰ হাতত ১-৩ গোলত পৰাভূত হয়। ইতিপূর্বে ১৯৭৬ ইউৰোপীয় ফুটবল চেম্পিয়নচিপৰ ফাইনেল ২-২ ভাৱে অন্ত পৰাৰ পিচত টাই-ব্রেকাৰত চেকোশ্লোভাকিয়াৰ হাতত পৰাভূত হয়। পিচৰ বছৰ বেকেনবাউৰে অৱসৰ লওঁতে জাতীয় দলৰ অধিনায়কত্বৰ গুৰু দায়িত্ব ভোগটচ্‌ক দিয়ে। ১৯৭৮ বিশ্বকাপত বার্টি ভোগটচ্‌ৰ অধিনায়কত্বত পশ্চিম জার্মেনিয়ে বলিষ্ঠ ফুটবল প্রদর্শন কৰিছিল যদিও ২০ জুনত কর্ডোবাত অনুষ্ঠিত দ্বিতীয় ৰাউণ্ডৰ অন্তিম খেলত অষ্ট্রিয়াৰ হাতত অপ্রত্যাশিতভাৱে ২-৩ গোলত পৰাভূত হৈ তৃতীয়স্থান নির্ণায়কৰ খেলত অংশ লোৱাৰ পৰা বঞ্চিত হয়। এয়া তেওঁৰ ৯৮তম আন্তর্জাতিক আছিল আৰু বিশ্বকাপৰ পিচতে ফুটবলৰ পৰা অৱসৰ লয়। এইখিনিতে উল্লেখ্য বাণ্ডেছলীগাত তেওঁ মুঠ ৪১৯ খন খেলত অংশ গ্রহণ কৰে। ☐☐



*ৰুদি ভোয়েলাৰ*

# গান্টাৰ নেট্জাৰ



পশ্চিম জাৰ্মেনিৰ দুৰ্দ্ধৰ্ষ ফুটবলাৰ গান্টাৰ নেট্জাৰে তেওঁৰ বুদ্ধিদীপ্ত ফুটবল আৰু সৃষ্টিকামী কৌশলবাজিয়ে বিশ্ব শ্ৰেষ্ঠ মিড-ফিল্ডাৰসকলৰ শাৰীত প্ৰতিষ্ঠিত কৰোঁতে বিশ্বৰ বচা বচা ক্ৰীড়া বিশেষজ্ঞসৱে স্বীকৃতি দিবলৈ কুণ্ঠাবোধ কৰা নাই। এই গৰাকী ৫ ফুট ১০ ইঞ্চি ওখ, ৭৯ কিলোগ্ৰাম ওজনৰ দীৰ্ঘ কেশৰ হিপ্পী ফুটবলাৰৰ সমকক্ষ প্ৰতিভাৱান খেলুৱৈ জাৰ্মেনিত দ্বিতীয়জনৰ চকুত পৰা নেযায়। হয়তো বাৰম্বাৰ আঘাত ও উলফগেং অভাৰাথ জাতীয় দলত নথকা হ'লে নেট্জাৰ ফুটবল কিংবদন্তিত পৰিণত হ'ব পাৰিলেহেঁতেন তাত সন্দেহ নাই। বিশেষকৈ নেট্জাৰৰ ফুটবল মানদণ্ড তুঙ্গত থাকোতে ১৯৭২ ইউৰোপীয় ফুটবল চেম্পিয়নচিপত তেওঁৰ ভূমিকা যুগ-যুগান্তৰ স্মৰণীয় হৈ ৰব আৰু পশ্চিম জাৰ্মেনিৰ এই সাফল্যাই গান্টাৰ নেট্জাৰক জিলিকাই ৰাখিব।

গান্টাৰ নেট্জাৰ ১৯৪৪ চনৰ ১৪ ছেপ্তেম্বৰত জন্ম গ্ৰহণ কৰে। নেট্জাৰে মাহিলী দৰ্মহা ১৬০ জাৰ্মান মাৰ্কৰ বিনিময়ত মনচেনগ্লেদবেচ দলত ১৯৬৩ চনত যোগদান কৰি প্ৰথম শ্ৰেণী ফুটবলত আত্মপ্ৰকাশ কৰে আৰু ১৯৬৫ চনত জাতীয় দলত খেলাৰ সুযোগ পায়। এই প্ৰাক্তন চেলচ্‌মেন গৰাকীয়ে ১৯৬৬ বিশ্বকাপগামী দলত নিৰ্বাচন নেপালে আৰু আহত হোৱা বাবে ১৯৭০ বিশ্বকাপত অংশ ল'ব নোৱাৰিলে অথচ পশ্চিম জাৰ্মান দলৰ তেওঁ নিয়মিত খেলুৱৈ আছিল। অৱশ্যে তেওঁৰ প্ৰচুৰ অভিজ্ঞতাই ১৯৭২ ইউৰোপীয় ফুটবল চেম্পিয়নচিপত প্ৰদৰ্শন কৰা বলিষ্ঠ ফুটবলে সকলোৰে দৃষ্টি আকৰ্ষণ কৰোঁতে প্ৰতিপক্ষ দলসমূহ নাস্তাভূত হ'ব লগা হয়। ফাইনেলত ছোভিয়েট ইউনিয়নক ৩-০ ব্যৱধানত পৰাভূত কৰোঁতে এই ঐতিহাসিক খেলৰ পিচতে ইটালিয়ান আৰু ফৰাছী সমালোচকসৱে তেওঁক "A Second Pele" বুলি অভিহিত কৰিছিল। যি কি নহওঁক ফুটবলৰ এই অপ্ৰতিৰূপ তাৰকা গৰাকী দহবছৰৰ ভিতৰতে পশ্চিম জাৰ্মেনিৰ এজন দামী ফুটবলাৰত পৰিণত হয়।

বোৰুছিয়া মনচেনগ্লেদবেচ দলে ১৯৭০ আৰু ১৯৭১ চনত জাৰ্মান লীগ আৰু ১৯৭৩ চনত কাপ জয় কৰে। ১৯৭৩ ইউফা কাপ ফাইনেলত লিভাৰপুলৰ হাতত ২-৩ গোলত পৰাভূত হয়। ইয়াৰ পিচতে তেওঁ £৩ লাখ পাউণ্ড ষ্টাৰ্লিঙৰ বিনিময়ত স্পেইনৰ ৰিয়েল মাদ্ৰিদত যোগদান কৰে। ইয়াত খেলাকালীন (১৯৭৩-১৯৭৮) দুবাৰ স্পেনীচ লীগ আৰু এবাৰ কাপ জয়ৰ সন্মান কঢ়িয়াই আনে। ১৯৭৪ বিশ্বকাপ দলত গাণ্টাৰ নেট্‌জাৰ আছিল যদিও দলটো উলফগেং অভাৰাথ প্ৰত্যাৱৰ্তনে তেওঁ চাব্‌ষ্টিটিউট্ বেঞ্চত কটাব লগা হয়। বিশ্বকাপত এই গৰাকী ৩০ বছৰ বয়স্ক ফুটবলাৰ ত্ৰিশখনতকৈও অধিক আন্তৰ্জাতিকৰে পুষ্ট। ১৯৭৮ চনত তেওঁ চুইজাৰলেণ্ডৰ প্ৰথম ডিভিজনত খেলি পিচত এচ ভি হামবাৰ্গৰ মেনেজাৰ নিযুক্তি পায়।





১৯৭২ ইউৰোপীয় নেচনচ' কাপত নেটজাৰৰ ক্ৰীড়া সক্ৰিয়তা

# পল ব্ৰিটনাৰ



পল ব্ৰিটনাৰ পশ্চিম জাৰ্মেনিৰ এটি অন্যতম ফুটবল চৰিত্ৰ। জাৰ্মান ৰক্ষণবিভাগত মুখ্য ভূমিকাত অৱতীৰ্ণ হৈ সফলতা কঢ়িয়াই আনিবলৈ সক্ষম হৈছিল। বেয়াৰ্ন মিউনিকৰ এই ফুল-বেক্ গৰাকীক কোনো কোনোৱে সত্তৰ দশকৰ শ্ৰেষ্ঠ খেলুৱৈৰ আখ্যা দিছিল। এই এটেকিং ডিফেণ্ডাৰজনে ব্ৰাজিলৰ ভাভা আৰু পেলেৰ পিচতে দুটা বিশ্বকাপৰ ফাইনেলত গোল কৰাৰ কৃতিত্বও অৰ্জন কৰি থৈ গৈছে।

পল ব্ৰিটনাৰ ১৯৫১ চনৰ ৩ ছেপ্তেম্বৰত জন্ম গ্ৰহণ কৰে। ফুটবলৰ পাতনি ই এচ ভি ক্ৰিলেচিগ দলত। বেয়াৰ্ন মিউনিকত যোগদান কৰি স্বকীয় গৌৰৱময় ফুটবলৰ পাতনি মেলাৰ পূৰ্বে এচ ভি কুলবাৰমুৰ দলতো খেলিছিল। ব্ৰিটনাৰৰ ফুটবল জীৱনত ১৯৭২ ইউৰোপীয় ফুটবল চেম্পিয়নচিপ জয় অতি গুৰুত্বপূৰ্ণ। ১৯৭৪ বিশ্বকাপ খেলিবলৈ অহাৰ পূৰ্বলৈকে এই গৰাকী ৫ ফুট ৯ $^{১}/_{২}$ ইঞ্চি ওখ ৭৩ কিলোগ্ৰাম

ওজনৰ আক্ৰমণাত্মক ডিফেণ্ডাৰ ১৯খন আন্তৰ্জাতিকৰে পুষ্ট। বিশ্বকাপৰ প্ৰথম খেলত চিলিৰ বিৰুদ্ধে দলে যুজিব লগা হওঁতে তেওঁৰ লং ৰেঞ্জ চুটিণ্ডত ১-০ গোলত জয়ী হয়। সেইদৰে ফাইনেলত ০-১ ব্যৱধানত পিচপৰি থকা জাৰ্মান দলৰ বল বিক্ৰম ঘূৰাই আনে তেওঁৰ ঠাণ্ডা মস্তিষ্কৰ পেনাল্টিয়ে। খেলৰ ২৬ মিনিটত সমতা স্থাপনৰ (১-১) পিচত পশ্চিম জাৰ্মেনি ২-১ গোলত জয়ী হ'বলৈ সক্ষম হয়। ইতিপূৰ্বে তেওঁৰ অন্য এটা বৃহৎ সাফল্য বেয়াৰ্ন মিউনিকৰ ইউৰোপীয়ান চেম্পিয়ন ক্লাবচ' কাপ জয়। ফাইনেলত এটলেটিকো মাদ্রিদ ক্লাবক ৪-০ গোলত পৰাভূত কৰে। বিশ্বকাপৰ পিচতে তেওঁ £৩,৫০,০০০ পাউণ্ড ষ্টাৰ্লিঙৰ বিনিময়ত ৰিয়েল মাদ্রিদ দললৈ ট্ৰেন্সফাৰ লয়। এই দলত অন্য এগৰাকী জাৰ্মান যুগন্ধৰ গান্টাৰ নেটজাৰৰ আগমনে মিড-ফিল্ডত অন্য এক উদঘাটনৰূপে আত্মপ্ৰকাশ কৰে। ব্ৰিটনাৰে চৰম মানদণ্ডত থকা কালতে ১৯৭৬ চনত ঘোষণা কৰে যে অদূৰ ভৱিষ্যতে তেওঁ জাতীয় দলত নেখেলে। দেখা গ'ল ১৯৭৮ বিশ্বকাপত পশ্চিম জাৰ্মান দলত পল ব্ৰিটনাৰ নাই। সেই বছৰতে ৰিয়েল মাদ্রিদত তেওঁৰ চুক্তি ম্যাদ উকলাত জাৰ্মান প্ৰথম ডিভিজন ইন্‌ট্ৰাচেট ব্ৰুনচউইক দলত যোগদান কৰে। সেইসময়তে ফ্ৰেঞ্জ বেকেনবাউৰে বেয়াৰ্ন মিউনিক ত্যাগ কৰি কচমচ দলত যোগদান কৰাৰ পিচতে পল ব্ৰিটনাৰৰ বেয়াৰ্ন মিউনিকলৈ প্ৰত্যাৱৰ্তন তাৎপৰ্যপূৰ্ণ। তেওঁৰ অধিনায়কত্বত বেয়াৰ্ন মিউনিক দলে ১৯৮০ আৰু ১৯৮১ চনত লীগ খিতাপ জয় কৰাৰ উপৰি ১৯৮২ ইউৰোপীয়ান চেম্পিয়ন ক্লাবচ' কাপ ফাইনেলত এষ্টন ভিলাৰ হাতত ০-১ গোলত পৰাভূত হৈ ৰানাৰ্চ-আপ পায়।

পল ব্ৰিটনাৰৰ ফুটবল সাফল্যই দীৰ্ঘ দিনৰ অৱধিত পুনৰ জাতীয় দলত অভ্যুদয় হওঁতে ১৯৮২ বিশ্বকাপ খেলিবলৈ আহে। জাৰ্মান মিড-ফিল্ডত তেওঁৰ মুখ্য ভূমিকাই দলক ফাইনেললৈকে অগ্ৰসৰত অৰিহণা যোগায় আৰু ইটালিৰ বিৰুদ্ধে ফাইনেলত ১-৩ গোলত পৰাভূত হওঁতে দলৰ হৈ একমাত্ৰ স্কৰটো ৮৩ মিনিটত পল ব্ৰিটনাৰৰ। এই স্কৰৰ জৰিয়তে ব্ৰিটনাৰে বিশ্বকাপৰ দুখন ফাইনেল খেলত গোল কৰাৰ দুৰ্লভ কৃতিত্ব অৰ্জন কৰে (১৯৭৪-৮২)। ইতিপূৰ্বে ব্ৰাজিলৰ ভাভা (১৯৫৮-৬২) আৰু পেলে (১৯৫৮-৭০) এনে কৃতিত্বৰ অধিকাৰী আছিল। বিশ্বকাপৰ অন্তত চল্লিশতকৈ অধিক আন্তৰ্জাতিকৰে পুষ্ট হয়। □□






জুৱাকিম ষ্ট্ৰিচ (জি দি আৰ)

# কাৰ্ল-হিঞ্জ ৰুমিনিগ



বাণ্ডেছলীগা ফুটবলে কাইজাৰ ফ্ৰেঞ্জক বিদায় দিয়াৰ পিচতে উত্তৰাধিকাৰী সূত্ৰে আৱিৰ্ভাৱ হয় বেয়াৰ্ন মিউনিকৰ লেফট-উইঙ্গাৰ কাৰ্ল-হিঞ্জ ৰুমিনিগ । "কেলি" উপনামৰে জনপ্ৰিয় এই গৰাকী দীৰ্ঘ দেহী ফুটবল শিল্পীয়ে ১৯৮০ আৰু ১৯৮১ চনত একেৰাহে দুবাৰ "ইউৰোপীয়ান ফুটবলাৰ অৱ দি ইয়েৰ" নিৰ্বাচন লাভ কৰে। তেওঁ এজন দক্ষ উইঙ্গাৰ হোৱাৰ উপৰি নিখুঁত স্কৰাৰ যাৰদ্বাৰা দলক অধিক ক্ৰীড়া স্পৃহা প্ৰদান কৰোঁতে পাৰাৰ ফুটবলত আতঙ্কৰ সৃষ্টি কৰিছিল ।

কাৰ্ল-হিঞ্জ ৰুমিনিগ ১৯৫৫ চনৰ ২৫ ছেপ্তেম্বৰত দক্ষিণ জাৰ্মেনিৰ গ্ৰুইনডালড্ চহৰত জন্ম গ্ৰহণ কৰে। ফুটবলৰ পাতনি স্থানীয় বোৰুছিয়া লিপষ্টাড দলত । লিপষ্টাডৰ খেলুৱৈ তথা ১৯-বছৰীয়া বেঙ্কৰ কেৰাণী ৰুমিনিগে £৪৫০০ পাউণ্ড ষ্টাৰ্লিঙৰ(১,৭৫,০০০ জাৰ্মান মাৰ্ক)ৰ বিনিময়ত বেয়াৰ্ন মিউনিকত যোগদান কৰে। নিম্ন মানদণ্ডৰ হেতু অতিৰিক্ত খেলুৱৈৰূপে অতিবাহিত কৰোঁতে ১৯৭৫ চনৰ অক্টোবৰত উইলি হোয়েনেজে আঘাত পাওঁতে ৰুমিনিগক নমায় আৰু তিনিমাহৰ পিচতে জাতীয় যুৱ দলতো আত্মপ্ৰকাশ কৰে। বেয়াৰ্ন মিউনিকত নিয়মিত খেলোতে ১৯৭৬ ইউৰোপীয় চেম্পিয়ন ক্লাবচ' কাপ ফাইনেলত চেণ্ট টাইনক ১-০ গোলত পৰাভূত কৰে। এই সাফল্যৰ পিচতে কাৰ্ডিফত ১৯৭৬ চনৰ ৬ অক্টোবৰত ৱেলচৰ বিৰুদ্ধে আন্তৰ্জাতিক আত্মপ্ৰকাশ ঘটে আৰু ২-০ ব্যৱধানত জয়ী হয় । ৰুমিনিগ ক্ৰমান্বয়ে জাতীয় দলৰ নিয়মিত খেলুৱৈ হৈ পৰে আৰু ১৯৭৮ বিশ্বকাপত অংশ গ্ৰহণ কৰি তেওঁৰ মন্তব্য, "The world Cup made me grow up, It also taught me I could score goals as an attacking winger." আৰু অৱসৰৰ পিচৰ পৰাই ৰুমিনিগৰ ক্ৰীড়াধাৰাত আমূল পৰিৱৰ্তন পৰিলক্ষিত হয় ।

ৰুমিনিগে ১৯৮০ বাণ্ডেছলীগাৰ টপ্ স্কৰাৰ খ্যাতি অৰ্জনৰ পিচতে পশ্চিম জাৰ্মেনিৰ ইউৰোপীয় ফুটবল চেম্পিয়নচিপ জয় উল্লেখযোগ্য । বেলজিয়ামৰ বিৰুদ্ধে

ফাইনেল খেলখন অন্ত পৰিবলৈ নৰে চেকেণ্ড বাকী থকা পৰ্যন্ত ১-১ গোলত ড্ৰ আছিল। ইতিমধ্যে ৰুমিনিগৰ আউট-চুইং ক্ৰেগ কিক্ হুব্ৰেশে শূন্যত অভাৱনীয় হেড্‌ৰে বিজয়সূচক গোল কৰে। ইয়াৰ লগে লগে ৰুমিনিগে আসৰৰ শ্ৰেষ্ঠ খেলুৱৈৰ নিৰ্বাচন পায়। তেওঁ খেলাকালতে, ১৯৭৮-৮০লৈকে পশ্চিম জাৰ্মেনিয়ে ২৩ খন আন্তৰ্জাতিকত অপৰাজিত আছিল। ১৯৮১ চনটো বাণ্ডেছলীগাৰ টপ স্কৰাৰ খ্যাতি অৰ্জন কৰোঁতে ৰুমিনিগে অসীম যশস্যাৰ অধিকাৰী হোৱাৰ উপৰি ইউৰোপৰ এজন ব্যয়বহুল খেলুৱৈত পৰিণত হওঁতে ফুটবলৰ উপৰি বিজ্ঞাপন প্ৰচাৰৰ পৰা অধিক ধন উপাৰ্জন কৰিছিল। সেইবাবেই ফুটবল সন্দৰ্ভত তেওঁৰ মন্তব্য এনে ধৰণৰ, "Football give me everything I like. So I've dedicated my life to it."

স্পেইন বিশ্বকাপত পশ্চিম জাৰ্মেনিৰ ক্ষিপ্ৰ ষ্ট্ৰাইকাৰ তথা অধিনায়ক ৰুমিনিগ পূৰ্ণাঙ্গভাৱে সুস্থ নাছিল। ইউৰোপীয় কাপৰ কোৱাৰ্টাৰ-ফাইনেলত ইউনিভাৰ্চিটি ক্ৰেবেইঅভাৰৰ বিৰুদ্ধে ৰুমানিয়ান গোলৰক্ষকৰ সৈতে খুন্দা খাই এমাহকাল খেল-পথাৰৰ পৰা আঁতৰত থাকে। অৱশ্যে দলীয় সম্ভাৱনা সম্পৰ্কে তেওঁৰ মন্তব্য এনেধৰণৰ, "In Spain we are favourites, with Brazil and Argentina as our most dangerous opponents." প্ৰথম ও দ্বিতীয় ৰাউণ্ডৰ প্ৰতিখন খেলতে খেল আৰম্ভৰ পূৰ্বে মেডিকেল ফিটনেচ টেষ্টত উত্তীৰ্ণ হৈ চমকপ্ৰদ ফুটবল প্ৰদৰ্শন কৰে। ইয়াৰ অন্তৰ্গত চিলিৰ বিৰুদ্ধে হেট-ট্ৰিক অৰ্জন মনকৰিবলগীয়া। বিশেষকৈ চেমি-ফাইনেলত কলা কৌশলত চহকী ফ্ৰান্সৰ বিৰুদ্ধে জীৱনৰ শ্ৰেষ্ঠতম খেল খেলে। কুঁচকি বিষৰ হেতু তেওঁ চাব্‌ছটিটিউট্‌ৰ বেঞ্চত আছিল তথা ফলাফলো ১-১ হয়। অতিৰিক্ত সময়ৰ ৯ মিনিটতে ফ্ৰান্স দলে ৩-১ ব্যৱধানত অগ্ৰসৰ লাভ কৰোঁতে খেলৰ ১৩ মিনিটত ৰুমিনিগক নমায়। তেওঁৰ উপস্থিতিত পশ্চিম জাৰ্মেনি যেন অফুৰন্ত শক্তিৰ অধিকাৰী হয় আৰু কিছুসময়ৰ পিচতে ফ্লিক চুটৰে ১ গোল কৰে। খেল অন্ত পৰিবলৈ১২ মিনিট থাকোতে হৰ্চট বুব্ৰেশৰ বেক্-ভলিয়ে ব্যৱধান ৩-৩ কৰে। ইয়াৰ পিচতে টাই-ব্ৰেকাৰৰ জৰিয়তে পশ্চিম জাৰ্মেনিয়ে ৮-৭ ব্যৱধানত জয়ী হয়। বিশ্বৰ বিভিন্ন পত্ৰ-পত্ৰিকাত খোদিত হ'ল "Second German goal turned the tide." এই খেলখন বিশ্বফুটবলৰ ঐতিহাসিক মেচৰূপে খোদিত হয়। ইয়াৰ লগে লগে কাকতৰ পৃষ্ঠাত ডাঙৰ ডাঙৰ আখৰে খোদিত হ'ল এই বাক্য ফাঁকি, "West Germany triumph in epic semi-final." ফাইনেলত ৰুমিনিগে তেনে সুবিধা কৰিব নোৱাৰিলে আৰু ৬৩ মিনিটত তেওঁৰ সলনি হান্স মুলাৰক নমায়। ৰুমিনিগে মুঠ ৫ গোল কৰি সৰ্বোচ্চ গোলদাতাৰ তালিকাত দ্বিতীয়স্থান পায়। ইতিপূৰ্বে বেয়াৰ্ন মিউনিকে ইউৰোপীয় চেম্পিয়ন ক্লাবচ' কাপত ৰানাৰ্চ-আপ পাওঁতে ৰুমিনিগৰ এটা দৰ্শনীয় বাইচাইকেল-ভলি এষ্টন ভিলা গোলৰ সোঁ-পোষ্টত লাগি ব্যৰ্থ হয়। যি কি নহওঁক ৰুমিনিগৰ চতুৰ দুৰ্দ্ধৰ্ষ খেলে তেওঁক সেইসময়ৰ ফুটবলত পেলেৰ দৰে 'all court' খেলুৱৈৰূপে পৰিগণিত কৰিছে।

বেয়ার্ন মিউনিকৰ ৬ ফুট ২ ইঞ্চি ওখ, ৭৫ কিলোগ্ৰাম ওজনৰ ২৮-বছৰ বয়স্ক তাৰকা ফুটবলাৰ কাৰ্ল-হিঞ্জ ৰুমিনিগে ১৯৮৪ চনৰ ৪ এপ্ৰিলত $৪.৭ মিলিয়ন ডলাৰ(১০ মিলিয়ন মাৰ্ক)ৰ বিনিময়ত ইটালিৰ ইন্টাৰ-মিলানত চুক্তিবদ্ধ হয় আৰু সপ্তম ইউৰোপীয় ফুটবল চেম্পিয়নচিপৰ পিচতে (১ জুলাই) নতুন দলত যোগদান কৰে। এই ট্ৰেন্সফাৰ ঘটনাই তেওঁক দিয়াগো মাৰাদোনাৰ পিচতে বিশ্বৰ সবাতোকৈ ব্যয়বহুল খেলুৱৈৰূপে পৰিগণিত হয় । সেইসময়লৈকে আশীখনৰো অধিক আন্তৰ্জাতিক খেলা ৰুমিনিগে বাণ্ডেছলীগাৰ ৩১০ খন খেলত ১৬২ গোল কৰে ইয়াৰ অন্তৰ্গত তিনিবাৰ টপ্ স্কৰাৰ। ইন্টাৰ-মিলানত খেলাকালীন এজন ইটালিয়ান সাংবাদিকে তেওঁক "টাৰ্বো ডিজেল" উপনামৰে অঙ্কিত কৰিছিল ।

মেক্সিকো বিশ্বকাপত ৰুমিনিগৰ ক্ৰীড়া বৰগুণি অতুলনীয় । ইয়াত পশ্চিম জাৰ্মেনিয়ে পুনৰ ৰানাৰ্চ-আপ পায়। প্ৰথম ৰাউণ্ডৰ তিনিখন খেলতে চাব্‌চ্টিটিউট্‌ৰ বেঞ্চত থাকি কেৱল শেষ কুৰি মিনিট সময় খেলে। দ্বিতীয় ৰাউণ্ডত মৰক্কোক ১-০ গোলত পৰাভূত কৰোঁতে সম্পূৰ্ণ সময় খেলে । কোৱাৰ্টাৰ-ফাইনেলত মেক্সিকোৰ বিৰুদ্ধে টাই-ব্ৰেকাৰত ৪-১ ব্যৱধানত জয়ী হওঁতে ৫৭ মিনিটত তেওঁৰ সলনি দাইটাৰ হোয়েলেজ নামে । সেইদৰে চেমি-ফাইনেলটো মাত্ৰ ৫৮ মিনিট খেলোতে তেওঁৰ সলনি ৰুদি ভোয়েলাৰ অৱতীৰ্ণ হয় আৰু ফ্ৰান্সক ২-০ গোলত হৰুৱাই । ফাইনেলত জাৰ্মান দল ০-২ গোলত পিচপৰি থাকোতে ৭৪ মিনিটত ৰুমিনিগৰ স্কৰে নৱ প্ৰাণৰ সঞ্চাৰ কৰে আৰু আঠ মিনিটৰ পিচতে ৰুদি ভোয়েলাৰৰ গোলে খেলৰ সমতা (২-২) স্থাপন কৰে। তিনি মিনিটৰ পিচত আৰ্জেন্টিনাই স্কৰ কৰি অগ্ৰসৰ হ'ব নোৱাৰা হ'লে হয়তো খেলৰ ধাৰাই অন্যৰূপ ললেহেঁতেন ! যি কি নহওঁক কাৰ্ল-হিঞ্জ ৰুমিনিগে তেওঁৰ ৯৫তম আন্তৰ্জাতিকত এয়া ৪৫তম গোল । তিনিটা বিশ্বকাপ প্ৰতিযোগিতাত তেওঁ মুঠ (৩+৫+১)৯ গোল কৰে । বিশ্বকাপৰ পিচতে (৬ জুলাই) ৰাজধানী বন-ত কাৰ্ল-হিঞ্জ ৰুমিনিগে আন্তৰ্জাতিক ফুটবলৰ পৰা অৱসৰ ঘোষণা কৰোঁতে কয়, "At 30 I'm still a young man and could even carry on through to the 1988 European championship. But..........................matchs."

১৯৮৭ চনৰ ৩০ জুনত ইন্টাৰ-মিলান দলত ৰুমিনিগৰ চুক্তি ম্যাদ অন্ত পৰোতে মৰছুমৰ মাজভাগৰে পৰা আঘাতগ্ৰস্ত হৈ চাইদ-লাইনত বহে আৰু মৰছুমৰ অন্তত সোঁ-ভৰিত অষ্ট্ৰোপ্ৰচাৰ হয়। ইয়াৰ পিচতে তেওঁ চুইজাৰলেণ্ডৰ চাৰ্ভেটি দলত যোগদান কৰে আৰু ১৯৮৮-৮৯ মৰছুমত ২০ গোল কৰি চুইচ প্ৰথম ডিভিজনত টপ স্কৰাৰ হয়। ইয়াৰ অন্তৰ্গত ১৯৮৯ চনৰ ১৫ জুনত জেনেভাত বেলিনজুনা দলৰ বিৰুদ্ধে প্ৰথম ডিভিজনৰ শেষ খেলখনত অংশ লৈয়ে ফুটবলৰ পৰা অৱসৰ গ্ৰহণ কৰে ।



# হেৰল্ড চুমাচাৰ



বিশ্বফুটবলত বহুতো দুৰ্ধৰ্ষ গোল ৰক্ষকৰ অভ্যুদয় হৈছে। ইয়াৰ অন্তৰ্গত পশ্চিম জাৰ্মেনিৰ হেৰল্ড চুমাচাৰ লেখতলবলগীয়া, উপনাম "টনী"। শেপ্ মেয়াৰে অৱসৰ লোৱাৰ পিচতে হেৰল্ড চুমাচাৰৰ অভ্যুদয়ে পশ্চিম জাৰ্মান গোলপোষ্টত দুৰ্ধৰ্ষৰূপ ধাৰণ কৰিছিল। ১৯৮০ ইউৰোপীয় নেচনচ' কাপ জয় কৰাৰ উপৰি ১৯৮২ আৰু ১৯৮৬ বিশ্বকাপত ৰানাৰ্চ-আপ প্ৰাপ্ত পশ্চিম জাৰ্মেনি দলত গোলৰক্ষক হেৰল্ড চুমাচাৰৰ ভূমিকা মনকৰিবলগীয়া। বিশেষকৈ ১৯৮২ বিশ্বকাপৰ চেমি-ফাইনেলত ফ্ৰান্সৰ বিৰুদ্ধে পিচপৰি থাকিও জয়ী হ'বলৈ সক্ষম হৈছিল আৰু পেনাল্টি সীমাৰ বাহিৰত ফৰাছী ফৰোৱাৰ্ড পেট্ৰিক বেটিচটনৰ ওপৰত পৰি তেওঁৰ আক্ৰমণ নষ্ট কৰাৰ লগতে তেওঁক ষ্টেচাৰত তুলি নিব লগা হয়। ১৯৮৬ বিশ্বকাপত পশ্চিম জাৰ্মেনিয়ে বিশ্বকাপ জয় কৰিবলৈ সক্ষম নহ'ল যদিও হেৰল্ড চুমাচাৰে অল-ষ্টাৰ দলত নিৰ্বাচন লাভ কৰে।

হেৰল্ড চুমাচাৰ ১৯৫৪ চনৰ ৬ মাৰ্চত জন্ম গ্ৰহণ কৰে। ১৯৭২ চনৰ পৰা এফ চি কলোন দলত খেলোতে ১৯৭৮ চনত "ডাবল" অৰ্জন কৰে। মেক্সিকো বিশ্বকাপৰ পিচৰ বছৰ তেওঁৰ পুথি "Anpfiff" প্ৰকাশ পাওঁতে তাত পশ্চিম জাৰ্মান খেলুৱৈয়ে ড্ৰাগচ সেৱনৰ উল্লেখে জাৰ্মান ফুটবলত চাঞ্চল্যৰ সৃষ্টি কৰে আনহাতে পশ্চিম জাৰ্মান ফুটবল সন্থাই তেওঁক যাৱত জীৱনৰ বাবে জাতীয় দলৰ পৰা বহিষ্কাৰ কৰে (৬ মাৰ্চ, ১৯৮৭)। হেৰল্ড চুমাচাৰে ১৯৭৮ চনতে আন্তৰ্জাতিক ফুটবলত আত্মপ্ৰকাশ কৰি এই ঘটনা পৰ্যন্ত মুঠ ৭৬ খন আন্তৰ্জাতিক খেলে। ফুটবলত তেওঁৰ বাৰ্ষিক আয় আছিল ৭,৫০,০০০ জাৰ্মান মাৰ্ক। বহিষ্কৰণ ঘটনাৰ ৩ $^1/_2$ মাহৰ পিচত $৩.৮ মিলিয়ন ডলাৰৰ বিনিময়ত চাচাক (Sachalke) দলত যোগদান কৰে। অৱশেষত বেয়াৰ্ন মিউনিক দলত খেলি থাকোতে ১৯৯১ চনত ফুটবলৰ পৰা অৱসৰ লয়।

# লোথাৰ মাথায়াচ

পশ্চিম জাৰ্মেনিৰ শেষ ফুটবল সাফল্যত (১৯৯০ বিশ্বকাপ জয়) এজন ফুটবলাৰৰ নাম সদায় জিলিকি থাকিব তেওঁ হ'ল অধিনায়ক লোথাৰ মাথায়াচ। ফুটবল বৰ্ত্তত "মেন মেচিন" উপনামৰে জনাজাত এই গৰাকী মিড-ফিল্ডাৰ পাৱাৰ ফুটবলৰ অন্যতম নিদৰ্শন। জাৰ্মান দলত মূখ্য ভূমিকা দিয়া জন্মগত ফুটবলাৰ মাথায়াচ এজন ডিফেন্সিভ মিড-ফিল্ড খেলুৱৈ যদিও কোনো কোনো সময়ত এই গৰাকী ৫ ফুট ১১ ইঞ্চি ওখ, ৭০ কিলোগ্ৰাম ওজনৰ আধুনিক ফুটবল নজিৰে স্বকীয় শক্তিশালী পদবাজিৰ তীব্ৰ চটে্ স্কৰাৰৰ ভূমিকা লয় বিশেষকৈ তেওঁৰ ফ্ৰি-কিক্ বিশ্বফুটবলৰ এক বিৰল উদাহৰণ।

লোথাৰ মাথায়াচ ১৯৬১ চনৰ ২১ মাৰ্চত নুৰেমবাৰ্গৰ ওচৰৰ এৰ্লেন ক্লিনিকত জন্ম গ্ৰহণ কৰে। পিতৃ পিউমা কোম্পানীৰ কেন্টিন মেনেজাৰ আছিল। সৰুৰে পৰা ফুটবল ভালপোৱা মাথায়াচে ১৯৭৯ চনত বোৰুছিয়া মনচেনগ্লেদবেচ ক্লাবত পেছাদাৰী ফুটবলৰ সুভাৰম্ভ কৰে। এই দলত পাঁচবছৰ অতিবাহিত কৰোঁতে বাণ্ডেছলীগাত প্ৰদৰ্শন কৰা চমকপ্ৰদ খেলৰ বাবে ১৯৮৪ চনত বেয়াৰ্ন মিউনিকৰ পৰা আহ্বান পায় আৰু ইয়াত যোগদান কৰে। লোথাৰ মাথায়াচে চাব্ষ্টিটিউট্ খেলুৱৈ ৰূপে জাতীয় দলত আত্মপ্ৰকাশ কৰোঁতে ১৯৮২ বিশ্বকাপত দুখন আন্তৰ্জাতিকত অংশ গ্ৰহণ কৰে আৰু ১৯৮৫ চনৰ পৰা জাতীয় দলৰ নিয়মিত খেলুৱৈ হৈ পৰে। বাণ্ডেছলীগাৰ তিনিটা মৰছুমত সৰ্বমুঠ ৬৩ গোল কৰি ১৯৮৮ চনত $২.৪ মিলিয়ন ডলাৰৰ বিনিময়ত ইটালিৰ ইন্টাৰ-মিলান দলত যোগদান কৰে।



১৯৮৬ বিশ্বকাপত লোথাৰ মাথায়াচ বিশেষ চকুতপৰা বিধৰ নহ'লেও চেমি-ফাইনেলত মিচেল প্লাটিনি আৰু ফাইনেলত দিয়াগো মাৰাদোনাই তেওঁৰ কঢ়া পহৰাৰ মাজত খেলিব লগা হয় ফলত উভয়ে তেওঁলোকৰ স্বকীয় ১০০% ফুটবল প্ৰদৰ্শনত অসুবিধা ভোগ কৰা পৰিলক্ষিত হয়। বিশেষকৈ প্ৰি-কোৱাৰ্টাৰ-ফাইনেলত মৰক্কোৰ বিৰুদ্ধে তেওঁৰ ৮৮ মিনিটত মৰা ল-ড্ৰাইভ ফ্ৰি-কিকে ১৫-মিটাৰ দূৰৰ পৰা গোল কৰোঁতে আফ্ৰিকাৰ ১নং গোলৰক্ষক বাদ্দু জাকি-ক পৰাভূত কৰে আৰু পশ্চিম জাৰ্মেনি ১-০ গোলত জয়ী হৈ কোৱাৰ্টাৰ-ফাইনেলত প্ৰৱেশ কৰে। সেইদৰে ১৯৮৯-৯০ ইটালি লীগত নেপলিৰ বিৰুদ্ধে ২-১ গোলত জয়ী হৈ চেম্পিয়নচিপ অক্ষুন্ন ৰাখোতে দ্বিতীয়াৰ্দ্ধত ২০ গজ দূৰৰ পৰা স্কৰ কৰে। বিশেষকৈ ১৯৯০ বিশ্বকাপৰ ফাইনেল 'The most disappointing world cup final' ৰূপে পৰিগণিত হ'লেও জাৰ্মান দলৰ শক্তিশালী ফুটবলে আৰ্জেন্তিনাক একেবাৰে চেপি ধৰি পূৰ্ণাঙ্গভাৱে আধিপত্য বজায় ৰাখে আৰু ১-০ গোলত জয়ী হয়। এই বিশ্বকাপ আসৰত তেওঁ মুঠ ৪ গোল কৰে ইয়াৰ অন্তৰ্গত গ্ৰুপ লীগত যুগোশ্লাভিয়াৰ বিৰুদ্ধে ২ গোল উল্লেখযোগ্য। বিশেষকৈ কোৱাৰ্টাৰ-ফাইনেলত মাথায়াচৰ পেনাল্টি গোলে চেকোশ্লোভাকিয়াক ১-০ গোলত পৰাভূত কৰে। এই সাফল্যৰ ফলত লোথাৰ মাথায়াচ বিশ্বৰ চকুত পৰা তাৰকাত পৰিণত হয়। জাতীয় দলৰ কোচ্ ফ্ৰেঞ্জ বেকেনবাউৰৰ মতে, "I think Lothar Matthaeus could be the new superstar" লোথাৰ মাথায়াচে ১৯৯০ চনৰ "ইউৰোপীয়ান ফুটবলাৰ অৱ দি ইয়েৰ" আৰু "ৱৰ্ল্ড প্লেয়াৰ অৱ দি ইয়েৰ" নিৰ্বাচন লাভ কৰে। ১৯৯০-৯১ মৰছুমৰ অন্তত বিশ্বৰ ১ নং ফুটবলাৰ লোথাৰ মাথায়াচৰ বাবে স্পেইনৰ ৰিয়েল মাদ্ৰিদে $৬.৬ মিলিয়ন ডলাৰ আগবঢ়াইছিল অৱশ্যে তেওঁ ইন্টাৰ-মিলান ত্যাগ নকৰিলে। বিশেষকৈ ইন্টাৰ-মিলানৰ ১৯৯১ ইউফা কাপ জয় মনকৰিবলগীয়া। লোথাৰ মাথায়াচ ১৯৯১ চনৰ ফিফাৰ নিৰ্বাচনী "ৱৰ্ল্ড প্লেয়াৰ অৱ দি ইয়েৰ" আছিল।

লোথাৰ মাথায়াচে ১৯৯১-৯২ৰ লীগত পাৰমা-ৰ বিৰুদ্ধে খেলোতে সোঁ-আঠুৰ লিগামেন্টত আঘাত পায় ফলত ২২ এপ্ৰিলত কলৰাডোত অষ্ট্ৰোপ্ৰচাৰ হয় আৰু আঠমাহকাল খেলপথাৰৰ পৰা আঁতৰত থাকে। ইয়াৰ অন্তৰ্গত তেওঁ ১৯৯২ ইউৰোপীয় নেচনচ' কাপত জাৰ্মান দলত খেলিব নোৱাৰিলে। তেতিয়ালৈকে তেওঁ মুঠ ৯৩খন আন্তৰ্জাতিক খেলাৰ গৌৰৱ অৰ্জন কৰিছিল। প্ৰত্যাৱৰ্তন কৰি মাথায়াচে ১৯৯৩ ইউ.এচ.কাপ জয় কৰোঁতে মাৰ্কিন যুক্তৰাষ্ট্ৰক ৪-৩ গোলত পৰাভূত কৰে। বিশেষকৈ ১৯৯৩ চনৰ ১৩ অক্টোবৰত কাৰ্লচৰো-ৰ জাৰ্মেনি বনাম উৰুগুৱে খেলখন তেওঁৰ ১০৩তম আন্তৰ্জাতিকৰূপে খোদিত হয় তথা ফ্ৰেঞ্জ বেকেনবাউৰৰ জাৰ্মান ৰেকৰ্ড পুনৰাবৃত্তি কৰে। বিশেষকৈ এই কৃতিত্বৰ জৰিয়তে সৰ্বাধিক আন্তৰ্জাতিক খেলা সৰ্বকালৰ তালিকাত তেওঁ ১৪তম স্থানত ৰয়। লোথাৰ মাথায়াচে পুনৰ বাণ্ডেছলীগাত প্ৰৱেশ কৰোঁতে ১৯৯২-৯৩ মৰছুমৰ প্ৰাৰম্ভতে বেয়াৰ্ন মিউনিক ক্লাৱত যোগদান কৰে আৰু ক্লাৱৰ পক্ষে ১৯৯৩-৯৪ৰ লীগ খিতাপ কঢ়িয়াই অনাত বলিষ্ঠ

বৰগুণি বয়। ১৯৯৪ বিশ্বকাপত জাৰ্মান দল অভিজ্ঞ খেলুৱৈৰে পুষ্ট শক্তিশালী দল আছিল। অধিনায়ক মাথায়াচে তেওঁৰ চতুৰ্থ বিশ্বকাপত ডিফেণ্ডাৰৰ ভূমিকা লয়। ইয়াত জাৰ্মেনিয়ে তেনে সফল ফুটবল প্ৰদৰ্শন কৰিব নোৱাৰিলে আৰু মাথায়াচকো নিষ্প্ৰভ দেখা গ'ল। জাৰ্মেনিয়ে কোৱাৰ্টাৰ-ফাইনেলত বুলগেৰিয়াৰ হাতত পৰাভূত হৈ বিদায় লব লগা হয় যদিও মাথায়াচে মুঠ ১১৭খন আন্তৰ্জাতিকত ২৮ গোলৰ কৃতিত্ব অৰ্জন কৰে। ইয়াৰ অন্তৰ্গত বিশ্বকাপত ৰেকৰ্ড সংখ্যক (২১ খন) মেচ খেলা চতুৰ্থজন ফুটবলাৰৰূপে পৰিগণিত হয়। ১৯৯৬ চনত বেয়াৰ্ন মিউনিকে ইউফা কাপ জয় কৰে। এই সাফল্যৰ পিচতে লোথাৰ মাথায়াচে ১৯৯৬ ইউৰোপীয় নেচনচ' কাপত অংশ গ্ৰহণ কৰি সৰ্বাধিক আন্তৰ্জাতিকত অভ্যুদয়ৰে যি বিশ্বৰেকৰ্ড গঢ়াৰ পৰিকল্পনা কৰিছিল সেয়া বাস্তৱত পৰিণত নহ'ল কাৰণ তেওঁক জাতীয় দলত নিৰ্বাচন নিদিলে ফলত ১২২ খন আন্তৰ্জাতিকৰে পুষ্ট মাথায়াচে এই আসৰ আৰম্ভৰ এমাহ পূৰ্বে (৮মে,১৯৯৬) আন্তৰ্জাতিক ফুটবলৰ পৰা অৱসৰ গ্ৰহণৰ ঘোষণা কৰে। এইখিনিতে উল্লেখ্য লোথাৰ মাথায়াচে মুঠ ৬৭ বাৰ জাতীয় দলৰ অধিনায়কত্ব কৰে। দেখা গ'ল লোথাৰ মাথায়াচে আন্তৰ্জাতিক ফুটবলৰ পৰা অৱসৰ ললেও ১৯৯৮ বিশ্বকাপত পুনৰ জাৰ্মান দলত নিৰ্বাচন লাভ কৰে আৰু গ্ৰুপ লীগৰ দ্বিতীয়খন খেলত যুগোশ্লাভিয়াৰ বিৰুদ্ধে দ্বিতীয়াৰ্দ্ধত খেলিবলৈ নামি বিশ্বকাপ ফুটবলত ৰেকৰ্ড প্ৰতিষ্ঠা কৰোঁতে এয়া তেওঁৰ বিশ্বকাপত খেলা ২২তম আন্তৰ্জাতিক। কোৱাৰ্টাৰ-ফাইনেলত জাৰ্মেনি ক্ৰোৱেচিয়াৰ হাতত ১-২ গোলত পৰাভূত হওঁতে এয়া তেওঁৰ ১২৬তম আন্তৰ্জাতিক আছিল তথা বিশ্বকাপৰ ২৫তম আন্তৰ্জাতিকত অভ্যুদয় হৈ ৰেকৰ্ড প্ৰতিষ্ঠা কৰি থৈ গৈছে। ইয়াৰোপৰি মেক্সিকোৰ এণ্টনিও কাৰ্বাজালৰ পিচতে মুঠ ৫টা বিশ্বকাপ ফুটবল প্ৰতিযোগিতা (১৯৮২,১৯৮৬,১৯৯০,১৯৯৪ আৰু ১৯৯৮)ত অংশ গ্ৰহণ কৰা বিশ্বৰ দ্বিতীয় গৰাকী খেলুৱৈৰূপে পৰিগণিত হয়। জাতীয় দলৰ নিয়মিত খেলুৱৈ মাথায়াচে ২২-২-২০০০ তাৰিখে আমষ্টাৰডামত অনুষ্ঠিত জাৰ্মেনি বঃ হলেণ্ড খেলখনত অংশ গ্ৰহণ কৰি নতুন বিশ্বৰেকৰ্ড গঢ়ে তথা তেওঁৰ ১৪৪ তম আন্তৰ্জাতিক। ১০ মাৰ্চ নিউয়ৰ্ক/নিউজাৰ্চি মেট্ৰোষ্টাৰচ্ দলত যোগদান কৰাৰ দুদিন পূৰ্বে (৭ মাৰ্চ) মিউনিকত ৰিয়েল মাদ্ৰিদৰ বিৰুদ্ধে তেওঁ শেষবাৰৰ বাবে বেয়াৰ্ন মিউনিকৰ জাৰ্চি পৰিধান কৰে। অৱশ্যে তেওঁক মিউনিকত আনুষ্ঠানিকভাৱে জাৰ্মান জাতীয় দলৰ পৰা বিদায় দিওঁতে ২৭ মে'ত জাৰ্মেনি বঃ বিশ্ব একাদশ খেলখন ১-১ ভাৱে অন্ত পৰে। ইয়াৰ পিচতো জাতীয় দলত লোথাৰ মাথায়াচে খেলোতে ২০০০ ইউৰোপীয় নেচনচ' কাপত জাৰ্মেনিয়ে তেনে ফলপ্ৰসূ খেল প্ৰদৰ্শন কৰিব নোৱাৰি গ্ৰুপত অন্তিম স্থান পায় যদিও তেওঁ পৰ্তুগালৰ বিৰুদ্ধে ১৫০ তম আন্তৰ্জাতিকত অভ্যুদয় হৈ বিশ্বৰেকৰ্ড প্ৰতিষ্ঠা কৰে (২০ জুন, ৰটাৰডাম)। অৱশ্যে জাৰ্মেনি ০-৩ পৰাভূত হয়। বছৰৰ শেষৰ ফালে লোথাৰ মাথায়াচে পেছাদাৰ ফুটবলৰ পৰাও অৱসৰ লয়।



# ৰুদি ভোয়েলাৰ

১৯৯৬ ইউৰোপীয় নেচনচ' কাপ আৰম্ভৰ কিছুদিন পূৰ্বে জাৰ্মেনিৰ প্ৰখ্যাত ফুটবলাৰ ৰুদি ভোয়েলাৰে অৱসৰ গ্ৰহণ কৰোঁতে মুঠ ৯০ খন আন্তৰ্জাতিকত ৪৭ গোলৰ বৰঙণি এৰি থৈ যায়। তেওঁ পশ্চিম জাৰ্মেনিৰ পক্ষে ১৯৮৬ আৰু ১৯৯০; জাৰ্মেনিৰ পক্ষে ১৯৯৪ বিশ্বকাপত অংশ গ্ৰহণ কৰে। প্ৰতিটো বিশ্বকাপতে তেওঁৰ নিস্বাৰ্থপৰ ফুটবল শৈলী ৰাতিয়ে জাৰ্মান দলক বলিয়ান কৰি থৈ গ'ল।

জন্ম ১৩ এপ্ৰিল, ১৯৬০ চন। স্থান ফ্ৰেঙ্কফোৰ্ট। ফুটবলৰ পাতনি টি এচ ভি মিউনিক দলত। বাৰ্দাৰ ব্ৰিমেন দলৰ খেলুৱৈ ভোয়েলাৰে বেলফাষ্টত উত্তৰ আয়াৰলেণ্ড বিৰুদ্ধে আন্তৰ্জাতি আত্মপ্ৰকাশ কৰোঁতে(১৭নবেম্বৰ/১৯৮২) পশ্চিম জাৰ্মেনি ০-১ গোলত পৰাভূত হয়। ১৯৮৪ চনত $ ২.২ মিলিয়ন ডলাৰৰ বিনিময়ত এ এচ ৰোমালৈ যায়।

১৯৮৬ বিশ্বকাপত ৰুদি ভোয়েলাৰৰ বলিষ্ঠ ফুটবল মনকৰিবলগীয়া। ইয়াত তেওঁ মুঠ ৩টা গোল কৰে। বিশেষকৈ ফ্ৰান্সৰ বিৰুদ্ধে চেমি-ফাইনেল খেলখনত তেওঁ কাৰ্ল-হেঞ্জ ৰুমিনিগৰ সলনি খেলৰ ৫৮ মিনিটত খেলপথাৰত পদাৰ্পণ কৰি খেল অন্ত পৰাৰ প্ৰাক মুহূৰ্তত স্কৰ কৰে আৰু পশ্চিম জাৰ্মনি ২-০ ব্যৱধানত জয়ী হয়। তদুপৰি ফাইনেলত আৰ্জেণ্টিনাৰ বিৰুদ্ধে ১-২ ব্যৱধানত পিচপৰি থাকোতে ৮২ মিনিটত তেওঁৰ গোলে খেলৰ সমতা (২-২) আনিছিল। অৱশ্যে পশ্চিম জাৰ্মেনি ২-৩ গোলত পৰাভূত হয়। সেইদৰে ১৯৯০ বিশ্বকাপ সাফল্যত ৰুদি ভোয়েলাৰৰ বৰঙণি অপৰিসীম। বিশেষকৈ ফাইনেলত আৰ্জেণ্টিনাৰ বিৰুদ্ধে তেওঁ বল লৈ বিপক্ষৰ ৰক্ষণত সোমাই পৰোতে ৰবাৰ্টো চেনচিনিয়ে টেক্‌ল কৰে আৰু পেনাল্টি পায়। এই পেনাল্টিৰ জৰিয়তে পশ্চিম জাৰ্মেনিয়ে বিশ্বকাপ জয় কৰে (১-০)। মেনেজাৰ ফ্ৰেঞ্জ বেকেনবাউৰৰ মতে, "ৰুদি ভোয়েলাৰ ১৯৯০ বিশ্বকাপত জাৰ্মান দলৰ শ্ৰেষ্ঠ খেলুৱৈ।" ১৯৯২ ইউৰোপীয় নেচনচ' কাপত জাৰ্মেনিৰ অধিনায়ক আছিল ৰুদি ভোয়েলাৰ. কিন্তু দুখৰ বিষয় চি আই এচ-ৰ বিৰুদ্ধে তেওঁ বাঁও বাহুত গুৰুত্বৰ আঘাত পায় আনকি আন্তৰ্জাতিক ফুটবলৰ পৰাও সন্যাস লোৱাৰ ঠিৰাং কৰে। তেতিয়ালৈকে তেওঁ ৮৫ খন আন্তৰ্জাতিকত ৪৪ গোলৰ কৃতিত্ব আছিল। আৰোগ্য লভি তেওঁ অলিম্পিক মাৰ্চেই দলত খেলি ১৯৯৩ চনত ইউৰোপীয় চেম্পিয়ন ক্লাবচ' কাপ জয় কৰে। ৰুদি ভোয়েলাৰৰ ফুটবলত পূৰ্বৰ বিস্ফোৰণ দেখি ১৯৯৪ চনৰ ২৩ মে'ত আয়াৰলেণ্ডৰ বিৰুদ্ধে পুনৰ জাতীয় দলত সন্নিবিষ্ট কৰাৰ উপৰি ১৯৯৪ বিশ্বকাপতো অংশ গ্ৰহণ কৰে। সেই সময়ত তেওঁ জাৰ্মান দলৰ সবাতোকৈ বয়সস্থ খেলুৱৈ আছিল। ইয়াত জাৰ্মেনিয়ে বুলগেৰিয়াৰ হাতত কোৱাৰ্টাৰ-ফাইনেলতে পৰাভূত হয়। ৰুদি ভোয়েলাৰে ১৯৯৬ চনৰ ২১ মে'ত আন্তৰ্জাতিক ফুটবলৰ পৰা অৱসৰ লয়। □□

# জুৰ্গেন ক্লিন্সমেন



জাৰ্মেনিৰ আক্ৰমণ বিভাগত তোলপাৰ সৃষ্টি কৰোঁতে স্বৰ্ণাভ কেশৰ দুৰন্ত গতি সম্পন্ন শক্তিশালী ষ্ট্ৰাইকাৰ জুৰ্গেন ক্লিন্সমেন সন্দৰ্ভত মুখপত্ৰ : Jurgen klinsmann in full flight is one of the most exciting sights in soccer. He is the specialist of the long run from deep, his blonde hair flying, the ball at his toes, the pursuers desperately trying to catch up. Tackles from defenders are thrillingly hurdled and the run usually ends with a testing short a goal." এই লানি বক্তব্যত তেওঁৰ ফুটবল পাৰদৰ্শিতা স্পষ্টভাৱে প্ৰকাশ পোৱাৰ উপৰি ক্ৰীড়া গভীৰতাৰ উমান পাব পাৰি। যি কি নহওঁক ক্লিন্সমেনৰ দ্ৰুততা বল নিয়ন্ত্ৰণৰ লগে লগে গোল কৰাৰ অসীম ক্ষমতাই বিশ্বৰ এগৰাকী লেখতলবলগীয়া উচ্চ স্তৰৰ ষ্ট্ৰাইকাৰৰূপে প্ৰতিষ্ঠা লাভ কৰিবলৈ সক্ষম হৈছে। জাৰ্মান ভাষাৰ উপৰি ইটালি, ফৰাছী আৰু ইংৰাজী কব পৰা ক্লিন্সমেনৰ আন এটা ডাঙৰ গুণ তেওঁৰ মেজাজ (temperment)। কাৰণ খেলপথাৰৰ প্ৰতিকূল পৰিবেশ ও পৰিস্থিতিতো কাচিৎ হতাশ হোৱা ক্লিন্সমেনে স্বকীয় ফুটবল সাফল্যৰ মুখ্য ইন্ধন। গতিকে আধুনিক ফুটবলৰ চাপ সৃষ্টিকাৰী ক্ৰীড়া ৰাজিত জুৰ্গেন ক্লিন্সমেন এক নজিৰ হৈ ৰব তাত সন্দেহ নাই। ক্লিন্সমেনৰ ফুটবল জীৱনত ১৯৯০ বিশ্বকাপেই সবাতোকৈ চৰম মুহূৰ্ত। সৰ্বোচ্চ গোলদাতাৰ তালিকাত দ্বিতীয়স্থান দখল কৰোঁতে তেওঁ ৫ গোল কৰে লগতে পশ্চিম জাৰ্মেনিৰ বিশ্বকাপ বিজয়ত তেওঁৰ ভূমিকা গুৰুত্বপূৰ্ণ। যাৰফলত তেওঁ বিশ্ব শ্ৰেষ্ঠ এঘাৰজনৰ তালিকাতো স্থান লাভ কৰে।

জুৰ্গেন ক্লিন্সমেন ১৯৬৪ চনৰ ৩০ জুলাইত ষ্টুটগাৰ্টৰ ওচৰৰ গোপিনোজেনত ভূমিষ্ঠ হয়। ক্ষুদ্ৰ ব্যৱসায়ী পৰিয়ালত (পিতৃৰ এখন বেকাৰী আছিল) জন্ম লাভ কৰা ক্লিন্সমেনে মাত্ৰ ১৭-বছৰ বয়সতে স্থানীয় ষ্টুটগাৰ্ট কিকাৰ্চ দলৰ যোগেদি ফুটবল জীৱনৰ পাতনি মেলে। পোনতে জিমন্যাষ্টিকত মনোনিবেশ কৰাৰ উপৰি এজন দক্ষ ভলীবল খেলুৱৈ আছিল। ষ্টুটগাৰ্ট কিকাৰ্চত তিনিবছৰ অতিবাহিত কৰি ভি এফ বি

ষ্টুটগার্ট দললৈ ট্রেন্সফাৰ লয় আৰু ১৯৮৪ চনত বাণ্ডেছলীগাত আত্মপ্রকাশ কৰাৰ সুযোগ পায়। প্ৰতিপক্ষৰ ৰক্ষণ বিদীর্ণ কৰা দৌৰৰ লগতে গোল কৰাৰ আপ্রাণ চেষ্টা আদি গুণৰাজিৰ জৰিয়তে অতি কম সময়ৰ ভিতৰতে বাণ্ডেছলীগাৰ চকুত পৰা খেলুৱৈত পৰিণত হয় আৰু ১৯৮৭ চনৰ ১২ ডিচেম্বৰত আন্তর্জাতিক আত্মপ্রকাশ ঘটোতে পশ্চিম জাৰ্মেনি বনাম ব্ৰাজিল খেলখন১-১ গোলত অমীমাংসীত থাকে। বিশেষকৈ ছিউল অলিম্পিকত ফুটবলৰ ব্ৰঞ্জপদক বিজয়ী পশ্চিম জাৰ্মান দলৰ অন্যতম সদস্য আছিল। ১৯৮৮ ইউৰোপীয় নেচনচ' কাপত তেওঁ পশ্চিম জাৰ্মান দলত আছিল যদিও চেমি-ফাইনেলত হলেণ্ডৰ হাতত পৰাভূত হৈ বিদায় লব লগা হয়। জুৰ্গেন ক্লিন্সমেনে ১৯৮৮ চনত পশ্চিম জাৰ্মেনিৰ "প্রেয়াৰ অব দি ইয়েৰ" নিৰ্বাচন লাভৰ মূলতে বাণ্ডেছলীগাৰ টপ্ স্কৰাৰ (১৯ গোল) আছিল। এই খ্যাতিৰ জৰিয়তে তেওঁৰ ইটালি লীগত প্ৰৱেশৰ বাট মুকলি হয় আৰু ১৯৮৯ চনত $২ মিলিয়ন ডলাৰৰ বিনিময়ত ইন্টাৰ-মিলানত চুক্তিবদ্ধ হয়।



সেইসময়তে এই দলত যোগদান কৰা আন দুগৰাকী জাৰ্মান যুগন্ধৰ হ'ল-- লোথাৰ মাথায়াচ আৰু এন্দ্ৰি ব্ৰিমি। ১৯৯১ চনত ইন্টাৰ-মিলান দলে ইউফা কাপ জয় কৰোঁতে জুৰ্গেন ক্লিন্সমেনৰ ভূমিকা মনকৰিবলগীয়া। অৱশ্যে তেওঁ মাত্ৰ দুবছৰ এই দলত অতিবাহিত কৰি ফ্রান্সৰ প্ৰথম ডিভিজন এ চি মনাক্কোত যোগদান কৰে(১৯৯১)। হয়তো ইটালিৰ ফুটবল বলিয়ালি হেচাই চাপ সৃষ্টি কৰি তেওঁক অতিষ্ঠ কৰি তুলিছিল যাৰবাবে শান্ত পৰিৱেশ বিচাৰি ফৰাছী ফুটবলত সোমাই পৰে। ১৯৯২ চনত এই দলে ইউৰোপীয় কাপ-উইনাৰ্চ কাপত ৰানাৰ্চ-আপ পায়। ক্লিন্সমেন সদায় পৰিৱৰ্তনশীল মনোভাবাপন্ন আছিল গতিকে এ চি মনাক্কোত তিনিটা মৰছুম খেলি টটেনহাম হটস্পাৰ দলত যোগদান কৰে আৰু চেফিল্ড ৱেদনেচদেৰ বিৰুদ্ধে আত্মপ্রকাশ কৰি ৪-৩ ব্যৱধানত জয়ী হয় (২০ আগষ্ট, ১৯৯৪)। ইংলিচ প্ৰথম ডিভি-জনত তেওঁৰ দুৰন্ত গতিৰ ফুটবলে ক্রীড়া

বলিয়া গোড়া ইংৰাজসকলৰ মন জয় কৰিবলৈ সক্ষম হোৱাৰ লগতে ১৯৯৪-৯৫ মৰছুমত ইংলেণ্ডৰ "প্লেয়াৰ অৱ দি ইয়েৰ" নির্বাচন লাভ কৰে তথা এই খ্যাতি অৰ্জা প্ৰথম জাৰ্মান খেলুৱৈ। ইংলিচ ফুটবলত এবছৰৰ অভিগ্যতাৰে ১৯৯৫ চনত স্বদেশলৈ প্ৰত্যাবৰ্তন কৰি বেয়াৰ্ন মিউনিকত যোগদান কৰে। ১৯৯৫ চনৰ "ইউৰোপীয়ান ফুটবলাৰ অৱ দি ইয়েৰ" নিৰ্বাচনত দ্বিতীয় আৰু "ৱৰ্ল্ড ফুটবলাৰ অৱ দি ইয়েৰ" বাছনিত তৃতীয়স্থানত ৰয়। বিশেষকৈ মানদণ্ডৰ তুঙ্গত থকা জুৰ্গেন ক্লিন্সমেনৰ নামটো ১৯৯৬ চনৰ ইউফা কাপৰ সৈতে জড়িত থাকিব কাৰণ বেয়াৰ্ন মিউনিকে এই কাপ জয় কৰাৰ লগতে তেওঁ ১৫ গোলৰে ইউৰোপীয় ৰেকৰ্ড গঢ়োতে জোচ আল্টাফানি (এ.চি.মিলান)ৰ ইউৰোপীয় চেম্পিয়ন ক্লাবচ' কাপ ১৯৬২-৬৩; লোথাৰ এমাৰিখ (বোৰুছিয়া দৰ্টমুণ্ড) ইউৰোপীয় কাপ-উইনাৰ্চ কাপ ১৯৬৫-৬৬ আৰু জন ৱাৰ্ক (ইপচৰ্উইচ টাউন)ৰ ইউফা কাপ ১৯৮০-৮১ত প্ৰতিষ্ঠা কৰা ১৪ গোলৰ কীৰ্ত্তিমান ভঙ্গ কৰে।

৭৩খন আন্তৰ্জাতিকৰে পুষ্ট জুৰ্গেন ক্লিন্সমেনে জাতীয় দলৰ ৮৬তম অধিনায়ক হোৱাৰ গৌৰৱ অৰ্জন কৰোঁতে ১৯৯৫ চনৰ ২২ ফেব্ৰুৱাৰীত স্পেইনৰ বিৰুদ্ধে জাৰ্মান দলৰ অধিনায়কত্বৰ ভাৰ প্ৰদান কৰে। ১৯৯৬ চনত জুৰ্গেন ক্লিন্সমেনৰ অধিনায়কত্বত জাৰ্মেনিয়ে ইউৰোপীয় নেচনচ' কাপ জয় কৰিলেও তেওঁক কিছু নিষ্প্ৰভ দেখা যায়। কাৰণ কোৱালিফাইং ৰাউণ্ডৰ ১০খন খেলত ৯ গোল কৰোঁতে আসৰৰ টপ্ স্কৰাৰ হ'ব বুলি বুকমেকাৰসকলে যি ভৱিষ্যত বাণী কৰিছিল সেয়া হৈ নুঠিল। অৱশ্যে ইউৰোপীয় নেচনচ' কাপৰ পূৰ্বে জাৰ্মান দল সন্দৰ্ভত ক্লিন্সমেনৰ মন্তব্যঃ We have a very strong side because we not only have individual players but we have a good team spirit." অৱশেষত দেখা গ'ল জাৰ্মান দলে দলগত সংহতিৰ জৰিয়তে ইউৰোপীয় ফুটবল মুকুট ধাৰণ কৰিবলৈ সক্ষম হ'ল। বিশেষকৈ ১৯৯৬ চনৰ ৭ ডিচেম্বৰত বেয়াৰ্ন মিউনিকে বোৰুছিয়া মনচেনগ্লেদবেচ দলক ১-০ গোলত পৰাভূত কৰোঁতে স্কৰ জুৰ্গেন ক্লিন্সমেনৰ তথা বাণ্ডেছলীগাত ১০০ গোল কৰাৰ কৃতিত্ব আৰ্জে। এই খ্যাতি অৰ্জন কৰোঁতা এওঁ ৩৫তম খেলুৱৈ। ১৯৯৬ চনৰ ৯ অক্টোবৰত জাৰ্মেনিয়ে আৰ্মেনিয়াক ৫-১ ব্যৱধানত পৰাভূত কৰোঁতে ক্লিন্সমেনে ২ গোল কৰাৰ পিচত পৰৱৰ্ত্তী ৮ খন আন্তৰ্জাতিকত তেওঁৰ স্কৰ শূন্য আছিল ফলত তেওঁ জাতীয় দলৰ পৰা বাদ পৰাৰ পৰিস্থিতি উদ্ভৱ হৈছিল কিন্তু ১৯৯৭ চনৰ ১১ ছেপ্তেম্বৰত আৰ্মেনিয়াক ৪-০ গোলত পৰাভূত কৰোঁতে তেওঁ ২ গোল কৰে তথা বন-ত অনুষ্ঠিত এই খেলখন তেওঁৰ ১০০তম আন্তৰ্জাতিকৰূপে খোদিত হয়। ইংলিচ প্ৰথম ডিভিজন টটেনহাম হটস্পাৰ দলত খেলি থকা ক্লিন্সমেনক ১৯৯৮ বিশ্বকাপত জাৰ্মান দলৰ অধিনায়কত্বৰ ভাৰ দিয়ে। ইয়াত জাৰ্মেনিয়ে কোৱাৰ্টাৰ-ফাইনেলত ক্ৰোৱেচিয়াৰ হাতত পৰাভূত হয়।

□□

# আলফ্ৰেড দি ষ্টিফেনো



স্পেইনৰ ৰিয়েল মাদ্ৰিদ ক্লাবে উপৰ্যুপৰি পাঁচবাৰ ইউৰোপীয় কাপ জয় কৰি ফুটবলৰ জীৱন্ত সাঁথৰ হৈ পৰোতে দলৰ কেন্দ্ৰমণি--জন্মগত আৰ্জেন্তাইন, আলফ্ৰেড দি ষ্টিফেনো। এই চেন্টাৰ-ফৰোৱাৰ্ড গৰাকীক কমপ্লিট ফুট-বলাৰৰ আখ্যা দিয়া হৈছে। কাৰণ সদায় ৯নং জাৰ্চি পিন্ধি খেলপথাৰত অৱতীৰ্ণ হ'লেও এজন ফৰোৱাৰ্ডতকৈ অধিক সক্ৰিয়তা প্ৰদান কৰিছিল। বিশ্বকাপত কৃতিত্ব বিহীন ষ্টিফেনোয়ে মহাদেশীয় ক্লাব ফুটবলত যি সুনাম অৰ্জন কৰিলে এনে উদাহৰণ বিৰল।

১৯২৬ চনৰ ৪ জুলাইত বুয়েনচ আয়াৰ্চৰ এক ইটালিয় পৰিয়ালত আলফ্ৰেড দি ষ্টিফেনোয়ে জন্ম গ্ৰহণ কৰে। সম্পূৰ্ণ নাম আলফ্ৰেড দি ষ্টিফেনো লুঠি। পিতৃ বুয়েনচ আয়াৰ্চ চহৰৰ বাছ ড্ৰাইভাৰ তথা প্ৰাক্তন ফুটবল খেলুৱৈ। মাকে পৰিয়ালৰ পৰম্পৰাগত প্ৰথা কৃষি ব্যৱসায়ত মনোনিবেশৰ পক্ষপাতি আছিল যদিও পিতৃৰ পৰা ফুটবলাৰ হোৱাৰ উদ্দীপনা লাভ কৰোঁতে ১৯৪২ চনত ৰিভাৰ প্লেটত যোগদান কৰি ১৯৪৩ চনৰ পৰাহে চিনিয়ৰ দলত খেলাৰ সুযোগ পায়। ১৯৪৫ চনত ঋণ স্বৰূপে হাৰাকান ক্লাবত খেলি ৰিভাৰ প্লেটলৈ প্ৰত্যাৱৰ্তন কৰোঁতে পেছাদাৰ খেলুৱৈৰূপে যোগদান কৰে। হাৰাকান দলত ৬৬খন খেলত ৫০ গোলৰ বন্যা বোৱাই "দি ব্লণ্ড এৰো" নামেৰে খ্যাতি আৰ্জে। ১৯৪৭ চনত ৰিভাৰ প্লেট দলে লীগ জয়ী হওঁতে তেওঁ ২৭ গোলৰে টপ্ স্কৰাৰ হয় আৰু জাতীয় দলত নিৰ্বাচন লাভ কৰি ১৯৪৭ চনৰ দক্ষিণ আমেৰিকা চেম্পিয়নচিপত চূড়ান্ত বিজয়ীৰ সন্মান কঢ়িয়াই আনে। ইতিমধ্যে কলম্বিয়াৰ পেছাদাৰী ফুটবলে আকৰ্ষিত কৰোঁতে তেওঁ মোটা ধনৰ বিনিময়ত বোগোটাৰ লছ মিলিওনাৰিওচ ক্লাবত যোগদান কৰে। ৰিভাৰ প্লেটত তিনিটা মৰছুম (১৯৪৬-৪৯)ৰ ৪৫ খন খেলত ৩০ গোলৰ কৃতিত্ব এৰি থৈ যায়। ষ্টিফেনোয়ে ১৯৪৯-৫৩লৈকে কলম্বিয়াত খেলাকালীন ২৯২ খন খেলত ২৫৯ গোল কৰে। ইয়াৰ অন্তৰ্গত ১৯৫০ আৰু ১৯৫২ চনত চেম্পিয়নচিপ পদক পায়। ১৯৫৩ চনত ৰিয়েল মাদ্ৰিদত যোগদান কৰোঁতে স্পেনীচ ফুটবলত এক উষ্ম বাতাবৰণৰ সৃষ্টি হয় কাৰণ তেওঁৰ বাবে অপেক্ষাৰত পৃষ্ঠপোষকীৰ প্ৰথমত বাৰ্চিলোনা ক্লাব আছিল। অৱশ্যে পিচলৈ তেওঁ ৰিয়েল মাদ্ৰিদৰ অখণ্ড প্ৰাচুৰ্যত পৰিণত হওঁতে স্পেইনৰ নতুন ক্ৰীড়া অধ্যায় ৰচনা কৰে।

ৰিয়েল মাদ্ৰিদে ১৯৫৪ চনত লীগ খিতাপ জয় কৰাৰ পিচতে আৰম্ভ হয়, ইউৰোপীয় কাপৰ বুৰঞ্জী। ১৯৫৫-৫৬ চনত প্ৰৱৰ্তিত ইউৰোপীয় কাপ জয় কৰোঁতে ফাইনেলত ফৰাছী ক্লাব ষ্টেড দি ৰিম্চ্‌ক ৪-৩ গোলত পৰাভূত কৰে আৰু এয়াই আছিল একাদিক্ৰমে পাঁচবাৰ ইউৰোপীয় কাপ বিজয় যাত্ৰাৰ সূচনা। সেইসময়ৰ ৰিয়েল দলত একাধিক বিশ্ব-বিশ্ৰুতৰ সমাবেশ ঘটিলেও কিছু সংখ্যকে দুই এবছৰ খেলি গুছি যায়। গতিকে ৰিয়েল ম্যাদ্ৰিদৰ সাফল্য লানিত সবাতোঁকৈ অধিক জৰিত খেলুৱৈ গৰাকী হ'ল আলফ্ৰেড দি ষ্টিফেনো। ষ্টিফেনো দক্ষ স্কৰাৰৰূপে পৰিগণিত হ'লেও এজন বিশ্বমানৰ মিড-ফিল্ড খেলুৱৈ। তেওঁ যিকোনো পাচিং মোভ্‌মেন্টত সফলতাৰে অংশ গ্ৰহণৰ সক্ষমতা আছিল তথা সেইসময়ত বিশ্বৰ সবাতোঁকৈ অধিক বেতনভোগী খেলুৱৈ। ১৯৬০ চনত দক্ষিণ আমেৰিকা চেম্পিয়ন পেনাৰোল ক্লাবক পৰাভূত কৰি বিশ্ব ক্লাব চেম্পিয়নচিপ অৰ্জন কৰে। উপৰি ১৯৬২ আৰু ১৯৬৪ চনত ৰিয়েল মাদ্ৰিদ ক্লাব ইউৰোপীয় কাপৰ ৰানাৰ্চ-আপ আছিল। ইয়াৰ অন্তৰ্গত ১৯৬২ চনত ৮ গোল দি সৰ্বোচ্চ গোলদাতাৰ খ্যাতি আৰ্জে। অৱশ্যে ১৯৫৮ চন (১০ গোল)টো এই খ্যাতি অৰ্জন কৰিছিল। ষ্টিফেনোয়ে ইউৰোপীয় কাপ ফুটবলৰ ৫৮ খন খেলত অংশ গ্ৰহণ কৰি ৪৯ গোলৰ অদ্বিতীয় কীৰ্তিমান প্ৰতিষ্ঠা কৰে। যি কীৰ্তিমান বৰ্তমানেও অচল অটল অৱস্থাত আছে।



ষ্টিফেনোয়ে ১৯৫৩-৬৪ পৰ্যন্ত ৰিয়েল মাদ্ৰিদৰ পক্ষে ৬২৪ খন খেলত ৪০৫ গোল কৰে। মুঠ আঠবাৰ স্পেনীচ লীগ জয় কৰোঁতে পাঁচবাৰ সৰ্বোচ্চ গোল-দাতা--১৯৫৪ (৩০ গোল); ১৯৫৭ (৩১ গোল); ১৯৫৮ (১৯ গোল); ১৯৫৯ (২৩ গোল) আৰু ১৯৬৬ (২৪ গোল)। উপৰি দুৰ্লভ ফুটবল সন্মান "ইউৰোপীয়ান ফুটবলাৰ অৱ দি ইয়েৰ" দুবাৰ লাভ কৰে--১৯৫৭ আৰু ১৯৫৯ চনত।

ফুটবলৰ উজ্জ্বলতম তাৰকা ষ্টিফেনোয়ে বিশ্বকাপ ফুটবলত তেওঁৰ ক্ৰীড়া কৌশল ৰাজি প্ৰস্ফুটিত কৰাৰ সুযোগ নেপালে। ১৯৫৬ চনত স্পেইন বনাম

হলেও তেওঁৰ প্ৰথম আন্তৰ্জাতিক আছিল তথা স্পেইনৰ হৈ ৩১ খন আন্তৰ্জাতিকত ২৩ গোল কৰে। ইতিপূৰ্বে তেওঁ আৰ্জেন্তিনাৰ পক্ষে ৭ খন আৰু কলম্বিয়াৰ পক্ষে ৪ খন আন্তৰ্জাতিকত অভ্যুদয় হৈছিল। ১৯৬৪ চনত ষ্টিফেনোয়ে বাৰ্চিলোনাৰ প্ৰথম ডিভিজন এস্পানোল ক্লাবত যোগদান কৰে। ইয়াত দুবছৰ অতিবাহিত কৰি ১৯৬৬ চনত ফুটবল প্ৰাঙ্গনৰ পৰা অৱসৰ লয়। আলফ্ৰেড দি ষ্টিফেনোয়ে প্ৰথম শ্ৰেণী ফুটবলৰ ১১২৫ খন খেলত ৮১৯ গোলৰ কৃতিত্ব এৰি থৈ যায়। যাৰবাবে তেওঁক ফুটবলৰ সৰ্বকালৰ তালিকাত সন্তুলান কৰা হয়। ❑❑



◀ অস্কাৰ ৰুগৰী



# ওমাৰ চিভৰি



১৯৫৭ চনত দক্ষিণ আমেৰিকা ফুটবল চেম্পিয়নচিপ বিজয়ী আৰ্জেন্তিনা দলৰ "টাইজ অৱ দেথ" নামেৰে প্ৰখ্যাত তিনি দুৰ্দ্ধৰ্ষৰ অন্যতম ইনচাইদ-ফৰোৱাৰ্ড ওমাৰ চিভৰি। এই ফুটবল প্ৰতিযোগিতাৰ পিচতে তিনিওজন খেলুৱৈক ইটালিৰ ফুটবলে মোটা ধনৰ বিনিময়ত ক্ৰয় কৰে। ইয়াৰ অন্তৰ্গত ৰিভাৰ প্লেট দলৰ ওমাৰ চিভৰিয়ে £৯০,০০০ পাউণ্ড ষ্টাৰ্লিঙৰ ৰেকৰ্ড পৰিমাণ ফিজ্‌ৰ বিনিময়ত জুভেন্টাচ ক্লাবত যোগদান কৰে লগে লগে তেওঁ বিশ্বৰ সবাতোকৈ দামী খেলুৱৈৰূপে পৰিগণিত হয়। অভাৱনীয় বল কন্ট্ৰোলৰ অধিকাৰী এই খেলুৱৈ গৰাকী দক্ষ স্কৰাৰ হোৱাৰ উপৰি প্ৰতিপক্ষৰ ভৰিৰ মাজেৰে বল পুচিং কৰাত পটু আছিল।

ওমাৰ চিভৰি ১৯৩৫ চনত জন্ম গ্ৰহণ কৰে। ৰিভাৰ প্লেটৰ এই চমকপ্ৰদ ইনচাইদ-ফৰোৱাৰ্ড গৰাকীয়ে ইটালিয়ান ফুটবললৈ অহাৰ পূৰ্বলৈকে আৰ্জেন্তিনাৰ পক্ষে মুঠ ১২ খন আন্তৰ্জাতিকত অভ্যুদয় হয়। পিতৃ সূত্ৰে তেওঁ ইটালি জাতীয় দলটো নিৰ্বাচন লাভ কৰি মুঠ ৯ খন আন্তৰ্জাতিকত ৮ গোল কৰে। ইয়াৰ অন্তৰ্গত ১৯৬২ বিশ্বকাপটো অংশ গ্ৰহণ কৰে। জুভেন্টাচত খেলোতে ১৯৫৮, ১৯৬০ আৰু ১৯৬১ চনত লীগ চেম্পিয়নচিপ জয় কৰে আৰু ১৯৬১ চনত "ইউৰোপীয়ান ফুটবলাৰ অৱ দি ইয়েৰ" নিৰ্বাচন পায়। জুভেন্টাচত তেওঁ মুঠ ১৩৫ গোল কৰে আৰু ১৯৬৫ চনত নেপলি দললৈ ট্ৰেন্সফাৰ লয়। ওমাৰ চিভৰিয়ে ইয়াত খেলি থাকোতেই ১৯৬৯ ফুটবলৰ পৰা অৱসৰ গ্ৰহণ কৰে।



# এন্টনিও ৰাটিন

বিশ্বফুটবলত বহুতো খেলুৱৈৰ উদয় ও অস্ত হৈছে ইয়াৰ অন্তৰ্গত আৰ্জেন্তিনাৰ এন্টনিও ৰাটিনৰ দৰে দীৰ্ঘ দেহী বলিষ্ঠ ফুটবলাৰ বিৰল। ১৯৬৬ বিশ্বকাপৰ বলিষ্ঠ দল সমূহৰ ভিতৰত আৰ্জেন্তিনা অন্যতম আৰু তেওঁলোকৰ নিৰ্ভৰযোগ্য ৰাটিনৰ অধিনায়কত্বত বিশ্বকাপ জয়ৰ সপোনো ৰচনা কৰিছিল। ফুটবল ইতিহাসৰ আচৰিত ৪-১-৫ পদ্ধতিত অভ্যস্ত আৰ্জেন্তিনাৰ একমাত্ৰ হাফ্ আছিল এই এন্টনিও ৰাটিন। আধুনিক ফুটবলত এই পদ্ধতিয়ে বিপ্লৱৰ সৃষ্টি কৰিব নোৱাৰিলেও বাক-বিতণ্ডাৰ ঢৌ সৃষ্টি কৰিছিল। কাৰণ এজন খেলুৱৈয়ে হাফ্-লাইনৰ দায়িত্ব ও পৰিচালনা কম দুঃসাহসী কাৰ্য নাছিল। আৰ্জেন্তিনা পক্ষত এই গৰাকী ৬ ফুট ২ ¹/₂ ইঞ্চি ওখ ও ৮৮ কিলোগ্ৰাম ওজনৰ দুৰ্দ্ধৰ্ষ ফুটবলাৰ থাকিলে যেন প্ৰতিজন আৰ্জেন্তাইন খেলুৱৈয়ে খেলপথাৰত ৰণদেহী মূৰ্তি ধাৰণ কৰিবলৈ সক্ষম হৈছিল। আৰ্জেন্তাইন ফুটবল শক্তিৰ যেন মূল উৎস ৰাটিন। এই গৰাকী আক্ৰমণাত্মক হাফে স্বকীয় শক্তিশালী ফুটবল ব্যক্তিত্বৰ জৰিয়তে আক্ৰমণ ও ৰক্ষণবিভাগৰ মাজত অতি দক্ষতা সহকাৰে এক দ-বুজাপৰা সৃষ্টি কৰিছিল। সেইসময়ত বিশ্বৰ যিকোনো বলিষ্ঠ দলৰ সৈতে আৰ্জেন্তিনাই মুখা-মুখি হ'বলৈ পৰাংমুখ হোৱা নাই ; যদি দলত এন্টনিও ৰাটিন থাকে। কিন্তু ১৯৬৬ বিশ্বকাপৰ কোৱাৰ্টাৰ-ফাইনেলত এন্টনিও ৰাটিনৰ বহিষ্কাৰ ক্ৰীড়া ইতিহাসৰ এক দুখজনক ঘটনা। যি ঘটনা বৰ্তমানৰ ক্ৰীড়া কলমটো কলঙ্কিত চেকাৰূপে জিলিকি আছে।

এন্টনিও ৰাটিন ১৯৩৭ চনত বুয়েনচ আয়াৰ্চ চহৰৰ পৰা ৩০-মাইল নিলগৰ টাইগ্ৰেত জন্ম গ্ৰহণ কৰে। দৰিদ্ৰ পৰিয়ালৰ সন্তান ৰাটিনে ১৯৫৫ চনত বোকা জুনিয়ৰ্চ দলত চুক্তিবদ্ধ হয়। অৱশ্যে পৰৱৰ্তী বছৰৰ পৰাহে প্ৰথম শ্ৰেণী ফুটবলত আত্মপ্ৰকাশৰ



জাৰ্মান ৰেফৰী ক্ৰিটলীনে মাৰ্চিং অৰ্দাৰ দিয়া মুহূৰ্ত্তত ৰাটিন

সুযোগ পায় আৰু একেলেথাৰিয়ে দৈৰ্ঘ্য বছৰকাল খেলে। ইয়াৰ অন্তৰ্গত ১৯৬২, ১৯৬৪ আৰু ১৯৬৫ চনত তিনিবাৰ লীগ চেম্পিয়নচিপ অৰ্জন কৰে। বোকা জুনিয়ৰ্চৰ হৈ মুঠ ৩৫৭ খন খেলত অংশ গ্ৰহণ কৰে। ৰাটিনে ১৯৬২ বিশ্বকাপটো আৰ্জেন্তিনা দলৰ এজন সদস্য আছিল। বিশ্বকাপ ১৯৬৬ আৰ্জেন্তিনাৰ অধিনায়ক আছিল-- এন্টনিও ৰাটিন। আৰ্জেন্তিনা, পশ্চিম জাৰ্মেনি, স্পেইন আৰু চুইজাৰলেণ্ড একে গ্ৰুপত। স্পেইনক ২-১, চুইজাৰলেণ্ডক ২-০ ব্যৱধানত পৰাভূত কৰে; কিন্তু শক্তিশালী পশ্চিম জাৰ্মেনিৰ বিৰুদ্ধে গোলশূন্য ভাৱে অন্ত পৰে। কোৱাৰ্টাৰ-ফাইনেলত আৰ্জেন্তিনাই উদ্যোক্তা ইংলেণ্ডৰ মুখা-মুখি হয়। আৰ্জেন্তিনাই বলিষ্ঠ খেল প্ৰদৰ্শন কৰোঁতে ৰাটিনৰ অধিনায়কত্বত ইংলেণ্ডৰ ৰক্ষণবিভাগত বিভ্ৰান্তিৰ সৃষ্টি কৰিছিল। অৱশ্যে খেলখনত ঘন ঘন ফাউল হৈছিল। যি কি নহওঁক ইংলেণ্ডে প্ৰায় তন্তিৰ পৰা নাছিল আৰু বিৰতিৰ ৯-মিনিট পূৰ্বে জাৰ্মান ৰেফ্ৰী ৰুডলফ্ ক্ৰীটলীনে তেওঁক খেলপথাৰৰ পৰা বহিষ্কাৰ কৰে। যি ঘটনা ফুটবল বুৰঞ্জীৰ সবাতোকৈ কুখ্যাত ঘটনা ৰূপে চিহ্নিত হয়। বহিষ্কাৰৰ কাৰণ অধিনায়ক ৰাটিনে এজন সতীৰ্থৰ ফাউল সম্পৰ্কে ৰেফ্ৰীৰ ওচৰত প্ৰতিবাদ জনাওঁতে তেওঁৰ বিৰুদ্ধে মাৰ্চিং অৰ্দাৰ দিয়ে। খেলপথাৰত ৰাটিনৰ বহিষ্কাৰ লৈ দহ মিনিট তৰ্ক-বিতৰ্ক চলে। পৰৱৰ্তী সময়ছোৱাত আৰ্জেন্তিনাই ৰাটিন বিহীনভাৱে খেল অব্যাহত ৰাখে। ৰাটিনৰ বহিষ্কাৰে আৰ্জেন্তিনাক হীন বল দেখা গ'লেও ইংলেণ্ডে কোনোক্ৰমে ১-০ ব্যৱধানত জয়ী হ'বলৈ সক্ষম হয় আৰু আৰ্জেন্তিনাই কোৱাৰ্টাৰ-ফাইনেলৰ পৰাই বিদায় লব লগা হয়। ৰাটিনৰ দৃঢ়তাপূৰ্ব ক্ৰীড়া কৌশলে আৰ্জেন্তাইন ফুটবল যোদীৰ অন্তৰত ইমান দকৈ সাঁচ বহুৱাইছিল যে বিশ্বকাপৰ পিচতো তেওঁৰ জনপ্ৰিয়তা হ্ৰাস পোৱা নাছিল আনকি মন্তব্য দিছিল, "ৰাটিন খেলপথাৰত থকা হলে এই কোৱাৰ্টাৰ-ফাইনেলত ইংলেণ্ড নহয় আৰ্জেন্তিনাই বিজয়ী হ'লহেঁতেন আৰু তেওঁলোকেই ১৯৬৬ বিশ্বকাপত চূড়ান্ত বিজয়ীৰ সম্মান অৰ্জন কৰিলেহেঁতেন!" সেইসময়ৰ বিজ্ঞ ক্ৰীড়া বিশেষজ্ঞসকলে এন্টনিও ৰাটিনক কেৱল আৰ্জেন্তিনাৰে নহয় সমগ্ৰ দক্ষিণ আমেৰিকাৰ অদ্বিতীয় খেলুৱৈৰূপে স্বীকৃতি দিছিল। লেটিন আমেৰিকাৰ এই ফুটবল ঐশ্বৰ্যৰ উপনাম 'ৰাটা'। ইংলেণ্ডৰ প্ৰাক্তন অধিনায়ক (দ্বিতীয় মহাযুদ্ধকালীন) জো মাৰ্চাৰ মন্তব্য, "১৯৬৬ বিশ্বকাপৰ শ্ৰেষ্ঠ খেলুৱৈ হৈছে আৰ্জেন্তিনাৰ চেন্টাৰ-হাফ্ এন্টনিও ৰাটিন" মুঠতে বিশ্বৰ বচা বচা কাকতৰ কলমে এন্টনিও ৰাটিনৰ বিৰুদ্ধে লোৱা গৰ্হিত কাৰ্যক তীব্ৰ সমালোচনা কৰে।

সৰ্বকালৰ শ্ৰেষ্ঠ চেন্টাৰ-হাফ্ এন্টনিও ৰাটিনে আৰ্জেন্তিনাৰ পক্ষে মুঠ ৩৭ খন আন্তৰ্জাৰ্তিক খেলে। তেওঁ ১৯৭০ চনৰ ১০ ডিচেম্বৰত ফুটবলৰ পৰা অৱসৰ লওঁতে বোকা জুনিয়ৰ্চ আৰু দক্ষিণ আমেৰিকা একাদশৰ মাজত এখন প্ৰদৰ্শনী খেল আয়োজন কৰা হৈছিল, বুয়েনচ আয়াৰ্চৰ বমুনেৰা ষ্টেডিয়ামত।



# মেৰিও কেম্পেচ



১১তম বিশ্বকাপ আৰম্ভৰ পূৰ্বে বিশ্বৰ বচা বচা ক্ৰীড়া-কাকত ও ক্ৰীড়া বিশেষজ্ঞসকলে ব্ৰাজিলৰ 'শ্বেতাঙ্গ পেলে'-জিকো বিশ্বফুটবলৰ নব্যোদিত তাৰকা বুলি মন্তব্য দিছিল যদিও চূড়ান্ত পৰ্যায়ত ঘৰুৱা দলৰ চেন্টাৰ-ফৰোৱাৰ্ড মেৰিও কেম্পেচে আৰ্জেন্তিনাক বিশ্বকাপ জয়ৰ মহান দলীয় গৌৰৱ অৰ্জনৰ লগতে সৰ্বাধিক গোলৰে বিশ্বৰ সবাতোকৈ বিতৰ্কিত তাৰকাত পৰিণত হয়।

মেৰিও কেম্পেচ ১৯৫৪ চনৰ ১৫ জুলাইত কৰ্ডোবা প্ৰদেশৰ জন্ম গ্ৰহণ কৰে। কৃষক সম্প্ৰদায়ত জন্ম লাভ কৰা কেম্পেচে ইন্সটিটিউটো কৰ্ডোবাৰ হৈ প্ৰকৃত ফুটবলৰ পাতনি মেলে। কিছুবছৰৰ পিচতে তেওঁৰ প্ৰতিভা ওলাই পৰোতে অধিক গৌৰৱ ও ঐশ্বৰ্যৰ আশাত বেলভিল ত্যাগ কৰে। দ্ৰুত সফলতাৰ ফলস্বৰূপে ১৯-বছৰ বয়সত জাতীয় দলৰ হৈ ১৯৭৪ বিশ্বকাপত অংশ লয়। এই বিশ্বকাপৰ পূৰ্বলৈকে ৮ বাৰ জাতীয় দল(আৰ্জেন্তিনা যুৱ দলত ৫ বাৰ আৰু আৰ্জেন্তিনাৰ পক্ষে ৩ বাৰ)ত খেলাৰ সুযোগ পায়। বিশ্বকাপৰ পূৰ্ববৰ্তীবছৰ(১৯৭৩) তেওঁক ৰুচাৰিও ইন্ট্ৰেল ক্লাবে $১০০,০০০ ডলাৰত ক্ৰয় কৰে। ১৯৭৪ চনত আৰ্জেন্তিনাৰ প্ৰথম শ্ৰেণী লীগত কেম্পেচ সৰ্বোচ্চ গোলদাতা (২৯ গোল) হয়। তদৰূপ পৰৱৰ্তী বছৰতো ৩৫ গোলৰে উক্ত সন্মান অক্ষুন্ন ৰাখে। ইতিমধ্যে তেওঁৰ গৌৰৱ ইউৰোপতো বিয়পি পৰে আৰু ১৯৭৬ চনত স্পেইনৰ ভেলেন্সিয়া ক্লাবে $৬০০,০০০ ডলাৰৰ বিনিময়ত দললৈ আনে। কেম্পেচে অতি কম সময়ৰ ভিতৰতে নতুন পৰিবেশত খাপ খাই পৰোতে স্পেইনত ২ ১/২ বছৰতে ৫৬ গোলৰে জীৱনৰ শততম গোলৰ মাত্ৰা অতিক্ৰম কৰে। ১৯৭৭ চনত কেম্পেচে ২৪ গোল কৰি স্পেনীচ লীগতো সৰ্বোচ্চ গোলদাতাৰ খ্যাতি আৰ্জে। বুয়েনচ আয়াৰ্চ বিশ্বকাপৰ পূৰ্বলৈকে এই গৰাকী ৫ ফুট ১১ ১/২ ইঞ্চি ওখ, ৮০ কিলোগ্ৰাম ওজনৰ দীৰ্ঘ দেহী ফুটবলাৰে জাতীয় দলৰ হৈ ৩০ খন খেলত ২৩ গোল কৰাৰ কৃতিত্ব আৰ্জে। কেম্পেচ এগৰাকী অক্ষয় মিড-ফিল্ডাৰ যদিও খেলৰ নবৈ মিনিটত ভয়াবহ আক্ৰমণ ৰচনা কৰে। তেওঁৰ অসীম বল ও সুগঠিত দীৰ্ঘ দেহৰ বাবে সকলো স্থানতে সমান দক্ষতাৰে খেলিব পৰা সামৰ্থ্য

আছিল। আটলাণ্টিক মহাসাগৰৰ দুয়োপাৰে ঘৰুৱা নাম মেৰিও কেম্পেচে ১৯৭৮ বিশ্বকাপৰ প্ৰথম ৰাউণ্ডত তেনে ভূমিকা দিব পৰা নাছিল। কিন্তু দ্বিতীয় ৰাউণ্ডত পোলেণ্ডৰ বিৰুদ্ধে ২-০ ব্যৱধানত জয়ী হওঁতে দুয়োটা স্কৰ কেম্পেচৰ। ইতিমধ্যে জনপ্ৰিয়তাৰ শীৰ্ষ বিন্দু স্পৰ্শ কৰোঁতে ব্ৰাজিলৰ বিৰুদ্ধে গোলশূন্যভাৱে অন্ত পৰে। খেলপথাৰত খেলত মত্ত হওঁতে যি গৰাকী ফুটবলাৰৰ দীঘল চুলি পিচলৈ ধাপলী মেলে তেৱেঁ কেম্পেচ।

পেৰুৰ বিৰুদ্ধে দ্বিতীয় ৰাউণ্ডৰ অন্তিম খেলত আৰ্জেন্তিনাই ৬-০ গোলত জয়ী হোৱাৰ মূলতে উভয়াৰ্দ্ধতে মেৰিও কেম্পেচৰ গোলৰ পাতনি উল্লেখযোগ্য আৰু গোল এভাৰেজত আৰ্জেন্তিনাই ফাইনেলত প্ৰৱেশ কৰে। ফাইনেল খেলৰ বহু সময়লৈকে কেম্পেচক প্ৰায় নিষ্ক্ৰিয় দেখা গৈছিল কিন্তু তেওঁৰ ক্ৰীড়া জাগৰণে খেলখনৰ চূড়ান্ত সীদ্ধান্ত ঠিৰাং কৰোঁতে হলেণ্ডক ৩-১ গোলত পৰাভূত কৰে। কেম্পেচে খেলৰ ৩৭ আৰু ১০৪ মিনিটত দুটা গোল কৰি আৰ্জেন্তিনাক বিশ্ব চেম্পিয়নৰ চূড়ান্ত ৰূপ দিয়াৰ লগে লগে ২৩-বছৰীয়া দীৰ্ঘ কেশৰীৰ যুৱ ফুটবলাৰ মেৰিও কেম্পেচ ১১তম বিশ্বকাপৰ চুপাৰষ্টাৰত পৰিণত হয়। অৱশ্যে তেওঁ মুঠ ৬ গোল কৰি সৰ্বোচ্চ গোলদাতাৰ খ্যাতিও অৰ্জন কৰে।

১১তম বিশ্বকাপ আসৰৰ চুপাৰষ্টাৰ মেৰিও কেম্পেচক ১৯৭৮ চনত **"দক্ষিণ আমেৰিকাৰ ফুটবলাৰ অৱ দি ইয়েৰ"** নিৰ্বাচিত্ কৰে। এই সন্মান পোৱা এওঁ প্ৰথম আৰ্জেন্তাইন ফুটবলাৰ। বিশ্বকাপৰ পিচতেই কেম্পেচ হৈ পৰে বিশ্বৰ এগৰাকী দামী ফুটবলাৰ। আৰ্জেন্তিনাৰ ক্লাৱসমূহে তেওঁৰ বাবে গধূৰ ধনৰ টোপোলা আগবঢ়োৱা সত্বেও স্পেইনৰ ভেলেন্সিয়া ত্যাগ নকৰিলে আৰু ১৯৮০ চনত ভেলেন্সিয়াৰ বাবে কঢ়িয়াই আনিলে ইউৰোপীয়ান কাপ-উইনাৰ্চ কাপৰ বিজয় সন্মান। ফাইনেলত ইংলেণ্ডৰ আৰ্চনেলৰ বিৰুদ্ধে অতিৰিক্ত সময়ৰ পিচতো ০-০ ভাৱে অন্ত পৰাত টাই-ব্ৰেকাৰৰ দ্বাৰা ৫-৪ ব্যৱধানত জয়ী হয়। বিশ্বকাপৰ পিচত মেৰিও কেম্পেচে ভেলেন্সিয়াৰ পক্ষে নিষ্প্ৰভ খেল প্ৰদৰ্শন কৰে আৰু ১৯৮০-৮১ মৰছুমৰ শেষৰফালে £১.৮ মিলিয়ন পাউণ্ড ষ্টাৰ্লিঙৰ বিনিময়ত ৰিভাৰ প্লেটত যোগদান কৰে। কেম্পেচ স্বদেশলৈ অহাৰ মূলতে ১৯৮২ বিশ্বকাপত স্বকীয় প্ৰাক্তন দুৰ্দ্ধৰ্ষতা অৱতাৰণা কৰা ; কিন্তু তেওঁ তেনে ভূমিকা দিব নোৱাৰিলে। ১৯৮৫ চনত তেওঁ পুনৰ স্পেইনৰ হাৰকিউলিচ আলিকেন্টিত যোগদান কৰে যদিও ১৯৮৬ চনত অষ্ট্ৰিয়াৰ ফাৰ্ষ্ট ভিয়েনাত চুক্তিবদ্ধ হয়। ইতিপূৰ্বে তেওঁ চেণ্ট পুল্টেন আৰু ক্ৰেমচুৰ এচ.চি.দলতো খেলিছিল। **"এল মেগনিফিকু"** উপনামৰে খ্যাত মেৰিও কেম্পেচে আৰ্জেন্তিনাৰ পক্ষে ৪৩ খন আন্তৰ্জাতিকত ২০ গোলৰ কৃতিত্ব এৰি থৈ গৈছে।



# অচভাল্ডো আৰ্দিলিচ



টটেনহাম হটস্পাৰ্চত চুক্তিবদ্ধ হোৱাৰ পিচত আৰ্দ্দিলিচ ( সোঁফালৰ পৰা প্ৰথম জন)

অচভাল্ডো আৰ্দিলিচ ১৯৫২ চনৰ ৩ আগষ্টত কৰ্ডোবাত জন্ম গ্ৰহণ কৰে। আইনজীৱিৰ সন্তান অচভাল্ডোয়ে কৰ্ডোবাতে শিক্ষা-দীক্ষা লোৱাৰ উপৰি ফুটবলতো পাৰদৰ্শী হৈ উঠে। তেওঁ কৰ্ডোবা বিশ্ববিদ্যালয়ত আইন অধ্যয়ন কৰাৰ উপৰি ১৯৭৫ চনৰ পৰা হাৰাকান ক্লাৱত প্ৰথম শ্ৰেণী ফুটবলৰ পাতনি মেলে আৰু ১৯৭৮ বিশ্বকাপ পৰ্যন্ত ৪৫ খন আন্তৰ্জাতিকত অংশ গ্ৰহণ কৰে। ইংলেণ্ড দলৰ মেনেজাৰ ৰণ গ্ৰীণউদৰ মতে, "The best right sided midfield player in the world cup." আৰ্জেণ্টিনাৰ মেনেজাৰ চিজাঁৰ মেনত্তিৰ মতে, "The man who may be more than anyone else helped me bring about the revolution" আৰ্জেণ্টিনাৰ ফুটবলত মিড-ফিল্ডাৰ আৰ্দিলিচৰ কলা কৌশলে ৰূপান্তৰ অনাৰ উপৰি আৰ্জেণ্টিনাক বিশ্বকাপ জয়ৰ সপোন বাস্তৱত ৰূপদান কৰোঁতে বিশ্বকাপতে ইংলিচ ফুটবল ক্লাব টটেনহাম হটস্পাৰৰ দৃষ্টি আকৰ্ষণ কৰাৰ লগতে বিশ্বকাপৰ পিছতে £৭০০,০০০ পাউণ্ড ষ্টাৰ্লিংৰ বিনিময়ত ইংলিচ ফুটবললৈ ধাপলি মেলে। এই গৰাকী ৫ ফুট ৬ ইঞ্চি ওখ ৬০ কিলোগ্ৰাম ওজনৰ ফুটবলাৰে ১৯৮৬ লৈকে এই দলত খেলি ফুটবলৰ পৰা অৱসৰ গ্ৰহণ কৰে।

# দিয়াগো মাৰাদোনা

বিশ্ব ফুটবলৰ চুপাৰষ্টাৰ আৰ্জেন্টিনাৰ দুৰ্দ্ধৰ্ষ ফুটবল খেলুৱৈ দিয়াগো মাৰাদোনা। সম্পূৰ্ণ নাম দিয়াগো আৰ্মেন্দো মাৰাদোনা। আলফ্ৰেড দি ষ্টিফেনোৰ পিচতে আৰ্জেন্টাইন ফুটবল প্ৰাঙ্গনে তেনে বিশ্ব-বিশ্ৰুত তাৰকাৰ জন্ম দিবলৈ সক্ষম হোৱা নাছিল তথা ওলণ্ডাজ তাৰকা জহান ক্ৰুইফৰ ফুটবল সূৰ্য অস্ত যোৱাৰ পিচতে সৌষ্ঠৱহীন বিশ্ব ফুটবল আলোকময় কৰিবলৈ লেটিন আমেৰিকাৰ ফুটবল আকাশত উদয় হয়-- দিয়াগো মাৰাদোনা। এওঁক বিশ্বৰ মহান ফুটবলাৰৰূপে স্বীকৃতি দিওঁতে 'লিটিল্ পেলে' নামেৰে অঙ্কিত কৰিছে। মাৰাদোনাৰ ক্ৰীড়া বিস্ফোৰণে আন্তৰ্জাতিক ফুটবলমঞ্চ বিপ্লৱ মুখৰ কৰি তোলোতে বোধকৰো ক'লা মুকুতা পেলেৰ পিচতে বিশ্বফুটবল প্ৰাঙ্গনত সবাতোকৈ অধিক উন্মাদনা যোগোৱা একমাত্ৰ ফুটবল কলাবিদ। মাৰাদোনাক ফুটবলৰ চুপাৰষ্টাৰ বুলি কলে তেওঁৰ ক্ৰীড়া-ধৰ্মক আঘাত কৰা হ'ব কাৰণ বিশ্ব-ফুটবলৰ ৰাজ সিংহাসনত একাদিক্ৰমে আৰোহণ কৰি অহা ষ্টেনলি মেথিউজ, ফেৰেঙ্ক পুচকাচ, পেলে, ইউচেবিঅ আৰু জহান ক্ৰুইফৰ পিচতে এই শূন্য আসনৰ একমাত্ৰ উত্তৰাধিকাৰী দিয়াগো মাৰাদোনা।

দিয়াগো মাৰাদোনা ১৯৬০ চনৰ ৩০ অক্টোবৰত বুয়েনচ আয়াৰ্চৰ লানুচ অঞ্চলৰ এক দৰিদ্ৰ ইটালিয়ান পমুৱা পৰিয়ালত জন্ম গ্ৰহণ কৰে। পিতৃ কাৰখানাৰ শ্ৰমিক। পৰিয়ালৰ আঠজনৰ তেওঁ পঞ্চম সন্তান। ভিলা ফিওৰিটোৰ পশ্চাদ পথত ডাঙৰ দীঘল হোৱা মাৰাদোনাই শিশুকালত সৰু টিন আৰু মোজাৰে নিৰ্মিত বল পতিত মাটিত খেলাৰ উপৰি নিশা ষ্ট্ৰিট লাইটৰ তলত পকীবেৰত বল মাৰি ফুটবল অভ্যাস কৰিছিল। ফুটবলৰ পাতনি ভিলা ফিওৰিটোৰ লাচ্ কেবলিটাচত। এই দলত খেলি থাকোতেই তেওঁৰ ওপৰত দৃষ্টি নিবদ্ধ ৰখা আৰ্জেন্টিমা জুনিয়ৰ্চে ১৯৭৩ চনত দলত সন্নিৱিষ্ট কৰে। ক্লাৱ কৰ্মকৰ্তাবৰ্গৰ ঐকান্তিক তত্বাৱধানত তেওঁৰ ফুটবলত দ্ৰুত উন্নতি ঘটে অৱশ্যে শৰীৰৰ হীন উচ্চতায় তেওঁৰ উন্নতিত প্ৰধান অন্তৰায়ৰূপে থিয় দিলেও দুৰন্ত দ্ৰুততাই এই শাৰীৰিক দুৰ্বলতাক ঢাকি ৰাখিছিল। ১৯৭৬ চনৰ ২০ অক্টোবৰত কৰ্ডোবা টলাৰ্চৰ বিৰুদ্ধে প্ৰথম ডিভিজন ফুটবলত আত্মপ্ৰকাশ কৰোঁতে আৰ্জেন্টিনা জুনিয়ৰ্চ ৪-১ ব্যৱধানত জয়ী হয় আৰু মাৰাদোনাই পেনাল্টিৰ দ্বাৰা ২ গোল কৰে। ইতিপূৰ্বে ভেলিজ চাৰ্চফিল্ডৰ বিৰুদ্ধে চাবচ্টিটিউট্ বেঞ্চত বহি মাৰাদোনাই কৰ্মকৰ্তাক ব্যঙ্গ-বিদ্ৰূপ কৰাৰ ফলত পাঁচ সপ্তাহৰ বাবে খেলপথাৰৰ পৰা বহিষ্কৃত হয়। বুয়েনচ আযাৰ্চৰ বম্বুনেৰা ষ্টেডিযামত ১৯৭৭ চনৰ ২৭ ফেব্ৰুৱাৰীত হাঙ্গেৰিৰ বিৰুদ্ধে মাৰাদোনাৰ আন্তৰ্জাতিক আত্মপ্ৰকাশ ঘটোতে খেলৰ ৬৫ মিনিটত চাবচ্টিটিউট্ৰূপে লিওপাল্ডো লুকুৰ সলনি খেলপথাৰত অৱতীৰ্ণ হয় আৰু আৰ্জেন্টিনাই ৫-১ ব্যৱধানত জয় লাভ কৰে। ইয়াৰ অন্তৰ্গত মাৰাদোনাই হাঙ্গেৰিয়ান ৰক্ষণবিভাগৰ সমদ্ধিশগুৰ মাজে এটা

সুন্দৰ থ্ৰু-পাচ্ দি ৰেণি হাউচমেনক স্কৰ কৰাৰ কৃতিত্ব প্ৰদান কৰে। মাৰাদোনা ১৯৭৮ বিশ্বকাপৰ বাছনি শিবিৰত থাকিলেও চূড়ান্ত দলত নিৰ্বাচন লাভ কৰিব নোৱাৰিলে আৰু বিশ্বকাপৰ পিচতে ইংলেণ্ডৰ চেফিল্ড ইউনাইটেডে তেওঁৰ বাবে £৪,৫০,০০০ পাউণ্ড ষ্টাৰ্লিং উচৰ্গা কৰিছিল; কিন্তু আৰ্জেন্তিনা জুনিয়ৰ্চে এই চুক্তি নাকচ কৰে। অৱশ্যে জাতীয় কোচ্ চিজাৰ মেনোত্তিয়ে ইনচাইদ-লেফট দিয়াগো মাৰাদোনাক লৈ আগন্তুককালৰ বাবে এখন পৰিষ্কাৰ নক্সা তৈয়াৰ কৰিছিল।

আৰ্জেন্তিনা জুনিয়ৰ্চৰ মাৰাদোনাৰ দৰে চমৎকাৰ বিচক্ষণতা আৰু ক'লা কৌশল সম্বলিত জন্মগত খেলুৱৈ বিৰল। 'মিষ্টাৰ কিউব্ৰ' উপনামৰে জনাজাত ৫ ফুট ৫১/৪ ইঞ্চি ওখ, ৭৯১/২ কিলোগ্ৰাম ওজনৰ খামি ডাঠ মাৰাদোনাৰ উজ্বল দক্ষতা, স্বকীয় দৃঢ়-বিশ্বাস, দ্ৰুত চিন্তা শক্তিয়ে এগৰাকী উত্তেজক খেলুৱৈত পৰিণত কৰিছিল। এই প্ৰতিভাশালী মাৰাদোনাই দ্ৰুত ড্ৰিবলিঙৰ দ্বাৰা একাধিক ডিফেণ্ডাৰক পৰাস্ত কৰি দূৰৰ পৰাই গোল বিদীৰ্ণ কৰাৰ সক্ষমতা আছিল। খেলপথাৰত ৰাফ্ টেক্লিঙৰ সম্মুখীন হ'লেও অদম্য শক্তি, বল নিয়ন্ত্ৰণ আৰু নিৰ্ভেজাল ক্ষিপ্ৰতাই তেওঁক বিপদৰ পৰা মুক্ত ৰাখিছিল। অৱশ্যে মাৰাদোনাই যাতে হিংসাত্মক খেলটো টিকি থাকিব পাৰে তাৰবাবে ক্লাব কতৃপক্ষই তেওঁৰ শাৰীৰিক দিশত অধিক গুৰুত্ব দিছিল। এই সন্দৰ্ভত আৰ্জেন্তিনাৰ প্ৰাক্তন অধিনায়ক (ক্লাব কোচ্) এন্টনিও ৰাটিনৰ মন্তব্য, "দিয়াগোক তেজাল ষাড়ৰ দৰে গঢ় দিছে আৰু যেতিয়া খেলপথাৰত অৱতীৰ্ণ হয় তেতিয়া এই বলিষ্ঠ ফুটবল কুশলীক নক-অফ্ কৰা দুঃসাধ্য।" বিশেষকৈ ইউৰোপৰ ক্ৰীড়াঙ্গন সমূহত লেটিন আমেৰিকান খেলুৱৈৰ যি মৰণশীল ক্ৰীড়া প্ৰৱণতা দেখা গৈছিল এই ক্ষেত্ৰত মাৰাদোনাক ব্যতিক্ৰম দেখা গ'ল।

১৯৭৯ দক্ষিণ আমেৰিকা যুৱ ফুটবল চেম্পিয়নচিপত আৰ্জেন্তিনাই ৰানাৰ্চ-আপ পায় (উৰুগুৱে চেম্পিয়ন) যদিও মাৰাদোনা নিঃসন্দেহে শ্ৰেষ্ঠ খেলুৱৈৰ সন্মান অৰ্জন কৰে। সেইবছৰতে টকিঅত অনুষ্ঠিত যুৱ বিশ্বকাপ ফুটবল প্ৰতিযোগিতাত অধিনায়ক মাৰাদোনাই দৰ্শনীয় ও দুৰ্দ্ধৰ্ষ ক্ৰীড়া চাতুৰ্য প্ৰদৰ্শন কৰি "শ্ৰেষ্ঠ খেলুৱৈ" ৰূপে পৰিগণিত হওঁতে মুঠ ৬ গোল কৰি গোলদাতাৰ তালিকাত দ্বিতীয় স্থান পায়। ইয়াৰ লগে লগে আৰ্জেন্তাইন ফুটবলৰ এই কেচা সোণ টুকুৰাক "নতুন পেলে" ৰূপে অঙ্কিত কৰে উপৰি ১৯৭৯ চনৰ "দক্ষিণ আমেৰিকাৰ ফুটবলাৰ অৱ দি ইয়েৰ" নিৰ্বাচন পায়।

১৯৭৮ বিশ্বকাপৰ পিচৰে পৰা জাতীয় দলত মাৰাদোনাৰ নিয়মিত অভ্যুদয়ে আৰু অধিক ক্ৰীডা স্পৃহা দান কৰা দেখা যায়। ইয়াৰোপৰি দেশ বিদেশৰ চহকী ক্লাব সমূহে এই প্ৰলয়কাৰী ফুটবল প্ৰাচুৰ্য মাৰাদোনাক সন্নিৱিষ্ট কৰি দলীয় শক্তি বৃদ্ধিৰ অৰ্থে তেওঁৰ ওপৰত লোলুপ দৃষ্টি ৰাখিছিল। ইয়াৰ অন্তৰ্গত বাৰ্চিলোনা ক্লাবৰ চুক্তি প্ৰস্তাৱ সবাতোকৈ উল্লেখযোগ্য, £৬ মিলিয়ন পাউণ্ড ষ্টাৰ্লিং ($১০ মিলিয়ন ডলাৰ)। ইতিমধ্যে আৰ্জেন্তিনা চৰকাৰে দিয়াগো মাৰাদোনাকে ধৰি মুঠ ৪০ জন খেলুৱৈক ১৯৮২ বিশ্বকাপৰ পূৰ্বলৈকে আৰ্জেন্তিনা ত্যাগৰ নিষেধাজ্ঞা জাৰি কৰে ফলত

তেওঁৰ ট্ৰেন্সফাৰে বাস্তৱৰূপ নেপালে যদিও স্বদেশত বিভিন্ন দলৰ প্ৰস্তাৱৰ সোঁত প্ৰবাহিত আছিল। ১৯৮০ চনত **"দক্ষিণ আমেৰিকাৰ ফুটবলাৰ অৱ দি ইয়েৰ"** নিৰ্বাচন পোৱা মাৰাদোনাৰ ১৯৮১ চনত বোকা জুনিয়ৰ্চৰ সৈতে ষোল্লমাহৰ ক্ৰীড়া চুক্তি সম্পাদন হয়, $২ মিলিয়ন ডলাৰৰ বিনিময়ত। অৱশ্যে তেওঁ অন্যান্য বৃত্তি ও অধিবৃত্তিসমূহৰ পৰা এই কালছোৱাত মুঠ $৮ মিলিয়ন ডলাৰ উপাৰ্জন কৰে। মাৰাদোনাই বোকা জুনিয়ৰ্চ দলত স্বাক্ষৰ দান অনুষ্ঠানৰ দিনা আৰ্জেন্তিনা জুনিয়ৰ্চ আৰু বোকা জুনিয়ৰ্চৰ মাজত এখন প্ৰদৰ্শনী খেল অনুষ্ঠিত হওঁতে তেওঁ উভয় দলৰ পক্ষে খেলে। আৰ্জেন্তিনা জুনিয়ৰ্চৰ ইনচাইদ-লেফটত প্ৰদৰ্শন কৰা দুৰ্দ্ধৰ্ষ খেলে এই মধ্যম মানদণ্ডৰ দলটোক জাতীয় ফুটবলত অগ্ৰগণী লাভ কৰিবলৈ অৰিহণা যোগায়। মাৰাদোনাই ১৯৭৯(১৪ গোল) আৰু ১৯৮০ চনত(২৫ গোল) দুবাৰ লীগৰ সৰ্বোচ্চ গোলদাতা আছিল। মাৰাদোনাই দল ত্যাগ কৰাৰ পিচত ১৯৮০ চনৰ লীগত ৰানাৰ্চ-আপ প্ৰাপ্ত দলটোৱে ১৯৮১ চনত প্ৰথম ডিভিজনৰ অস্তিত্ব ৰক্ষাৰ অৰ্থে সংগ্ৰাম কৰিবলগীয়া হৈছিল। আনহাতে বোকা জুনিয়ৰ্চক লীগ চেম্পিয়ন কৰাত মাৰাদোনা সফল হয়।

মাৰাদোনাৰ ক্ৰীড়া-কীৰ্তি ও বহুল প্ৰচাৰে ১৯৮২ বিশ্বকাপত প্ৰতিপক্ষ দল সমূহৰ লক্ষ্য হৈ পৰোতে তেওঁ কঠোৰ পহৰাৰ মাজত খেলিব লগা হয়। ইয়াৰ অন্তৰ্গত আৰ্জেন্তিনা বনাম বেলজিয়াম খেলখনত এৰিক গেৰেটৰ দ্বাৰা; আৰ্জেন্তিনা বনাম ইটালি খেলখনত জেন্টাইল তেওঁৰ শৰীৰৰ ছাঁৰ দৰে থাকি কুৰিবাৰ ফাউল কৰে।




১৯৮২ বিশ্বকাপত মাৰাদোনাক ব্যৰ্থ কৰাৰ প্ৰয়াস – খেল আৰ্জেন্তিনা বনাম ইটালি।

ব্ৰাজিলৰ বিৰুদ্ধে খেলৰ ৮৭ মিনিটত মাৰাদোনা খেলপথাৰৰ পৰা বহিষ্কৃত হয়, বেটিষ্টাক ফাউল কৰা বাবে। মাৰাদোনাৰ বহিষ্কাৰ সম্পৰ্কে আৰ্জেন্তিনাৰ কোচ্ চিজাৰ মেনত্তিৰ মন্তব্য, 'Refree was Harash on Maradona' ১৯৮২ বিশ্বকাপত মাৰাদোনাই আৰ্জেন্তিনাৰ পক্ষে সফলতা কঢ়িয়াই অনাত সফল নহ'ল যদিও তেওঁক Mercurial Attacker ৰূপে অভিহিত কৰে। বিশেষকৈ হাঙ্গেৰি আৰু ব্ৰাজিলৰ বিৰুদ্ধে দৰ্শনীয় খেল প্ৰদৰ্শন কৰে। কঠোৰ মাৰ্কিঙে আৱৰি তেওঁক নিষ্প্ৰভ ষ্টাৰৰ শাৰীলৈ আনে যদিও তেওঁ বাঁও-ভৰিৰে অবিশ্বাস্যভাৱে বলটো নিজৰ নিয়ন্ত্ৰণত ৰাখি এক গজৰ ব্যৱধানত উপৰ্যুপৰি তিনিজন ডিফেণ্ডাৰক কাটি বল নিব পৰা দক্ষতাৰ অধিকাৰী। এনে ধৰণৰ বিস্ময়কৰ ক্ৰীড়া গুণ মাৰাদোনাৰ বাহিৰে বিশ্বৰ কোনো ফুটবলাৰৰ ক্ষেত্ৰত দেখিবলৈ পোৱা নেযায়। স্পেইন বিশ্ব কাপ চলি থকা সময়তে দিয়াগো মাৰাদোনাই দীৰ্ঘ ছয়বছৰ(১৯৮২-৮৮)ৰ বাবে চুক্তিবদ্ধ হওঁতে ৰেকৰ্ড পৰিমাণ ট্ৰেন্সফাৰ ফিজ্ £৪.৮ মিলিয়ন পাউণ্ড ষ্টাৰ্লিঙ($৭.৭ মিলিয়ন ডলাৰ)ৰ বিনিময়ত বাৰ্চিলোনাত যোগদান কৰে। বোকা জুনিয়ৰ্চৰ যোল্লমহীয়া ক্ৰীড়াকালত ১৯৮২ চনৰ লীগ খিতাপ আনি দিয়ে। স্পেনীচ ফুটবলত মাৰাদোনাই বাৰ্চিলোনাৰ বাবে তেনে সন্মান কঢ়িয়াই আনিব নোৱাৰিলেও প্ৰতিপক্ষৰ ৰক্ষণবিভাগত তেওঁ প্ৰধান লক্ষ্য হৈ পৰে। বিশেষকৈ ১৯৮৪ স্পেনীচ কাপ ফাইনেল(এথলেটিকো বিলবাওঁ বনাম বাৰ্চিলোনা)ৰ অন্তত উভয় দলৰ মাজত মৰামৰি হয় যাৰফলত ছয়জন আগৰণুৱা খেলুৱৈক তিনিমাহৰ বাবে দুই দফীয়াকৈ স্পেনীচ ফুটবলৰ পৰা নিলম্বিত কৰে। ইয়াৰ অন্তৰ্গত মাৰাদোনাও সন্নিৱিষ্ট আছিল। কিন্তু প্ৰথম দফা নিষেধাজ্ঞা অন্ত নপৰোতেই মাৰাদোনাই $৭.৫ মিলিয়ন ডলাৰৰ বিনিময়ত ইটালিৰ এ.চি.নেপলিৰ সৈতে চাৰিবছৰৰ বাবে চুক্তিবদ্ধ হয় যদিও পিচত এই ট্ৰেন্সফাৰ মূল্য আৰু $১.২ মিলিয়ন ডলাৰ বৃদ্ধি হৈ $৮.৭ মিলিয়ন ডলাৰ স্পৰ্শ কৰে। এয়া বিশ্বৰ সবাতোকৈ বৃহৎ অঙ্কৰ ট্ৰেন্সফাৰ ঘটনা। বাৰ্চিলোনা ক্লাৱত দুটা মৰছুমত মুঠ ৭৬ খন খেলত ৪৫ গোল কৰে। নেপলিত খেলাকালীন তেওঁৰ প্ৰতি মিনিটত আয় £১০০০ পাউণ্ড ষ্টাৰ্লিং।

মেক্সিকো বিশ্বকাপৰ পূৰ্ব মুহূৰ্ত মাৰাদোনাক কেন্দ্ৰ কৰি যি বাক-বিতণ্ডা আৰু খৃ-দুৱনি সৃষ্টি হৈছিল যথাসময়ত তেওঁক মানদণ্ডৰ তুঙ্গত দেখা গ'ল। বিশেষকৈ কোৱাৰ্টাৰ-ফাইনেলত ইংলেণ্ডক ২-১ গোলত পৰাভূত কৰোঁতে খেলৰ ৫১ মিনিটত গোল কৰাৰ চাৰিমিনিটৰ পিচতে মাৰাদোনাই মধ্য-ফিল্ডত পোৱা এটা বল একাদিক্ৰমে পাঁচজন প্ৰতিপক্ষৰ খেলুৱৈক অতি দ্ৰুত ড্ৰিবলিঙৰে অতিক্ৰম কৰি স্কৰ কৰোঁতে বিশ্ব ফুটবলত চাঞ্চল্য সৃষ্টি কৰে। বিশ্বফুটবলত এনে ধৰণৰ একক ও সফল ক্ৰীড়া নজিৰ অতি বিৰল। চেমি-ফাইনেলত বেলজিয়ামক ২-০ ব্যৱধানত পৰাভূত কৰোঁতে দুয়োটা গোল তেওঁৰ। মুঠতে মাৰাদোনাৰ বিস্ফোৰক ফুটবলে বেলজিয়ামৰ ৰক্ষণবিভাগ ভাঙি পেলাই। ফাইনেলত পশ্চিম জাৰ্মেনিৰ বিৰুদ্ধে কঠোৰ পহৰাৰ মাজত থাকোতে পিচপৰি খেলিবলৈ বাধ্য হয়। পশ্চিম জাৰ্মেনিক ৩-২ ব্যৱধানত পৰাভূত কৰোঁতে

মাৰাদোনাৰ স্কৰ শূন্য যদিও তেওঁ মূল স্কিমাৰৰ ভূমিকা লয় আৰু মেক্সিকো বিশ্বকাপ টুৰ্নামেণ্ট "মাৰাদোনাৰ বিশ্বকাপ" নামেৰে খোদিত হয়। ইয়াৰ অন্তৰ্গত চুপাৰষ্টাৰ মাৰাদোনাই ৫ গোল কৰি সৰ্বোচ্চ গোলদাতাৰ তালিকাত দ্বিতীয়স্থান পায়। বিশ্বকাপ চলি থাকোতেই ফিফাৰ প্ৰেচিডেণ্ট জোৱাও হেভেলেঞ্জৰ মন্তব্য, "Indisputably Pele was genius in his time, and now we are seeing the arrival of a new genius, which is Maradona." বিশ্বকাপৰ সাফল্যই মাৰাদোনাক ১৯৮৬ চনৰ "ৱৰ্ল্ড প্লেয়াৰ অৱ দি ইয়েৰ" নিৰ্বাচন দিয়ে। ১৯৮৭ চনত ইংলেণ্ডৰ টটেনহাম হটস্পাৰে তেওঁৰ বাবে £১০ মিলিয়ন পাউণ্ড ষ্টাৰ্লিং আগবঢ়াইছিল যদিও এই চুক্তি সম্পাদন নহ'ল। সেইবছৰতে নেপলিৰ পক্ষে লীগ আৰু কাপ জয় কৰি চাঞ্চল্য সৃষ্টি কৰাৰ পিচতে দক্ষিণ আমেৰিকা চেম্পিয়নচিপত আৰ্জেণ্টিনাই কেৱল চতুৰ্থস্থান দখল কৰিবলৈ সক্ষম হয়। ১৯৮৯ চনত এ.চি.নেপলিৰ ইউফা কাপ জয় অন্য এক বৃহৎ সাফল্য কিন্তু সেইবছৰতে দক্ষিণ আমেৰিকা ফুটবল চেম্পিয়নচিপত আৰ্জেণ্টিনাই তৃতীয়স্থান পায়। ১৯৯০ চনত মাৰাদোনাৰ নেতৃত্বত নেপলিয়ে দ্বিতীয়বাৰৰ বাবে লীগ চেম্পিয়ন হয়।

বছেৰেকত £১০ মিলিয়ন পাউণ্ড ষ্টাৰ্লিং উপাৰ্জন কৰোঁতে বিশ্বৰ সবাতোকৈ চহকী ফুটবলাৰ তথা ২৯-বছৰ বয়স্ক ফুটবল পণ্ডিতে ১৯৯০ বিশ্বকাপত এটা আঘাতগ্ৰস্ত এঙ্কল লৈয়ে আৰ্জেণ্টিনা দলত যি ইন্ধনৰ যোগাৰ ধৰিলে এই ৰণ-চাতুৰ্য অতি তীক্ষ্ণ ও সুক্ষ্ম দৃষ্টিৰে অন্বেষণ·কৰিলেহে উপলব্ধি কৰিব পৰা যায়। নহ'লেনো পশ্চিম জাৰ্মেনিৰ কোচ্ বেকেনবাউৰে এই ব্যৱস্থা লয়নে, "I have three defenders available for the job of marking Maradona. We have excellent markers but even·so one can't expect to be able to kept Maradona tightly marked for the entire ninety minutes. And ace like him can't be stopped, only restrained." দিয়াগো মাৰাদোনাৰ অধিনায়কত্বত আৰ্জেণ্টিনাই প্ৰি-কোৱাৰ্টাৰ-ফাইনেলত ব্ৰাজিল, কোৱাৰ্টাৰ-ফাইনেলত যুগোশ্লাভিয়া আৰু চেমি-ফাইনেলত উদ্যোক্তা ইটালিক পৰাভূত কৰি বিশ্বকাপ'৯০-ৰ অন্যতম ঘটনাৰূপে চিহ্নিত কৰে। বিশেষকৈ ব্ৰাজিল আৰু ইটালিৰ বিৰুদ্ধে কৰা কেনিখিয়াৰ দুয়োটা গোল মাৰাদোনাৰ চতুৰ.ফুটবল মগজুৰ অন্যতম নিৰ্দশন। এই চেমি-ফাইনেলৰ পিচৰে পৰা নেপলিৰ হৃৎপিণ্ড মাৰাদোনা ইটালিয়ান দৰ্শকৰ শত্ৰু স্বৰূপ হৈ পৰে আৰু ফাইনেল খেলত তেওঁ বল পালেই দৰ্শকৰ বিদ্ৰুপ আৰু চিঞৰ-বাখৰৰ প্ৰতাপে মাৰাদোনাক ধ্বংস কৰাৰ প্ৰয়াস জাৰি ৰাখে। সমগ্ৰ খেলখনত তেওঁ জাৰ্মান ডিফেণ্ডাৰ গাইদু বুচৱাল্ডৰ কঠোৰ পহৰাত কটাব লগা হয় আনকি মাৰাদোনাই ৰেফ্ৰীৰ ৱাৰ্নিঙো লাভ কৰে। খেলৰ অন্তত মাৰাদোনাই কান্দি কান্দি ৰানাৰ্চ-আপ পদক গ্ৰহণ কৰে। এইখিনিতে উল্লেখ্য ইটালি '৯০-ৰ ৭ খন খেলত মাৰাদোনাক মুঠ ৪০ বাৰ ফাউল কৰে। বিশ্বকাপ ফাইনেল তেওঁৰ ৭৯তম আন্তৰ্জাতিক আৰু-স্কৰ ৩১ গোল, অৱশ্যে এই বিশ্বকাপত স্কৰ শূন্য। বিশ্বকাপ চলি থাকোতেই "নিক্কান স্পৰ্টচ"

প্ৰতিষ্ঠানে জাপানত খেলিবৰ বাবে মাৰাদোনাক ব্লেঙ্ক চেক্ প্ৰদান কৰিছিল। পেছাদাৰ ফুটবল বুৰঞ্জীত এনে ঘটনা এয়ে প্ৰথম। ১৯৯০ বিশ্বকাপতে পশ্চিম জাৰ্মেনিৰ কোচ্ কাইজাৰ ফ্ৰেঞ্জৰ মন্তব্য, "He is still one of the best player in the world. He did not dominate as he did in 1986."

মাৰাদোনাই ১৯৯০-৯১ লীগত বাৰিৰ বিৰুদ্ধে খেলোতে (১৭-৩-৯১) ককেইন সেৱন কৰা অপৰাধত ইটালিয় ফুটবল সন্থাই পোন্ধৰমাহৰ বাবে চাচ্পেণ্ড কৰে আৰু এই ঘটনাৰ তিনি সপ্তাহৰ পিচতে বুয়েনচ আয়াৰ্চত পুনৰ এই ককেইন সেৱন ও ব্যৱসায়ত লিপ্তৰ অপৰাধত ফিফাই তেওঁৰ বিৰুদ্ধে ১৯৯২ চনৰ ২৬ জুনলৈকে বিশ্বব্যাপী নিষেধাজ্ঞা জাৰি কৰে। প্ৰত্যাৱৰ্তন কৰি ১৯৯২ চনৰ ১৩ ছেপ্তেম্বৰত স্পেইনৰ চেভিল দলত $৭.৫ মিলিয়ন ডলাৰৰ বিনিময়ত চুক্তিবদ্ধ হয় আৰু ২৮ ছেপ্তেম্বৰত বেয়াৰ্ন মিউনিকৰ বিৰুদ্ধে চেভিল দলত আত্মপ্ৰকাশ কৰে। দীৰ্ঘ আঠবছৰৰ পিচত দ্বিতীয়বাৰ স্পেনীচ লীগত আত্মপ্ৰকাশ কৰোঁতে ৰিয়েল জাৰাগুজা দলক ১-০গোলত হৰুৱাই (৭অক্টোবৰ)। এই খিনিতে উল্লেখ্য মাৰাদোনাই নেপলিৰ পক্ষে মুঠ ২৫৯ খন খেলত ১১৫ গোল কৰে। চেভিলত এটা নিৰস মৰছুম অতিবাহিত কৰোঁতে অনুশীলন ঠিকমতে নকৰাৰ অপৰাধত ১৯৯৩ চনৰ ৩০ জুনত ক্লাবৰ পৰা বহিষ্কাৰ কৰে। ইয়াত তেওঁ মাত্ৰ ২৬ খন খেলত অংশ লয়। ১৯৯৩ চনৰ ৭ ছেপ্তেম্বৰত আৰ্জেন্তিনাৰ নোৱেল'চ অল্ড বয়জ দলত যোগদান কৰি ১০ অক্টোবৰত ইণ্ডিপেনডেন্টিৰ বিৰুদ্ধে লীগত আত্মপ্ৰকাশ কৰোঁতে সুদীৰ্ঘ দহ বছৰৰ মূৰত আৰ্জেন্তিনা লীগত মাৰাদোনাৰ পুনৰ অভ্যুদয় মনকৰিবলগীয়া আৰু এই খেলখনত নোৱেল'চ অল্ড বয়জ ১-৩ ব্যৱধানত পৰাভূত হয়। ১৯৯৪ চনৰ ২ ফেব্ৰুৱাৰীত নোৱেল'চ অল্ড বয়জৰ সৈতেও সম্পৰ্ক ছিন্ন হয়।

১৯৯৪ বিশ্বকাপৰ মূল চৌহদত প্ৰৱেশ কৰিবলৈ অষ্ট্ৰেলিয়াৰ বিৰুদ্ধে কোৱালিফাইং ৰাউণ্ডৰ প্লে-অফ্ খেলখনত আৰ্জেন্তিনা দলত মাৰাদোনাৰ অন্তৰ্ভুক্তি বিশেষ তাৎপৰ্যপূৰ্ণ তথা ডাবল লীগৰ খেল (১-১/১-০)২-১ গোলত জয়ী হয়। বিশেষকৈ বিশ্বকাপৰ পূৰ্বে(২০ এপ্ৰিল) মৰক্কোৰ বিৰুদ্ধে মাৰাদোনাৰ চমকপ্ৰদ ফুটবল ৰাজিয়ে আৰ্জেন্তিনাক ৩-১ ব্যৱধানত জয়ী হোৱাত অৰিহণা যোগোৱাৰ লগতে চাৰিবছৰৰ অৱধিত প্ৰথমটো আন্তৰ্জাতিক গোল কৰে। এয়া তেওঁৰ. ৮৪তম আন্তৰ্জাতিকত ৩২তম গোল। পুনৰ ১৯ মে'ত চিলিৰ বিৰুদ্ধে ৩-৩ ব্যৱধানত দ্ৰ থাকোতে মাৰাদোনাৰ ঐন্দ্ৰজালিক খেল মনকৰিবলগীয়া। ১৯৯৪ বিশ্বকাপত মাৰাদোনাৰ অধিনায়কত্বত আৰ্জেন্তিনাক এক অনন্যৰূপত দেখা যায়। ইয়াৰ অন্তৰ্গত গ্ৰীচক ৪-০ গোলত ধৰাশায়ী কৰোঁতে তেওঁ ১ গোল কৰে আৰু পৰৱৰ্তী খেলত নাইজেৰিয়াৰ বিৰুদ্ধে ২-১ গোলত জয়ী হওঁতে মাৰাদোনাৰ ইন্‌টিলেকটিউয়েল ফুটবল এক নজিৰ হৈ ৰয় আৰু এই খেলখনৰ পিচতে তেওঁৰ প্ৰসাৱৰ নমুনাত এফিড্ৰিন সমন্বিত চাৰিবিধ নিষিদ্ধ দ্ৰব্য-সেৱনৰ প্ৰমাণ পায় ফলত ফিফাই তেওঁক বিশ্বকাপ আসৰৰ পৰা নিলম্বিত কৰে। অৱশ্যে তেওঁ বিশ্বকাপত সৰ্বাধিক (২১খন)



১৯৯৪ বিশ্বকাপত নিষেধাজ্ঞা আৰোপ পোৱাৰ পিচত প্ৰেচৰ হেচাত মাৰাদোনা।

খেলত অংশ লোৱা উয়ে চিলাৰ আৰু লেদিচ'ল জামুদাৰ ৰেকৰ্ড পুনৰাবৃত্তি কৰাৰ উপৰি ডোপ টেষ্টত ধৰা পৰি নিৰ্বাসিত হোৱা বিশ্বকাপ ইতিহাসৰ চতুৰ্থ গৰাকী খেলুৱৈৰূপে চিহ্নিত হয়। মাৰাদোনাৰ ঘটনাক কেন্দ্ৰ কৰি বিশ্ব ফুটবলত এক প্ৰৱল ধুমুহা বৈ যায় আনকি ১৯৯৪ বিশ্বকাপৰ আকৰ্ষণো নিম্নগামী হয়। বিশ্বকাপত নিষিদ্ধ দ্ৰব্য সেৱনৰ বাবে ফিফাই মাৰাদোনাৰ বিৰুদ্ধে ১৫ মাহৰ বিশ্ব ব্যাপী নিষেধাজ্ঞা জাৰি কৰাৰ উপৰি $১৫,০০০ ডলাৰ জৰিমনা কৰে ৩০জুন,১৯৯৪। নিষেধাজ্ঞা কাৰ্যকালৰ অন্তত মাৰাদোনাই $৮.১ মিলিয়ন ডলাৰৰ বিনিময়ত ২ ১/২ বছৰৰ বাবে বোকা জুনিয়ৰ্চত চুক্তিবদ্ধ হৈ ১৯৯৫ চনৰ ৩০ ছেপ্তেম্বৰত দক্ষিণ কোৰিয়াৰ বিৰুদ্ধে আত্মপ্ৰকাশ কৰে। চিউলত অনুষ্ঠিত এই প্ৰদৰ্শনী খেলত বোকা জুনিয়ৰ্চ ২-১ গোলত জয়ী হয়। এসপ্তাহৰ পিচতে ৮ অক্টোবৰত প্ৰথম ডিভিজন লীগত আত্মপ্ৰকাশ কৰোঁতে কুলোন দি চান্তা ফি দলক ১-০ গোলত হৰুৱাই। মাৰাদোনাৰে পুষ্ট বোকা জুনিয়ৰ্চে লীগ ফুটবলত তেনে সফলতা অৰ্জন কৰিব নোৱাৰিলে আৰু ১৯৯৬ চনৰ ১১ আগষ্টত বোকা জুনিয়ৰ্চ বনাম ষ্টুডিয়ান্টেচ লীগ ফুটবলৰ খেলখনত ১-২ ব্যৱধানত পৰাভূত হোৱাৰ পিচতে মাৰাদোনাই বোকা জুনিয়ৰ্চ ত্যাগ কৰাৰ ঘোষণা কৰে। এই ঘটনাৰ পিচতে ২ ছেপ্তেম্বৰত ইটালিৰ টাৰান্টো ক্লাৱৰ পক্ষে (এই দলত তেওঁৰ ভাতৃ লালু-এ খেলে) এখন খেল অংশ গ্ৰহণ কৰি ফুটবলৰ পৰা অৱসৰ লওঁতে এয়া তেওঁৰ ক্ৰীড়া জীৱনৰ শেষ খেল বুলি কয়। এই অৱসৰ ঘোষণাই মাৰাদোনাক দীৰ্ঘ এঘাৰমাহ খেলপথাৰৰ পৰা আঁতৰত ৰাখে আৰু প্ৰত্যাৱৰ্তন কৰোঁতে ১৯৯৭ চনৰ ১০ জুলাইত নোৱেল'চ অল্ড বয়জ-ৰ বিৰুদ্ধে পুনৰ বোকা জুনিয়ৰ্চৰ জাৰ্চি পিন্ধে আৰু দুদিন পিচতে (১৩ জুলাই) ৰেচিং ক্লাবৰ বিৰুদ্ধে আৰ্জেন্তিনাৰ প্ৰথম ডিভিজন লীগত পুনৰ আত্মপ্ৰকাশ কৰি ৩-২ ব্যৱধানত জয়ী হয়। কিন্তু ২৪ আগষ্টত অনুষ্ঠিত লীগ খেলখনৰ পিচতে দোপ টেষ্টত ধৰা পৰি ৩৭-বছৰ বয়স্ক মাৰাদোনাই ফুটবলৰ পৰা অৱসৰ লয় (ছেপ্তেম্বৰ, ১৯৯৭)। মাৰাদোনাই মুঠ ৬৯২ খন খেলত ৩৫৪ গোলৰ কৃতিত্ব এৰি থৈ যায়। ইয়াৰ অন্তৰ্গত ৯১ খন আন্তৰ্জাতিকত ৩৪ গোল।

□□

# অস্কাৰ ৰুগৰি

আন্তৰ্জাতিক ফুটবলত আৰ্জেন্তিনাৰ সাফল্য ও একাধিপত্যত সৰ্বাধিক জড়িত ব্যক্তি গৰাকী হ'ল, অস্কাৰ ৰুগৰি। ৰক্ষণবিভাগৰ এই খেলুৱৈ গৰাকীয়ে আৰ্জেন্তিনাৰ পক্ষে সৰ্বাধিক আন্তৰ্জাতিক খেলাৰ গৌৰৱ অৰ্জন কৰোঁতে মুঠ ৩৩খন আন্তৰ্জাতিকত অপৰাজিতৰ কৃতিত্ব মনকৰিবলগীয়া তথা ১৯৯০ বিশ্বকাপৰ পিচত আৰ্জেন্তিনা দলত মাৰাদোনাৰ অনুপস্থিতিত অস্কাৰ ৰুগৰিয়ে জাতীয় দলৰ অধিনায়কৰ দায়িত্ব বহন কৰে। ১৯৯৪ বিশ্বকাপতো মাৰাদোনাই দুখন মেচ খেলি উত্তেজক দ্ৰব্য সেৱনৰ অপৰাধত বহিষ্কৃত হওঁতে পৰৱৰ্তী খেল দুখনত তেৱেঁ অধিনায়ক আছিল।

অস্কাৰ ৰুগৰি ১৯৬২ চনৰ ২৬ জানুৱাৰীত জন্ম গ্ৰহণ কৰে। ১৯৮০ চনত বোকা জুনিয়ৰ্চ ক্লাবৰ জৰিয়তে প্ৰথম শ্ৰেণী ফুটবলৰ পাতনি মেলে। ১৯৮১ চনত লীগ খিতাপ জয় কঁৰে। ১৯৮৪ চনত ৰিভাৰ প্লেট দলত যোগদান কৰে আৰু ১৯৮৬ চনত দক্ষিণ আমেৰিকা চেম্পিয়ন'চ্ ক্লাব কাপ (লিবাৰটাদোৰেচ কাপ) জয় কৰাৰ উপৰি ইউৰোপীয় চেম্পিয়ন ৰুমানিয়াৰ ওকানদান ক্লাবক পৰাভূত কৰি বিশ্ব ক্লাব চেম্পিয়নচিপ্ জয় কৰে। ১৯৮৪ চনতে আন্তৰ্জাতিক ফুটবলত আত্মপ্ৰকাশ কৰি ১৯৮৬ বিশ্বকাপ বিজয়ৰ আৰ্জেন্তাইন সাফল্যত চেন্টাৰ-হাফ্ অস্কাৰ ৰুগৰিৰ খেল স্মৰণীয় আনকি তেওঁ বিশ্ব শ্ৰেষ্ঠ এঘাৰজনৰ তালিকাতো নিৰ্বাচন লাভ কৰে। ১৯৮৭-৮৯ লৈকে স্পেইনৰ লোৰ্গোন্স দলত খেলে। ১৯৮৯-৯০ মৰছুম ৰিয়েল মাদ্ৰিদত কটায় আৰু স্বদেশলৈ প্ৰত্যাৱৰ্তন কৰোঁতে ভেলিজ চাৰ্চফিল্ড দলত যোগদান কৰে। বিশেষকৈ ১৯৯০ বিশ্বকাপত আৰ্জেন্তিনাৰ ৰক্ষণত বলিষ্ঠ খেল প্ৰদৰ্শন কৰে। ফাইনেলত প্ৰথমাৰ্দ্ধ খেলাৰ পিচত ৪৬ মিনিটত তেওঁৰ সলনি পেদ্ৰো মুনজুনক নমায়। বিশ্বকাপৰ পিচতে আৰ্জেন্তিনা দলে তেওঁৰ অধিনায়কত্বতে ১৯৯১ আৰু ১৯৯৩ কোপা আমেৰিকা জয় কৰে। ইয়াৰ অন্তৰ্গত তেওঁ ১৯৯১-৯২ ইটালিৰ আনকোনো ক্লাব আৰু ১৯৯২-৯৩ মৰছুম মেক্সিকোৰ ক্লাব আমেৰিকাত খেলি চান লোৰেঞ্জোত যোগদান কৰে। ১৯৯৪ বিশ্বকাপৰ পূৰ্বলৈকে তেওঁ মুঠ ৯৫ খন আন্তৰ্জাতিকত অংশলৈ আৰ্জেন্তিনাৰ ৰেকৰ্ড সংখ্যক আন্তৰ্জাতিক খেলা ফুটবলাৰত পৰিণত হয়। ১৯৯৪ বিশ্বকাপত মাৰাদোনাৰ অধিনায়কত্বত আৰ্জেন্তিনা দল ৰাওনা হ'ল যদিও দুখন খেলৰ অন্তত তেওঁ নিলম্বিত হোৱা বাবে অস্কাৰ ৰুগৰি পুনৰ অধিনায়ক হয়। অৱশ্যে আৰ্জেন্তিনাই প্ৰি-কোৱাৰ্টাৰ-ফাইনেলত ৰুমানিয়াৰ হাতত পৰাভূত হৈ বিদায় ল'ব লগা হয় তথা অস্কাৰ ৰুগৰিৰ এয়া ৯৯তম আন্তৰ্জাতিক আছিল। যিকোনো দুৰ্দ্ধৰ্ষ ফৰোৱাৰ্ডে এওঁক অতিক্ৰম কৰা অতি কঠিন বিশেষকৈ হেডিঙত পটু অস্কাৰ ৰুগৰিৰ উপনাম "Cabezon" অৰ্থাৎ ‘‘বিগ হেড্’’।



# চাৰ্জিও গইক'চা

মাৰাদোনাৰ পিচতে আৰ্জেণ্টিনাৰ ফুটবল সাফল্যত এজন ফুটবলাৰৰ নাম সদায় জিলিকি থাকিব গোলৰক্ষক চাৰ্জিও গইক'চা। কাৰণ ১৯৯০ বিশ্বকাপৰ পিচৰে পৰা জাতীয় দলত অনুপস্থিত থকা মাৰাদোনা বিহীন আৰ্জেণ্টিনাই (১৯৯০-৯৩) মুঠ ৩৩খন আন্তৰ্জাতিকত অপৰাজিত কৃতিত্ব বিশেষভাৱে উল্লেখনীয়। বিশেষকৈ ফুটবলত টাই-ব্ৰেকাৰ নিয়ম প্ৰৱৰ্তন হোৱাৰ পিচৰে পৰা এই ক্ষেত্ৰত সবাতোকৈ অধিক সফল গোলৰক্ষকৰূপে পৰিগণিত হৈছে। ১৯৯০ বিশ্বকাপত আৰ্জেণ্টিনাৰ ২ নং গোল-ৰক্ষকৰূপেই অতিবাহিত কৰিব লগা হ'লহেঁতেন। যদিহে আৰ্জেণ্টিনাৰ ১নং গোলৰক্ষক নাৰি পাম্পিদুয়ে খেলপথাৰত আঘাত নেপালেহেঁতেন! প্ৰথম ৰাউণ্ড লীগৰ দ্বিতীয়খন খেলত ছোভিয়েট ইউনিউয়নৰ বিৰুদ্ধে ১২ মিনিটতে পাম্পিদুৰ সোঁ-ভৰি ভাগে ফলত তেওঁৰ স্থানত গইক'চাক নমায় আৰু সমগ্ৰ বিশ্বকাপতে বীৰোচিত খেল প্ৰদৰ্শন কৰি আৰ্জেণ্টিনাক ফাইনেল পৰ্যন্ত অগ্ৰসৰত অৰিহণাৰ যোগাৰ ধৰে আৰু গইক'চা বিশ্ব কাপৰ চমকপ্ৰদ তাৰকাত পৰিণত হয়।

গইক'চা ১৯৬৩ চনৰ ১৭ অক্টোবৰত বুয়েনচ আয়াৰ্চৰ পৰা ৬৫ মাইল নিলগৰ লিমা চহৰত জন্ম গ্ৰহণ কৰে। ফুটবলৰ পাতনি দ্বিতীয় ডিভিজন দিফেনচৰচ ইউনিদচ দলত। পিচত প্ৰথম ডিভিজন ৰিভাৰ প্লেট দললৈ আহে আৰু ১৯৮৭ চনত ইটালিৰ বিৰুদ্ধে আন্তৰ্জাতিক ফুটবলত আত্মপ্ৰকাশ ঘটে, স্থান জুৰিক। কিন্তু নাৰি পাম্পিদুৰ বাবে তেওঁ নিয়মিত খেলাৰ সুযোগ পোৱা নাছিল আৰু ১৯৯০ বিশ্বকাপৰ পৰা আৰ্জেণ্টিনা দলত নিয়মিত খেলোতে ১৯৯১ আৰু ১৯৯৩ চনত দুবাৰ দক্ষিণ আমেৰিকা ফুটবল চেম্পিয়নচিপ (কোপা আমেৰিকা) জয় উল্লেখযোগ্য। যেনেদৰে ১৯৯০ বিশ্বকাপৰ কোৱাৰ্টাৰ-ফাইনেলত যুগোশ্লাভিয়া আৰু চেমি-ফাইনেলত উদ্যোক্তা ইটালিক টাই-ব্ৰেকাৰৰ জৰিয়তে পৰাভূত কৰি আৰ্জেণ্টিনাক ফাইনেলত উপনীত কৰাৰ প্ৰধান 'হিৰো' গইক'চা তদৰূপ ১৯৯৩ দক্ষিণ আমেৰিকা চেম্পিয়ন-চিপতো কোৱাৰ্টাৰ-ফাইনেলত ব্ৰাজিল আৰু চেমি-ফাইনেলত কলম্বিয়াক টাই-ব্ৰেকাৰৰ জৰিয়তে পৰাভূত কৰি ফাইনেলত প্ৰৱেশ কৰে। ১৯৯৪ বিশ্বকাপৰ পূৰ্বলৈকে ৪৫ খন আন্তৰ্জাতিকৰে পুষ্ট গইক'চা মিলিওনাৰিওচ্ ক্লাবৰ খেলুৱৈ।



# জহান ক্ৰুইফ




আন্তজার্তিক ফুটবলৰ পৰা ক'লা মুকুতা পেলেৰ অৱসৰৰ সময়তে আন এজন 'শ্বেতাঙ্গ পেলে'ৰ আৱিৰ্ভাৱ ও তেওঁৰ দক্ষতাপূৰ্ণ অপূৰ্ব ক্ৰীড়া চাতুৰ্যই ফুটবলৰ একচ্ছত্ৰী ৰজাৰূপে প্ৰতিপন্ন কৰে। উত্তৰ সাগৰৰ জলৰাশিয়ে ধুই থকা হলেণ্ডৰ জুইদাৰ জী ভূমিভাগত উদয় হোৱা এই গৰাকী সুযোগ্য ফুটবল উত্তৰাধিকাৰীৰ নাম জহান ক্ৰুইফ। ১৯৭৪ বিশ্বকাপত পশ্চিম জাৰ্মেনিয়ে বিশ্ব খিতাপ অৰ্জন কৰিলেও হলেণ্ডৰ অধিনায়ক জহান ক্ৰুইফ নিঃসন্দেহে আসৰৰ শ্ৰেষ্ঠ খেলুৱৈ। কাৰণ বিশ্বকাপৰ প্ৰতিখন খেলতে স্বকীয় বহুমুখী প্ৰতিভাৰ জৰিয়তে ধুমুহা সৃষ্টি কৰিছিল। ক্ৰুইফে স্বকীয় বিস্ফোৰণ, শক্তিশালী চুটিং, প্ৰথম আক্ৰমণ সৃষ্টিত অসম্ভৱ ক্ষমতা উপৰি মুহূৰ্ততে এটেকাৰ, মুহূৰ্ততে মিড-ফিল্ডাৰ, মুহূৰ্ততে ডিফেণ্ডাৰ, মুহূৰ্ততে চুইপাৰ আৰু ডিফেন্সত শেষ খেলুৱৈৰূপে অৱতীৰ্ণ হয়। অৱশ্যে ক্ৰুইফৰ প্ৰৱণতা লেফট-উইংৰ পৰা আক্ৰমণ কৰা।

সত্তৰ দশকত এওঁৰ দৰে দ্ৰুতগামী ফুটবলাৰ দেখা পোৱা নেযায়। একক সামৰ্থ্যৰ দ্বাৰা বিপক্ষৰ সকলো পৰিকল্পনা ধ্বংস কৰিব পৰাটোৱেই ক্ৰুইফৰ ব্যতিক্ৰম সমূহৰ ভিতৰত বিশেষ উল্লেখনীয়। বল আয়ত্তধীন ৰখাৰ উচ্চ ক্ষমতাসম্পন্ন চেন্টাৰ-ফৰোৱাৰ্ড জহান ক্ৰুইফৰ শাৰীৰিক দ্ৰুততাৰ লগতে মনৰ দ্ৰুততাও অত্যন্ত প্ৰখৰ আৰু মুহূৰ্তৰ ভিতৰতে বিপক্ষৰ পৰিস্থিতি উপলব্ধিত দক্ষ। ক্ৰীড়া বিশেষজ্ঞৰ মতে পেলেই সাধাৰণতে যিমান দ্ৰুতভাৱে অগ্ৰসৰ হয় বললৈ অগ্ৰসৰ হওঁতে কিছু মন্থৰ হৈ পৰে; কিন্তু জহান ক্ৰুইফে বল পালেও দ্ৰুততাৰ হ্ৰাস নঘটে। ক্ৰুইফ কল্পনাকাৰী গোলদাতাৰূপে ভিন ভিন উপায় অৱলম্বন কৰিছিল। দীঘল চুলি আৰু ওফণ্ডা গালৰ এই ক্ষীণকায় দেখনীয়াৰ ফুটবলাৰৰ অপূৰ্ব ক্ৰীড়া সক্ৰিয়তা ও চমৎকাৰ খেল পৰিবেশনে পেলেৰ পিচতে বিশ্বৰ ১নং খেলুৱৈৰূপে প্ৰতিষ্ঠিত কৰিছিল। ক্ৰুইফৰ খেলৰ এটি বিশেষত্ব হ'ল ভৰিত বল পৰাৰ লগে লগে এটা স্থায়ী বস্তু হঠাৎ প্ৰাণৱন্ত হৈ উঠাৰ দৰে বিপক্ষৰ খেলপথাৰত তীব্ৰ গতিৰে সোমাই পৰে আৰু এই ক্ষিপ্ৰতাৰ সন্মুখত বিৰোধী পক্ষই সজাগ হ'বলৈ কোনো সময় বা সুবিধাই নেপায়। সাধাৰণতে খেল আৰম্ভৰ সঙ্কেত ধ্বনি বজাৰ লগে লগে তেওঁ এই দ্ৰুত দৌৰৰ অৱতাৰণা কৰে। যি কি নহওঁক জহান ক্ৰুইফ আধুনিক ফুটবলৰ এজন ত্ৰুটিহীন অল-ৰাউণ্ডাৰ তথা সফল টোটেল ফুটবলাৰ ও এগৰাকী সৰ্বকালৰ সৃষ্টি।

জহান ক্ৰুইফ ১৯৪৭ চনৰ ২৫ এপ্ৰিল তাৰিখে আমষ্টাৰডামৰ এটা দুখীয়া পৰিয়ালত জন্ম গ্ৰহণ কৰে। পিতৃ কেৰ্ন্টিন মেনেজাৰ আৰু মাতৃ আইএক্স আমষ্টাৰডাম

ক্লাবৰ গ্ৰাউণ্ড ক্লিনাৰ আছিল। ছাত্ৰ অৱস্থাতে আইএক্স জুনিয়ৰ দলত ফুটবলৰ পাতনি মেলে আৰু সাতবছৰৰ পিচত (১৯৬৪) চিনিয়ৰ দলত খেলাৰ সুযোগ লাভ কৰি পৰৱৰ্তীকালৰ নিয়মিত খেলুৱৈ হৈ পৰে। প্ৰথম শ্ৰেণী ফুটবলত দুবছৰৰ অভিজ্ঞতাই ১৯৬৬ চনৰ ৭ ছেপ্তেম্বৰত হাঙ্গেৰিৰ বিৰুদ্ধে আন্তৰ্জাতিক আত্মপ্ৰকাশ ঘটে। কিন্তু দ্বিতীয় আন্তৰ্জাতিক হলেণ্ড বনাম চেকোশ্লোভাকিয়া খেলত পূৰ্ব জাৰ্মান ৰেফ্ৰী ৰুদি গ্লকনাৰৰ সৈতে সৃষ্টি হোৱা বিবাদৰ ফলস্বৰূপে তেওঁ খেলপথাৰৰ পৰা বহিস্কৃত হয় আৰু ওলন্দাজ ফুটবল সন্থাই এবছৰৰ বাবে চাচ্‌পেণ্ড কৰে যদিও পিচলৈ ছমাহ বাতিল কৰে। দহমাহৰ পিচত পুনৰ জাতীয় দলত খেলাৰ সুযোগ লাভ কৰি পূৰ্ব জাৰ্মেনিৰ বিৰুদ্ধে ১ গোল কৰে। ইতিপূৰ্বে ক্ৰুইফ ৭ খন যুৱ আন্তৰ্জাতিকৰে পুষ্ট আছিল। ১৯৬৯ চনত বুলগেৰিয়াৰ বিৰুদ্ধে বিশ্বকাপৰ প্ৰাথমিক পৰ্যায়ৰ আখৰা শিবিৰত তেওঁৰ বিলম্ব উপস্থিতিয়ে দলৰ পৰা বাদ পৰে আৰু হলেণ্ড ০-২ গোলত পৰাভূত হৈ বিশ্বকাপৰ চূড়ান্ত পৰ্যায়লৈ উধাবলে অক্ষম হয়। জহান ক্ৰুইফে আইএক্স আমষ্টাৰডামৰ প্ৰধান ভাৰবীয়াৰূপে অৱতীৰ্ণ হৈ মুঠ ১৮৭ গোল কৰে। ইয়াৰ অন্তৰ্গত ১৯৬৭ চনত লীগৰ সৰ্বোচ্চ গোলদাতা (৩৩ গোল)। আইএক্স আমষ্টাৰডামে ছয়বাৰ (১৯৬৬, ১৯৬৭, ১৯৬৮, ১৯৭০, ১৯৭২ আৰু ১৯৭৩) ওলন্দাজ লীগ জয় কৰাৰ উপৰি ১৯৬৭,১৯৭০,১৯৭১ আৰু ১৯৭২চনত ওলন্দাজ কাপ জয় কৰে। বিশেষকৈ মহাদেশীয় ক্লাব স্তৰৰ খেলত খলকনিৰ সৃষ্টি কৰোঁতে আইএক্স আমষ্টাৰডামে একেৰাহে তিনিবাৰ (১৯৭১, ১৯৭২ আৰু ১৯৭৩) ইউৰোপীয়ান চেম্পিয়ন ক্লাবচ' কাপ জয় কৰে। ইয়াৰ অন্তৰ্গত ১৯৭২ চনত সৰ্বমুঠ ৫ গোলৰে ষ্টেণ্ডাৰ্দ লীগৰ চিলডেষ্ট্ৰি টাটাক আৰু কেল্টিকৰ লাওঁ মাকাৰিৰ সৈতে যুগ্মভাৱে সৰ্বোচ্চ গোলদাতা। ক্ৰুইফ ইউৰোপৰ সবাতোকৈ জনপ্ৰিয় ফুটবলাৰত পৰিণত হয়। বিশেষকৈ উল্লেখ্য আইএক্স আমষ্টাৰডামে এবাৰ (১৯৭২) বিশ্ব ক্লাব চেম্পিয়নচিপ জয় কৰাৰ উপৰি ১৯৭২ আৰু ১৯৭৩ চনত ইউৰোপীয় চুপাৰ কাপ জয় অন্য এক উল্লেখযোগ্য সাফল্য। আইএক্স আমষ্টাৰডামৰ এই সাফল্যলানিৰ মূলতে দলৰ কেন্দ্ৰ-মগজু তথা ইঞ্জন জহান ক্ৰুইফ। টোটেল ফুটবল যুগত তেওঁ বিশ্বৰ দামী খেলুৱৈৰূপে পৰিগণিত হওঁতে ১৯৭৩ চনৰ শৰতত(৬ ছেপ্তেম্বৰ) ৰেকৰ্ড পৰিমাণ ট্ৰেন্সফাৰ ফিজ্ £১ মিলিয়ন পাউণ্ড ষ্টাৰ্লিঙৰ বিনিময়ত স্পেইনৰ বাৰ্চিলোনা ক্লাবত যোগদান কৰে। সেইসময়ত (১৯৭৪) জহান ক্ৰুইফৰ দৈনিক আয় £১০০ পাউণ্ড ষ্টাৰ্লিং। ক্ৰুইফে স্পেইনত পদাৰ্পণ কৰাৰ পিচত, পৰৱৰ্তী বছৰ আইএক্স দলে উদাসীন মৰছুমৰ অৱতাৰণা কৰোঁতে ওলন্দাজ লীগত তৃতীয় স্থান পায়। এই গৰাকী ৫ ফুট ১১ ইঞ্চি ওখ, ৬৬ $^{৩}/_{৪}$ কিলোগ্ৰাম ওজনৰ ২৭-বছৰীয়া ফুটবলাৰে দশম বিশ্বকাপৰ পূৰ্বলৈকে হলেণ্ডৰ হৈ কেৱল ২৬ খন আন্তৰ্জাতিক খেলে। ওলন্দাজ ফুটবল সন্থাৰ সৈতে হোৱা দুবাৰ দীঘলীয়া বিতৰ্কই কম সংখ্যক আন্তৰ্জাতিকত অভ্যুদয়ৰ ঘাই কাৰণ। ১৯৭৪ বিশ্বকাপত হলেণ্ডে চূড়ান্ত বিজয়ীৰ সম্মান অৰ্জন কৰিব নোৱাৰিলেও জহান ক্ৰুইফৰ ৰোমাঞ্চকৰ ফুটবল শৈলী

যুগ যুগান্তৰ স্মৰণীয় হৈ ৰব। প্ৰথমখন খেলতে উৰুগুৱেৰ বিৰুদ্ধে ২-০ গোলত জয়ী হওঁতে ক'লা মুকুতা পেলেই কয়, 'I could see he was a great player.' দ্বিতীয় খেলত শক্তিশালী চুইডেনৰ বিৰুদ্ধে ০-০ ভাবে অমীমাংসীত থাকিলেও জহান ক্ৰুইফে সৰ্বোত্তম খেল প্ৰদৰ্শন কৰোঁতে প্ৰতি মুহূৰ্তত চুইডেনৰ ৰক্ষণবিভাগে বাধা দি ৰাখিব পৰা নাছিল। গ্ৰুপ লীগৰ শেষ খেলত বুলগেৰিয়াৰ বিৰুদ্ধে ৪-১ ব্যৱধানত জয়লাভৰ মূলতে ক্ৰুইফ।

দ্বিতীয় ৰাউণ্ডৰ প্ৰথম খেলতে আৰ্জেন্তিনাৰ বিৰুদ্ধে ৪-০ ব্যৱধানত জয়ী হওঁতে তেওঁ ২ গোল কৰে। টাচ্-লাইনৰ বেঞ্চত কোচ্ আৰু এজন আৰ্জেন্টাইন খেলুৱৈৰ আলোচনা-- বিশ্বত কোনো দলে এই দুৰ্দ্ধৰ্ষ ওলণ্ডাজসকলক বাধা দি ৰাখিব নোৱাৰে, ক্ৰুইফৰ দৰে বিশ্বৰ কোনো খেলুৱৈয়ে দলক ৰৰগুণি যোগাব পৰা নাই, আনকি পেলেও। পৰৱৰ্তী খেলত পূব জাৰ্মেনিৰ বিৰুদ্ধে তেওঁৰ কাৰ্য দক্ষতাৰ জৰিয়তে দলক ২-০ গোলত জয়ী হোৱাত সহায় কৰে। ব্ৰাজিলৰ বিৰুদ্ধেও এই ব্যৱধানতে জয়ী হওঁতে ৭৫ মিনিটত ক্ৰুইফে এটা দৰ্শনীয় ভঙ্গীৰে স্কৰ কৰে।

বিশ্বকাপ ফাইনেলৰ প্ৰথম মিনিটতে জহান ক্ৰুইফে তীব্ৰ বেগে বল লৈ জাৰ্মান ৰক্ষণবেহু ভেদ কৰোঁতে বাৰ্টি ভোগটচে ফাউল কৰাত হলেণ্ডে পেনাল্টিৰ জৰিয়তে অগ্ৰসৰ লাভ কৰিলেও নিৰ্দ্ধাৰিত সময়ৰ অন্তত ১-২ ব্যৱধানত পৰাভূত হয়। সমগ্ৰ খেলখনত ৰাইট-বেক্ বাৰ্টি ভোগটচ.তেওঁৰ শৰীৰৰ ছাঁৰ দৰে আছিল। ফলত পূৰ্বৰ শিহৰণকাৰী খেল প্ৰদৰ্শন কৰিব নোৱাৰিলে আৰু ক্ৰমবৰ্দ্ধিত উত্তেজনাৰ ফলস্বৰূপে ৰেফ্ৰী জন টেইলৰে ক্ৰুইফক ৱাৰ্নিং দিয়ে। অৱশ্যে তেওঁ অন্যান্য অধিনায়কৰ দৰে প্ৰকাশ ধৰ্মী খেলুৱৈ নহয় আৰু ৰেফ্ৰীৰ সিদ্ধান্তৰ অমিল হ'লেই প্ৰতিবাদ কৰা তেওঁৰ সহজাত নীতি। বিশ্বকাপ ফাইনেলৰ পিচত ওলণ্ডাজ অধিনায়ক গৰাকীয়ে কয়, "মই আগন্তুক বিশ্বকাপত অংশ গ্ৰহণ নকৰো কাৰণ-----------যথেষ্ট বয়স হ'ব।" হলেণ্ডে ফুটবল টেক্টিচ্ বিৱৰ্ত্তন ইতিহাসত নতুন ইতিহাস সংযোজন কৰোঁতে বিশ্বৰ সৰ্বোচ্চ আয়ৰ ফুটবলাৰ জহান ক্ৰুইফৰ নেতৃত্বত ওলণ্ডাজ দলে সৰ্বাত্মক আক্ৰমণ পদ্ধতি অৱলম্বন কৰি ফাইনেলত উঠে। বিশ্বকাপৰ চৰম প্ৰদৰ্শনে ক্ৰুইফক ১৯৭৪ চনৰ "ইউৰোপীয়ান ফুটবলাৰ অৱ দি ইয়েৰ" নিৰ্বাচন দিয়ে। ইতিপূৰ্বে ১৯৭১ আৰু ১৯৭৩ চনতো এই খ্যাতি অৰ্জন কৰিছিল। এই খ্যাতিসমূহৰ জৰিয়তে জহান ক্ৰুইফ, বিশ্বফুটবলত সম্ৰাট পেলেই এৰি যোৱা শূন্য আসনত নিঃসন্দেহে সম্মানিত। ইউৰোপীয়ান ফুটবল কমেন্টেটৰ (টিভি) এছ'চিয়েচনৰ দ্বাৰা ১৯৭৫ চনৰ "শ্ৰেষ্ঠ ইউৰোপীয় খেলুৱৈ"ৰূপে পুৰস্কৃত কৰে। এওঁৰ সন্দৰ্ভত পশ্চিম জাৰ্মেনিৰ দুৰ্দ্ধৰ্ষ গোলৰক্ষক শেপ্ মেয়াৰৰ মন্তব্য, "জহান ক্ৰুইফ পৃথিৱীৰ সৰ্বযুগৰ শ্ৰেষ্ঠ চেন্টাৰ-ফৰোৱাৰ্ড যি কোনো উপায়ে ৰক্ষণবিভাগ ভাঙি দিয়া তেওঁৰ পক্ষে অতি সহজ কাম।" পিচলৈ ক্ৰুইফে প্ৰতিপক্ষৰ টাইট মাৰ্কিঙৰ পৰা হাত সাৰিবলৈ ষ্ট্ৰাইকাৰৰ ভূমিকা ত্যাগ কৰি পিচ হুহকি খেলিবলৈ লয়।

১৯৭৬ ইউৰোপীয় ফুটবল চেম্পিয়নচিপত হলেও তৃতীয়স্থান লাভ কৰে। জহান ক্রুইফে ১১তম বিশ্বকাপৰ প্ৰাথমিক পৰ্যায়ৰ খেলসমূহত অংশ গ্ৰহণ কৰি হলেণ্ডক চূড়ান্ত পৰ্যায়ত প্ৰৱেশৰ অধিকাৰ যোগায়। ইয়াৰ অন্তৰ্গত ১৯৭৭ চনৰ ২৬ অক্টোবৰ, আমষ্টাৰডামত বেলজিয়ামৰ বিৰুদ্ধে তেওঁৰ শেষ আন্তৰ্জাতিক ১-০ গোলত জয়ী হয়। জহান ক্রুইফৰ মুঠ ৪৮ খন আন্তৰ্জাতিকত স্কৰ, ৩৩ গোল।

### স্পেনীচ ফুটবলত ক্রুইফ

বিশ্বৰ ব্যয়বহুল ফুটবলাৰ জহান ক্রুইফে ১৯৭৩ চনত বাৰ্চিলোনা ক্লাবত যোগদান কৰি নতুন ক্লাবক স্বকীয় উদ্ধত ব্যক্তিত্ব ও কৰ্মদক্ষতাৰ জৰিয়তে স্পেনীচ ফুটবলটো নেতৃত্ব দিওঁতে ১৯৭৪ চনত লীগ আৰু ১৯৭৮ চনত শ্বীল্ড জয়ীৰ সম্মান প্ৰদান কৰে। এই সাফল্যৰ পিচতে ১৯৭৮ চনৰ ৮ মে'ত বাৰ্চিলোনাৰ নো কেম্প ষ্টেডিয়ামত বাৰ্চিলোনা বনাম ভেলেন্সিয়া, স্পেনীচ লীগত তেওঁৰ শেষ খেল। স্পেনীচ ফুটবলৰ পাঁচটা মৰছুমত জহান ক্রুইফে ২৩৮ খন খেলত মাত্ৰ ৪৭ গোল কৰে অৱশ্যে হলেণ্ড আৰু স্পেইনৰ প্ৰথম শ্ৰেণী ফুটবলত ২৩৪ গোল।

### এক অপ্ৰসন্ন বিদায়

জহান ক্রুইফে ১৯৭৮ চনৰ ৭ নভেম্বৰত এটি কক্ষ মন্তব্যৰে ফুটবলৰ পৰা অৱসৰ গ্ৰহণ কৰোঁতে আইএক্স আমষ্টাৰডামৰ খেলুৱৈসকলক লৈ বেয়াৰ্ন মিউনিকৰ সৈতে আমষ্টাৰডামত তেওঁৰ বিদায় খেলখন খেলে; কিন্তু আইএক্স দলৰ ০-৮ গোলৰ পৰাজয়ে ক্রুইফৰ বিদায় উৎসৱ ম্লান পৰে। খেলৰ পিচতে ক্রুইফে কয়, "This is not the best farewell I could have wished for." আনকি ওলণ্ডাজ বাতৰি কাকতসমূহে ক্রুইফৰ নাম 'CRUYFF' নিলিখি বিদ্রুপ কৰি লিখে 'KRUYFF' । ইতিপূৰ্বে জহান ক্রুইফে ইউৰোপীয় একাদশত তিনিবাৰ (১৯৭০, ১৯৭২ আৰু ১৯৭৩) আৰু বিশ্ব একাদশত দুবাৰ (১৯৭২ আৰু ১৯৭৫) খেলোতে ১৯৭৩ আৰু ১৯৭৫ চনত দলৰ অধিনায়কত্ব কৰে।

### ক্রুইফৰ প্ৰত্যাবৰ্তন

জহান ক্রুইফে অৱসৰ লোৱাৰ ছমাহ পিচতে দৰ্শনীয় ভঙ্গীমাৰে ক্ৰীড়া প্ৰাঙ্গনলৈ প্ৰত্যাবৰ্তন কৰোঁতে নৰ্থ আমেৰিকা চকাৰ লীগৰ লছ এঞ্জেলছ আজটেক দলত বাৰ্ষিক বৰঙণি $৭,৫০,০০০ ডলাৰৰ বিনিময়ত দুবছৰৰ বাবে চুক্তিবদ্ধ হয়। লছ এঞ্জেলছত ১৯৭৯ চনৰ ২৪ মে'ত ৰষ্টাৰ লেস্স্তাৰৰ বিৰুদ্ধে আত্মপ্ৰকাশ কৰোঁতে তেওঁ ২ গোল কৰে আৰু লছ এঞ্জেলছ আজটেক ৩-০ ব্যৱধানত জয়ী হয়। প্ৰথম মৰছুমতে তেওঁ চমৎকাৰ ফুটবল প্ৰদৰ্শন কৰি NASL-ৰ "শ্ৰেষ্ঠ খেলুৱৈ" ৰূপে পৰিগণিত হোৱাৰ উপৰি অল-ষ্টাৰ দলটো স্থান দখল কৰে। আনহাতে লছ এঞ্জেলছ আজটেকৰ সৈতে চুক্তি চৰ্ত্ত উকলি যোৱাৰ পূৰ্বে ১৯৮০ চনৰ ফেব্রুৱাৰীত মাল্টি মিলিয়ন ডলাৰৰ বিনিময়ত কেইবাবছৰৰ বাবে ৱাচিংটন ডিপ্লমেট দলত চুক্তিবদ্ধ হয়। ইয়াৰ পিচতে ১৯৮১ চনত স্পেইনৰ লিভেন্ট দলত খেলি থাকোতে আইএক্স আমষ্টাৰডামৰ

অনুৰোধক্ৰমে ওলণ্ডাজ ফুটবললৈ প্ৰত্যাৱৰ্তন কৰে। আইএক্স দলে ১৯৮১-৮২ আৰু ১৯৮২-৮৩ ৰ লীগ খিতাপৰ উপৰি দ্বিতীয় বছৰ ওলণ্ডাজ কাপো জয় কৰে। ইতিমধ্যে তেওঁৰ ফুটবল চুক্তি ম্যাদ অন্ত পৰোতে নতুন চুক্তিৰ অৰ্থে আইএক্স আমষ্টাৰডাম ক্লাব অমান্তি হয় আৰু তেওঁ এবছৰৰ বাবে ফিনুৰ্দ দলত যোগদান কৰে। ১৯৮৩ চনৰ ১৫ জুন, ৰটাৰডামত ক্ৰুইফৰ বক্তব্য, "I want to take revenge, in the colours of Feyenoard, on Ajax's officials on the sporting front by showing that I am still capable of playing at the top in Dutch football." অৱশেষত "শ্বেতাঙ্গ পেলে" জহান ক্ৰুইফে তেওঁৰ দৃঢ় সংকল্পক বাস্তৱৰূপ দিওঁতে ফিনুৰ্দ দলে তেওঁৰ অধিনায়কত্বতে ওলণ্ডাজ লীগ আৰু কাপ জয় কৰি "ডাবল" পায়। এই সাফল্যৰ পিচতে ক্ৰুইফে ফুটবলৰ পৰা অৱসৰ গ্ৰহণ কৰে (১৯৮৪)।

১৯৯৯ চনৰ জানুৱাৰীত আন্তৰ্জাতিক ফুটবল বুৰঞ্জী আৰু পৰিসংখ্যা সন্থাই জহান ক্ৰুইফক " ইউৰোপীয়ান ফুটবলাৰ অৱ দি চেঞ্চুৰি" নিৰ্বাচন দিয়ে।





*১৯৭১-৭২-৭৩ ইউৰোপীয় চেম্পিয়ন আইএক্স আমষ্টাৰডাম। বহি থকা সোঁফালৰ পৰা দ্বিতীয়জন জহান ক্ৰুইফ।*

# জহান নিচ্‌কেনচ্‌



Pride of Munich'74 -- হলেণ্ড। হলেণ্ডৰ ফুটবল কুশলী জহান নিচ্‌কেনচ্‌ক সত্তৰ দশকত অভ্যুদয় হোৱা ব্ৰাজিলৰ ৰবাৰ্ট ৰিভেলিনো আৰু পোলেণ্ডৰ কাজিমিৰ্জ দায়নাৰ সৈতে সংযুক্ত নকৰিলে আধুনিক ফুটবলৰ মিড-ফিল্ড বুৰঞ্জী আধৰুৱা হৈয়ে ৰ'ব। জহান নিচ্‌কেনচ্‌ ওলণ্ডাজ জাতীয় দলৰ সবাতোকৈ পৰিশ্ৰমী খেলুৱৈ। আধুনিক ফুটবলৰ ৰাফ্ টেক্‌লিঙৰ বিৰুদ্ধে নিৰ্ভয়ে স্বকীয় দুৰন্ত ক্ৰীড়া নৈপুণ্য অব্যাহত ৰখাই তেওঁৰ ক্ৰীড়া নীতি।

জহান নিচ্‌কেনচ্‌ ১৯৫১ চনৰ ১৫ ছেপ্তেম্বৰ তাৰিখে হাৰলেমত জন্ম গ্ৰহণ কৰে। প্ৰাৰম্ভতে তেওঁ ভাল বেচবল খেলুৱৈ আছিল। ফুটবলৰ পাতনি ৰেচিং হাৰলেম ক্লাবত পিচলৈ আইএক্স আমষ্টাৰডাম দলত যোগদান কৰে। আইএক্সত সুখ্যাতিৰে ১৯৭৪ লৈকে খেলি স্পেইনৰ বাৰ্চিলোনা ক্লাবত যোগদান কৰে। আইএক্স আমষ্টাৰ ডামত খেলাকালীন ওলণ্ডাজ লীগ আৰু কাপ জয় কৰাৰ উপৰি ১৯৭১, ১৯৭২ আৰু ১৯৭৩ চনত একেৰাহে তিনিবাৰ ইউৰোপীয় চেম্পিয়ন ক্লাবচ' কাপ জয় কৰে। ১৯৭২ চনত আৰ্জেন্তিনাৰ ইণ্ডিপেনডিয়েন্ট-ক (১-১ আৰু ৩-০) ৪-১ ব্যৱধানত পৰাভূত কৰি বিশ্ব ক্লাব খিতাপ জয় কৰে। ইয়াৰোপৰি ১৯৭২ আৰু ১৯৭৩ চনত ইউৰোপীয় চুপাৰ কাপ জয় অন্য এক উল্লেখযোগ্য ক্ৰীড়া ঘটনা।

সত্তৰ দশকত ওলণ্ডাজৰ "সৰ্বাত্মক আক্ৰমণ পদ্ধতি"ৰ ফুটবল চাঞ্চল্যই পঞ্চাছ দশকৰ "মেজিক মেগয়াৰ্চ"ৰ কথা সোৱৰাই দিয়ে। হলেণ্ডে ফুটবলৰ বিশ্ব চেম্পিয়নচিপ অৰ্জন কৰিব নোৱাৰিলেও একেৰাহে দুবাৰ ৰানাৰ্চ-আপ পোৱা বিশ্বৰ প্ৰথম দল। ১৯৭৪ বিশ্বকাপত হলেণ্ডে ফাইনেলত উপনীত হোৱাৰ মূলতঃ জহান

ক্ৰুইফ যদিও জহান নিচ্‌কেনচ্‌ৰ সাহসীকতাপূৰ্ণ ফুটবল মনকৰিবলগীয়া। পৰৱৰ্তী বিশ্বকাপ(১৯৭৮)ত জহান নিচ্‌কেনচে তদৰূপ খেল প্ৰদৰ্শন কৰিব নোৱাৰিলে কাৰণ তেওঁৰ সহযোগী ক্ৰুইফ দলত নাছিল। এই বিশ্বকাপত ক্ৰুইফ হীন ওলণ্ডাজ দলৰ সম্পূৰ্ণ ভাৰ জহান নিচ্‌কেনচ্‌ৰ ওপৰত পৰিছিল কিন্তু তেওঁ আহত হৈ পৰাত হলেণ্ডে তেওঁলোকৰ জ্যোতিষ্মান ক্ৰীড়াৰাজিৰ অৱতাৰণা কৰিবলৈ অসমৰ্থ হ'ল। প্ৰথম ৰাউণ্ডৰ শেষ খেলত স্কটলেণ্ডৰ বিৰুদ্ধে ১০ মিনিট খেলাৰ পিচতে কামীহাড়ত আঘাতপ্ৰাপ্ত হৈ খেলপথাৰ ত্যাগ কৰিব লগা হয়। এই আঘাতৰ ফলস্বৰূপে দ্বিতীয় ৰাউণ্ডৰ গুৰুত্বপূৰ্ণ মেচ অষ্ট্ৰিয়া আৰু পশ্চিম জাৰ্মেনিৰ বিৰুদ্ধে তেওঁ খেলিব নোৱাৰিলে। শেষ খেলত ইটালিৰ বিৰুদ্ধে অৱতীৰ্ণ হৈ ফাইনেল খেলাৰ যোগ্যতা অৰ্জন কৰে আৰু আৰ্জেন্তিনাৰ হাতত ১-৩ গোলত পৰাভূত হয়। এই বিশ্বকাপত জহান নিচ্‌কেনচ্‌ৰ স্কৰ শূন্য যদিও তেতিয়ালৈকে জাতীয় দলৰ পক্ষে ৪৩ খন আন্তৰ্জাতিকত স্কৰ ১৭ গোল।

১৯৭৪ বিশ্বকাপত এই গৰাকী ৫ ফুট ৯ $^{3}/_{8}$ ইঞ্চি ওখ আৰু ৭২ কিলোগ্ৰাম ওজনৰ মিড-ফিল্ড খেলুৱৈয়ে সাফল্যমণ্ডিত ফুটবল প্ৰদৰ্শন কৰোঁতে ষ্ট্ৰাইকাৰ ও টাৰ্গেটমেনৰ ভূমিকাও গ্ৰহণ কৰিছিল। তেওঁৰ বহুমুখী ভূমিকা সৰ্বাত্মক আক্ৰমণ পদ্ধতিৰ অন্যতম নিদৰ্শন। নিচ্‌কেনচে ৫ গোলৰে সৰ্বোচ্চ গোলদাতাৰ তালিকাত দ্বিতীয়স্থান পায়। আনকি মৰ্দান ফুটবলৰ ৰাফ্ টেক্‌লিঙেও তেওঁক বিপৰ্যস্ত কৰিব পৰা নাছিল। উদাহৰণ স্বৰূপে চেমি-ফাইনেল ৰাউণ্ডৰ শেষ খেলত ব্ৰাজিলৰ বিৰুদ্ধে তেওঁক ফাউল কৰা সত্বেও খেল অব্যাহত ৰাখে আৰু ২-০ ব্যৱধানত জয়ী হোৱাৰ মূলতে উদ্বোধনী গোল নিচ্‌কেনচ্‌ৰ তথা বিশ্ব ফুটবলৰ এটা শ্ৰেষ্ঠতম স্কৰ। খেলৰ ৫০ মিনিটত ক্ৰুইফে ৰাইট-উইঙেদি সৃষ্টি কৰা হঠাৎ আক্ৰমণে বল নিচ্‌কেনচ্‌লৈ দিয়াত তেওঁ ১৪০° ডিগ্ৰী কোণৰ পৰা সোঁ-ভৰিৰ দুৰন্ত চট্‌ৰে অভাৱনীয় স্কৰলৈ ৰূপান্তৰিত কৰিছিল। ফাইনেলত উদ্যোক্তা পশ্চিম জাৰ্মেনিৰ বিৰুদ্ধে ২-১ গোলত পৰাভূত হ'লেও নিচ্‌কেনচ্‌ৰ বলিষ্ঠ ক্ৰীড়া বৰঙণি স্মৰণীয় হৈ ৰ'ব। বিশ্বকাপ অন্ত পৰাৰ লগে লগে "হলেণ্ড মিউনিক '৭৪ৰ গৌৰৱ" খ্যাতি অৰ্জন কৰে। আনহাতেদি বিশ্বৰ শ্ৰেষ্ঠ ১১ জন ফুটবলাৰৰ তালিকাত লিপিবদ্ধ থাকে-- জহান নিচ্‌কেনচ্।

ক্লাব তথা জাতীয় দলত ক্ৰুইফৰ সৈতে যৌথভাৱে নিখুঁত ভূমিকা লওঁতে নিচ্‌কেনচ্ ক্ৰুইফৰ চোকা অস্ত্ৰস্বৰূপ আছিল। ক্ৰুইফে ১৯৭৩ চনত স্পেইনৰ বাৰ্চিলোনা ক্লাবত যোগদান কৰোঁতে আইএক্সৰ নিচ্‌কেনচ্ নিঠৰুৱা হৈ পৰে আৰু ১৯৭৪ চনত তেয়ো বাৰ্চিলোনা দলত চুক্তিবদ্ধ হয়। বাৰ্চিলোনাৰ সৈতে চুক্তি ম্যাদ ওকলাৰ পূৰ্বে ১৯৭৯ চনত ইউৰোপীয়ান কাপ-উইনাৰ্চ কাপ জয় সবাতোকৈ উল্লেখযোগ্য। ইতিমধ্যে তেওঁক লৈ ইউৰোপৰ ক্লাবসমূহে কাড়া-আজোৰা সৃষ্টি কৰোঁতে মাৰ্কিন ডলাৰৰ প্ৰচণ্ড টৌৱে নিচ্‌কেনচ্‌ক উত্তৰ আমেৰিকাৰ ফুটবল লীগলৈ উটুৱাই নিয়ে। তেওঁ £ $^{1}/_{2}$ মিলিয়ন পাউণ্ড ষ্টাৰ্লিঙৰ বিনিময়ত পাঁচবছৰৰ বাবে

(১৯৭৯-৮৩) বাবে কচমচ ক্লাবত চুক্তিবদ্ধ হয়। নৰ্থ আমেৰিকাৰ ফুটবল পৃথিৱীত ওলন্দাজ তাৰকা জহান নিচ্‌কেনচ্‌ৰ নব নামাঙ্কিত উপনাম-- "দ্বিতীয় জহান"। ১৯৮০ চনত কচমচ ক্লাবে NASL ট্ৰফী বিজয়ত নিচ্‌কেনচ্‌ৰ অৱদান মনকৰিবলগীয়া।

জহান নিচ্‌কেনচ্‌ বিশ্বৰ শ্ৰেষ্ঠ কমপ্লিট মিড-ফিল্ড খেলুৱৈ। ফুটবল প্ৰাঙ্গনে হয়তো তেওঁৰ গুণাগুণৰ ওপৰত ভিত্তি কৰিয়েই এই মহামূলীয়া খিতাপ দিয়ে। নিচ্‌কেনচ্‌ আধুনিক ফুটবলৰ যিকোনো স্থানতে সফল খেলুৱৈৰ ভূমিকা দিছিল। তেওঁ অতি দক্ষতা সহকাৰে চাৰি-বেক্‌ পদ্ধতিৰ ডিফেন্সত খেলাৰ নজিৰ আছে। ১৯৭১ ইউৰোপীয় কাপ ফাইনেলত পানাথিনাকোচৰ বিৰুদ্ধে তেওঁ সুখ্যাতিৰে বেক্‌ৰ ভূমিকা লয়। তদৰূপ ১৯৭৯ ইউৰোপীয় কাপ-উইনাৰ্চ কাপ ফাইনেলটো বাৰ্চিলোনাৰ পক্ষে ৰক্ষণবিভাগত সফল ক্ৰীড়া-চাতুৰ্য প্ৰদৰ্শন কৰে। বিশেষকৈ ১৯৭৮ বিশ্বকাপত ইটালিৰ বিৰুদ্ধে প্ৰথমাৰ্দ্ধত চেন্টাৰ-হাফ্‌ আৰু দ্বিতীয়াৰ্দ্ধত ৰাইট-উইঙ্গাৰৰ ভূমিকাত অৱতীৰ্ণ হৈ হলেণ্ডে ২-১ গোলত জয়ী হয়। দেখা যায় বিশ্বফুটবলত এনে ধৰণৰ বহুমুখী সফল ফুটবল প্ৰদৰ্শন কৰোঁতা নজিৰ বিৰল।

টোটেল ফুটবলত চাঞ্চল্য সৃষ্টিকাৰী জহান নিচ্‌কেনচ্‌ৰ বিশ্বৰ মহান আক্ৰমণাত্মক খেলুৱৈৰ দৰে তেওঁৰ ভৰিত ফুটবলৰ কোনো অসাধাৰণ কৌশল ও কল্পনা শক্তি নাছিল; কিন্তু শাৰীৰিক দিশত অদমনীয় শক্তি থকা হেতু তেওঁৰ ভয়ানক বল টেক্‌ল্‌ ক্ষমতা, অসম্ভৱ সহ্যশক্তি, দ্ৰুত দৌৰ উপৰি আছিল অতুলনীয় চট্‌। তেওঁ চেন্টাৰ-হাফ্‌ৰ দৰে বল টেক্‌ল্‌ কৰাৰ উপৰি উইঙ্গাৰৰ দৰে দুৰন্ত দৌৰৰ অধিকাৰী তথা ডব্লিউ ফৰ্মেচনৰ ইনচাইদ-ফৰোৱাৰ্ডৰ দৰে দৌৰ ক্ষমতা, চেন্টাৰ-ফৰোৱাৰ্ডৰ দৰে চুটিং শক্তি, মিড-ফিল্ডত উইং-হাফ্‌ৰ দৰে ডিফেন্স আৰু অফেন্সৰ মাজত নিবিড় সম্বন্ধ ৰাখিব পৰা প্ৰতিভাই বিশ্ব ফুটবলৰ এক স্মৰণীয় চৰিত্ৰত পৰিণত হোৱাৰ উপৰি "ওৱান মেন আৰ্মি" আখ্যা দিয়া হৈছিল। নিচ্‌কেনচে স্বকীয় প্ৰাণৱন্ত খেল পৰিবেশন কৰোঁতে বহুবাৰ আঘাতগ্ৰস্ত হৈছে। বাৰম্বাৰ আঘাত পালেও নিচ্‌কেনচ্‌ৰ দৰ্শনীয় ফুটবল কলা সদায় বিদ্যমান আছিল।

জহান নিচ্‌কেনচে মাৰ্কিন ক্লাব কচমচত খেলি থকা কালতে '৮২ বিশ্বকাপৰ প্ৰাথমিক পৰ্যায়ত খেলিলেও হলেণ্ডে চূড়ান্ত পৰ্যায়ত প্ৰৱেশ কৰিবলৈ অক্ষম হয়। অৱশ্যে ওলন্দাজ ফুটবলৰ ভোটা তৰাৰূপে জহান নিচ্‌কেনচ্‌ যুগ-যুগান্তৰকাল জিলিকি থাকিব।

□□



# ৰুদি ক্ৰল



হলেণ্ডৰ অন্যতম ডিফেণ্ডাৰ ৰুদি ক্ৰলে খেলুৱৈ জীৱনৰ পিচৰ চোৱা চুইপাৰ পজিচনত তেওঁৰ বলিষ্ঠ ক্ৰীড়া কৌশলে বিশ্ব শ্ৰেষ্ঠৰূপে প্ৰতিষ্ঠা লাভ কৰিছিল। এই গৰাকী ৫ ফুট ১১৬/৪ ইঞ্চি ওখ, ৮২ কিলোগ্ৰাম ওজনৰ খেলুৱৈয়ে হলেণ্ডৰ পক্ষে ১৯৭৪ আৰু ১৯৭৮ বিশ্বকাপত অংশ গ্ৰহণ কৰে আৰু দুয়োবাৰতে হলেণ্ডে ৰানাৰ্চ-আপ খিতাপ পাওঁতে উদ্যোক্তা দেশৰ হাতত পৰাভূত হয়। এই খিনিতে উল্লেখ্য ৰুদি ক্ৰলে দুয়োবাৰতে অল-ষ্টাৰ দলত নিৰ্বাচন লাভ কৰে। এনেকুৱা কৃতিত্ব বিশ্বৰ অতি কম সংখ্যক ডিফেণ্ডাৰৰ ক্ষেত্ৰতে পৰিলক্ষিত হয়।

ৰুদি ক্ৰলৰ জন্ম ২৪ মাৰ্চ, ১৯৪৯ চন। স্থান আমষ্টাৰডাম। আইএক্স আমষ্টাৰডাম ক্লাৱত প্ৰথম শ্ৰেণী ফুটবলৰ পাতনি মেলি দুবছৰৰ পিচত (২ নবেম্বৰ, ১৯৬৯) হলেণ্ড বনাম ইংলেণ্ড খেলখনৰ যোগেদি আন্তৰ্জাতিক আত্মপ্ৰকাশ ঘটে। ইতিপূৰ্বে জাতীয় যুৱ দলৰ পক্ষে ৩খন আন্তৰ্জাতিকত অভ্যুদয় হৈছিল। আইএক্স আমষ্টাৰডাম আৰু হলেণ্ড দলৰ সফল টোটেল ফুটবল লানিত ৰুদি ক্ৰল এটা ওতপ্ৰোতভাৱে জড়িত নাম। ১৯৭৯ চনত বুয়েনচ আয়াৰ্চত অনুষ্ঠিত বিশ্ব একাদশ বনাম আৰ্জেণ্টিনা খেলখনত ৰুদি ক্ৰল বিশ্ব দলৰ অধিনায়ক আছিল আৰু ২-১ গোলত জয়লাভ কৰে। সুদীৰ্ঘ বাৰবছৰত আইএক্স আমষ্টাৰডামৰ পক্ষে মুঠ ৪৫০ খন খেলত অংশ লোৱা ৰুদি ক্ৰলে ১৯৮০ চনত NASL-ৰ ভানকুভাৰ হোৱাইটকেপ দলত যোগদান কৰে যদিও সেই বছৰতে ইটালিৰ নেপলি দললৈ ট্ৰেন্সফাৰ লয়। ৰুদি ক্ৰলে হলেণ্ডৰ পক্ষে ৮০ খনৰো অধিক আন্তৰ্জাতিকত অংশ লৈছিল।



# ৰুদ গুলিট

জিকো আৰু প্লাটিনিৰ ফুটবল সূৰ্য অস্ত যোৱাৰ সময়তে মাৰাদোনাই আৰ্জেন্টিনাৰ পক্ষে বিশ্বকাপ বিজয়ত যি নাটকীয় ভূমিকা দিলে তাৰফলত লেটিন আমেৰিকাই বিশ্বফুটবলত পুনৰ স্বকীয় আধিপত্য বাহাল ৰাখিবলৈ সক্ষম হয়। কিন্তু দেখা যায় মেক্সিকো বিশ্বকাপৰ পিচৰে পৰা পেছাদাৰী ফুটবল প্ৰাঙ্গনত হা-হুতাশৰ ঢৌ সৃষ্টি কৰি মাৰাদোনাৰ সিংহাসনচ্যুত কৰিবলৈ তৎপৰ হোৱা ফুটবলাৰ গৰাকী হ'ল ৰুদ গুলিট। হলেণ্ডৰ এই ফুটবল কুশলীয়ে ১৯৮৭ চনৰ ২১ জুনত ওলন্দাজ ক্লাব পি এচ ভি আইণ্ডহোভেনৰ পৰা $৮.৫ মিলিয়ন ডলাৰৰ এক ৰেকৰ্ড পৰিমাণ মূল্যৰ বিনিময়ত ইটালিৰ এ.চি.মিলানত যোগদান কৰি মাৰাদোনাৰ পিচতে বিশ্বৰ দামী ফুটবলাৰৰূপে পৰিগণিত হৈ চাঞ্চল্য সৃষ্টি কৰাৰ উপৰি এক কণ্ঠস্থ নাম হৈ পৰে। তেওঁ ১৯৮৭ চনৰ "ইউৰোপীয়ান ফুটবলাৰ অৱ দি ইয়েৰ" সন্মানৰ অধিকাৰী হোৱাৰ উপৰি "ৱৰ্ল্ড প্লেয়াৰ অৱ দি ইয়েৰ" নিৰ্বাচন লাভ কৰে।

ৰুদ গুলিট ১৯৬২ চনৰ ১ ছেপ্তেম্বৰ তাৰিখে আমষ্টাৰডামত ভূমিষ্ঠ হয়। পিতৃ ওলন্দাজ গিয়েনা(চুৰিনাম)ৰ আৰু মাতৃ হলেণ্ডৰ অধিবাসী। হয়তো দক্ষিণ আমেৰিকাৰ ফুটবল ঐতিহ্য আৰু হলেণ্ডৰ ফুটবল পৰিবেশে এই বৰ্ণসঙ্কৰ ৰুদ গুলিটক বিশ্বফুটবলৰ যুগন্ধৰৰূপে গঢ় দিয়ে। এই গৰাকী ৬ ফুট ২ ইঞ্চি, ওখ ৮৭ কিলোগ্ৰাম ওজনৰ ফুটবলাৰ তথা দুজনী ছোৱালীৰ পিতৃ ৰুদ গুলিটে ১৯৮৮ ইউৰোপীয় ফুটবল চেম্পিয়নচিপ অৰ্জনত হলেণ্ডৰ পক্ষে যি নেতৃত্ব দিলে এয়া বিশ্বফুটবলৰ এক বিৰল নজিৰ। টোটেল ফুটবলৰ জন্মভূমি হলেণ্ডৰ ফুটবল ইতিহাসত দীৰ্ঘদিনৰ অৱধিত এক ফুটবল সাফল্য আনি দিয়ে-- ৰুদ গুলিটৰ বলিষ্ঠ নেতৃত্বই। ফাইনেলত দুৰ্দ্ধৰ্ষ ছোভিয়েট ইউনিয়নক ২-০ ব্যৱধানত পৰাভূত কৰোঁতে উদ্বোধনী গোল "ওলন্দাজ মাৰাদোনা" নামেৰে খ্যাত গুলিটৰ আৰু প্ৰতিটো আক্ৰমণৰ মূল উৎস হৈ ৰয় উপৰি ৰক্ষণবিভাগলৈ আহি ছোভিয়েট দলৰ বাৰম্বাৰ আক্ৰমণ বিফল কৰাৰ নজিৰো এৰি থৈ গৈছে। "দি কলাৰ্দ ফেলকাজ" উপনামৰে প্ৰসিদ্ধ এই ফুটবলাৰে গোলৰক্ষকৰ বাহিৰে যিকোনো পজিচনত অতি দক্ষতা সহকাৰে খেলিব পাৰে। ইয়াৰ অন্তৰ্গত বহুমুখী প্ৰতিভাসম্পন্ন গুলিটৰ মিড-ফিল্ড ভূমিকা অতুলনীয়। বিপক্ষক ধ্বংস কৰিবলৈ সাধাৰণতে ৰাইট-উইঙৰ পৰা আক্ৰমণ কৰে। খেলপথাৰত তেওঁ সদায় উচ্চতাবোধ মনোভাৱ লৈ অৱতীৰ্ণ হয়। এতিয়ালৈকে বিশ্বফুটবলত যিসকল যুগন্ধৰৰ আৱিৰ্ভাৱ হ'ল তাৰ ভিতৰত ৰুদ গুলিটৰ খেলৰ ধৰণ একেবাৰে সুকীয়া। তেওঁক **"A superb technical player"** আখ্যা দিয়া হৈছে।

কদ গুলিটে ১৭-বছৰ বয়সত হাৰলেম দলত প্ৰথম শ্ৰেণী ফুটবলৰ পাতনি মেলে। ১৯৮১ চনৰ ১ ছেপ্তেম্বৰত চুইজাৰলেণ্ডৰ বিৰুদ্ধে আন্তৰ্জাতিক ফুটবলত আত্মপ্ৰকাশ কৰি ২-১ গোলত জয়ী হয় আৰু ১৯৮৮ ইউৰোপীয় ফুটবল চেম্পিয়নচিপৰ পূৰ্বলৈকে হলেণ্ডৰ পক্ষে ৩৪খন আন্তৰ্জাতিকত ১০ গোল কৰাৰ কৃতিত্ব আৰ্জে। ১৯৮২ চনত ফ্ৰিনুৰ্দ দলত যোগদান কৰি ১৯৮৫ লৈকে ৮৫ খন খেলত ৩০.গোল। ইতিপূৰ্বে হাৰলেম দলত (১৯৭৯-৮২) ৯১ খন খেলত ৩২ গোল কৰে। পি এচ ভি আইণ্ডহোভেন(১৯৮৫-৮৭)ত ৬৮ খন খেলত স্কৰ, ৪৬ গোল। ফ্ৰিনুৰ্দ দলত খেলাকালীন কদ গুলিটৰ ফুটবলত বিশেষ প্ৰভাৱ পৰা পৰিলক্ষিত হয়। ইয়াত ওলন্দাজ তাৰকা ভান হেনিগাম আৰু মহান জহান ক্ৰুইফৰ সৈতে খোলোতে তেওঁলোকৰ কলা কৌশল আয়ত্ত কৰিবলৈ যত্ন কৰাৰ উপৰি আধুনিক ফুটবলৰ জ্ঞান আহৰণ কৰি ফুটবল পৈণতা অৰ্জন কৰে। ১৯৮৭ চনত এ.চি.মিলানত যোগদি ইটালিয়ান ফুটবলত চাঞ্চল্য সৃষ্টি কৰোঁতে লীগত বানাৰ্চ-আপ পায় ইয়াৰ অন্তৰ্গত নেপলি দলক ৪-১ ব্যৱধানত পৰাভূত কৰোঁতে মাৰাদোনাই সাংবাদিকৰ আগত কয়, "I was impressed. He is certainly one of the best....................he is class." ওলন্দাজ কোচ্ ৰিনুচ মিচেলৰ মতে, Cruyff played in a different era and, with Ajax and the national team in the company of six or seven superb talents. Cruyff could do more with his talents than Gullit, who has to depend on players who want to work for him and who have a feel for him. Far more than Cruyff, Gullit has to fight for possession of the ball, and than he is the best there is. He is one of the few in the world who can play every position on the field except goal; that is his value and makes him unique." সেইদৰে জহান ক্ৰুইফৰ মতে, "Ruud has a special feeling for the game, which I did not have. He can play in defence if necessary, I could not. He is best at midfield. He is a natural leader and still getting better."

১৯৮৯ চনত এ. চি. মিলানে ৰুমানিয়াৰ ষ্টিউৱা বুখাৰেষ্ট দলক ৪-০ গোলত পৰাভূত কৰি ইউৰোপীয় চেম্পিয়ন ক্লাবচ' কাপ জয় কৰোঁতে ২ গোল তেওঁৰ। এই সাফল্যৰ কিছুদিন পিচতে (জুন) তেওঁ সোঁ-আঠুত আঘাত পায় ফলত দীৰ্ঘ এঘাৰমাহ্ কাল ফুটবল পথাৰৰ পৰা আঁতৰত থাকিব লগা হয়। এই সময়ছোৱাত তেওঁৰ তিনিটা অষ্টোপ্ৰচাৰ হয় আৰু সুস্থতা লভি বিশ্বকাপ আসৰৰ মাত্ৰ তিনিমাহ পূৰ্বে আখৰাত নিময় হৈ ভিয়েনাত অনুষ্ঠিত ইউৰোপীয় চেম্পিয়ন ক্লাবচ' কাপ ফাইনেল খেলে যদিও তেওঁক সম্পূৰ্ণ নিষ্প্ৰভ দেখা যায়। সেইদৰে ইটালিয়া'৯০ টো গুলিটৰ অধিনায়কত্বত খেলিব যোৱা হলেণ্ডে তেনে সাফল্যমণ্ডিত ফুটবল প্ৰদৰ্শন কৰিব নোৱাৰিলে। দ্বিতীয় ৰাউণ্ডত পশ্চিম জাৰ্মেনিৰ হাতত ১-২ গোলত পৰাভূত হৈ বিদায় লব লগা হয়। গ্ৰুপ লীগত গুলিটে মাত্ৰ আয়াৰলেণ্ডৰ বিৰুদ্ধে এটা গোল

দিৰ্বলৈ সমৰ্থ হয়। ইটালি বিশ্বকাপৰ সম্ভাব্য চুপাৰষ্টাৰ ৰুদ গুলিট এক নিস্প্ৰভ তাৰকাৰূপে প্ৰত্যাৱৰ্তন কৰিব লগা হয়। অৱশ্যে তেওঁ এই বিশ্বকাপত নিজকে I'm not 100 percent fit বুলি কৈ থৈ গৈছে।

ৰুদ গুলিটে এ.চি.মিলানত খেলি থকাকালতে ১৯৯২ চনৰ ২৩ এপ্ৰিলত পুনৰ সোঁ-আঠুত অস্ত্ৰোপ্ৰচাৰ হয় আৰু ইউৰোপীয় ফুটবল চেম্পিয়নচিপত অংশ লোৱাৰ পৰা বিৰত থাকে। আনহাতে এ.চি.মিলানতো গুলিটক প্ৰায়ে চাইদ-লাইনত থকা দেখা যায় আৰু ১৯৯৩ চনৰ ১৪ জুলাইত চাম্পডোৰিয়ালৈ ট্ৰেন্সফাৰ লয়। তেতিয়ালৈকে তেওঁ হলেণ্ডৰ পক্ষে মুঠ ৬৫ খন আন্তৰ্জাতিকত ১৭ গোলৰ কৃতিত্ব আছিল আৰু ৯-৬-৯৩ তাৰিখে অনুষ্ঠিত হলেণ্ড বনাম নৰৱে খেলখনত তেওঁৰ নাম প্ৰত্যাহাৰ কৰোঁতে ২৮-৪-৯৩ তাৰিখে খেলা হলেণ্ড বনাম ইংলেণ্ড তেওঁৰ শেষ আন্তৰ্জাতিক আছিল যদিও চাম্পডোৰিয়াৰ পক্ষে ইটালিয়ান ফুটবলত প্ৰদৰ্শন কৰা বলিষ্ঠ ক্ৰীড়া শৈলীৰ গুণত তেওঁ পুনৰ জাতীয় ফুটবলৰ কৰ্মকৰ্তাসকলৰ দৃষ্টি আকৰ্ষণ কৰে। ইয়াৰ অন্তৰ্গত ইটালি কাপ জয় আৰু তেওঁৰ ১৫ গোল মনকৰিবলগীয়া। বিশেষকৈ ১৯৯৩ চনৰ "ৱৰ্ল্ড প্লেয়াৰ অৱ দি ইয়েৰ" নিৰ্বাচনীত তৃতীয়স্থান পায়। তেৰ মাহৰ অন্তত (২৯-৫-৯৪) গুলিট পুনৰ আন্তৰ্জাতিক ফুটবলত অভ্যুদয় হওঁতে স্কটলেণ্ডক ৩-১ গোলত পৰাভূত কৰে। এই সময় ছোৱাত তেওঁ মুঠ ৭ খন আন্তৰ্জাতিকৰ পৰা বঞ্চিত হয়। এই খেলখনৰ এদিনৰ পিচতে(৩০ মে) নৰ্দউইজত অনুষ্ঠিত হৈ থকা হলেণ্ডৰ বিশ্বকাপ শিবিৰ ৰুদ গুলিটে ত্যাগ কৰা ঘটনাই বিশ্বফুটবলত চাঞ্চল্য সৃষ্টি কৰে। ইতিমধ্যে (৪ মে'১৯৯৪) তেওঁ কেৱল এটা মৰছুমৰ বাবে ১.৫ মিলিয়ন লিৰাৰ বিনিময়ত এ.চি.মিলানত চুক্তিবদ্ধ হয়। ইয়াত মাত্ৰ পাঁচমাহকাল অতিবাহিত কৰোঁতে ৯ খন খেলত অংশ লয় আৰু নভেম্বৰ মাহত চাম্পডোৰিয়ালৈ প্ৰত্যাৱৰ্তন কৰে, আলিচেন্দ্ৰো মিলি-ৰ সলনি। এইখিনিতে উল্লেখ্য এ.চি.মিলানত থকা সময়তে জাপানী লীগৰ ইয়াকোহামা ফ্লোজেলচ-এ $৩ মিলিয়ন ডলাৰ আগবঢ়াইছিল। ৰুদ গুলিটে ১৯৯৪-৯৫ মৰছুমৰ অন্তত £১.৫ মিলিয়ন পাউণ্ড ষ্টাৰ্লিঙৰ বিনিময়ত দুবছৰৰ বাবে ইংলিচ প্ৰথম ডিভিজন চেলচিত যোগদান কৰে। এইখিনিতে উল্লেখ্য চাম্পডোৰিয়াৰ পক্ষে তেওঁ শেষ খেলখনত অৱতীৰ্ণ হয়, ৪ জুন ১৯৯৫ চন। চেলচিত এটা মৰছুম খেলি পৰৱৰ্তী মৰছুমত দলত খেলাৰ উপৰি মেনেজাৰ পদতো অধিষ্ঠিত হয়।



# মার্কো ভান বাস্তন

হলেণ্ডৰ দুৰ্দ্ধৰ্ষ স্কৰাৰ মাৰ্কো ভান বাস্তন ১৯৮৮ আৰু ১৯৮৯ চনৰ "ইউৰোপীয়ান ফুটবলাৰ অৱ দি ইয়েৰ" আৰু "ৱৰ্ল্ড প্লেয়াৰ অৱ দি ইয়েৰ"। কিন্তু ১৯৯০ বিশ্বকাপৰ নিস্প্ৰভ তাৰকা মাৰ্কো ভান বাস্তনে পুনৰ ১৯৯২ চনত নিজকে বিশ্বৰ ১নং ফুটবলাৰৰূপে প্ৰতিপন্নতা প্ৰদান কৰোঁতে এই দুই খিতাপ তৃতীয়বাৰৰ বাবে পায়। ফলস্বৰূপে জহান ক্ৰুইফ আৰু মিচেল প্লাটিনিৰ পিচতে তিনিবাৰ এই দুৰ্লভ ইউৰোপীয় খিতাপ বিজয়ী তৃতীয়জন খেলুৱৈৰূপে পৰিগণিত হয়। আনহাতে তিনিবাৰ বিশ্ব খিতাপ বিজয়ী বিশ্বৰ প্ৰথমজন খেলুৱৈ হোৱাৰ খ্যাতি অৰ্জন কৰে।

মাৰ্কো ভান বাস্তন ১৯৬৪ চনৰ ৩১ অক্টোবৰ তাৰিখে হলেণ্ডৰ সৰু চহৰ উট্ৰেখট-ত জন্ম গ্ৰহণ কৰে। পিতৃ প্ৰাক্তন ফুটবলাৰ সেই সূত্ৰে পুত্ৰ মাৰ্কো ভান-ক ১৩-বছৰ বয়সতে স্থানীয় উট্ৰেখট দলত যোগ দিয়াই আৰু ১৬-বছৰ বয়সত আইএক্স আমষ্টাৰডাম ক্লাৱলৈ আনে। আই এক্সত জহান ক্ৰুইফৰ সলনি চাব্‌চ্‌টিটিউট্ ৰূপে আত্মপ্ৰকাশ কৰাৰ এবছৰৰ পিচতে দলৰ অধিনায়ক হৈ পৰে। কিন্তু তেওঁ ইউৰোপৰ খ্যাতনামা হয় ১৯৮৭ চনত আই এক্স আমষ্টাৰডামে লিপ্‌জিগ্ লুকমুটিভ দলক তেওঁৰ গোলৰে ১-০ ব্যৱধানত পৰাভূত কৰি ইউৰোপীয়ান কাপ-উইনাৰ্চ কাপ জয় কৰে। এই সাফল্যৰ পিচতে গ্ৰীষ্মকালীন £১.৫ মিলিয়ন পাউণ্ড ষ্টাৰ্লিঙৰ বিনিময়ত ইটালিৰ এ.চি.মিলান দলত যোগদান কৰে। তেওঁ আইএক্স আমষ্টাৰ ডামৰ হৈ লীগত ১৯৮৩-৮৭ লৈকে মুঠ ১২৮ গোলৰ বৰঙণি এৰি থৈ যায়। ইয়াৰ




অন্তৰ্গত প্ৰথম মৰছুম(১৯৮৩-৮৪)ত ১২ গোল কৰে। ১৯৮৪-৮৫ মৰছুমত ২৮ গোল কৰি "চিলভাৰ চু" পায়। ১৯৮৫-৮৬ মৰছুমত ৩৭ গোলৰে "গোল্ডেন চু" অৰ্জন কৰি নিজকে উচ্চস্তৰৰ ষ্ট্ৰাইকাৰৰূপে প্ৰতিপন্ন কৰে। ইটালিয়ান ফুটবলৰ সূচনাতে এ.চি.মিলান বনাম ৰিয়েল মাদ্ৰিদ ফ্ৰেণ্ডলি মেচত তেওঁ আঘাত পায় (fracture checkbone) পাঁচমাহ খেলপথাৰৰ পৰা আঁতৰত থাকিব লগা হয় আৰু প্ৰত্যাৱৰ্তন কৰি ১৯৮৮ চনৰ এপ্ৰিলত ইম্পলি ক্লাৱৰ বিৰুদ্ধে ২৫ মিটাৰ দূৰৰ পৰা

তীব্ৰ চট্‌ৰে গোল কৰি দলৰ বাবে বিজয় কঢ়িয়াই আনিছিল। প্ৰত্যাৱৰ্তন কৰি তেওঁ ইউৰোপীয় ফুটবল চেম্পিয়নচিপৰ বাবে হলেণ্ড জাতীয় দলত কোনোমতে স্থান গঢ়ি লবলৈ সক্ষম হৈছিল। আনকি তেওঁ দুৰ্দ্ধৰ্ষ ফুটবল খেলি নিজকে টুৰ্নামেণ্টৰ অপ্ৰত্যাশিত তাৰকাৰূপে প্ৰতিষ্ঠা কৰিছিল। বিশেষকৈ ফাইনেলত ছোভিয়েট ইউনিয়নক ২-০ গোলত পৰাভূত কৰোঁতে ৫৪ মিনিটত তেওঁ অতি সূক্ষ্ম কোণৰ পৰা যি দুৰন্ত ভঙ্গীৰে গোল কৰে এয়া এক বিৰল ফুটবল নজিৰ। এই আসৰত তেওঁ মুঠ ৫ গোল কৰি টপ্ স্কৰাৰৰ খ্যাতিও আৰ্জে। ইয়াৰ অন্তৰ্গত ইংলেণ্ডৰ বিৰুদ্ধে হেট-ট্ৰিক অৰ্জন কৰে। এইখিনিতে উল্লেখ্য টোটেল ফুটবলৰ আৱিষ্কাৰক হলেণ্ডৰ ফুটবল বুৰঞ্জীত ১৯৮৮ ইউৰোপীয় ফুটবল চেম্পিয়নচিপ অৰ্জন সবাতোকৈ উল্লেখযোগ্য ঘটনা। যি কি নহওঁক তেওঁৰ ফুটবল দুৰ্দ্ধৰ্ষতাই সেইসময়ৰ বিশ্ববিখ্যাত মাৰাদোনা আৰু গুলিটকো নিস্প্ৰভ কৰি বিশ্বৰ ১ নং ফুটবলাৰৰূপে প্ৰতিষ্ঠা লাভ কৰিছিল। ১৯৮৯ চনত এ.চি.মিলানে ৰুমানিয়াৰ ষ্টিউৱে বুখাৰেষ্ট দলক ৪-০ ব্যৱধানত পৰাভূত কৰি ইউৰোপীয় কাপ জয় কৰোঁতে বাস্তনে ২ গোল কৰে। ১৯৯০ চনটো এ.চি.মিলানে পুনৰ 'ইউৰোপীয় চেম্পিয়ন ক্লাৱচ' কাপ জয় কৰোঁতে বেনফিকাক ১-০ গোলত হৰুৱাই। সেইবছৰৰে ১৫ ফেব্ৰুৱাৰীত এ.চি.মিলানৰ সৈতে নতুন চুক্তিত স্বাক্ষৰ কৰোঁতে ১৯৯৩ পৰ্যন্ত $৯.৫ মিলিয়ন ডলাৰৰ চুক্তি হয়।

মাৰ্কো ভান বাস্তনে ১৯৯১-৯২ৰ ইটালি লীগত প্ৰদৰ্শন কৰা চমকপ্ৰদ ফুটবলৰ লগতে ২৫ গোলৰে টপ্ স্কৰাৰৰ খ্যাতি অৰ্জন কৰে। সেইসূত্ৰে ১৯৯২ চনৰ ''ইউৰোপীয়ান ফুটবলাৰ অৱ দি ইয়েৰ'' আৰু ''ৱৰ্ল্ড প্লেয়াৰ অৱ দি ইয়েৰ'' নিৰ্বাচন লাভ কৰে। ১৯৯২ চনৰ ডিচেম্বৰত আঘাতগ্ৰস্ত হৈ দুবাৰ অষ্ট্ৰোপ্ৰচাৰ হোৱা বাস্তনক ১৯৯৪ বিশ্বকাপত হলেণ্ডৰ পক্ষে সন্নিৱিষ্টৰ যি পৰিকল্পনা লৈছিল এয়া ক্লাৱ কৰ্তৃপক্ষৰ তীব্ৰ প্ৰতিবাদত নাকচ হয়। তেওঁ মুঠ ৫৮ খন আন্তৰ্জাতিকত অংশ লওঁতে ১৯৯২ চনৰ ১৪ অক্টোবৰত পোলেণ্ডৰ বিৰুদ্ধে শেষবাৰ জাতীয় দলত খেলে। মাৰ্কো ভান বাস্তনে দুবছৰৰ পিচত, ১৯৯৫ চনৰ-২০ জুলাইত খেলপথাৰলৈ প্ৰত্যাৱৰ্তনৰ উদ্দেশ্যে এ.চি.মিলানত যোগদান কৰি অনুশীলনত মত্ত হয় যদিও প্ৰতিযোগিতামূলক ফুটবলত ন্যস্ত হোৱাৰ অসম্ভৱতাই আগুৰি ধৰোতে ১৯৯৫ চনৰ ১৭ আগষ্ট তাৰিখে মিলানৰ চান চিৰো ষ্টেডিয়ামত এ.চি.মিলান বনাম জুভেন্টাচ খেলখন আৰম্ভৰ পূৰ্বে উপস্থিত ৬৩,০০০ দৰ্শকৰ সন্মুখত আনুষ্ঠানিক ভাৱে ফুটবলৰ পৰা অৱসৰ গ্ৰহণ কৰে।



# ফ্ৰেঙ্ক ৰাইকাৰ্দ

হলেণ্ডৰ সফল ফুটবল ৰাজিত ৰুদ গুলিট আৰু মাৰ্কো ভান বাস্তনৰ সৈতে জড়িত তৃতীয় বলিষ্ঠ ক্ৰীড়া শক্তি বুলি ক'বলৈ গ'লে ফ্ৰেঙ্ক ৰাইকাৰ্দক আঙুলিয়াব পাৰি। প্ৰতিভাসম্পন্ন ফ্ৰেঙ্ক ৰাইকাৰ্দক এজন বিখ্যাত খেলুৱৈলৈ ৰূপান্তৰিত কৰোঁতে আইএক্স আমষ্টাৰডামৰ কোচ্ জহান ক্ৰুইফে তেওঁক ফুল-বেক্‌ৰ পৰা ৰক্ষণবিভাগৰ সন্মুখত চুইপাৰ পজিচনলৈ নিয়ে আৰু অধিনায়কত্বৰ বাবো দিয়ে। টেক্‌নিকেল ও টেক্‌টিকেল দিশত চহকী ফ্ৰেঙ্ক ৰাইকাৰ্দ ৰক্ষণবিভাগৰ যদিও অনবৰত আক্ৰমণাত্মক ভূমিকাত অৱতীৰ্ণ হোৱা দেখা যায়। আৰ্জেন্টিনাৰ প্ৰাক্তন মেনেজাৰ লুইচ মেনত্তিৰ মতে, Rijkaard is calm and a great player in all positions.



ফ্ৰেঙ্ক ৰাইকাৰ্দ ১৯৬২ চনৰ ৩০ ছেপ্তেম্বৰত আমষ্টাৰ-ডামত জন্ম গ্ৰহণ কৰে। পিতৃ ওলন্দাজ ও মাতৃ কৃষ্ণাঙ্গী। উভয়ে ওলন্দাজ গিয়েনা(চুৰিনাম)ৰ বাসিন্দাৰ তথা পঞ্চাশ দশকৰে পৰা হলেণ্ডত বসতি আৰম্ভ কৰে। এইখিনিতে উল্লেখ্য ৰুদ গুলিট তেওঁৰ বাল্য বন্ধু। আইএক্স আমষ্টাৰডাম ক্লাৱতে তেওঁ ১৯৭৮ চনত প্ৰথম শ্ৰেণী ফুটবলৰ পাতনি মেলি স্বকীয় ফুটবল ভেটি সুদৃঢ় কৰোঁতে ১৯৮৭ চনৰ ইউৰো-পীয়ান কাপ-উইনাৰ্চ কাপ বিজয়ৰ অন্যতম সদস্য আছিল। বিশেষকৈ ১৯৮৫ চনত কোচ্ জহান ক্ৰুইফৰ আগমণে তেওঁৰ

ফুটবলতো প্ৰচুৰ উন্নতি ঘটে। ১৯৮১ চনৰ ১ ছেপ্তেম্বৰত চুইজাৰলেণ্ডৰ বিৰুদ্ধে আন্তৰ্জাতিক ফুটবলত আত্মপ্ৰকাশ ঘটোতে জুৰিকত অনুষ্ঠিত খেলখনত হলেণ্ড ১-২ গোলত পৰাভূত হয়। ১৯৮৮ চনত পৰ্তুগালৰ স্পৰ্টিং লিচবন দলত চুক্তিবদ্ধ হ'লেও কিছু কাৰণবশত তেওঁ মৰছুমৰ শেষৰফালে স্পেইনৰ ৰিয়েল জাৰাগোজা দলত ঋণ স্বৰূপে খেলে। তেওঁৰ ১৯৮৮ চনৰ বছৰতো এনেদৰে দুদুল্যমান অৱস্থাত অতিবাহিত কৰিলেও অষ্টম ইউৰোপীয় ফুটবল চেম্পিয়নচিপত দুৰ্দ্ধৰ্ষ ফুটবল প্ৰদৰ্শন কৰি হলেণ্ডক চূড়ান্ত বিজয়ী হোৱাত অৰিহণা যোগায়। এই সাফল্যৰ কিছুদিন পিচতে তেওঁ £২.৫ মিলিয়ন পাউণ্ড ষ্টাৰ্লিং মূল্যৰ বিনিময়ত স্পৰ্টিং লিচবনৰ পৰা ইটালিৰ এ.চি.মিলানত যোগদান কৰে। এ.চি.মিলানত তিনিজন ওলন্দাজ দুৰ্দ্ধৰ্ষৰ আগমণে ইউৰোপীয় ফুটবলত চাকনৈয়াৰ সৃষ্টি কৰে আৰু তেওঁ "ব্লেক চুৱান" উপনামৰে ইটালিৰ জনপ্ৰিয় ফুটবলাৰত পৰিণত হয়। বিশেষকৈ ১৯৮৯ আৰু ১৯৯০ চনত এ.চি.মিলানৰ ইউৰোপীয় চেম্পিয়ন ক্লাৱচ' কাপ জয় উল্লেখযোগ্য। ইয়াৰোপৰি ইউৰোপীয় চুপাৰ কাপো জয় কৰে। ইয়াৰ অন্তৰ্গত ১৯৯০ ইউৰোপীয় চেম্পিয়ন ক্লাৱ' কাপত ৰুদ গুলিট (আহত) আৰু বাস্তন নিস্প্ৰভ থাকোতে ৰাইকাৰ্দে সমগ্ৰ খেলখনত আধিপত্য বজোৱাৰ উপৰি তেওঁৰ একমাত্ৰ গোলৰ জৰিয়তে বেনফিকা ক্লাৱক ১-০ গোলত পৰাভূত কৰিছিল।

ৰাইকাৰ্দৰ ফুটবল জীৱনত ১৯৯০ ইটালি কাপ ফাইনেল (এ.চি. মিলান বনাম জুভেণ্টাচ) বিশেষভাৱে উল্লেখনীয় কাৰণ তেওঁ ১২ বছৰীয়া পেছাদাৰী ফুটবলত প্ৰথম ৰঙা কাৰ্ড পায় বহিষ্কৃত হয়। ১৯৯০ বিশ্বকাপত হলেণ্ডে তেনে সফল ফুটবল প্ৰদৰ্শন কৰিব নোৱাৰিলে। প্ৰি-কোৱাৰ্টাৰ-ফাইনেলত পশ্চিম জাৰ্মেনিৰ বিৰুদ্ধে খেলোতে তেওঁ ৰুদি ভোয়েলাৰৰ গাত থু পেলাই ফলত ৰেফ্ৰীয়ে তেওঁক বহিষ্কাৰ কৰে। এই ঘটনাৰ ফলত তেওঁ £৩০০০ পাউণ্ড ষ্টাৰ্লিং জৰিমনা দিয়াৰ উপৰি তিনিখন আন্তৰ্জাতিকৰ পৰা বহিষ্কৃত হয়। ইতিমধ্যে তেওঁ হলেণ্ডৰ পক্ষে নেখেলাৰ ঠিৰাং কৰে যদিও পিচলৈ মত পৰিবৰ্তন কৰে। ১৯৯৩ চনত তেওঁ পুনৰ আইএক্স আমষ্টাৰডাম দললৈ প্ৰত্যাৱৰ্তন কৰে আৰু ১৯৯৪ বিশ্বকাপৰ পূৰ্বলৈকে ৬৫ খন আন্তৰ্জাতিকৰে পুষ্ট চুইপাৰ ৰাইকাৰ্দৰ ৭ গোলৰ কৃতিত্ব আছিল। ১৯৯৫ চনত আইএক্স আমষ্টাৰডাম দলে এ.চি. মিলানক ১-০ গোলত পৰাভূত কৰি ইউৰোপীয়ান চেম্পিয়ন ক্লাৱচ' কাপ জয় কৰাৰ পিচতে ফ্ৰেঙ্ক ৰাইকাৰ্দে ফুটবলৰ পৰা অৱসৰ গ্ৰহণ কৰে। ইউৰোপীয় কাপৰ চল্লিশ বছৰীয়া ক্ৰীড়া বুৰঞ্জীত দুটা ক্লাৱৰ পক্ষে খেলি কাপ জয় কৰোঁতা এওঁ পঞ্চম গৰাকী ফুটবল খেলুৱৈ।

□□

# ৰেমণ্ড কোপা



ফ্ৰান্সৰ ফুটবল ইতিহাসত ৰেমণ্ড কোপা এক অবিস্মৰণীয় নাম। এই গৰাকী দেখনীয়াৰ ফৰোৱাৰ্ডৰ চমকপ্ৰদ ক্ৰীড়া কৌশল ৰাজিয়ে ফৰাছী ফুটবলক এক উচ্চস্থান দিলে। ১৯৫৮ বিশ্বকাপত ৰেমণ্ড কোপাৰ অনবদ্য ক্ৰীড়াধাৰাই ব্ৰাজিলৰ দিদিৰ সৈতে শ্ৰেষ্ঠ খেলুৱৈৰ সম্মান অৰ্জন কৰে। ফ্ৰান্সে তৃতীয়স্থান লাভৰ মূলতঃ তেওঁ সৃষ্টি কৰা সুন্দৰ স্কিমসমূহ যাৰ সহায়ত সহযোগী ফৰাছী ফৰোৱাৰ্ড জাষ্টো ফনটাইনে প্ৰতিখন খেলতে স্কৰ কৰি সৰ্বকালৰ শ্ৰেষ্ঠ অভিলেখ (১৩ গোল) প্ৰতিষ্ঠা কৰিবলৈ সক্ষম হয়। কোপাৰ ফুটবলত সহজাত নীতি বিপক্ষৰ গোলত আঘাত কৰাতকৈ সহযোগী খেলুৱৈক বল সজাই দিয়া। কোপাৰ ফুটবলত আছিল দৰ্শনীয় ড্ৰিবলিং আৰু দ্ৰুত গতিত বল কন্ট্ৰোল। ফৰোৱাৰ্ড-লাইনৰ সকলো স্থানতে সমান কুশলী






ৰেমণ্ড কোপা বাঁওফালৰ জন

যদিও চেন্টাৰ-ফৰোৱাৰ্ড পজিচনত অতুলনীয়। সুন্দৰ চেহেৰাৰ খৰ্বকায় কোপাক অতি সুন্দৰ লাগে যেতিয়া তেওঁ চাতুৰ্যপূৰ্ণভাৱে বল নিয়ন্ত্ৰণ কৰে। তেওঁৰ দ্ৰুতগতিসম্পন্ন ফুটবল শৈলী ৰাজিৰ আগত বিপক্ষই ঠাৱৰীব নোৱাৰিছিল। ফুটবল জগতত কোপাৰ উপনাম **"ৰিমচৰ হিদেকুটি"** ।

ৰেমণ্ড কোপা ১৯৩১ চনৰ ১৩ অক্টোবৰত উত্তৰ ফ্ৰান্সৰ নোয়াক্সলেচ মাইনচত জন্ম গ্ৰহণ কৰে। পিতৃ পোলিচ আৰু মাতৃ ফৰাছী। দুটা বলিষ্ঠ তেজৰ সংমিশ্ৰণত ফৰাছী ভূমিভাগত অভ্যুদয় হ'ল ফুটবল যুগন্ধৰ ৰেমণ্ড কোপা। সম্পূৰ্ণ নাম ৰেমণ্ড কোপাজেস্কি। পিতৃ খনি কৰ্মী আছিল। ১৯৪৯ চনত এচ.চি.অ. এঙ্গাৰ্চ ক্লাৱত ফুটবলৰ পাতনি মেলি ১৯৫১ চনত ৰিমচ্ দলত যোগদান কৰোঁতে তেওঁ প্ৰচণ্ড ড্ৰিবলিং খেলুৱৈ আছিল। ইতিমধ্যে ফ্ৰান্স যুৱ দলত নিৰ্বাচন লাভ কৰোঁতে ১৯৫২ চনৰ ২২ মে'ত ইংলেণ্ড যুৱ দলৰ বিৰুদ্ধে চমকপ্ৰদ খেল প্ৰদৰ্শন কৰি ৭-১ ব্যৱধানত জয়ী হয় আৰু তেওঁ ১ গোল কৰে। এই ঐতিহাসিক বিজয়ৰ কেইমাহমানৰ পিচতে (৫অক্টোবৰ, ১৯৫২) পশ্চিম জাৰ্মেনিৰ বিৰুদ্ধে পূৰ্ণাঙ্গ আন্তৰ্জাতিকত আত্মপ্ৰকাশ কৰোঁতে জাতীয় দলৰ ৰাইট-আউট পজিচনত খেলে। পেৰিছত অনুষ্ঠিত এই খেলত ফ্ৰান্স ৩-১ গোলত জয়ী হয়।

ৰেমণ্ড কোপাই ১৯৫১-১৯৫৬ পৰ্যন্ত ষ্টেড দি ৰিমচ্ ক্লাৱত খেলে ইয়াৰ অন্তৰ্গত ১৯৫৩ আৰু ১৯৫৫ চনত প্ৰথম ডিভিজন লীগ জয় কৰে। বিশেষকৈ ১৯৫৬ চনত প্ৰৱৰ্তিত ইউৰোপীয়ান চেম্পিয়ন ক্লাৱচ' কাপৰ ফাইনেলত উপনীত হয়। দুৰ্ভাগ্যবশতঃ ৰিয়েল মাদ্ৰিদৰ হাতত ৩-৪ গোলত পৰাভূত হৈ ৰানাৰ্চ-আপ পায়। যি কি নহওঁক কোপাৰ ক্ৰীড়া দক্ষতাই ৰিয়েলৰ দৃষ্টি কাঢ়ি নিয়ে আৰু তেওঁলৈ দলত যোগদানৰ আমন্ত্ৰণ আহে। অৱশেষত কোপাই £৫০,০০০ পাউণ্ড ষ্টাৰ্লিঙৰ বিনিময়ত ৰিয়েল মাদ্ৰিদত যোগদান কৰে। ৰিয়েল দলত কোপাৰ সমন্বয়ে ইউৰোপৰ শক্তিশালী একাদশত পৰিণত কৰোঁতে পৰৱৰ্তী দুবছৰ ১৯৫৭ আৰু ১৯৫৮ চনত স্পেনীচ লীগ জয় কৰে। বিশেষকৈ তিনিবাৰ (১৯৫৭,১৯৫৮ আৰু ১৯৫৯) ইউৰোপীয়ান চেম্পিয়ন ক্লাৱচ' কাপ জয় উল্লেখযোগ্য ঘটনা। ৰিয়েল মাদ্ৰিদৰ চেন্টাৰ-ফৰোৱাৰ্ড পজিচনত বিখ্যাত আলফ্ৰেড দি ষ্টিফেনো থকা হেতু ৰিমচ্‌ৰ প্ৰাক্তন চেন্টাৰ-ফৰোৱাৰ্ড গৰাকীয়ে দলৰ হৈ ৰাইট-আউট পজিচনত অনবদ্য ক্ৰীডা চাতুৰ্য প্ৰদৰ্শন কৰে। অৱশ্যে গৰিষ্ঠ সংখ্যক গোল কৰাৰ সুযোগ সৃষ্টি কৰে ৰেমণ্ড কোপাই। ৰিয়েল মাদ্ৰিদত তেওঁৰ গৌৰৱোজ্বল অধ্যায় সামৰি ১৯৬০ চনত পুনৰ ৰিমচ্‌লৈ প্ৰত্যাৱৰ্তন কৰে। ১৯৬০ আৰু ১৯৬২ চনত ৰিমচ্ পুনৰ লীগ জয়ী হয়।

ৰেমণ্ড কোপাই ১৯৫৪ চনত ফ্ৰান্সৰ পক্ষে বিশ্বকাপ খেলিবলৈ আহোঁতে যুগোশ্লাভিয়াৰ বিৰুদ্ধে ০-১ গোলত পৰাভূত হোৱাৰ পিচত দ্বিতীয় খেলত মেক্সিকোক ৩-২ ব্যৱধানত হৰুৱাই আৰু ৰেমণ্ড কোপাই পেনাল্টিৰ জৰিয়তে ১ গোল কৰে। এইদৰে ফ্ৰান্সে গ্ৰুপ লীগৰ পৰাই বিদায় গ্ৰহণ কৰিব লগা হয়।

ৰিয়েল মাদ্রিদত অনবদ্য ক্রীড়াধাৰা প্ৰদৰ্শন কৰি থাকোতে ফৰাছী কৰ্তৃপক্ষই ১৯৫৮ বিশ্বকাপৰ বাবে ৫ ফুট ৬ $^{১}/_{২}$ ইঞ্চি ওখ, ৬৭ কিলোগ্ৰাম ওজনৰ ২৬ বছৰ বয়স্ক দৰ্শনীয় ফুটবলাৰ ৰেমণ্ড কোপাক চেণ্টাৰ-ফৰোৱাৰ্ড পজিচনত মকৰল কৰে আৰু বিশ্বকাপ আসৰত অ. জি. চি. নাইচ ক্লাবৰ ইনচাইদ-ফৰোৱাৰ্ড জাষ্টো ফনটাইনৰ সৈতে অদ্ভুত বুজা-পৰা গঢ়ি তোলে। ফনটাইনে দ্ৰুত দৌৰ, প্ৰচণ্ড শক্তি ও তীক্ষ্ণ বুদ্ধি প্ৰয়োগ কৰি কোপাৰ চমৎকাৰ পাচ্‌সমূহ গোলত ৰূপায়িত কৰি বিশ্বকাপৰ সৰ্বোচ্চ গোলদাতাৰৰূপে পৰিগণিত হয়। কিন্তু মূল স্কিমাৰ কোপাই এই বিশ্বকাপত মাত্ৰ ৩ গোল কৰে। যি কি নহওঁক এই বিশ্বকাপ টুৰ্ণামেণ্টত ফ্ৰান্সে তৃতীয়স্থান লাভ কৰে। চেমি-ফাইনেলত দুৰ্দ্ধৰ্ষ ব্ৰাজিলৰ হাতত ২-৫ গোলত পৰাভূত হোৱাৰ পিচত পৰাজিত চেমি-ফাইনেলিষ্টৰ খেলত পশ্চিম জাৰ্মেনিক ৬-৩ ব্যৱধানত পৰাভূত কৰে। ৰেমণ্ড কোপাই স্বকীয় বুদ্ধিদীপ্ত ক্রীড়া প্ৰতিভাৰ জৰিয়তে ব্ৰাজিলৰ দিদিৰ সৈতে বিশ্বকাপ আসৰৰ "শ্ৰেষ্ঠ খেলুৱৈ"ৰূপে পৰিগণিত হয়। উপৰি ১৯৫৮ চনৰ "ইউৰোপীয়ান ফুটবলাৰ অব দি ইয়েৰ" নিৰ্বাচন লাভ কৰে।

বিশ্বকাপৰ পিচতে কোপাৰ বৃহৎ টুৰ্ণামেণ্ট ১৯৬০ ইউৰোপীয়ান নেচনচ' কাপ। এই আসৰত ফ্ৰান্সে চতুৰ্থস্থান লাভ কৰোঁতে চেমি-ফাইনেলত যুগোশ্লাভিয়াৰ হাতত ৪-৫ গোলত পৰাভূত হোৱাৰ পিচত তৃতীয়স্থান নিৰ্ণায়কৰ খেলত চেকোশ্লোভাকিয়াৰ বিৰুদ্ধে ০-২ ব্যৱধানত পৰাজয় বৰণ কৰে। ৰেমণ্ড কোপাই সৰ্বমুঠ ৪৫ খন আন্তৰ্জাতিক খেলাৰ গৌৰৱ অৰ্জন কৰোঁতে ১৯৬২ চনৰ ১১ নৱেম্বৰত পেৰিছত অনুষ্ঠিত ফ্ৰান্স বনাম হাঙ্গেৰি খেলখন তেওঁৰ শেষ আন্তৰ্জাতিক। ১৯৫৫ চনত বেলফাষ্টত অনুষ্ঠিত ইউৰোপীয় একাদশ বনাম বৃটেইনৰ খেলত তেওঁ মহাদেশীয় দলৰ অধিনায়ক আছিল। ১৯৬৩ চনত ৰেমণ্ড কোপাই বিশ্ব একাদশত খেলে। যি কি নহওঁক বিশ্বফুটবলত ৰেমণ্ড কোপাৰ ক্রীড়াধাৰা এক পাহৰিব নোৱাৰা প্ৰতিচ্ছবি যাৰবাবে আন্তৰ্জাতিক ফুটবলত জাকত-জিলিকা ক্রীড়া চৰিত্ৰৰূপে প্ৰস্ফুটিত হৈ থাকিব।



# জাষ্টো ফনটাইন

১৯৫৮ বিশ্বকাপত ব্ৰাজিলে চূড়ান্ত বিজয়ীৰ সন্মান কঢ়িয়াই নিওঁতে ফ্ৰান্সে তৃতীয়স্থান লাভ কৰে। এই বিশ্বকাপ ফুটবল টুৰ্নামেণ্টত ফৰাছী দলৰ তীব্ৰ গতিসম্পন্ন প্ৰাণৱন্ত ক্ৰীড়া কৌশল ৰাজি যুগ-যুগান্তৰ স্মৰণীয় হৈ ৰ'ব। বিশেষকৈ দুৰ্দ্ধৰ্ষ ফৰোৱাৰ্ড জাষ্টো ফনটাইনৰ ১৩ গোলৰ কীৰ্তিমান। বিশ্বকাপ আসৰত ব্ৰাজিলৰ দিদিৰ সৈতে শ্ৰেষ্ঠ খেলুৱৈৰ সন্মান পোৱা ফৰাছী খেলুৱৈ ৰেমণ্ড কোপাৰ চমকপ্ৰদ পাচ্‌সমূহ গোললৈ ৰূপান্তৰ কৰি সৰ্বকালৰ শ্ৰেষ্ঠ স্কৰাৰৰূপে প্ৰতিষ্ঠা লাভ কৰে। ইয়াৰোপৰি প্ৰতিখন খেলতে গোল কৰি অভূতপূৰ্ব কৃতিত্বৰ অধিকাৰী হয়। যি কীৰ্তিমান দীৰ্ঘ বাৰবছৰৰ পিচত ব্ৰাজিলৰ জেয়াৰজিনহোয়ে মেক্সিকো বিশ্বকাপত পুনৰাবৃত্তি কৰিবলৈ সক্ষম হৈছিল; কিন্তু জাষ্টো ফনটাইনৰ অভিলেখ আজি পৰ্যন্ত কোনোৱে ভঙ্গ কৰিবলৈ সক্ষম হোৱা নাই।

জাষ্টো ফনটাইন মৰক্কোৰ মাৰাকেচ চহৰত ১৯৩৩ চনৰ ১৮ আগষ্টত জন্ম গ্ৰহণ কৰে। এই গৰাকী শক্তিশালী খেলুৱৈক ফ্ৰান্স প্ৰথম ডিভিজনলৈ অনাৰ মূলতে অ.জি.চি. নাইচ ক্লাৱ। ইয়াত তেওঁ চেন্টাৰ-ফৰোৱাৰ্ডৰূপে খেলৰ পাতনি মেলে। ইতিপূৰ্বেতেওঁ মৰক্কোৰ এ.এচ.মাৰাকেচ আৰু ইউ.এচ.কাচাব্লাঙ্কা দলত খেলিছিল। আফ্ৰিকীয় দুৰ্দ্ধৰ্ষতাৰ ওপৰত ফৰাছী ফুটবল পাণ্ডিত্যৰ পৰশে সৃষ্টি কৰিলে ত্ৰাস সৃষ্টিকাৰী বিশ্ব-বিশ্ৰুত গোলদাতা। তেওঁ কেৱল গোলদাতাৰূপেই খ্যাতি এৰি থৈ যোৱা নাই অনবদ্য আক্ৰমণ হানি বিপক্ষৰ ৰক্ষণবিভাগত সদায় ত্ৰাস সৃষ্টি কৰিছিল। চেন্টাৰ-ফৰোৱাৰ্ডৰূপে পাতনি মেলিলেও দ্ৰুত দৌৰৰ ক্ৰমবৃদ্ধিয়ে ইনচাইদ-ফৰোৱাৰ্ড পজিচনত খেলে। খেলপথাৰত ফনটাইনৰ অসীম সাহস, অসাধাৰণ ফুটবল জ্ঞান, তীব্ৰ চট্‌ আদিয়ে প্ৰথম শ্ৰেণী ফুটবলত খ্যাতি আনি দিয়ে। ১৯৫৬ চনৰ ৭ অক্টোবৰত পেৰিছত অনুষ্ঠিত ফ্ৰান্স বনাম হাঙ্গেৰি খেলখনৰ জৰিয়তে ফনটাইনৰ আন্তৰ্জাতিক আত্মপ্ৰকাশ ঘটে আৰু ফ্ৰান্স ১-২ ব্যৱধানত পৰাভূত হয়। ইয়াৰ পিচতে পৰৱৰ্তী আন্তৰ্জাতিকৰ বাবে দীৰ্ঘ এবছৰ অপেক্ষা কৰিব লগা হয়। বুডাপেষ্টত অনুষ্ঠিত এই খেলখনত ফ্ৰান্স পুনৰ হাঙ্গেৰিৰ হাতত ০-২ গোলত পৰাজয় বৰণ কৰে। ইয়াৰ পিচত তৃতীয় আন্তৰ্জাতিকখনত তেওঁ প্ৰথম গোল কৰাৰ কৃতিত্ব অৰ্জন কৰোঁতে স্পেইনৰ বিৰুদ্ধে ২-২ গোলত অন্ত পৰে, ১৩ মাৰ্চ ১৯৫৮ চন। ইতিমধ্যে বিশ্বকাপ আসৰৰো চমু চাপি আহিছিল যদিও ফনটাইন বিশ্বকাপগামী ফ্ৰান্স দলৰ ৰিজাৰ্ভ খেলুৱৈৰ তালিকাতহে আছিল কিন্তু ট্ৰেইনিঙত ইনচাইদ-ফৰোৱাৰ্ড ৰেনি ব্লেয়াৰ্ডে গোৰোহাত আঘাত পোৱাত তেওঁ মূল দলত খেলাৰ সুযোগ পায়। বিশ্বকাপত অভ্যুদয় হৈয়ে চেন্টাৰ-ফৰোৱাৰ্ড ৰেমণ্ড কোপাৰ সৈতে অফুৰন্ত বুজাপৰা গঢ়ি তোলোতে

পৰৱৰ্তী খেলসমূহত অভাৱনীয় ফুটবল চাতুৰ্য প্ৰদৰ্শন কৰে। বিশ্বকাপৰ প্ৰথমখন খেলত পাৰাগুৱেৰ বিৰুদ্ধে ৭-৩ ব্যৱধানত জয়ী হওঁতে ফনটাইনে দৰ্শনীয় খেল প্ৰদৰ্শন কৰি ৩ গোল কৰে। পৰৱৰ্তী খেল, যুগোশ্লাভিয়াৰ বিৰুদ্ধে ২-৩ গোলত পৰাভূত হয় যদিও দুয়োটা গোল ফনটাইনৰ কৰ্তৃক। ইয়াৰ পিচত স্কটলেণ্ডক ২-১ গোলত পৰাভূত কৰোঁতে প্ৰথমাৰ্দ্ধৰ শেষ মুহূৰ্তত তেৱে জয়সূচক গোল কৰে। কোৱাৰ্টাৰ-ফাইনেলত উত্তৰ আয়াৰলেণ্ডৰ বিৰুদ্ধে ফনটাইনে বেগৱান দৌৰ আৰু প্ৰাণৱন্ত ক্ৰীড়া কৌশল প্ৰদৰ্শন কৰি ফ্ৰান্সক ৪-০ ব্যৱধানত জয়ী হোৱাত অৰিহণা যোগাওঁতে তেওঁৰ ২ গোল উল্লেখযোগ্য।

ফ্ৰান্সে ব্ৰাজিলৰ বিৰুদ্ধে চেমি-ফাইনেলত তেনে আক্ৰমণাত্মক ৰূপ ধাৰণ কৰিব নোৱাৰিলে। ফ্ৰান্সৰ চেণ্টাৰ-হাফ্ বব্ জঁকোয়েটে আঘাত পোৱাত দহ জনে খেলিব লগা হয়। খেলৰ দুই মিনিটতে ফ্ৰান্স ০-১ গোলত পিচপৰে যদিও ছয় মিনিটৰ পিচত ফনটাইনে স্কৰ কৰি ১-১ কৰে। অৱশেষত ফ্ৰান্স ২-৫ ব্যৱধানত পৰাভূত হয়। তৃতীয়স্থান নিৰ্ণায়কৰ খেলত ফ্ৰান্সে পশ্চিম জাৰ্মেনিৰ মুখামুখি হয়। ফ্ৰান্সে অতি কম আয়াসতে প্ৰাক্তন বিশ্ব চেম্পিয়ন পশ্চিম জাৰ্মেনিক ৬-৩ ব্যৱধানত পৰাভূত কৰোঁতে ফনটাইনে ৪ গোল কৰি প্ৰতিখন খেলতে স্কৰৰ গৌৰৱ অৰ্জন কৰাৰ উপৰি মুঠ ১৩ গোলৰে সৰ্বোচ্চ গোলদাতাৰ খ্যাতি অৰ্জন কৰে।

বিশ্বকাপৰ পিচতে নাইচ ক্লাৱৰ চেণ্টাৰ-ফৰোৱাৰ্ড ফনটাইনে ষ্টেড দি ৰিম্‌চ্ দলত যোগ দিয়ে। ১৯৫৯ 'ইউৰোপীয় চেম্পিয়ন ক্লাৱচ' কাপত ৰিমচ্ দলে অনবদ্য ক্ৰীড়া চাতুৰ্য প্ৰদৰ্শন কৰি ফাইনেলত প্ৰৱেশ কৰোঁতে বিখ্যাত ৰিয়েল মাদ্ৰিদৰ মুখামুখি হয়। ষ্টুটগাৰ্টত অনুষ্ঠিত এই খেলত এফালে ফনটাইন আৰু আনফালে ৰেমণ্ড কোপা। অৱশেষত ৰিমচ্ দল ০-২ গোলত পৰাভূত হয় কিন্তু ফনটাইনে মুঠ ১০ গোল কৰি সৰ্বোচ্চ গোলদাতাৰ সন্মান অৰ্জন কৰে। এই ঘটনাৰ পিচতে ৰেমণ্ড কোপাইয়ো ৰিমচ্ দলত যোগদান কৰে যদিও তেওঁলোকৰ যৌথ ফুটবল বেচি দিন অব্যাহত ৰাখিব নোৱাৰিলে। ১৯৬০ আৰু ১৯৬১ চনত ফনটাইনে দুয়োটা ভৰিতে আঘাত পায়। অৱশ্যে ১৯৬০ চনত ফৰাছী প্ৰথম ডিভিজনত ২৮ গোল কৰি টপ্ স্কৰাৰ হয়। ইতিপূৰ্বে ১৯৫৮ চনত ৩৪ গোল কৰি এই খ্যাতিৰ অধিকাৰী হৈছিল। ১৯৬০ চনৰ ১১ ডিচেম্বৰ, বিশ্বকাপৰ কোৱালিফাইং মেচ বুলগেৰিয়াৰ বিৰুদ্ধে ৩-০ গোলত জয়ী হলেও তেওঁ স্কৰ কৰিব নোৱাৰিলে আৰু তেওঁৰ শেষ আন্তৰ্জাতিকৰূপে চিহ্নিত হয়। যি কি নহওঁক ফ্ৰান্সৰ পক্ষে ফনটাইনে ২০ খন আন্তৰ্জাতিকত ২৭ গোল কৰি এক অনুপম কীৰ্তিমান প্ৰতিষ্ঠা কৰে। আহত হোৱা বাবে কেইবাখনো খেলত অংশ লব নোৱাৰিলে নহ'লে গোলৰ সংখ্যা বাঢ়িলেহেঁতেন। খেলৰ পৰা অৱসৰ লোৱাৰ পিচত জাতীয় দলৰ মেনেজাৰ নিযুক্তি পায়।



# মিচেল প্লাটিনি

পঞ্চাশ দশকৰ ফৰাছী তাৰকা ৰেমণ্ড কোপাৰ পিচতে ফ্ৰান্সৰ ফুটবলত উত্তৰাধিকাৰীৰূপে স্বীকৃতি দিবলৈ হ'লে মিচেল প্লাটিনিক আঙুলিয়াব পাৰি। অৱশ্যে ফুটবল বিশেষজ্ঞসকলে কোপাৰ সৈতে তুলনা কৰিব যাওঁতে প্লাটিনিক অধিক গুণসম্পন্ন খেলুৱৈৰূপে স্বীকৃতি দিবলৈ বাধ্য হৈছে কাৰণ তেওঁৰ উদ্ভাৱনক্ষম দক্ষতা থকাৰ উপৰি ফনটাইনৰ দৰে অপৰিসীম স্কৰিং ক্ষমতাও আছিল। প্ৰকৃতাৰ্থত প্লাটিনি ফুটবল জগতৰ এক অনন্য ক্ৰীড়া চৰিত্ৰ।

ফ্ৰান্সৰ বিখ্যাত লোৰেইন অঞ্চলৰ জুৱাফে নামৰ সৰু খনি চহৰত ১৯৫৫ চনৰ ২১ জুনত মিচেল প্লাটিনিৰ জন্ম হয়। পিতৃ লোৰেইনৰ এজন ফুটবলাৰ তথা অঙ্ক শিক্ষক আছিল। ফুটবলৰ পাতনি তৃতীয় ডিভিজন হাৰ্ভ কলেট দলত। ১৯৭২ চনত এ.চি.নাঁচি দলত যোগদান কৰি প্ৰথম ডিভিজন ফুটবলত আত্মপ্ৰকাশ কৰোঁতে উইটেলচিমৰ বিৰুদ্ধে হেট-ট্ৰিক অৰ্জন কৰে। লেফট-উইঙত খেলা জন্মগত সোঁ-ভৰিৰ খেলুৱৈ গৰাকীয়ে পিচলৈ বাঁও-ভৰিৰেও দক্ষতা সহকাৰে খেলিব পৰা অৰ্হতা আহৰণ কৰে। হেডিঙত সিমান পাৰদৰ্শী নহ'লেও বলিষ্ঠ ড্ৰিবলিঙে দৰ্শকক আনন্দৰ খোৰাক যোগাইছিল। তেওঁৰ সবাতোকৈ ডাঙৰ গুণ খেলৰ প্ৰতিটো মুহূৰ্ত স্বকীয় ক্ৰীড়া মগজুযে জৰিপ কৰিব পৰা ক্ষমতা আছিল কাৰণ বলৰ দ্ৰুততাৰ লগতে তেওঁৰ মনৰ দ্ৰুততাও প্ৰখৰ। খেল গতিমান অৱস্থাত প্লাটিনৰ ভৰিত বল থাককে বা নেথাকক প্ৰতিটো মুহূৰ্তই বিপক্ষৰ বাবে ত্ৰাসৰ কাৰণ আছিল। বিশেষকৈ আধুনিক ফুটবলৰ এজন দক্ষ "বেণ্ট কিক্" মাৰোতাৰূপে চিহ্নিত হৈছিল। মিচেল প্লাটিনিয়ে ১৯৭৬ চনৰ ২৭ মাৰ্চ তাৰিখে পেৰিছত অনুষ্ঠিত ফ্ৰান্স বনাম চেকোশ্লোভাকিয়া খেলখনৰ জৰিযতে আন্তৰ্জাতিক ফুটবলত আত্মপ্ৰকাশ ঘটে। খেল ২-২ ভাৱে অন্ত পৰোতে তেওঁ কাৰ্লিং ফ্ৰি-কিক্‌ৰে ১ গোল কৰে। ১৯৭৮ বিশ্বকাপত ফ্ৰান্স দলে সফলতা অৰ্জন কৰিব নোৱাৰিলেও দেখা যায় ফৰাছী ফুটবলত প্লাটিনিৰ অভ্যুদয়ে ক্ৰমান্বয়ে ৰূপান্তৰ আনে। ইতিমধ্যে তেওঁ ইটালিয়ান প্ৰথম ডিভিজন ইণ্টাৰ-মিলান দলত চুক্তিবদ্ধ হ'লহেঁতেন কিন্তু ইটালিয়ান ফুটবলত বিদেশী খেলুৱৈৰ নিষেধাজ্ঞাৰ ফলত তেওঁৰ ট্ৰেন্সফাৰে বাস্তৱৰূপে নেপালে আৰু ১৯৭৮ বিশ্বকাপৰ পিচতে ফ্ৰান্সৰ শক্তিশালী প্ৰথম ডিভিজন চেণ্ট টাইন দলত যোগদান কৰে। এ.চি.নাঁচিত খেলাকালীন প্লাটিনিয়ে ১৭৫ খন খেলত ৯৮ গোল কৰে।

১৯৮২ বিশ্বকাপত এই গৰাকী ৫ ফুট ৯$^{\circ}/_{8}$ ইঞ্চি ওখ, ৭১ কিলোগ্ৰাম ওজনৰ মৰম লগা চেহেৰাৰ ২৬-বছৰ বয়স্ক ফুটবল কুশলীক জাতীয় দলৰ অধিনায়কত্বৰ ভাৰ দিয়ে। এই প্ৰতিযোগিতাত ফ্ৰান্সে অসাধাৰণ ফুটবল খেলি

চতুৰ্থস্থান দখল কৰিবলৈ সক্ষম হওঁতে মিচেল প্লাটিনিয়ে বিশ্বৰ চূড়ান্ত এঘাৰজনৰ তালিকাত স্থান কৰি লয়। বিশেষকৈ চেমি-ফাইনেলত পশ্চিম জাৰ্মেনিৰ বিৰুদ্ধে ৰোমাঞ্চকৰ ফুটবল অৱতাৰণা কৰি টাই-ব্ৰেকাৰত ৭-৮ ব্যৱধানত পৰাজয় বৰণ কৰে। বিশ্বকাপৰ পিচতে চেণ্ট টাইন দলৰ এই তাৰকাক জুভেণ্টাচ ক্লাৱে ৪৫০ মিলিয়ন লিৰাৰ বিনিময়ত ইটালিয়ান ফুটবললৈ নিয়ে। চেণ্ট টাইনৰ চাৰিটা মৰছুমত ১০৭ খন খেলত ৫৮ গোল কৰে। ইউৰোপীয়ান ফুটবল টি ভি কমেণ্টেটৰ্চ এছ'চিয়েচনে প্লাটিনিক্ ১৯৮২ চনৰ "ইউৰোপীয়ান ফুটবলাৰ অৱ দি ইয়েৰ" নিৰ্বাচন দিয়ে। জুভেণ্টাচত পাওলো ৰুচী আৰু বিগনিউ বনিয়েকৰ দৰে ষ্ট্ৰাইকাৰ থকা সত্বেও তেওঁ ১৯৮৩-৮৪ (২০ গোল) আৰু ১৯৮৪-৮৫(১৯ গোল)ত দুবাৰ ইটালি লীগৰ টপ্ স্কৰাৰ হয়। ইয়াৰ লগে লগে ১৯৮৩ চনত ইটালি কাপ, ১৯৮৩-৮৪ আৰু ১৯৮৪-৮৫ লীগ খিতাপ জয় কৰে। বিশেষকৈ উল্লেখ্য ১৯৮৪ চনত ইউৰোপীয়ান কাপ-উইনাৰ্চ কাপ আৰু ১৯৮৫ চনত ইউৰোপীয়ান চেম্পিয়ন ক্লাৱচ' কাপ জয়। ১৯৮৪ চনতে ইউৰোপীয় চুপাৰ কাপ জয় কৰোঁতে লিভাৰপুলক ২-০ গোলত হৰুৱাই।

১৯৮৪ ইউৰোপীয় ফুটবল চেম্পিয়নচিপত উদ্যোক্তা ফ্ৰান্সে চূড়ান্ত বিজয়ীৰ সন্মান অৰ্জনৰ মূলতে মিড-ফিল্ডাৰ তথা অধিনায়ক প্লাটিনিৰ সুদক্ষ পৰিচালনাৰ লগতে স্বকীয় বলিষ্ঠ ক্ৰীড়া কৌশল সমৃদ্ধ খেল ও স্কৰ মনকৰিবলগীয়া। বেলজিয়ামক ৫-০ গোলত পৰাভূত কৰোঁতে তেওঁ হেট-ট্ৰিক অৰ্জন কৰে তথা প্ৰশিক্ষক গাই থাই-ৰ মন্তব্য এনেধৰণৰ, "We lost the battle in mid-field where the Frence have the strongest formation in the world." ইতিপূৰ্বে উদ্বোধনী খেলত ডেনমাৰ্কৰ বিৰুদ্ধে তেওঁৰ গোলতে ১-০ ব্যৱধানত জয়ী হৈছিল। যুগোশ্লাভিয়াৰ বিৰুদ্ধে ৩-২ গোলত জয়ী হওঁতে মাত্ৰ ওঠৰ মিনিটতে হেট-ট্ৰিক অৰ্জন কৰি এ-ওৱান-মেন শ্বোৰূপে খোদিত কৰে। চেমি-ফাইনেলত পতুৰ্গালৰ বিৰুদ্ধে নাটকীয়ভাৱে ৩-২ ব্যৱধানত জয়ী হওঁতে ১১৯ মিনিটত জয়সূচক গোল প্লাটিনিৰ। ফাইনেলত স্পেইনৰ বিৰুদ্ধে ২-০ ব্যৱধানত জয়ী হওঁতে প্লাটিনিয়ে ১৭ মিটাৰ দূৰৰ পৰা ফ্ৰি-কিক্‌ৰে গোল কৰে। মিচেল প্লাটিনিয়ে প্ৰতিযোগিতাৰ টপ্ স্কৰাৰ (৯ গোল) হয়। তেওঁৰ সন্দৰ্ভত জুভেণ্টাচৰ চেণ্টাৰ-হাফ্ ব্ৰিঅৰ মন্তব্য, "He is the architect, I am a worker." ১৯৮৫ চনৰ 'ব্ৰুচেলচ্ ট্ৰেজেদী'ৰ এঘাৰ সপ্তাহৰ পিচতে দক্ষিণ আমেৰিকা চেম্পিয়ন উৰুগুৱেক ২-০ ব্যৱধানত পৰাভূত কৰি প্ৰথম ইণ্টাৰ-কণ্টিনেণ্টেল কাপ জয় কৰাৰ লগতে ইউৰোপীয় চেম্পিয়ন ফ্ৰান্সে বেচৰকাৰীভাৱে বিশ্ব চেম্পিয়নৰ খিতাপ অৰ্জন কৰে। এইখিনিতে এটা কথা উল্লেখ কৰিব লগীয়া; ১৯৮৬ বিশ্বকাপৰ মূল চৌহদত ভৰি দিবলৈ ফ্ৰান্সৰ আশা ক্ষীণ হওঁতে প্লাটিনিৰ দুটা গোলে যুগোশ্লাভিয়াক পৰাভূত কৰি চূড়ান্ত পৰ্যায়লৈ উধায়। মিচেল প্লাটিনিয়ে জুভেণ্টাচ ক্লাৱ আৰু ফ্ৰান্সৰ পক্ষে আগবঢ়াই অহা বলিষ্ঠ ক্ৰীড়াধাৰাৰ জৰিয়তে ১৯৮৩, ১৯৮৪

আৰু ১৯৮৫ চনত "ইউৰোপীয়ান ফুটবলাৰ অৱ দি ইয়েৰ" নির্বাচন পায় উপৰি দুবাৰ (১৯৮৪ আৰু ১৯৮৫) "ৱৰ্ল্ড প্লেয়াৰ অৱ দি ইয়েৰ" খিতাপ অর্জন কৰে। ১৯৮৫ চনতে তেওঁক "অৰ্ডাৰ অৱ স্পৰ্ট" প্ৰদান কৰাৰ পিচতে "Honour of Legion" চৰকাৰী সন্মানৰে ভূষিত কৰে।

১৯৮৬ চনত মিচেল প্লাটিনিয়ে বিশ্বকাপ জিকাৰ তীব্র আশাবাদী আছিল কিন্তু ইয়াত তেওঁক যেন নিষ্প্রভ দেখা গ'ল বিশেষকৈ প্রতিপক্ষৰ কঠোৰ পহৰাৰ মাজত কটাবলগীয়া হয়। তথাপিও কোৱাৰ্টাৰ-ফাইনেলত ১৭ মিনিটতে গোল খায় পিচপৰি থাকোতে ৪১ মিনিটত প্লাটিনিৰ স্কৰে সমতা স্থাপন কৰে আৰু টাই-ব্ৰেকাৰৰ সহায়ত ব্ৰাজিলক ৫-৪ ব্যৱধানত পৰাভূত কৰে। উল্লেখ্য যে প্লাটিনিৰ ৩১তম জন্ম দিৱসত এয়া ৬৭তম আন্তর্জাতিক আৰু ৪০তম স্কৰ। চেমি-ফাইনেলত পশ্চিম জাৰ্মেনিৰ বিৰুদ্ধে প্লাটিনিক সম্পূর্ণ নিষ্প্রভ দেখা যায় আৰু ফ্ৰান্স ০-২ গোলত হাৰে। বিশ্বকাপত ফ্ৰান্সে তৃতীয় স্থান পায়।

"Napoleon of Soccer" নামেৰে খ্যাত মিচেল প্লাটিনিয়ে ১৯৮৭ চনৰ ১৭ মে'ত আন্তর্জাতিক ফুটবলৰ পৰা অৱসৰৰ ঘোষণা কৰোঁতে আইচলেণ্ডৰ বিৰুদ্ধে ২-০ গোলত জয়ী হয়। ফ্ৰান্সৰ পক্ষে তেওঁ মুঠ ৭২ খন আন্তর্জাতিকত ৪১ গোল কৰে। ইতিমধ্যে এ.চি.মিলানে তেওঁলৈ £৯ মিলিয়ন পাউণ্ড ষ্টার্লিং আগবঢ়াইছিল। অৱশ্যে তেওঁ জুভেন্টাচত এটা মৰছুম কটায় ১৯৮৮ চনৰ ২৩ মে'ত নাঁচিত অনুষ্ঠিত ফ্ৰান্স বনাম বিশ্ব একাদশ খেলৰ জৰিয়তে ফুটবলৰ পৰা অৱসৰ লয়।

◊◊

# মার্চেল দেচাই

ফ্ৰান্সৰ ১৯৯৮ বিশ্বকাপ বিজয়ত ডিফেণ্ডাৰ মাৰ্চেল দেচাই জ্বলজ্বল পটপট হৈ ৰব। মার্চেল দেচাই ১৯৬৮ চনৰ ৭ ছেপ্তেম্বৰত ঘানাত জন্ম গ্রহণ কৰে। ফৰাচী প্রথম ডিভিজন অলিম্পিক মার্চেইত খেলোতে ইউৰোপীয়ান চেম্পিয়ন ক্লাবচ' কাপ জয় কৰে। (১৯৯৩)। এই সাফল্যৰ পিচতে এ চি মিলানলৈ ট্রেন্সফাৰ লয় আৰু ১৯৯৪ চনটো এই ট্ৰফী জিকে। ক্রমান্বয়ে জাতীয় দলৰ নিয়মিত খেলুৱৈ পৰে আৰু ১৯৯৬ ইউৰোপীয় নেচনচ' কাপত ফ্ৰান্সে চতুৰ্থস্থান দখল কৰোঁতে তেওঁ ইউৰোপীয় অল-ষ্টাৰ দলটো নির্বাচন পায়। বিশেষকৈ ফ্ৰান্সৰ বিশ্বকাপ সাফল্যত মার্চেল দেচাই ক্লিলিকি থাকিব যদিওবা তেওঁ ব্ৰাজিলৰ বিৰুদ্ধে ফাইনেলত বহিষ্কৃত হয়। দেচাইয়ে বিশ্বকাপৰ অল-ষ্টাৰ দলটো নির্বাচন পায়। বিশ্বকাপ সাফল্যৰ পিচতে ইউৰো' ২০০০ বিজয়ত মাৰ্চে দেচাই-ৰ বলিষ্ঠ ভূমিকা লয় আৰু প্রতিযোগিতাৰ পিচত অধিনায়ক ডিডিয়াৰ ডেচাম্পছে অৱসৰ লওঁতে মাৰ্চে দেচাইক জাতীয় দলৰ অধিনায়কৰ ভাৰ প্ৰদান কৰে।

# জ্যাঁ টিগানা



আশী দশকৰ আন্তৰ্জাতিক ফুটবলত ফ্ৰান্স এনে এটা নাম যি পশ্চিম জাৰ্মেনি, ব্ৰাজিল, হলেণ্ড আৰু আৰ্জেন্টিনাৰ দৰে প্ৰবল প্ৰতাপী দলসমূহৰ গৌৰৱ গৰিমাকো নিষ্প্ৰভতাৰ মাৰ্জলৈ ঠেলি পঠিয়াবলৈ সক্ষম হৈছিল। "ইউৰোপীয়ান ব্ৰাজিলিয়ান" উপনামৰে খ্যাত ফ্ৰান্সৰ চেম্পেইন ফুটবলে ১৯৮৪ চনত ইউৰোপীয় ফুটবল চেম্পিয়নচিপ জয় কৰাৰ উপৰি ১৯৮২ ও ১৯৮৬ বিশ্বকাপত অতুলনীয় ফুটবলৰ নজিৰ এৰি থৈ গৈছে। এই সফলতাৰ মূলতে তেওঁলোকৰ কলা কৌশলত চহকী তিনি মিড-ফিল্ডাৰ; ইয়াৰ অন্তৰ্গত জন্মগত আফ্ৰিকীয় কৃষ্ণাঙ্গ জ্যাঁ টিগানা অন্যতম। মাত্ৰ ৫ ফুট ৬১/২ ইঞ্চি ওখ, ৬০ কিলোগ্ৰামতকৈ কম ওজনৰ ক্ষীণকায় টিগানা খেলপথাৰত অতি দৃঢ় প্ৰতিজ্ঞসম্পন্ন পৰিশ্ৰমী ফুটবলাৰ। এই গৰাকী ৰক্ষণাত্মক মিড-ফিল্ডাৰে প্ৰতিপক্ষৰ বাৰম্বাৰ আক্ৰমণ অনায়াসে প্ৰতিহত কৰাৰ উপৰি দলক আক্ৰমণৰ অৱিহণা যোগাইছিল। বিশেষকৈ সমগ্ৰ দলৰ ভাৰসাম্য যেন তেওঁহে বজায় ৰাখিছিল কাৰণ তেওঁ প্ৰায় সমগ্ৰ ফিল্ড কভাৰ কৰি খেলোতে এনে প্ৰতিচ্ছবি ভাহি উঠাটো স্বাভাৱিক ঘটনা। এই খিনিতে এটা মনকৰিবলগীয়া সহযোগী প্লাটিনিয়ে মিড-ফিল্ডাৰ উপৰি স্কৰাৰৰূপে সফলতা অৰ্জন কৰাৰ পশ্চাৎ টিগানাৰ অৱদান সদায় জিলিকি থাকিব। সেইবাবে কোনো কোনো ক্ষেত্ৰত টিগানাৰ ফুটবল পাৰদৰ্শিতাই প্লাটিনিকো নিষ্প্ৰভ কৰা দেখা যায়।

জ্যাঁ টিগানা ১৯৫৫ চনৰ ২৫ জুনত মালিৰ ৰাজধানী বামাকু চহৰত জন্ম গ্ৰহণ কৰে। দুখীয়া পৰিয়ালৰ নজন সন্তানৰ অন্তৰ্গত জ্যাঁ টিগানা। জীৱিকাৰ সন্ধানত তেওঁলোকৰ পৰিয়াল ফ্ৰান্সলৈ আহে তেতিয়া টিগানা অতি সৰু ল'ৰা। আফ্ৰিকান প্ৰব্ৰজনকাৰীৰ সন্তান জ্যাঁ টিগানাই পিয়নৰ চাকৰি কৰি থাকোতে কুৰি বছৰ বয়সতে ফ্ৰান্সৰ দ্বিতীয় ডিভিজন টুলো দলত যোগদান কৰে আৰু ১৯৭৮ চনত লিয় দললৈ ট্ৰেন্সফাৰ লয়। ইয়াত কোচ্ এইমি জেকোৰ পৰশত তেওঁৰ ফুটবল ক'লা ফ্ৰান্সৰ এপাত চোকা অস্ত্ৰ স্বৰূপ হৈ পৰোতে বিশ্বৰ অন্যতম মিড-ফিল্ডাৰৰূপে উদয় হয়। ইয়াৰ পিচতে জ্যাঁ টিগানাই প্ৰথম ডিভিজন বোৰ্দো দলত যোগদান কৰে আৰু ১৯৮০ চনৰ ২৩ মে'ত ছোভিয়েট ইউনিয়নৰ বিৰুদ্ধে আন্তৰ্জাতিক ফুটবলত আত্মপ্ৰকাশ কৰাৰ

সুযোগ পায়।

ফুটবল প্ৰাঙ্গনত "ব্লেক পার্ল" উপনামৰে খ্যাত টিগানাই ১৯৮৪ আৰু ১৯৮৫ চনত বোর্দো দলক লীগ খিতাপ জয় কৰাৰ অৱিহণা যোগোৱাৰ পিচতে অলিম্পিক মার্চেই-ত এটা বৰছুম(১৯৮৫-৮৬) অতিবাহিত কৰি বোর্দোলৈ প্ৰত্যাৱৰ্তন কৰে। ইতিপূৰ্বে ১৯৮২ বিশ্বকাপত ফ্ৰান্সে চতুৰ্থস্থান লাভ কৰোঁতে প্লাটিনিৰ লগতে টিগানাৰ বলিষ্ঠ ফুটবল অন্যতম ইন্ধন স্বৰূপ আছিল। চেমি-ফাইনেলত পশ্চিম জাৰ্মেনিৰ বিৰুদ্ধে টাই-ব্ৰেকাৰত ৪-৫ ব্যৱধানত পৰাভূত হয়; এই ৰোমাঞ্চকৰ খেলখন ৩-৩ ভাৱে অন্ত পৰিছিল। পৰাজিত চেমি-ফাইনেলিষ্টৰ খেলত পোলেণ্ডৰ হাতত ২-৩ ব্যৱধানত পৰাজয় বৰণ কৰে যদিও জ্যাঁ টিগানাই বিশ্বকাপৰ 'অল-ষ্টাৰ দল'ত স্থান লাভ কৰিবলৈ সক্ষম হওঁতে ফ্ৰান্সত এজন তাৰকা ফুটবলাৰ অভ্যুদয়ৰ সকীয়নী দিয়ে। সেইদৰে ১৯৮৪ চনত ফ্ৰান্সৰ ইউৰোপীয় ফুটবল চেম্পিয়নচিপ অৰ্জনত জ্যাঁ টিগানাৰ অৱদান নুই কৰিব নোৱাৰি। তেওঁ প্ৰতিখন খেলতে বলিষ্ঠ ক্ৰীড়া বৰঙণি যোগোৱাৰ উপৰি ফাইনেলত স্পেইনক ২-০ গোলত পৰাভূত কৰোঁতে ৯১ মিনিটত টিগানাই সজাই দিয়া বল ব্ৰুনো বেলুনে স্কৰ কৰে। জ্যাঁ টিগানা এই ঐতিহাসিক ফাইনেলৰ "মেন অব দি মেচ" নিৰ্বাচিত হয়। এই সাফল্যই ফৰাছী ফুটবলত এক নৱ অধ্যায়ৰ সূচনা কৰে।

১৯৮৬ বিশ্বকাপত প্লাটিনিক নিষ্প্ৰভ দেখা গ'লেও জ্যাঁ টিগানাৰ ক্ৰীড়া সক্ৰিয়তা, অদম্য মনোবল, বুদ্ধিদীপ্ত খেল আৰু গভীৰ আত্মবিশ্বাসৰ অচল অটলতাই এই সমাৰোহৰ অন্যতম নিৰ্দশন হৈ ৰ'ব। ফ্ৰান্সৰ বিপদৰ সময়ত তেওঁৰ ধৈৰ্যধৰ খেলে দলীয় গৌৰৱ অটুট ৰাখিবলৈ সক্ষম হৈছিল। বিশেষকৈ প্ৰতিখন খেলতে তেওঁ মূল ভূমিকা লয়। ইয়াৰ অন্তৰ্গত গ্ৰুপ লীগৰ অন্তিম খেলত হাঙ্গেৰিক ৩-০ ব্যৱধানত পৰাভূত কৰোঁতে তেওঁ জীৱনৰ প্ৰথমটো আন্তৰ্জাতিক গোল কৰে আৰু এয়া তেওঁৰ ৪৩তম আন্তৰ্জাতিক আছিল। বিশেষকৈ ঐতিহাসিক কোৱাৰ্টাৰ-ফাইনেলত ব্ৰাজিলৰ বিৰুদ্ধে ১-১ গোলত ড্ৰ থকাৰ পিচত টাই-ব্ৰেকাৰত ৫-৪ ব্যৱধানত জয়ী হয়। অৱশেষে চেমি-ফাইনেলত পশ্চিম জাৰ্মেনিৰ হাতত ০-২ গোলত পৰাভূত হয় আৰু পৰাজিত চেমি-ফাইনেলিষ্টৰ খেলত বেলজিয়ামক ৪-২ ব্যৱধানত পৰাভূত কৰি তৃতীয়স্থান দখল কৰে। এই বিশ্বকাপতো তেওঁ পুনৰ 'অল-ষ্টাৰ দল'ত স্থান লাভ কৰিবলৈ সক্ষম হয়। বিশ্বফুটবলত এনেধৰণৰ কৃতিত্ব অতি বিৰল তথা এই কৃতিত্বই তেওঁক সৰ্বকালৰ এগৰাকী শ্ৰেষ্ঠ মিড-ফিল্ড খেলুৱৈৰূপে পৰিগণিত কৰে। বিশ্বকাপৰ পিচতে জ্যাঁ টিগানাৰ বাবে টনা-আজোৰা লাগোতে ইটালি, হলেণ্ড আৰু চুইজাৰলেণ্ডৰ প্ৰথম ডিভিজন দলসমূহে ১০ মিলিয়ন ফ্ৰাঙ্ক আগবঢ়াইছিল কিন্তু তেওঁ বোর্দো ত্যাগ কৰা নাছিল। ১৯৮৭ চনৰ ১৬ জুনত ওচলোত অনুষ্ঠিত ইউৰোপীয় কাপৰ কোৱালিফাইং খেলত নৰৱেৰ বিৰুদ্ধে জীৱনৰ ৫১তম আন্তৰ্জাতিকত অংশ লওঁতে ফ্ৰান্স ০-২ গোলত হাৰে আৰু টিগানা দলৰ অধিনায়ক আছিল। ইয়াৰ

পিচতে তেওঁ আন্তৰ্জাতিক ফুটবলৰ পৰা অৱসৰ লয় যদিও ১৯৮৮ চনৰ ১০ নভেম্বৰত পুনৰ জাতীয় দলত যোগদানৰ বাবে আমন্ত্ৰণ জনায়। মাৰ্চেই দলৰ জ্যাঁ টিগানাই ১৯৯০-৯১ ফৰাচী লীগৰ পিচতে ফ্ৰেন্স কাপ ফাইনেল খেলিয়ে স্বকীয় মহিমান্বিত ফুটবল জীৱন সামৰণি মৰাৰ যি পৰিকল্পনা কৰিছিল দলৰ কোচ্ ৰেমণ্ড গোয়েঠালচে এই ফাইনেল খেলত তেওঁক দলত সন্নিৱিষ্ট নকৰিলে। ফলত ১৯৯১ৰ ১ জুনত অনুষ্ঠিত অলিম্পিক মাৰ্চেই বনাম বোদেজ ফ্ৰেন্স কাপৰ চেমি-ফাইনেল তেওঁৰ শেষ প্ৰথম শ্ৰেণীৰ ফুটবলৰূপে খোদিত হয়। অৱসৰৰ বেলিকা জ্যাঁ টিগানাৰ মন্তব্য, "I dreamed of a better ending but that's life."



সৰ্বকালৰ মহান গোলদাতা জাষ্টো ফনটাইন

# জিনেদাইন জিদান

ঐতিহ্যপূৰ্ণ ফৰাছী ফুটবলত মিচেল প্লাটিনৰ পিচতে স্বাভাৱিক উত্তৰাধিকাৰীৰূপে গণ্য কৰিবলে গলে আমাৰ দৃষ্টি পোনচাতেই জিনেদাইন জিদানৰ ওপৰত পৰে। দুই ভৰিৰ চমৎকাৰ কাৰুকাৰ্য্য থকাৰ উপৰি বুলেট চট্ মৰাত দক্ষ। এই গৰাকী মহান প্লে-মেকাৰে যি কোনো বল বনাই দিয়াত সিদ্ধহস্ত তথা যি কোনো গুৰুত্বপূৰ্ণ খেলৰ ৰূপ সলনি কৰিব পৰা ক্ৰীড়া ক্ষমতা আছে । জাতীয় দলৰ মিড-ফিল্ড খেলুৱৈ তথা সহযোগী এমানুল পেটিটৰ মতে, **"When somebody does not know what to do with the ball, he gives it to Zinedine who finds out instantly what the best solution is."** প্লাটিনিৰ পিচতে জ্যাঁ পিয়েৰ পাপা আৰু এৰিক কেণ্টনা আদিৰ দৰে কলা কৌশলত চহকী খেলুৱৈৰ অভ্যুদয় হলেও জিনেদাইন জিদানৰ ক্ৰীড়া কৃতিত্বই এই সকলোকে নিষ্প্ৰভ কৰা দেখা যায়। সমগ্ৰ খেলপথাৰ ব্যাপি খেলা অসম্ভৱ পৰিশ্ৰমী জিদান ফ্ৰান্স জাতীয় দলৰ সবাতোকৈ নিৰ্ভৰশীল খেলুৱৈ। ফ্ৰান্সৰ মধ্য-ফিল্ডক সক্ৰিয় কৰি ৰখাৰ উপৰি আক্ৰমণ ৰচনাৰ মূল উৎস তেওঁ। মুঠতে ফৰাচী জাতীয় দলৰ মধ্য-ফিল্ডত খেলা পাঁচজন খেলুৱৈৰ মূলস্তম্ভ জেনেদাইন জিদান। ৰক্ষণ ও আক্ৰমণ বিভাগৰ যোগসূত্ৰ ৰক্ষা কৰাৰ অসীম ক্ষমতাৰ অধিকাৰী। বিশেষকৈ উল্লেখ ১৯৯৭ চনৰ ৭ ডিচেম্বৰত মাৰ্চেই-ত ব্ৰাজিলৰ বিৰুদ্ধে বিশ্ব একাদশ দলত খেলে।

জিনেদাইন জিদান ১৯৭২ চনৰ ২৩ জুনত মাৰ্চেইৰ এটা আলজেৰিয়ান পমুৱা পৰিয়ালত জন্ম গ্ৰহণ কৰে। পঞ্চাশ দশকতে তেওঁলোকৰ পৰিয়াল দক্ষিণ আলজেৰিয়াৰ পৰা আহি ফ্ৰান্সত বসবাস কৰিবলৈ লয়। নৈশ চকীদাৰৰ সন্তান জিনেদাইন জিদানে চৈধ্য বছৰ বয়সত অস্ত্ৰিয় প্ৰভঁস দলত ফুটবলৰ পাতনি মেলে যদিও পেছাদাৰী ফুটবলৰ সুভাৰম্ভ কেনচ্ দলত। ১৯৯২ চনত প্ৰথম ডিভিজন বোৰ্দো দললৈ যায়। ইয়াত খেলি থাকোতেই ১৯৯৪ চনত চেক ৰিপাব্লিকৰ বিৰুদ্ধে আন্তৰ্জাতিক আত্মপ্ৰকাশ কৰোঁতে প্ৰথম সোতৰ মিনিটতে ২ গোল কৰি চাঞ্চল্য সৃষ্টি কৰে। ১৯৯৬ চনত বোৰ্দো দলে ইউফা কাপ ফাইনেলত বেয়াৰ্ন মিউনিকৰ হাতত পৰাভূত হৈ ৰানাৰ্চ-আপ পায়। ইতিমধ্যে ফৰাছী ক্ৰীড়া প্ৰাঙ্গনৰ এই ফুটবল আকৰৰ প্ৰতি ইটালিয়ান ক্লাব জুভেণ্টাচৰ চকু পৰোতে তেওঁ ইয়াত যোগদান কৰি নিজকে পৈণত মিড-ফিল্ডাৰলৈ ৰূপান্তৰ কৰে। ইতিপূৰ্বে ১৯৯৬ 'ইউৰোপীয় নেচনচ' কাপত জিনেদাইন জিদানে নিষ্প্ৰভ ফুটবল অৱতাৰণা কৰি জাতক-জিলিকা সকলৰ তালিকাভুক্ত হবলৈ অসমৰ্থ হয়। ফ্ৰান্সে এই আসৰত চতুৰ্থস্থান পায়। জুভেণ্টাচ ক্লাবত খেলোতে ১৯৯৭ আৰু ১৯৯৮ চনত দুবাৰ 'ইউৰোপীয় চেম্পিয়ন ক্লাবচ' কাপত ৰানাৰ্চ আপ পায়। ইয়াৰ অন্তৰ্গত প্ৰথমবাৰ বোৰুচিয়া ডৰ্টমুণ্ড আৰু দ্বিতীয়বাৰ ৰিয়েল মাদ্ৰিদৰ হাতত পৰাভূত হয়। জিনেদাইন জিদানে ইটালিয়ান ফুটবলত আয়ত্ব কৰা ক্ৰীড়া অভিগ্যতাৰ জৰিয়তে ১৯৯৮ বিশ্ব কাপ জয় কৰাত যি ভূমিকা দিলে এয়া সচাঁকৈয়ে অবিস্মৰণীয়। মাত্ৰ ২৬-বছৰ বয়স্ক

অল্পভাষী জিদানে বিশ্বকাপ আসৰৰ পূৰ্বলৈকে মাত্ৰ ৩১খন আন্তৰ্জাতিকত অভ্যুদয় হৈ ৯ গোলৰ কৃতিত্ব আছিল । বিশ্বকাপত চৌদি আৰৱৰ বিৰুদ্ধে গ্ৰুপ লীগৰ দ্বিতীয়খন খেলত জিনেদাইন জিদানে ৰঙা কাৰ্ড পায় ফলত পৰৱৰ্ত্তী দুখন খেল( ডেনমাৰ্ক আৰু পাৰাগুৱে )ত খেলিব নোৱাৰিলে আৰু কোৱাৰ্টাৰ-ফাইনেলত ইটালিৰ বিৰুদ্ধে প্ৰত্যাবৰ্ত্তন কৰে। বিশেষকৈ চেমি-ফাইনেলত ক্ৰোৱেচিয়াৰ বিৰুদ্ধে আক্ৰমণাত্মক ভূমিকাৰে খেল সূচনা কৰে । কিন্তু ফাইনেলত উদ্যোক্তা ফ্ৰান্স দলে যি উচ্চতা মনোভাবাপন্ন হৈ খেলপথাৰত অৱতীৰ্ণ হৈছিল তাৰ ভিতৰত জিদানৰ ভূমিকাই সকলোকে নিষ্প্ৰভ কৰি দিয়ে । বিশ্বকাপত গোলৰ কৃতিত্ব শূন্য থকা জিদানে ফ্ৰান্সৰ স্কৰাৰহীন দলত গোল পিপাসুৰ ৰূপ ধাৰণ কৰি প্ৰথমাৰ্দ্ধৰ ২৭ আৰু ৪৫ মিনিটত দুটা অভাৱনীয় হেড্‌ৰে ফ্ৰান্সক বিশ্ব চেম্পিয়ন হোৱাৰ অলীক কল্পনাক বাস্তৱ ৰূপ দিওঁতে ব্ৰাজিলক ৩-০ গোলত পৰাভূত কৰে লগে লগে নৱ নিৰ্মিত ষ্টেড দি ফ্ৰান্স ষ্টেডিয়াম আনন্দ উল্লাসত মুখৰিত হৈ উঠে । এই খিনিতে উল্লেখ্য এই ষ্টেডিয়ামখন মুকলি কৰোঁতে (জানুৱাৰী ১৯৯৮) ফ্ৰান্স বনাম স্পেইন খেলখনত উদ্বোধনী গোল জিদানৰ । যি কি নহওঁক "জিজু" উপনামৰে জনপ্ৰিয় জিনেদাইন জিদানে ১৯৯৮ বিশ্ব কাপত মহান প্ৰে-মেকাৰৰূপে অভ্যুদয় হৈ ফাইনেলত স্কিমাৰ ও স্কৰাৰৰূপে দ্বৈত ভূমিকা গ্ৰহণ কৰি দ্বিতীয়াৰ্দ্ধত পিচপৰি খেলি সফল ৰক্ষকৰ ভাৱত অৱতীৰ্ণ হৈ বিশ্বকাপ ইতিহাসত নিজৰ নাম স্বৰ্ণাক্ষৰে খোদিত কৰি গল । বিশ্বকাপ বিজয়ৰ সাফল্যই জিনেদাইন জিদানক ১৯৯৮ চনৰ "ইউৰোপীয়ান ফুটবলাৰ অৱ দি ইয়েৰ" আৰু "ৱৰ্ল্ড প্লেয়াৰ অৱ দি ইয়েৰ" নিৰ্বাচন লাভ কৰে। ইয়াৰোপৰি ফিফাৰ নিৰ্বাচিত "ৱৰ্ল্ড প্লেয়াৰ অৱ দি ইয়েৰ" খিতাপো পায় ।

ৱৰ্ল্ড কাপ '৯৮ ৰ 'হিৰ' জিনেদাইন জিদানে ইউৰো ২০০০ ত খীৰোচিত খেল প্ৰদৰ্শন কৰি ফ্ৰান্সক ইউৰোপীয় ফুটবল খিতাপ প্ৰদানত গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰোঁতে গ্ৰুপ লীগত ডেনমাৰ্কক ৩-০ গোলত পৰাভূত কৰে। ইয়াৰ অন্তৰ্গত দুটা গোল তেৱে সজাই দিছিল। উপৰি চেক ৰিপাব্লিকৰ বিৰুদ্ধে আশাপ্ৰদ খেল প্ৰদৰ্শন কৰে। বিশেষকৈ কোৱাৰ্টাৰ-ফাইনেলত স্পেইনক ২-১ গোলত পৰাভূত কৰোঁতে তেওঁৰ দক্ষতাপূৰ্ণ ফ্ৰি-কিকৰ স্কৰ সদায় স্মৰণীয় হৈ থাকিব। ইয়াৰ পিচতে বিতৰ্কিত চেমি-ফাইনেলত পৰ্তুগীজ দলৰ বিৰুদ্ধে তীব্ৰ স্নায়ু চাপৰ মাজতে পেনাল্টি গোল কৰি ফ্ৰান্সক ফাইনেলত প্ৰৱেশ কৰাৰ দুৱাৰ মুকলি কৰিছিল । ফ্ৰান্সৰ এই সফলতাত ক'লা মুকুতা পেলেৰ মন্তব্য, "পৰ্তুগালৰ লুইচ ফিগু, হলেণ্ডৰ এডগাৰ ডেভিদচ্ আৰু স্পেইনৰ ৰাউল ইউৰোপৰ শ্ৰেষ্ঠ খেলুৱৈ যদিও জিনেদাইন জিদানক নিশ্চিতভাৱেই টুৰ্নামেণ্টৰ সৰ্বোৎকৃষ্ট ব্যক্তি বুলি অভিহিত কৰে অৱশ্যে এতিয়াই জিদানক কিম্বদন্তি আখ্যা দিব নোখোজে ।" ফ্ৰান্সৰ 'হিৰ' ফুটবলাৰ জিনেদাইন জিদানে ২০০০ চনৰ "ইউৰোপীয়ান ফুটবলাৰ অৱ দি ইয়েৰ" খিতাপ অৰ্জন কৰিবলৈ অক্ষম হল যদিও ফিফাৰ নিৰ্বাচনত "ৱৰ্ল্ড প্লেয়াৰ অৱ দি ইয়েৰ" সন্মান অৰ্জন কৰি আগন্তুক কালৰ ফুটবল উত্তৰাধিকাৰী অভ্যুদয়কে সূচায়। বিশেষকৈ ২০০১ চনৰ ৯জুলাইত ৰেকৰ্ড পৰিমাণ ফিজ্ $৬৪.৯ মিলিয়ন ডলাৰৰ বিনিময়ত ৰিয়েল মাদ্ৰিদত যোগদান কৰি বিশ্বৰ সৰাতোকৈ ব্যয়বহুল খেলুৱৈৰূপে পৰিগণিত হয়।



মার্চেল দেচাই



এরিক কেন্টনা



জ্যা পিয়ের পাপা



# জেন্টো

স্পেইনৰ দ্ৰুত গতি সম্পন্ন বুদ্ধিদীপ্ত লেফ্ট-আউট জেন্টো ''পাকো'' উপনামেৰে জনাজাত। পঞ্চাশ দশকৰ শেষ আৰু ষাঠি দশকৰ প্ৰথম ভাগত ইউৰোপৰ অতি প্ৰতিভাশালী উইঙ্গাৰ জেন্টোয়ে বলটো নিজৰ আয়ত্তত অহাৰ পিচতে দ্ৰুত গতিৰে প্ৰতিপক্ষৰ ডিফেন্সত প্ৰবেশ কৰোঁতে বাধা দিয়া কঠিন। বিশেষকৈ ৰিয়েল মাদ্ৰিদৰ সফল ফুটবল ৰাজিত (ছয়বাৰ ইউৰোপীয় চেম্পিয়ন) জেন্টো সদায় জিলিকি থাকিব। চুটি চাপৰ সুস্বাস্থ্যৰ অধিকাৰী জেন্টোয়ে স্পেইনৰ পক্ষে মুঠ ৪৩ খন আন্তৰ্জাতিকত ৬ গোল কৰে।

জেন্টো চানটানদাৰ উপকূলৰ গুৱাৰিঞ্জো নামৰ গাৱত ১৯১৩ চনত জন্ম গ্ৰহণ কৰে। সম্পূৰ্ণ নাম জেন্টো লোপেজ ফ্ৰান্সিচকো। উপকূল অঞ্চলতে ফুটবলাৰৰূপে গঢ় লোৱা জেন্টোয়ে নুয়েভা মন্টেনা ক্লাৱত ফুটবলৰ পাতনি মেলি পিচত এষ্টিলেৰো দললৈ যায়। কেন্টাবাৰিয়া দলত খেলি থাকোতেই ১৯৩২ চনত ৰিয়াল চানটানদাৰ দলত চুক্তিবদ্ধ হয়। এই দলত খেলিত থাকোতেই ১৯৫৩-৫৪ মৰছুমৰ পাতনিতে ৰিয়েল মাদ্ৰিদৰ আমন্ত্ৰণ ক্ৰমে এই দলত খেলি তেওঁৰ ফুটবলতো উন্নতি পৰিলক্ষিত হয়। জেন্টোয়ে ১৯৫৫ চনত স্পেইন বনাম ইংলেণ্ড খেলখনৰ যোগেদি আন্তৰ্জাতিক আত্মপ্ৰকাশ ঘটে। জেন্টোয়ে ১৯৬৪ ইউৰোপীয় নেচনচ' কাপ বিজয়ত অৰিহণা যোগালেও ফাইনেলত তেওঁৰ সলনি লাপেত্ৰাক খেলায়। তেওঁ ১৯৬৬ বিশ্বকাপত অংশ ললেও তেনে সফলতা অৰ্জন কৰিব নোৱাৰিলে। অৱশ্যে ৰিয়েল মাদ্ৰিদৰ পক্ষে একেৰাহে পাঁচবাৰ (১৯৫৬-১৯৬০) ইউৰোপীয় চেম্পিয়ন ক্লাৱচ' কাপ জয় কৰি ইউৰোপীয় ফুটবলত চাঞ্চল্য সৃষ্টি কৰে। সেইসময়ত দি ষ্টিফেনো, পুচকাচ, চান্তামাৰিয়া, ডেল্লি চোল আদি বিশ্ব-বিশ্ৰুত খেলুৱৈৰে ৰিয়েল মাদ্ৰিদ পুষ্ট আছিল; কিন্তু ১৯৬৬ চনত ৰিয়েল মাদ্ৰিদে পুনৰ এই কাপ জয় কৰোঁতে জেন্টোৰ বাহিৰে এই তাৰকাবৃন্দ নাছিল। এই খিনিতে উল্লেখ্য তেওঁ ইউৰোপীয় চেম্পিয়ন ক্লাৱচ' কাপত মুঠ ৩১ গোল কৰাৰ গৌৰৱ অৰ্জন কৰি থৈ গৈছে। বিশেষকৈ ১৯৭১ ইউৰোপীয়ান কাপ-উইনাৰ্চ কাপ ফাইনেলৰ পিচতে তেওঁ ফুটবলৰ পৰা অৱসৰ লয়। এথেন্সত অনুষ্ঠিত এই ফাইনেলত প্ৰথম দিনা ১-১ গোলত ড্ৰ থকাৰ পিচত চেলচিৰ হাতত ৰিয়েল দল ২-১ গোলত পৰাভূত হয়।

□□

# লুইচ চুয়েৰেজ

ঐতিহ্যপূৰ্ণ স্পেইনে ফুটবলৰ ক্ৰমবিকাশ সাধনত যি অৰিহণা আগবঢ়াই আহিছে সেয়া বোধকৰো বৃটিছ ফুটবলতকৈ কোনো গুণে কম নহয়। বিশ্বৰ বিভিন্ন দিশত ফুটবলৰ জনপ্ৰিয়তা বৃদ্ধিত স্পেইনৰ অৱদান অতি বলিষ্ঠ বিশেষকৈ লেটিন আমেৰিকাৰ ফুটবল বলিয়ালিয়েই তাৰ জলন্ত প্ৰমাণ। ইউৰোপীয় ফুটবলটো স্পেইন অবিহনে সম্পূৰ্ণ বুলি ক'ব নোৱাৰি কাৰণ মহাদেশীয় ফুটবলত ৰিয়েল মাদ্ৰিদ, বাৰ্চিলোনা ক্লাব, বাৰ্নাবু ষ্টেডিয়াম এক কণ্ঠস্থ নাম। তদৰূপ



সংযুক্ত থাকিব লুইচ চুয়েৰেজ। বাৰ্চিলোনা, ইন্টাৰ-মিলান প্ৰভৃতি ক্লাব তথা স্পেইন জাতীয় দলৰ ফৰোৱাৰ্ড। স্পেইনৰ সৰ্বশ্ৰেষ্ঠ খেলুৱৈৰূপেই নহয় ইটালিটো তদৰূপ জনপ্ৰিয়তা অৰ্জন কৰিছিল। স্কিলত চহকী, সুন্দৰ পাচ্, তীব্ৰ চট্, টাফ্‌নেচ আৰু পজিচন জ্ঞানৰ সামঞ্জস্যই চুয়েৰেজক শ্ৰেষ্ঠ অল-ৰাউণ্ডাৰ খেলুৱৈত পৰিণত কৰিছিল। ১৯৬০ চনত "ইউৰোপীয়ান ফুটবলাৰ অৱ দি ইয়েৰ" নিৰ্বাচিত হোৱাৰ পিচত ইন্টাৰ-মিলান ক্লাবে £২০০,০০ পাউণ্ড ষ্টাৰ্লিঙৰ ৰেকৰ্ড পৰিমাণ ফিজ্‌ৰ বিনিময়ত ইটালীলৈ নিয়ে আৰু লুইচ চুয়েৰেজ বিশ্বৰ দামী খেলুৱৈৰূপে পৰিগণিত হয়।

লুইচ চুয়েৰেজ ১৯৩৫ চনৰ ২ মে'ত স্পেইনৰ লা কৰুণা প্ৰদেশৰ ৰেজৰ-ত জন্ম গ্ৰহণ কৰে। ইলেকট্ৰিচিয়ানৰ শিক্ষানবিচ তথা আৰ.চি.দি. দলৰ ১৮-বছৰ বয়স্ক খেলুৱৈ গৰাকীৰ প্ৰতি আকৃষ্ট হৈ বাৰ্চিলোনা ক্লাবে ১৯৫৩ চনত £১৪,০০০ পাউণ্ড ষ্টাৰ্লিঙৰ বিনিময়ত দলত সন্নিবিষ্ট কৰে। এই দলত খেলি থাকোতেই মাদ্ৰিদত হলেণ্ডৰ বিৰুদ্ধে তেওঁৰ আন্তৰ্জাতিক আত্মপ্ৰকাশ ঘটে (১৯৫৭)। সেইসময়ত স্পেইনৰ আক্ৰমণবিভাগ কুবালা, আলফ্ৰেড দি ষ্টিফেনো, জেন্টো আদি খ্যাতনামা খেলুৱৈৰে পুষ্ট আছিল। ১৯৫৮ আৰু ১৯৬০ চনত বাৰ্চিলোনা ক্লাবৰ ফেয়াৰ্চ কাপ বিজয়ত চুয়েৰেজৰ ভূমিকা গুৰুত্বপূৰ্ণ। এই সাফল্যৰ পিচতে ৰেকৰ্ড পৰিমাণ ট্ৰেন্সফাৰ ফিজ্‌ত ইটালিৰ ইন্টাৰ-মিলানত যোগদান কৰে। চুয়েৰেজে মিড-ফিল্ডত চতুৰ ক্ৰীড়া কৌশল প্ৰদৰ্শন কৰি ১৯৬৪ আৰু ১৯৬৫ চনত ইউৰোপীয় চেম্পিয়ন ক্লাবচ কাপ জয় উল্লেখযোগ্য। পুনৰ ১৯৬৭ চনত কেল্টিকৰ হাতত ১-২ গোলত পৰাভূত হৈ ইন্টাৰ-মিলানে ৰানাৰ্চ-আপ পায়। ইন্টাৰ-মিলানত ১৯৬১-১৯৭০ পৰ্যন্ত মুঠ ২৫৬ খন খেলত ৪২ গোল কৰে। চাম্পডোৰিয়া ক্লাবত ১৯৭০-১৯৭৩ পৰ্যন্ত ৬৩ খন

খেলত মাত্র ৯ গোল কৰে।

স্পেইনৰ ফুটবল বুৰঞ্জীত ১৯৬৪ ইউৰোপীয় নেচনচ' কাপ জয় সবাতোকৈ উল্লেখযোগ্য ঘটনা। প্ৰাথমিক ৰাউণ্ডত উত্তৰ আয়াৰলেণ্ডৰ বিৰুদ্ধে তেওঁক ইটালিৰ পৰা মাতি অনা হয়। চেমি-ফাইনেলত হাঙ্গেৰিক ২-১ গোলত পৰাভূত কৰে। মাদ্ৰিদত অনুষ্ঠিত ফাইনেলত ছোভিয়েট ইউনিয়নক ২-১ ব্যৱধানত পৰাভূত কৰি ইউৰোপীয় চেম্পিয়ন হয়-- স্পেইন।

লুইচ চুয়েৰেজে স্পেইনৰ পক্ষে দুটা (১৯৬২ আৰু ১৯৬৬) বিশ্বকাপ খেলে; কিন্তু দুয়োবাৰতে গ্ৰুপ লীগৰ পৰাই বিদায় লব লগা হয়। ইয়াৰ অন্তৰ্গত ১৯৬৬ বিশ্বকাপত চুইজাৰলেণ্ডৰ বিৰুদ্ধে তেওঁৰ ৩১তম আন্তৰ্জাতিক আৰু ১৩তম গোলটো কৰে। ১৯৭২ চনত স্পেইন বনাম গ্ৰীচ আন্তৰ্জাতিকত ৩৭-বছৰ বয়সতো তেওঁলৈ আহ্বান আহে। এই খেলত তেওঁ কেইবাটাও আঘাত পায়। যি কি নহওঁক চুয়েৰেজ জাতীয় দলত থাকোতে দলে প্ৰকৃত ফুটবল খেলিবলৈ সক্ষম হৈছিল। তেওঁ ১৯৭০ চনত ইউৰোপীয় একাদশতো খেলে। লুইচ চুয়েৰেজে চাম্পডোৰিয়া ক্লাবত খেলি থাকোতে কিন্তু নিস্প্ৰভ দেখা যায় আৰু ৩৮-বছৰ বয়সত ফুটবলৰ পৰা অৱসৰ লয়। □□



জেন্টো



ডেলি চোল



এমানকিও



এন্দনি জুবিজাৰেটা

# এমানকিও

এমানকিওৰ পিচত স্পেইনত তেওঁৰ সমকক্ষ ৰাইট-আউট আৰু ৰাইট-ইন অভ্যুদয় হোৱা নাই। সুন্দৰ স্বাস্থ্যৰ অধিকাৰী এই গৰাকী ফুটবলাৰৰ সোঁ-ভৰিৰ দুৰন্ত চট্ আৰু চমৎকাৰ বল নিয়ন্ত্ৰণে ফুটবল প্ৰাঙ্গনত বিস্ফোৰণ সৃষ্টি কৰিছিল। এমানকিও ১৯৪০ চনত স্পেইনৰ লা কৰুনা প্ৰদেশত জন্ম গ্ৰহণ কৰে। খেলৰ সূচনা স্থানীয় দ্বিতীয় ডিভিজন, ডিপোৰ্টিভ ক্লাব। এই দলতে ৰাইট-ইনৰূপে প্ৰথম শ্ৰেণী ফুটবলৰ পাতনি মেলে। ইতিমধ্যে তেওঁৰ খেলত আকৃষ্ট হৈ ৰিয়েল মাদ্ৰিদে দললৈ আনি ৰাইট-আউট পজিচনত মকৰল কৰিলেও তেওঁ ষ্ট্ৰাইকাৰৰ ভূমিকা লয়।

১৯৬২ চনত ৰুমানিয়াৰ বিৰুদ্ধে জাতীয় দলত আত্মপ্ৰকাশ কৰে। বিশেষকৈ ১৯৬৪ ইউৰোপীয় নেচনচ' কাপ বিয়জত স্পেইন দলত তেওঁ গুৰুত্বপূৰ্ণ ভূমিকা লয়। তেওঁৰ মুঠ ৩৪ খন আন্তৰ্জাতিকত ১৩ গোলৰ অৱদান ৰয়। এমানকিউয়ে ৰিয়েল মাদ্ৰিদ দলত বলিষ্ঠ ফুটবল প্ৰদৰ্শন কৰোঁতে ১৯৬৬ চনত ইউৰোপীয়ান চেম্পিয়ন ক্লাবচ' কাপ জয় কৰাত সহায় কৰে। পুনৰ ১৯৭১ চনটো ইউৰোপীয়ান কাপ-উইনাৰ্চ কাপৰ ফাইনেলত উঠোতে চেলচিৰ হাতত পৰাভূত হয়। ১৯৭২ চনত ৰিয়েল মাদ্ৰিদৰ পক্ষে লীগ খিতাপ জয় কৰাৰ পিচতে অৱসৰ লয়।

# এন্দনি জুবিজাৰেটা

এন্দনি জুবিজাৰেটাই স্পেইনৰ পক্ষে তেনে সুনাম কঢ়িয়াই আনিবলৈ সক্ষম নহলেও দীৰ্ঘ তেৰ বছৰ জাতীয় দলৰ জাৰ্চি পিন্ধি ৰেকৰ্ড সংখ্যক ১২৬ খন আন্তৰ্জাতিকত অভ্যুদয় হৈ এক অনন্য কীৰ্ত্তিমান প্ৰতিষ্ঠা কৰি বিশ্বৰ চকুত পৰা খেলুৱৈ হৈ পৰে। জন্ম ২৩ অক্টোবৰ, ১৯৬১ চন। প্ৰথম শ্ৰেণী ফুটবল এলাভেচ (১৯৭৮-১৯৮১) আৰু এথলেটিক বিলবাও (১৯৮১-৮৬) দলত খেলে। ১৯৮৬ চনত গোল ৰক্ষকৰ ৰেকৰ্ড ট্ৰেন্সফাৰ মূল্য $ ১.৮ মিলিয়ন ডলাৰৰ বিনিময়ত বাৰ্চিলোনালৈ যায়। বাৰ্চিলোনাত খেলোতে ১৯৮৯ চনত ইউৰোপীয়ান কাপ-উইনাৰ্চ কাপ আৰু ১৯৯২ চনত ইউৰোপীয়ান চেম্পিয়ন ক্লাবচ' কাপ জয় কৰে। ১৯৮৫ চনতে আন্তৰ্জাতিক ফুটবলত আত্মপ্ৰকাশ কৰি চাৰিটা বিশ্বকাপ (১৯৮৬, ১৯৯০, ১৯৯৪ আৰু ১৯৯৮) খেলে তথা স্পেইনৰ পক্ষে ৰেকৰ্ড সংখ্যক আন্তৰ্জাতিকত অভ্যুদয় হয়। ১৯৯৮ বিশ্বকাপত (২৪ জুন) বুলগেৰিয়ৰ বিৰুদ্ধে গ্ৰুপ লীগৰ শেষৰখন খেলত ৬-১ গোলত জয়ী হয় তথা তেওঁৰ ১২৬তম আন্তৰ্জাতিক আছিল। পিচদিনা তেওঁ এই বিশ্বকাপ চৌহদতে ফুটবলৰ পৰা অৱসৰ ঘোষণা কৰে। স্পেইনৰ ভেলেন্সিয়া ক্লাবত খেলি থকা এন্দনি জুবিজাৰেটাই মুঠ ৬০০ খন প্ৰথম শ্ৰেণী খেল খেলে।



# জাজিক দ্ৰাগন

জন্ম ৩০ মে ১৯৪৬ চন শাৰীৰিক পৰিমাপ উচ্চতা ৫ ফুট ৮"/৪ ইঞ্চি আৰু ওজন ৭৭ কিলোগ্ৰাম। প্ৰথম ডিভিজন ৰেড্‌ষ্টাৰ বেলগ্ৰেড দেশত দুটা মৰছুম খেলিয়ে ১৯৬৫ চনৰ ৯ মে'ত বেলগ্ৰেডত ইংলেণ্ডৰ বিৰুদ্ধে আন্তৰ্জাতিক আত্মপ্ৰকাশ ঘটে (১-১)। ইতিপূৰ্বে যুগোশ্লাভিয়া জুনিয়ৰ দলত খেলি ১৯৬২ ইউৰোপীয় জুনিয়ৰ ফুটবল চেম্পিয়নচিপত ৰানাৰ্চ-আপ পায়। ১৯৬৮ ইউৰোপীয় নেচনচ' কাপৰ চেমি-ফাইনেলত যুগোশ্লাভিয়াই ইংলেণ্ডক পৰাভূত কৰোঁতে তেওঁৰ গোলৰ জৰিয়তে সফলতা লভে। ফাইনেলত উদ্যোক্তা ইটালিৰ হাতত ০-২ গোলত পৰাভূত হলেও প্ৰথম দিনা খেল ১-১ গোলত ড্ৰ আছিল। এই গৰাকী ইউৰোপৰ চকুত পৰা লেফট-উইঙ্গাৰক ১৯৬৮ চনত বিশ্ব একাদশত খেলাৰ সুযোগ দিছিল। ১৯৭৪ বিশ্বকাপত তেওঁ যুগোশ্লাভিয়া দলত আছিল। তেওঁ ৮০-ত কৈও অধিক আন্তৰ্জাতিক খেলি থৈ গৈছে।



জাজিক দ্ৰাগন



ডাভৰ চুকেৰ



# ডাভৰ চুকেৰ

১৯৯৮ বিশ্বকাপত ক্ৰোৱেচিয়াৰ ষ্ট্ৰাইকাৰ ডাভৰ চুকেৰে সৰ্বোচ্চ গোলদাতা (৬ গোল)ৰ সন্মান অৰ্জন কৰাৰ উপৰি বিশ্বকাপৰ অল-ষ্টাৰ দলটো নিৰ্বাচন পায়। পেনাল্টি বক্সৰ বাহিৰত বল পালে বাঘৰ ৰূপ ধাৰণ কৰোঁতা ডাভৰ চুকেৰৰ গোল ৰেকৰ্ড অতি উচ্চ স্তৰৰ । বিশ্বকাপৰ পূৰ্বলৈকে ৩২ খন আন্তৰ্জাতিকত ২৬ গোল কৰিছিল। জন্ম ১ জানুৱাৰী ১৯৬৮ চন। এফ চি ওচিজেক দলত ফুটবলৰ পাতনি মেলি ১৯৮৯ চনত ডায়নামো জাগ্ৰেবত যোগদান কৰে । ১৯৯১ চনত জাতীয় দলত আত্মপ্ৰকাশ কৰে আৰু সেইবছৰতে স্পেইনৰ এফ চি চেভিলা দললৈ ট্ৰেন্সফাৰ লয় আৰু ১৯৯৬ চনত ৰিয়েল মাদ্ৰিদলৈ আহে । ১৯৯৮ চনত ৰিয়েল মাদ্ৰিদে ইউৰোপীয়ান চেম্পিয়ন ক্লাৱচ' কাপ জয় কৰোঁতে জুভেন্টাচক ১-০ গোলত হৰুৱাই। ১৯৯৮ বিশ্বকাপৰ কোৱাৰ্টাৰ-ফাইনেলত জাৰ্মেনিক ৩-০গোলত হৰুৱাই বিশ্বফুটবলত আলোড়ন সৃষ্টি কৰে ।

# লেভ্ ইয়াচীন




ছোভিয়েট ইউনিয়ন তথা বিশ্বৰ অপ্ৰতিদ্বন্দ্বী গোল ৰক্ষক লেভ্ ইয়াচীন। তেওঁৰ ক্ৰীড়া বশ্মিয়ে বিশ্বফুট বল প্ৰাঙ্গনত ছোভিয়েট ফুটবলক যুগ-যুগান্তৰ জিলিকাই থ'ব। ছোভিয়েটলেগুত তেওঁৰ সমকক্ষ জনপ্ৰিয় খেলুৱৈ ওপজা নাই। কেৱল গোলৰক্ষকৰূপেই নহয় আধুনিক ফুটবলত বৰ্তমানলৈকে অভ্যুদয় খ্যাতনামা তাৰকাসকলৰ প্ৰথম শাৰীত-- লেভ্ ইয়াচীন। সদায় ক'লা জাৰ্চি পিন্ধি খেলপথাৰত অৱতীৰ্ণ হোৱা লেভ্ ইয়াচীনৰ উপনাম "ব্লেক অক্টোপাচ"।

লেভ্ ইয়াচীন ১৯২৯ চনৰ ২২ অক্টোবৰত মস্কোৰ ওচৰৰ টুচিনো-ত এক শ্ৰমিক পৰিয়ালত জন্ম গ্ৰহণ কৰে। দ্বিতীয় মহাযুদ্ধৰ বাধ্যবাধকতাত স্কুলীয়া শিক্ষা ত্যাগ কৰি ১৪-বছৰ বয়সত ফিটাৰৰ শিক্ষানবিচ্ৰূপে ভৰ্তি হয়। ১৯৪৫ চনত সৈন্য বাহিনীত ভৰ্তি হোৱাৰ উপৰি বিখ্যাত কে জি বি ক্লাব মস্কো ডায়নামোত যোগদান কৰে। ইয়াত তেওঁ আইচ-হকীৰ মাধ্যমেদি খেলুৱৈ জীৱনৰ পাতনি মেলিলেও এবছৰৰ পিছত ফুটবলত মনোনিবেশ কৰি মস্কো ডায়নামো ৰিজাৰ্ভ দলৰ পক্ষে খেলিব লয় আৰু ১৯৫০ চনৰ ২ জুলাইত প্ৰথম শ্ৰেণী ফুটবলত আত্মপ্ৰকাশ কৰে। কিন্তু দুখনমান খেলৰ নিষ্প্ৰভ ক্ৰীড়াধাৰাই ইয়াচীনৰ সৌভাগ্যৰ দুৱাৰ বন্ধ হওঁতে ক্লাবৰ প্ৰথম শ্ৰেণী দলৰ পৰা বাদ পৰে আৰু দুবছৰৰ পিচতহে মূল দলত খেলাৰ সুযোগ পায়। এই ঘটনাৰ এবছৰৰ পিছতে, ১৯৫৩ চনৰ ৫ নভেম্বৰত চেকোশ্লোভাকিয়াৰ বিৰুদ্ধে আন্তৰ্জাতিক আত্মপ্ৰকাশ ঘটোতে ১-০ গোলত জয়ী হয়। ইয়াচীনৰ কুৰি বছৰীয়া প্ৰথম শ্ৰেণী ফুটবল জীৱনত পাঁচবাৰ জাতীয় চেম্পিয়নচিপ জয় কৰোঁতে ১৯৭০ চনৰ ৩০ আগষ্টত শেষ খেল খেলে। ইয়াৰ অন্তৰ্গত দুবাৰ ইউ এচ এচ আৰ কাপ জয় কৰে। লেভ্ ইয়াচীনে একেৰাহে চাৰিটা বিশ্বকাপত অংশ গ্ৰহণ কৰিলেও সবাতোকৈ উল্লেখযোগ্য ১৯৫৮ আৰু ১৯৬৬ বিশ্বকাপ টুৰ্নামেন্ট। ইয়াত ৬ ফুট ১/২ ইঞ্চি ওখ, ৮২ কিলোগাম ওজনৰ লেভ্ ইয়াচীনৰ খেল সবাতোকৈ আকৰ্ষণীয় আছিল। বিশেষকৈ উল্লেখ্য ১৯৫৮ বিশ্বকাপত অল-ষ্টাৰ দলতো নিৰ্বাচন লাভ কৰে। ১৯৬৬ বিশ্বকাপত হাঙ্গেৰিৰ বিৰুদ্ধে কোৱাৰ্টাৰ-ফাইনেলত সাংবাদিক সকলৰ মন্তব্য, "ইয়াচীন নথকা হ'লে লিভাৰপুলৰ গুডিচন পাৰ্কত এই খেলৰ ফলাফলে অন্যৰূপ ললেহেঁতেন।" সেইদৰে চেমি-ফাইনেলত পশ্চিম জাৰ্মেনিৰ বিৰুদ্ধে জাৰ্মান সমৰ্থকসকলে উয়ে টিলাৰক অনুপ্ৰেৰণা যোগাবলৈ উয়ে! উয়ে! বুলি চিঞৰি উদগনি দিছিল যদিও পিচলৈ ষ্টেডিয়ামত বৃটিছ ক্ৰীড়ামোদীসৱে অধিকাৰ কৰি থকা গেলাৰীৰ

পৰা হঠাৎ সমস্বৰে ধ্বনিত হ'ল ইয়াচীন ! ইয়াচীন ! উক্ত ঘটনাই ছোভিয়েট সাংবাদিকসকলক হতভম্ব কৰে ।

বিশ্বকাপৰ উপৰি অলিম্পিক ফুটবলত লেভ্ ইয়াচীনৰ প্ৰদৰ্শন উল্লেখনীয় । ১৯৫৬ চনৰ মেলবোর্ন অলিম্পিক ক্রীড়াত ছোভিয়েট ইউনিয়নে ফুটবলৰ স্বৰ্ণ পদক জয় কৰোঁতে ফাইনেলত যুগোশ্লাভিয়াক ১-০ গোলত পৰাভূত কৰে । বিশেষকৈ ইউৰোপীয় নেচনচ' কাপত তেওঁৰ ভূমিকা অতি গুৰুত্বপূৰ্ণ । ১৯৬০ ইউৰোপীয় চেম্পিয়নচিপৰ চেমি-ফাইনেলত চেকোশ্লোভাকিয়াক ৩-০ গোলত পৰাভূত কৰি ফাইনেলত যুগোশ্লাভিয়াৰ সন্মুখীন হয় । বিৰতিত ছোভিয়েট দল ০-১ গোলত পিচপৰি থাকোঁতে তেওঁ প্ৰতিজন খেলুৱৈক অতি দৃঢ়তাৰে অনুপ্ৰেৰণা দিছিল আৰু অতিৰিক্ত সময়ৰ খেলত ১ গোল কৰি যুগোশ্লাভিয়াক ২-১ ব্যৱধানত পৰাভূত কৰে । চাৰিবছৰৰ পিচত ছোভিয়েট ইউনিয়ন পুনৰ ফাইনেলত প্ৰৱেশ কৰে আৰু উদ্যোক্তা স্পেইনৰ হাতত ১-২ গোলত পৰাভূত হৈ ৰানাৰ্চ-আপ পায় । তেওঁৰ সন্দৰ্ভত পেলেৰ বক্তব্য, "জীৱনত মই কেতিয়াও এনেকুৱা বিখ্যাত, সৎ ও আশাবাদী ফুটবলাৰ দেখা নাই ।"

লেভ্ ইয়াচীনে স্বকীয় পদ্ধতিৰে গোল ৰক্ষাৰ প্ৰয়োজনীয় কৌশলসমূহ আয়ত্ত কৰোঁতে গোলপোষ্ট দুটাৰ সংকীৰ্ণ ঠাই ডোখৰত কম গুৰুত্ব আৰোপ কৰি সমগ্ৰ পেনাল্টি এৰিয়া তেওঁ পূৰ্ণ কাৰ্যক্ষেত্ৰৰূপে গণ্য কৰিছিল । লেভ্ ইয়াচীনে তেওঁৰ ক্রীড়া জীৱনত আঠশৰো অধিক খেলত অংশ লওঁতে মস্কো ডায়নামোৰ পক্ষে ৩২৬ খন (২জুলাই /১৯৫০=৩০ আগষ্ট/১৯৭০) খেলে । পঞ্চাশ দশকৰ মধ্যভাগত ক্রীড়া সাংবাদিকসকলে মস্কো ডায়নামোক ''ইয়াচীনৰ দল'' বুলি মন্তব্য দিছিল । তেওঁ ৭৮ খন আন্তৰ্জাতিকত অংশ লওঁতে গ্ৰীচৰ বিৰুদ্ধে ১৯৬৭ চনৰ ১৬ জুলাইত শেষ আন্তৰ্জাতিক খেলে আৰু ৪-০ গোলত জয়ী হয় । বিশেষকৈ উল্লেখ্য তেওঁ অষ্ট্ৰিয়াৰ বুজিক, চুইডেনৰ হামৰিণ আৰু ইটালিৰ মাজোলাৰ দৰে বিশ্ব-বিশ্ৰুত খেলুৱৈৰ পেনাল্টি ধৰি ফুটবল জগতত তোলপাৰ সৃষ্টি কৰিছিল । লেভ্ ইয়াচীনে ১৯৬২ চনত ''বিলো দি বেষ্ট'' আৰু ১৯৬৩ চনত ''ইউৰোপীয়ান ফুটবলাৰ অৱ দি ইয়েৰ'' নিৰ্বাচন লাভ কৰে ।

এই গৰাকী ফুটবল যুগন্ধৰ লেভ্ ইয়াচীনে ১৯৭১ চনৰ ২৭ মে'ত ফুটবলৰ পৰা অৱসৰ গ্ৰহণ কৰোঁতে মস্কোৰ লেনিন ষ্টেডিয়ামত এক লাখ দৰ্শকৰ সমাবেশ ঘটিছিল । লেভ্ ইয়াচীনৰ এই বিদায় বেলাক মধুৰ কৰাৰ অৰ্থে মস্কো ডায়নামো আৰু বিশ্ব একাদশৰ মাজত অনুষ্ঠিত খেল ২-২ ভাৱে অন্ত পৰে আৰু তেওঁৰ ৮১৩ তম খেল আছিল । বিশেষকৈ তেওঁৰ সন্মানাৰ্থে সেইবছৰে ছেপ্তেম্বৰত ইটালিৰ মিলানত দ্বিতীয়খন বিদায় মেচ অনুষ্ঠিত হয়-- বিশ্ব একাদশ আৰু ইটালিৰ মাজত । এই ঐতিহাসিক খেলখনত তেওঁ হাফ্-টাইমলৈকে খেলাৰ কথা আছিল কিন্তু উত্ৰাৱল দৰ্শকে তেনে হ'ব নিদিলে আৰু সমগ্ৰ খেলখনতে উপস্থিত থাকিবলৈ বাধ্য কৰায় । অৱশ্যে

ইয়াচীনে দৰ্শকৰ এই আধকৱা নিৰ্দেশ মূৰ পাতি লৈছিল ।

ছোভিয়েট ফুটবলত বিপ্লৱ সৃষ্টি কৰোঁতে লেভ্ ইয়াচীনক ১৯৬০ চনৰ ‘‘অৰ্দাৰ অৱ লেনিন’’, ১৯৬৪ আৰু ১৯৬৭ চনত “অৰ্দাৰ অৱ ৰেড বেনাৰ” আৰু “অৰ্দাৰ অৱ ৰেড্’’ চৰকাৰী সন্মানেৰে ভূষিত কৰে। লেভ্ ইয়াচীনে ১৯৯০ চনৰ ২১ মাৰ্চত শেষ নিঃশ্বাস ত্যাগ কৰে ।



# ওলেগ ব্লখিন

ইউৰোপৰ ক্ৰীড়াঙ্গনত জহান ক্ৰুইফ, ফ্ৰেঞ্জ বেকেনবাউৰ আদিৰ দৰে বিশ্ব-বিশ্ৰুত ফুটবল কলা-কুশলীয়ে খলকনিৰ সৃষ্টি কৰোঁতে ছোভিয়েট ইউনিয়নত আবিৰ্ভাৱ হোৱা অন্য এগৰাকী দুৰ্দ্ধৰ্ষ ফুটবলাৰৰ নাম ওলেগ ব্লখিন। বিশ্ব বিখ্যাত লেভ্ ইয়াচীনৰ পিচতে ছোভিয়েট ফুটবলত বিপ্লৱ সৃষ্টি কৰোঁতা ক্ৰীড়া ফিৰিঙতি ওলেগ ব্লখিন, কিয়েভ ডায়নামোৰ খেলুৱৈ। ওলেগ ব্লখিনে গৌৰৱ আৰু সুনাম অৰ্জনৰ ক্ষেত্ৰত লেভ্ ইয়াচীনৰ কাষ চাপিব নোৱাৰিলেও ইউৰোপীয় ফুটবলত তেওঁৰ দুৰন্ত দৌৰ আৰু তীক্ষ্ণ চট্‌সমূহে ত্ৰাসৰ সঞ্চাৰ কৰে।

ওলেগ ব্লখিন ১৯৫২ চনৰ ৫ নভেম্বৰত কিয়েভত জন্ম গ্ৰহণ কৰে। তেওঁৰ মাতৃ ৮০ মিটাৰ হাৰ্ডোলচত জাতীয় চেম্পিয়ন আছিল। পৰিয়ালৰ ক্ৰীড়া প্ৰভাৱে ওলেগ ব্লখিনকো এজন প্ৰসিদ্ধ ক্ৰীড়াবিদ হোৱাত উৎসাহৰ যোগান ধৰে। স্কুলত পঢ়ি থাকোতে দহ বছৰীয়া ব্লখিনে কিয়েভ ডায়নামোৰ ফুটবল স্কুলত যোগ দিয়ে। অৱশ্যে মাকে তেওঁক ফুটবলতকৈ এথলেটিক্সতহে অধিক মনোনিৱেশৰ পক্ষপাতি আছিল কিন্তু পিচলৈ দলীয় ক্ৰীড়াৰ ফালেহে ঢাল খায়। ফুটবল স্কুলত অনুশীলনকালত প্ৰতিখন খেলতে অনবদ্য খেলৰে গোলৰ বন্যা বোৱাই লেখতলবলগীয়া ফৰোৱাৰ্ড সকলৰ শাৰীত নিজক প্ৰতিষ্ঠা কৰোঁতে তেওঁ লেফটৰ উপৰি সকলো দিশৰ পৰা স্কৰ কৰিব পৰা ক্ষমতা আছিল। ওলেগ ব্লখিনৰ আক্ৰমণ পদ্ধতি -- ক্ষুদ্ৰ সুৰুঙা পালেই আকস্মিকভাৱে দ্ৰুত স্প্ৰিণ্টৰ দ্বাৰা আক্ৰমণ হানি গোল কৰে।

ব্লখিনে ১৯৬৯ চনৰ পৰা কিয়েভ ডায়নামোৰ পক্ষে খেলিলেও ১৯৭২ চনৰ ১৫ এপ্ৰিলত ডায়নামো বনাম নিপাৰ খেলখনতহে প্ৰথম শ্ৰেণী স্কৰৰ পাতনি মেলিবলৈ সক্ষম হয়। ১৯৬৯ চনতে ছোভিয়েট যুৱ দল(১৯-বছৰ অনুৰ্দ্ধ)ত স্থান পায় আৰু ১৯৭১ চনত ২২-বছৰ অনুৰ্দ্ধ ছোভিয়েট যুৱ দলতো আত্মপ্ৰকাশ কৰে। ১৯৭২ ছোভিয়েট চেম্পিয়নচিপত ১৪ গোল কৰি টপ্ স্কৰাৰ হোৱাৰ উপৰি ছোভিয়েট যুৱ দলত প্ৰদৰ্শন কৰি অহা প্ৰাণৱন্ত ক্ৰীডা কৌশলে ১৯৭২ অলিম্পিক খেলিব যোৱা ছোভিয়েট ফুটবল দলতো নিৰ্বাচন পায় আৰু কিয়েভ ডায়নামোৰ এই গৰাকী চেণ্টাৰ-ফৰোৱাৰ্ড পৰৱৰ্তীকালৰ ইউৰোপীয় ফুটবলত নামজ্বলা ক্ৰীড়া চৰিত্ৰ হৈ পৰে। তেওঁ একেৰাহে চাৰিবছৰ ছোভিয়েট প্ৰথম ডিভিজনত সৰ্বোচ্চ গোলদাতা হওঁতে ১৯৭৩, ১৯৭৪ আৰু ১৯৭৫ চনত "ছোভিয়েট ফুটবলাৰ অব দি ইয়েৰ" নিৰ্বাচন পায়। মিউনিক অলিম্পিক ক্ৰীড়াত ছোভিয়েট ফুটবল দলে চেমি-ফাইনেলত পোলেণ্ডৰ হাতত পৰাভূত হয় আৰু তৃতীয়স্থান নিৰ্ণায়কৰ খেলত জাৰ্মান গণ প্ৰজাতন্ত্ৰৰ বিৰুদ্ধে ২-২ গোলত অমীমাংসীত থাকোতে উভয় দলকে ব্ৰঞ্জপদক প্ৰদান কৰে।

১৯৭৪ বিশ্বকাপৰ উদ্দেশ্যে আয়োজিত কোৱালিফাইং ৰাউণ্ডৰ খেলত চিলিৰ বিৰুদ্ধে খেলিবলৈ অমান্তি হোৱাত ছোভিয়েট ইউনিয়নে চূড়ান্ত পৰ্যায়ত প্ৰৱেশ কৰিব নোৱাৰিলে। ওলেগ ব্লখিনৰ ক্ৰীড়া জীৱনত বৃহৎ সাফল্যৰ ভিতৰত ১৯৭৫ চনটো উল্লেখযোগ্য। কিয়েভ ডায়নামোয়ে লীগ জয় কৰাৰ উপৰি ইউৰোপীয়ান কাপ-উইনার্চ কাপ জয় কৰোঁতে হাঙ্গেৰিৰ ফেৰেঙ্ক ভাৰোচ ক্লাবক ৩-০ ব্যৱধানত পৰাভূত কৰে আৰু তেওঁৰ স্কৰ,১ গোল। ইয়াৰ পিচতে ইউৰোপীয়ান চেম্পিয়ন ক্লাবচ' কাপ বিজয়ী বেয়ান মিউনিকক ৩-০ ব্যৱধানত পৰাভূত কৰি চুপাৰ কাপ জয় কৰে। বছৰটোৰ চৰম সাফল্য ও দুৰ্দ্ধৰ্ষ ক্ৰীড়া কৌশলে ওলেগ ব্লখিনক ১৯৭৫ চনৰ "ইউৰোপীয়ান ফুটবলাৰ অৱ দি ইয়েৰ" নিৰ্বাচন দিয়ে।

১৯৭৬ অলিম্পিক ক্ৰীড়াত ছোভিয়েট দলে চেমি-ফাইনেলত জাৰ্মান গণ প্ৰজাতন্ত্ৰৰ হাতত পৰাভূত হয় কিন্তু তৃতীয়স্থান নিৰ্ণায়ক খেলত ব্ৰাজিলক ২-০ ব্যৱধানত পৰাভূত কৰি ব্ৰঞ্জপদক পায়। কিয়েভ ডায়নামোৰ 'গোল্ডেন বয়' ওলেগ ব্লখিনে কিয়েভ ফিজিকেল এডিউকেচন কলেজৰ পৰা স্নাতক ডিগ্ৰী লাভ কৰে। তেওঁ ১৯৮০ ইউৰোপীয় নেচনচ' কাপৰ পূৰ্বলৈকে মুঠ ৬৫ খন আন্তৰ্জাতিকত ২৯ গোল কৰিছিল। ১৯৮১ চনৰ প্ৰথমভাগতে কিয়েভৰ অক্টোবৰ পেলেচত তেওঁ ইৰিনা দাৰয়োজিনাৰ সৈতে বিবাহ পাশত আবদ্ধ হয়। ইৰিনা ছোভিয়েট ইউনিয়নৰ নামী জিমন্যাষ্ট হোৱাৰ উপৰি অভাৰঅল জিমন্যাষ্টিকত বিশ্ব চেম্পিয়ন আছিল।

১৯৭৮ বিশ্বকাপত ছোভিয়েট ইউনিয়নে কোৱালিফাই কৰিব নোৱাৰিলে কিন্তু ১৯৮২ বিশ্বকাপত ওলেগ ব্লখিনৰ নেতৃত্বত শক্তিশালী ছোভিয়েট ইউনিয়নে বলিষ্ঠ খেল প্ৰদৰ্শন কৰে। দ্বিতীয় ৰাউণ্ডত পোলেণ্ডৰ বিৰুদ্ধে গোলশূন্যভাৱে অন্ত পৰে যদিও গোল এভাৰেজত পোলেণ্ডে চেমি-ফাইনেল খেলাৰ যোগ্যতা অৰ্জন কৰে।

১৯৮৫ চনৰ ২১ আগষ্টত খাৰকোভ-ত অনুষ্ঠিত কিয়েভ ডায়নামো বনাম মিটালিষ্ট খেলখনত ৩৩-বছৰ বয়স্ক ওলেগ ব্লখিনে প্ৰথম শ্ৰেণী ফুটবলত ২০০ গোল পূৰ্ণ কৰোঁতে দীৰ্ঘ তেৰ বছৰ সময় লয়। বিশেষকৈ উল্লেখ্য এই সময়ছোৱাৰ ভিতৰত তেওঁ ১০০ খন আন্তৰ্জাতিকত ৩৭ গোল কৰে। ১৯৮৬ চনত কিয়েভ ডায়নামোয়ে ইউৰোপীয়ান কাপ-উইনাৰ্চ কাপ জয় কৰোঁতে ফাইনেলত এটলেটিকো মাদ্ৰিদক ৩-০ ব্যৱধানত পৰাভূত কৰে তথা ব্লখিনৰ ১ গোলৰ অৱদান ৰয়। ব্লখিনে যশস্যাৰ উচ্চ শিখৰত অৱতৰণৰ মূলতে উচ্চস্তৰৰ টেক্‌নিক্, স্বতঃস্ফূৰ্ত ফুটবল অনুভূতি আৰু সপৰিজ্ঞান। চাৰিশতকৈ অধিক প্ৰথম শ্ৰেণীৰ ফুটবল খেলা ওলেগ ব্লখিনে ১৯৮৯ চনৰ ২৯ জুনত অৱসৰ গ্ৰহণ কৰে ইয়াৰ অন্তৰ্গত ১০৯ খন আন্তৰ্জাতিকত অভ্যুদয় হয়। অৱসৰৰ পিচত পুনৰ অষ্ট্ৰিয়াৰ ভৰৱাৰটচ দলত খেলিব লয়।

◇◇

# ৰেনাট দাচায়েভ



ছোভিয়েট ইউনিয়নত সংখ্যাধিক ফুটবলাৰৰ অভ্যুদয় হৈছিল। ইয়াৰ অন্তৰ্গত গোলৰক্ষক ৰেনাট দাচায়েভ অন্যতম। তেওঁক "দি নিউ লেভ্ ইয়াচীন" বুলি কোৱা হয়। গতিকে ৰেনাট দাচায়েভ কেনেকুৱা স্তৰৰ খেলুৱৈ সেয়া সহজে অনুমেয়। ১৯৮৮ চনত বিশ্ব শ্ৰেষ্ঠ গোলৰক্ষক ৰূপে স্বীকৃতি পোৱা ৰেনাট দাচায়েভে মুঠ ৯৯খন আন্তৰ্জাতিকত অভ্যুদয় হৈ এক অপূৰ্ব কৃতিত্বৰ অধিকাৰী হৈছিল।

ৰেনাট দাচায়েভ ১৯৫৭ চনৰ ১৩ জুন তাৰিখে জন্ম গ্ৰহণ কৰে। মস্কো স্পাৰ্টাকা দলত খেলা এই গোলৰক্ষকে ১৯৭৯ চনত পূব জাৰ্মেনিৰ বিৰুদ্ধে আন্তৰ্জাতিক ফুটবলত আত্ম প্ৰকাশ কৰে আৰু ১৯৮০ অলিম্পিকত ছোভিয়েট দলত খেলি ব্ৰঞ্জ পদক জয় কৰে। তেওঁ তিনিটা বিশ্বকাপ ১৯৮২, ১৯৮৬, ১৯৯০ আসৰত প্ৰতিদ্বন্দ্বিতা কৰি বলিষ্ঠ ফুটবল প্ৰদৰ্শন কৰি থৈ গৈছে। বিশেষকৈ ১৯৮৮ ইউৰোপীয় ফুটবল চেম্পিয়নচিপত ছোভিয়েট দলে ৰানাৰ্চ-আপ পাওঁতে হলেণ্ডৰ হাতত ০-২ গোলত পৰাভূত হয়। এই আসৰৰ পিচতে তেওঁক "মাষ্টাৰ অব্ স্পৰ্টচ" সন্মান প্ৰদান কৰে। ১৯৯০ বিশ্বকাপ খেলাকালীন তেওঁ স্পেইনৰ চেভিলা ক্লাবৰ খেলুৱৈ। ১৯৯০ বিশ্বকাপত কেমেৰুণৰ বিৰুদ্ধে খেলোতে ছোভিয়েট ইউনিয়ন ৪-০ ব্যৱধানত জয়ী হয় তথা তেওঁৰ শেষ আন্তৰ্জাতিক।





এলবাৰ্ট চেষ্টাৰনেভ



ইগৰ নেটো








ওলেগ চেলেঙ্কু



এলেক্সি মিচাইলচিনক



ওলেগ ব্লখিন

# ইগ্ৰ বিলানভ



ইগ্ৰ বিলানভ বিশ্ব ফুটবলৰ এটা বিস্ফোৰণ বুলি ক'ব পাৰি। ডায়নামো কিয়েভৰ এই ষ্ট্ৰাইকাৰ গৰাকীয়ে দুৰন্ত গতিৰ ফুটবল খেলি প্ৰতিপক্ষৰ ডিফেন্স থকা-সৰকা কৰোঁতে ১৯৮৬ বিশ্বকাপ ফুটবলত দুৰ্দ্ধৰ্ষ ফুটবলৰ নজিৰ এৰি থৈ গৈছে। বিশেষকৈ প্ৰি-কোৱাৰ্টাৰ-ফাইনেলত বেলজিয়ামৰ বিৰুদ্ধে তেওঁৰ বিস্ফোৰক ফুটবলে ত্ৰাসৰ সৃষ্টি কৰোঁতে ছোভিয়েট ইউনিয়ন ৩-৪ ব্যৱধানত পৰাভূত হয় আৰু বিলানভে হেট-ট্ৰিক অৰ্জন কৰে। বিশেষকৈ সেইদিনা তেওঁ একেবাৰে অপ্ৰতিৰোধ্য আছিল। ইতিপূৰ্বে কিয়েভ ডায়নামোৰ পক্ষে ইউৰোপীয়ান কাপ-উইনাৰ্চ কাপ জয় কৰোঁতে ফাইনেলত এটলেটিকো মাদ্ৰিদক ৩-০ ব্যৱধানত পৰাভূত কৰে। ইগৰ বিলানভে ইউৰোপীয় কাপ আৰু বিশ্ব ফুটবলত প্ৰদৰ্শিত বলিষ্ঠ ফুটবলৰ হেতু ১৯৮৬ চনত "ইউৰোপীয়ান ফুটবলাৰ অব দি ইয়েৰ" নিৰ্বাচন লাভ কৰাৰ উপৰি "ৱৰ্ল্ড প্লেয়াৰ অব দি ইয়েৰ" বাছনিত মাৰাদোনাৰ পিচতে দ্বিতীয়স্থান পায়। সেইবছৰ মাৰাদোনাই আৰ্জেন্টিনাৰ পক্ষে বিশ্বকাপ জয় কৰিব নোৱাৰা হ'লে তেৱে বিশ্বৰ ১নং ফুটবলাৰ হ'লহেতেঁন তাত সন্দেহ নাই। সমাজবাদী ছোভিয়েট ইউনিয়নত অভ্যুদয় হোৱা এই ষ্ট্ৰাইকাৰ গৰাকীৰ উপনাম "দি ৰেড্ এৰো"। জন্ম ২০ এপ্ৰিল, ১৯৬০ চন। স্থান ওদেচা। ১৯৮৮ ইউৰোপীয় নেচনচ' কাপত ইগ্ৰ বিলানভক কিছু নিষ্প্ৰভ দেখা গ'ল অৱশ্যে চেমি-ফাইনেলত ছোভিয়েট দলে ইটালিক ২-০ গোলত পৰাভূত কৰি ফাইনেলত হলেণ্ডৰ মুখামুখি হয় আৰু ০-২ গোলত পৰাভূত হৈ ৰানাৰ্চ-আপ পায়। এইখিনিতে উল্লেখ্য গ্ৰুপ লীগত হলেণ্ডক ১-০ গোলত পৰাভূত কৰিছিল। অৱশ্যে কুঁচকি আঘাতৰ বাবে বিলানভ ইয়াত নিষ্প্ৰভ আছিল।

# ডেনিচ ল



আধুনিক ফুটবল যুগৰ সূচনাৰে পৰা স্কটিছ ক্ৰীড়া কুশলীৰ জৰিয়তে ইংলিচ ফুটবল জাতিস্কৃত হৈ অহা পৰিলক্ষিত হয়। কিন্তু ডেনিচৰ ল-ৰ আৰ্বিভূতে পূৰ্বৰ সকলো কৃতিত্ব ম্লান পৰে। এই স্কটিছ খেলুৱৈৰ সন্দৰ্ভত মানচেষ্টাৰ ইউনাইটেডৰ মেনেজাৰ মেট্ বাজ্বিৰ মন্তব্য, "One of the most unselfish players I have seen. If he was not in the best position to score, he would give the ball to someone who was." এইখিনিতে এটা কথা উল্লেখ কৰিবলগীয়া, খেলপথাৰত গোল কৰাৰ পিচত দৰ্শকলৈ হাত দাঙি অভিবাদন জনোৱা ডেনিচ ল প্ৰথম বৃটিছ খেলুৱৈ। পৰৱৰ্তীকালত ডেনিচ ল-ৰ এই ভঙ্গী সমগ্ৰ বিশ্বই অনুকৰণ কৰা দেখা যায়।

ডেনিচ ল ১৯৪০ চনৰ ২৪ ফেব্ৰুৱাৰীত এবাৰ্ডিনত জন্ম গ্ৰহণ কৰে। পিতৃ মাছমৰীয়া জাহাজৰ কৰ্মী (trawlerman) আৰু তেওঁৰ সপ্তমজন তথা কনিষ্ঠতম সন্তান। হাদাৰ্চফিল্ড টাউনৰ হৈ ১৯৫৬ চনত ইংলিচ লীগত আত্মপ্ৰকাশ কৰে। এই গৰাকী খীণকায় গোল স্কৰিং ইনচাইদ-ফৰোৱাৰ্ডৰ বাবে ১৯৫৭ চনত মানচেষ্টাৰ ইউনাইটেড দলে £১০,০০০ পাউণ্ড ষ্টাৰ্লিং আগবঢ়াওঁতে জাতীয় দলৰ কৰ্মকৰ্তাৰো দৃষ্টি আকৰ্ষণ কৰে আৰু ৱাচগোত ১৯৫৮ চনৰ ১৮ অক্টোবৰত ৱেলচৰ বিৰুদ্ধে আন্তৰ্জাতিক আত্মপ্ৰকাশ ঘটোতে খেল ১-১ ভাৱে অন্ত পৰে। ১৯৬০ চনত তেওঁ £৫৫,০০০ পাউণ্ড ষ্টাৰ্লিঙৰ বিনিময়ত হাদাৰ্চফিল্ড টাউনৰ পৰা মানচেষ্টাৰ চিটিলৈ ট্ৰেন্সফাৰ লয়। হাদাৰ্চফিল্ড দলত ৮১ খন খেলত ১৮ গোল কৰিছিল। ১৯৬১ এফ.এ.কাপৰ তৃতীয় ৰাউণ্ডত লুটন টাউনৰ বিৰুদ্ধে খেলা খেলখন আজিও স্মৰণীয়। বোকাময় পথাৰত প্ৰথমতে লুটন দল ২-০ গোলত আগবাঢ়ি থাকিলেও ডেনিচ ল-ৰ বিস্ফোৰক ফুটবলে মানচেষ্টাৰ চিটিক ৬-২ ব্যৱধানত জয়ী হোৱাত সহায় কৰোঁতে সকলো গোল তেওঁৰ। লুটন গ্ৰাউণ্ডত অনুষ্ঠিত এই হৃদয় বিদাৰক খেলখনক "লুটন ২, ডেনিচ ল ৬" বুলি অভিহিত কৰিছিল। সেইবছৰতে তেওঁক ইটালিৰ টুৰিনো ক্লাৱে £১০০,০০০ পাউণ্ড ষ্টাৰ্লিঙৰ বিনিময়ত নিয়ে। ইটালিৰ ক্লাৱ শৃঙ্খলা তেওঁৰ অনুকূলীয়া নাছিল আৰু এটা নৈৰাশ্য মৰছুমৰ অন্তত স্বদেশলৈ উভটোতে ১৯৬২-ৰ জুলাইত £১,১৫,০০০ পাউণ্ড ষ্টাৰ্লিঙৰ ফিজ্‌ত মানচেষ্টাৰ ইউনাইটেডত যোগদান কৰে। নতুন দলত প্ৰথম মৰছুমতে সুন্দৰ খেল প্ৰদৰ্শন কৰি এফ.এ.কাপ বিজয়ত অৰিহণা যোগায় আৰু দোপত দোপে উন্নতি লভি ১৯৬৪ চনৰ "ইউৰোপীয়ান ফুটবলাৰ অৱ দি ইয়েৰ" নিৰ্বাচন লাভ কৰে।

ডেনিচ ল-এ তেওঁৰ চৰম মানদণ্ডত উপনীত হ'বলৈ বহু অভ্যাস ও অধ্যৱসায়ৰ পথ অৱলম্বন কৰিছিল। তৰল পাৰাৰ দৰে তেওঁৰ ক্ষিপ্ৰতা যেন গোল স্কৰিঙৰ মূল আছিলা। উপৰি তেওঁ সহযোগীৰ বাবে বল সজাই দিয়া আৰু যেনে পৰিস্থিতিত যি গতিৰ আৱশ্যক হয় বলত তেনে গতি প্ৰদানৰ সক্ষমতা আছিল। বিশেষকৈ পাচিঙৰ ক্ষেত্ৰত অতি যথাযথ এই উৰ্দ্ধত স্কটিছ খেলুৱৈ গৰাকীৰ স্কৰসমূহ হেড্ আৰু ভৰিৰ ফ্লিকৰ দ্বাৰা সংঘটিত হৈছিল। খেলপথাৰৰ বহিঁ ও অন্তৰ উভয় ক্ষেত্ৰতে দলক আশাৰ সঞ্জীৱনী শক্তি যোগাৰ ধৰিছিল। চিৰসজাগী, দৃঢ়সংকল্পবোধ, নিত্য নতুন কৌশলৰ আৱিষ্কাৰক ডেনিচ লয়ে আনকি জিৰণিৰ সময়কণো এই খেলধাৰণাই তেওঁৰ মগজুত তোলপাৰ সৃষ্টি কৰিছিল।

১৯৬৮ চনত মানচেষ্টাৰ ইউনাইটেডে ইউৰোপীয়ান চেম্পিয়ন ক্লাৱচ' কাপ জয় কৰোঁতে ডেনিচ লয়ে ফাইনেলত অংশ ল'ব নোৱাৰিলে। অৱশ্যে দলক উক্ত স্থানত অৱতীৰ্ণ কৰিবলৈ তেওঁৰ ক্ৰীড়া বৰঙণিয়ে আছিল অত্যাধিক। ডেনিচ ল-ৰ উন্মত ষ্টাইল ও গতিভঙ্গীৰ বাবে খেলপথাৰত আঘাতৰ বলি হৈ পৰিছিল। ১৯৬৯ চনত মানচেষ্টাৰ ইউনাইটেড দলে এই প্ৰতিযোগিতাৰ চেমি-ফাইনেলত পৰাভূত হ'লেও ডেনিচ ল-এ মুঠ ৯ গোল কৰি সৰ্বোচ্চ গোলদাতাৰ খ্যাতি আৰ্জে। ১৯৭৩ চনত তেওঁ ফ্ৰি ট্ৰেন্সফাৰলৈ মানচেষ্টাৰ চিটিত যোগদান কৰে। ডেনিচে মানচেষ্টাৰ ইউনাইটেডত দশকজোৰা গৌৰৱময় ফুটবলৰ অধ্যায় এৰি থৈ আহোতে ৩০৫ খন খেলত ১৭২ গোল কৰে। ১৯৭৪ চনচত এফ.এ.লীগ কাপত ৰানাৰ্চ-আপ পায় আৰু মানচেষ্টাৰ চিটিৰ দুটা মৰছুম(১৯৬০-৬১ আৰু ১৯৭৩-৭৪)ত ৬৬ খন খেলত ৩০ গোল কৰে।

১৯৭৪ বিশ্বকাপত এই গৰাকী ৫ ফুট ৯ ইঞ্চি ওখ, ৭১ কিলোগ্ৰাম ওজনৰ ৩৪-বছৰ বয়স্ক ষ্ট্ৰাইকাৰে জায়েৰৰ বিৰুদ্ধে তেওঁৰ শেষ আন্তৰ্জাতিক ২-০ গোলত জয়ী হয় (১৪জুন/ডৰ্টমুণ্ড)। ডেনিচ ল-এ স্কটলেণ্ডৰ পক্ষে মুঠ ৫৫ খন আন্তৰ্জাতিকত ৩০ গোল কৰে।

### ডেনিচ ল-ৰ আন্তৰ্জাতিক খেল

| তাৰিখ | প্ৰতিপক্ষ | স্থান | ফলাফল(স্কৰ) |
|---|---|---|---|
| ১। ১৮-১০-৫৮ | ৱেলচ | কাৰ্ডিফ | ৩-০(১) |
| ২। ৫-১১-৫৮ | উত্তৰ আয়াৰলেণ্ড | গ্লাচগো | ২-২ |
| ৩। ২৭-৫-৫৯ | হলেণ্ড | আমষ্টাৰডাম | ২-১ |
| ৪। ৩-৬-৫৯ | পৰ্তুগাল | লিচবন | ০-১ |
| ৫। ৩-১০-৫৯ | উত্তৰ আয়াৰলেণ্ড | বেলফাষ্ট | ৪-০ |
| ৬। ১৪-১১-৫৯ | ৱেলচ | গ্লাচগো | ১-১ |
| ৭। ৯-৪-৬০ | ইংলেণ্ড | গ্লাচগো | ১-১ |
| ৮। ৪-৫-৬০ | পোলেণ্ড | গ্লাচগো | ২-৩(১) |

| | | | |
|---|---|---|---|
| ৯। ২৯-৫-৬০ | অষ্ট্ৰিয়া | ভিয়েনা | ১-৪ |
| ১০। ৯-১১-৬০ | উত্তৰ আয়াৰলেণ্ড | গ্লাচগো | ৫-২(১) |
| ১১। ১৫-৪-৬১ | ইংলেণ্ড | ৱেম্বলী | ৩-৯ |
| ১২। ২৯-৯-৬১ | চেকোশ্লোভাকিয়া | গ্লাচগো | ৩-২(২) |
| ১৩। ২৯-১১-৬১ | চেকোশ্লোভাকিয়া | ব্রুচেলচ | ২-৪ |
| ১৪। ১৪-৪-৬২ | ইংলেণ্ড | গ্লাচগো | ২-০ |
| ১৫। ২০-১০-৬২ | ৱেলচ | কাৰ্ডিফ | ৩-২(১) |
| ১৬। ৭-১১-৬২ | উত্তৰ আয়াৰলেণ্ড | গ্লাচগো | ৫-১(৪) |
| ১৭। ৬-৪-৬৩ | ইংলেণ্ড | ৱেম্বলী | ২-১ |
| ১৮। ৮-৫-৬৩ | অষ্ট্ৰেলিয়া | গ্লাচগো | ৪-১(২) |
| ১৯। ৪-৬-৬৩ | নৰৱে | বাৰ্গেন | ৩-৪(৩) |
| ২০। ৯-৬-৬৩ | ৰিপাব্লিক অব আয়াৰলেণ্ড | ডাব্লিন | ০-১ |
| ২১। ১৩-৬-৬৩ | স্পেইন | মাদ্রিদ | ৬-২(১) |
| ২২। ৭-১১-৬৩ | নৰৱে | গ্লাচগো | ৬-১(৪) |



খেলপথাৰত সক্ৰিয় ডেনিচ ল

| | | | | |
|---|---|---|---|---|
| ২৩। | ২০-১১-৬৩ | ৱেলচ | গ্লাচগো | ২-১ |
| ২৪। | ১১-৪-৬৪ | ইংলেণ্ড | গ্লাচগো | ১-০ |
| ২৫। | ১২-৫-৬৪ | পশ্চিম জার্মেনি | হেনোভাৰ | ২-২ |
| ২৬। | ৩-১০-৬৪ | ৱেলচ | কার্ডিফ | ২-৩ |
| ২৭। | ২১-১০-৬৪ | ফিনলেণ্ড | কার্ডিফ | ৩-১(১) |
| ২৯। | ১০-৪-৬৪ | ইংলেণ্ড | ৱেম্বলী | ২-২(১) |
| ৩০। | ৮-৫-৬৪ | স্পেইন | গ্লাচগো | ০-০ |
| ৩১। | ২৩-৫-৬৪ | পোলেণ্ড | চৰ্জো | ১-১(১) |
| ৩২। | ২৭-৫-৬৪ | ফিনলেণ্ড | হেলছিংকি | ২-১ |
| ৩৩। | ২-১০-৬৫ | উত্তৰ আয়াৰলেণ্ড | বেলফাষ্ট | ২-৩ |
| ৩৪। | ১৩-১০-৬৫ | পোলেণ্ড | গ্লাচগো | ১-২ |
| ৩৫। | ২-৪-৬৬ | ইংলেণ্ড | গ্লাচগো | ৩-৪(১) |
| ৩৬। | ২২-১০-৬৬ | ৱেলচ | কার্ডিফ | ১-১(১) |
| ৩৭। | ১৫-৪-৬৭ | ইংলেণ্ড | ৱেম্বলী | ৩-২(১) |
| ৩৮। | ১০-৫-৬৭ | ছোভিয়েট ইউনিয়ন | গ্লাচগো | ০-২ |
| ৩৯। | ২১-১০-৬৭ | উত্তৰ আয়াৰলেণ্ড | বেলফাষ্ট | ০-১ |
| ৪০। | ৬-১১-৬৮ | অষ্ট্ৰিয়া | গ্লাচগো | ২-১(১) |
| ৪১। | ১৬-৪-৬৯ | পশ্চিম জার্মেনি | গ্লাচগো | ১-১ |
| ৪২। | ৬-৫-৬৯ | উত্তৰ আয়াৰলেণ্ড | গ্লাচগো | ১-১ |
| ৪৩। | ২৬-৪-৭২ | পেৰু | গ্লাচগো | ২-০(১) |
| ৪৪। | ২০-৫-৭২ | উত্তৰ আয়াৰলেণ্ড | গ্লাচগো | ২-০(১) |
| ৪৫। | ২৪-৫-৭২ | ৱেলচ | গ্লাচগো | ১-০ |
| ৪৬। | ২৭-৫-৭২ | ইংলেণ্ড | গ্লাচগো | ০-১ |
| ৪৭। | ২৯-৬-৭২ | যুগোশ্লাভিয়া | বিলো হৰিজন্টি | ২-২ |
| ৪৮। | ২-৭-৭২ | চেকোশ্লোভাকিয়া | পৰ্টো আলিগ্ৰী | ০-০ |
| ৪৯। | ৫-৭-৭২ | ব্ৰাজিল | ৰিও-দি-জেনিৰো | ০-১ |
| ৫০। | ২৬-৭-৭৩ | চেকোশ্লোভাকিয়া | গ্লাচগো | ২-১ |
| ৫১। | ১৭-১০-৭৩ | চেকোশ্লোভাকিয়া | ব্ৰাটিশ্লাভা | ০-১ |
| ৫২। | ১৪-১১-৭৩ | পশ্চিম জার্মেনি | গ্লাচগো | ১-১ |
| ৫৩। | ২৭-৩-৭৪ | পশ্চিম জার্মেনি | ফ্ৰাঙ্কফোর্ট | ১-২ |
| ৫৪। | ১১-৫-৭৪ | উত্তৰ আয়াৰলেণ্ড | গ্লাচগো | ০-১ |
| ৫৫। | ১৪-৬-৭৪ | জায়েৰ | দৰ্টমুণ্ড | ২-০ |



# বিলি ব্ৰিমাৰ

স্কটলেণ্ডতে আধুনিক ফুটবলত প্ৰথম বিপ্লৱৰ সূত্ৰপাত হয়। এই ঐতিহ্যপূৰ্ণ স্কটিছ ক্ৰীড়া মঞ্চতে চুটি চাপৰ দুৰ্দ্ধৰ্ষ ফুটবল কুশলী বিলি ব্ৰিমাৰৰ অভ্যুদয় এক ৰোমাঞ্চকৰ ঘটনা। ৰঙচোৱা চুলিৰ ব্ৰিমাৰ আকাৰত সৰু হ'লেও এওঁৰ দৰে সাহসী খেলুৱৈ বিশ্বফুটবলত বিৰল। কাৰণ শাৰীৰিক দিশৰ পৰা বিশ্বমানত অসুবিধা সৃষ্টি হ'লেও স্বকীয় স্কটিছ দুৰ্দ্ধৰ্ষতা ও বীৰোচিত খেলে বিশ্বৰ বাছকবনীয়াসকলৰ মাজত এই ফুটবল কুশলী জিলিকি উঠিছিল আৰু বিশ্ব ক্ৰীড়ামোদীয়েও তেওঁৰ শৌৰ্যক স্বীকাৰ কৰিবলৈ বাধ্য।

বিলি ব্ৰিমাৰ ১৯৪২ চনৰ ৯ ডিচেম্বৰ তাৰিখে গ্লাচগোত জন্ম গ্ৰহণ কৰে। স্কটিছ চহৰ ষ্টিলিঙত নিৰ্ভীকভাৱে লালন পালন হোৱা বিলি পৰৱৰ্তীকালৰ ভীতিজনক খেলুৱৈৰূপে অভ্যুদয় হৈছিল। গৱানহিল জুনিয়ৰ দলত খেলি থাকোতে ১৯৫৯ চনত লীডচ্ ইউনাইটেড ক্লাৱত যোগদান কৰি পেছাদাৰী ফুটবলৰ পাতনি মেলে আৰু এমাহ পিচতে (১৯৬০) চেলচিৰ বিৰুদ্ধে লীগত আত্মপ্ৰকাশ কৰে। লীডচ্‌ৰ পক্ষে ১৯৬৩-৬৪ মৰছুমত দ্বিতীয় ডিভিজনৰ লীগ খিতাপ জয় কৰি প্ৰথম ডিভিজনলৈ উধাবলৈ সক্ষম হয় আৰু ১৯৬৯ আৰু ১৯৭৪ চনত দুবাৰ প্ৰথম ডিভিজন লীগ খিতাপ জয় কৰাত অৰিহণাৰ যোগাৰ ধৰে। ১৯৬৯ চনত এফ.এ.চেৰিটি শ্বিল্ড আৰু ১৯৭২ চনত এফ.এ.কাপ জয় কৰাৰ উপৰি ১৯৬৮ আৰু ১৯৭১ চনত ইউৰোপীয় ফেয়াৰ্চ কাপ জয় উল্লেখযোগ্য। ১৯৬৭ চনত ফেয়াৰ্চ কাপত ৰানাৰ্চ-আপ পোৱাৰ উপৰি ১৯৭৩ ইউৰোপীয় কাপ-উইনাৰ্চ কাপ আৰু ১৯৭৫ চনত ইউৰোপীয় চেম্পিয়ন ক্লাৱচ' কাপত ৰানাৰ্চ-আপ পায়। লীডচ্ ইউনাইটেডক ইউৰোপীয় ফুটবলৰ মূধচত স্থাপন কৰোঁতে দলত জেকি চাৰ্লটনৰ দৰে অভিজ্ঞ আনহাতে বিচক্ষণ জনি গিলচ থকা সত্বেও মেনেজাৰ ডন ৰিভিয়ে বিলি ব্ৰিমাৰক অধিনায়কত্ব দায়িত্ব অৰ্পণ কৰিছিল।

মাত্ৰ ৫ ফুট ৫$^{১}/_{২}$ ইঞ্চি ওখ, ৬৩ কিলোগ্ৰাম ওজনৰ ডিফেণ্ডাৰে তেওঁৰ গৌৰৱান্বিত ফুটবল জীৱন ৰাইট-উইঙ্গাৰ ৰূপে পাতনি মেলিলেও পিচলৈ মিড-ফিল্ড পজিচনত খেলিব লয়। বিলি ব্ৰিমাৰে ১৯৬৫ চনৰ ৮ মে'ত গ্লাচগোত স্পেইনৰ বিৰুদ্ধে আন্তৰ্জাতিক ফুটবলত আত্মপ্ৰকাশ ঘটোতে খেল ০-০ ভাৱে অন্ত পৰে। ১৯৬৮ চনৰ ১৬ অক্টোবৰত কোপেনহেগেনত ডেনমাৰ্কৰ বিৰুদ্ধে প্ৰথম অধিনায়কত্বৰ দায়িত্ব পায়। এই খেলখন ১-০ গোলত জয়ী হয়। বিশেষকৈ ১৯৭৪ বিশ্বকাপত স্কটলেণ্ড দল তেওঁৰ অধিনায়কত্বতে খেলিব যায় তেতিয়ালৈকে তেওঁ ৪৮ খন আন্তৰ্জাতিকৰে পুষ্ট আছিল। কিন্তু স্কটলেণ্ডে গ্ৰুপ লীগৰ পৰাই বিদায় লব লগা হয়। ১৯৭৫ চনৰ ৩ ছেপ্টেম্বৰ তাৰিখে কোপেনহেগেনত স্কটলেণ্ডে ডেনমাৰ্কক



১-০ গোলত পৰাভূত কৰাৰ পিচত ভেদবেক চহৰৰ এখন হোটেলত উশৃঙ্খল সৃষ্টি কৰাৰ দোষত স্কটিছ ফুটবল সন্থাই ছয়জন খেলুৱৈক যাৱৎজীৱনৰ বাবে ফুটবলৰ পৰা বহিষ্কাৰৰ নিষেধাজ্ঞা জাৰি কৰে ইয়াৰ অন্তৰ্গত বিলি ব্ৰিমাৰো আছিল। তেওঁ মুঠ ৫৪ খন আন্তৰ্জাতিক খেলাৰ গৌৰৱ অৰ্জন কৰে।

স্কটিছ ফুটবলত আৱিৰ্ভূত হোৱা ক্ৰীড়া কুশলীসকলৰ ভিতৰত বিলি ব্ৰিমাৰৰ ভাৱাবেগ অদ্বিতীয়। খেলপথাৰত সৰ্বদা বলৰ বাবে ভোকাতুৰ ডিফেণ্ডাৰ বিলি ব্ৰিমাৰৰ কঠিন টেক্‌লিং বিপক্ষই সহ্য কৰিব নোৱাৰিছিল। বিশেষকৈ টেক্‌লিংত চতুৰতা বিহীন বিলিৰ অতুলনীয় পাচিঙৰ লগতে পৰিষ্কাৰ বল বিতৰণ মনকৰিবলগীয়া। অৱশ্যে এই কষ্টসহিষ্ণু ফুটবলাৰ গৰাকীৰ উগ্ৰ মেজাজৰ বাবে মাজে মাজে অসুবিধাৰ সম্মুখীন হ'ব লগা হৈছিল। বিলি ব্ৰিমাৰে ১৯৭০ চনত বৃটেনৰ "ফুটবলাৰ অৱ দি ইয়েৰ" নিৰ্বাচন লাভ কৰে। তেওঁ ১৯৭৮ চনত অৱসৰ লোৱাৰ পূৰ্বে দুটামান মৰছুম দ্বিতীয় ডিভিজন হাল চিটি দলত কটায়।

বিলি ব্ৰিমাৰৰ আন্তৰ্জাতিক খেল

| তাৰিখ | প্ৰতিপক্ষ | স্থান | ফলাফল(স্কৰ) |
|---|---|---|---|
| ১। ৮-৫-৬৫ | স্পেইন | গ্লাচগো | ০-০ |
| ২। ১৩-১০-৬৫ | পোলেণ্ড | গ্লাচগো | ১-২ |
| ৩। ৯-১১-৬৫ | ইটালি | গ্লাচগো | ১-০ |
| ৪। ৭-১২-৬৫ | ইটালি | নেপলচ | ০-৩ |
| ৫। ২-৪-৬৬ | ইংলেণ্ড | গ্লাচগো | ৩-৪ |
| ৬। ১১-৫-৬৬ | হলেণ্ড | গ্লাচগো | ০-৩ |
| ৭। ১৮-৬-৬৬ | পৰ্তুগাল | গ্লাচগো | ০-১ |
| ৮। ২৫-৬-৬৬ | ব্ৰাজিল | গ্লাচগো | ১-১ |
| ৯। ২২-১০-৬৬ | ৱেলচ | কাৰ্ডিফ | ১-১ |
| ১০। ১৬-১১-৬৬ | উত্তৰ আয়াৰলেণ্ড | গ্লাচগো | ২-১ |
| ১১। ১৫-৪-৬৭ | ইংলেণ্ড | লণ্ডন | ৩-২ |
| ১২। ২২ ১১-৬৭ | ৱেলচ | গ্লাচগো | ৩-২ |
| ১৩। ২৪-২-৬৮ | ইংলেণ্ড | গ্লাচগো | ১-১ |
| ১৪। ১৬-১০-৬৮ | ডেনমাৰ্ক | কোপেনহেগেন | ১-০ |
| ১৫। ৬-১১-৬৮ | অষ্ট্ৰিয়া | গ্লাচগো | ২-১(১) |

| | | | |
|---|---|---|---|
| ১৬। ১১-১২-৬৮ | চাইপ্ৰাচ | নিকোচিয়া | ৫-০ |
| ১৭। ৩-৫-৬৯ | ৱেলচ | ৰেক্সহাম | ৫-৩(১) |
| ১৮। ৬-৫-৬৯ | উত্তৰ আয়াৰলেণ্ড | গ্লাচগো | ১-১ |
| ১৯। ১০-৫-৬৯ | ইংলেণ্ড | ৱেম্বলী | ১-৪ |
| ২০। ১২-৫-৬৯ | চাইপ্ৰাচ | গ্লাচগো | ৮-০ |
| ২১। ২১-৯-৬৯. | ৰিপাব্লিক অৱ আয়াৰলেণ্ড | ডাব্লিন | ১-১ |
| ২২। ২২-১০-৬৯ | পশ্চিম জাৰ্মেনি | হামবাৰ্গ | ২-৩ |
| ২৩। ৫-১১-৬৯ | অষ্ট্ৰিয়া | ভিয়েনা | ১-২ |
| ২৪। ১৫-৫-৭১ | ৱেলচ | কাৰ্ডিফ | ০-০ |
| ২৫। ২২-৫-৭১ | ইংলেণ্ড | ৱেম্বলী | ১-৩ |
| ২৬। ১৩-১০-৭১ | পৰ্তুগাল | গ্লাচগো | ২-১ |
| ২৭। ১০-১১-৭১ | বেলজিয়াম | এবাৰ্ডিন | ১-০ |
| ২৮। ১-১২-৭১ | হলেণ্ড | আমষ্টাৰডাম | ১-২ |
| ২৯। ২০-৫-৭২ | উত্তৰ আয়াৰলেণ্ড | গ্লাচগো | ২-০ |



**বিলি ব্ৰিমাৰৰ বাই-চাইকেল ভলী**

| | | | | |
|---|---|---|---|---|
| ৩০। | ২৪-৫-৭২ | বেলচ | গ্লাচগো | ১-০ |
| ৩১। | ২৭-৫-৭২ | ইংলেণ্ড | গ্লাচগো | ০-১ |
| ৩২। | ২৯-৬-৭২ | যুগোশ্লাভিয়া | বিলো হৰিজণ্টি | ২-২ |
| ৩৩। | ২-৭-৭২ | চেকোশ্লোভাকিয়া | পৰ্টো আলিগ্ৰী | ০-০ |
| ৩৪। | ৫-৭-৭২ | ব্ৰাজিল | ৰিও-দি-জেনিৰো | ০-১ |
| ৩৫। | ১৮-১০-৭২ | ডেনমাৰ্ক | কোপেনহেগেন | ৪-১ |
| ৩৬। | ১৫-১১-৭২ | ডেনমাৰ্ক | গ্লাচগো | ২-০ |
| ৩৭। | ১৪-২-৭৩ | ইংলেণ্ড | গ্লাচগো | ০-৪ |
| ৩৮। | ১৬-৫-৭৩ | উত্তৰ আয়াৰলেণ্ড | গ্লাচগো | ১-২ |
| ৩৯। | ১৯-৫-৭৩ | ইংলেণ্ড | ৱেম্বলী | ০-১ |
| ৪০। | ২২-৬-৭৩ | চুইজাৰলেণ্ড | বাৰ্ণ | ০-১ |
| ৪১। | ৩০-৬-৭৩ | ব্ৰাজিল | গ্লাচগো | ০-১ |
| ৪২। | ২৬-৯-৭৩ | চেকোশ্লোভাকিয়া | গ্লাচগো | ২-১ |
| ৪৩। | ১৪-১১-৭৩ | পশ্চিম জাৰ্মেনি | গ্লাচগো | ১-১ |
| ৪৪। | ১১-৫-৭৭৪ | উত্তৰ আয়াৰলেণ্ড | গ্লাচগো | ০-১ |
| ৪৫। | ১৪-৫-৭৪ | ইংলেণ্ড | গ্লাচগো | ২-০ |
| ৪৬। | ১৮-৫-৭৪ | ইংলেণ্ড | গ্লাচগো | ২-০ |
| ৪৭। | ১-৬-৭৪ | বেলজিয়াম | ব্ৰুগচ্ | ১-২ |
| ৪৮। | ৬-৬-৭৪ | নৰৱে | ওচলো | ২-১ |
| ৪৯। | ১৪-৬-৭৪ | জায়েৰ | দৰ্টমুণ্ড | ২-০ |
| ৫০। | ১৮-৬-৭৪ | ব্ৰাজিল | ফ্ৰাঙ্কফোৰ্ট | ০-০ |
| ৫১। | ২২-৬-৭৭৪ | যুগোশ্লাভিয়া | ফ্ৰাঙ্কফোৰ্ট | ১-১ |
| ৫২। | ২০-১১-৭৪ | স্পেইন | গ্লাচগো | ১-২(১) |
| ৫৩। | ৫-২-৭৫ | স্পেইন | ভেলেন্সিয়া | ১-১ |
| ৫৪। | ৩-৯-৭৫ | ডেনমাৰ্ক | কোপেনহেগেন | ১-০ |

□□



# কেনি দাগলিচ



১৯৮৫ চনত স্কটলেণ্ড বনাম ৰুমানিয়া খেলখন কেনি দাগলিচৰ শততম আন্তৰ্জাতিক আছিল। কেভিন কিঘানে লিভাৰপুল ত্যাগ কৰোঁতে দলৰ উত্তৰাধিকাৰীৰূপে কেনি দাগলিচে £৪,৪০,০০০ পাউণ্ড ষ্টাৰ্লিঙৰ বিনিময়ত গ্লাচগো কেল্টিকৰ পৰা লিভাৰপুলত যোগদান কৰে। এই কালছোৱাত লিভাৰপুল ইউৰোপীয় ফুটবলৰ কিংবদন্তি হৈ পৰে উপৰি কেনি দাগলিচো বিশ্বৰ অন্যতম ক্ৰীড়া চৰিত্ৰত পৰিণত হয়।

কেনি দাগলিচ ১৯৫১ চনৰ ৪ মাৰ্চ তাৰিখে গ্লাচগোত জন্ম গ্ৰহণ কৰে। সম্পূৰ্ণ নাম কেন্থ মেথিচেন দাগলিচ। তেওঁ কামবাৰ্ণলেণ্ড দলত খেলি থাকোতেই কেল্টিক দলৰ চকুত পৰে আৰু ১৯৬৭ চনত এই দলত চুক্তিবদ্ধ হয় আৰু ১৯৭১ চনৰ ১০ নভেম্বৰত বেলজিয়ামৰ বিৰুদ্ধে আন্তৰ্জাতিক আত্মপ্ৰকাশ ঘটে আৰু স্কটলেণ্ড ১-০ গোলত জয়ী হয়। কেল্টিক দলত দীৰ্ঘ দহবছৰ খেলি ১৯৭৭ চনত ৰেকৰ্ড পৰিমাণ ফিজ্‌ৰ বিনিময়ত লিভাৰপুলত যোগদান কৰে। ১৯৭৮ চনত এই গৰাকী ৫ ফুট ৯ ইঞ্চি ওখ ৭৩ কিলোগ্ৰাম ওজনৰ মিড-ফিল্ডাৰে ৫৬ খন আন্তৰ্জাতিক খেলাৰ গৌৰৱ অৰ্জন কৰোঁতে ডেনিচ ল-ৰ স্কটিছ ৰেকৰ্ড ভঙ্গ কৰে। অৱশ্যে তেওঁ এই দুৰ্দ্ধৰ্ষ স্কটিছ খেলুৱৈ ডেনিচ ল-ৰ ক্ৰীড়া ৰেঙণিৰে অনুপ্ৰাণিত হৈ সৰুৰে পৰা বিশ্ব খ্যাত হোৱা জীৱনৰ লক্ষ্য আছিল। লিভাৰপুলৰ হৈ তিনিবাৰ ইউৰোপীয়ান চেম্পিয়ন ক্লাৱচ' কাপ (১৯৭৮, ১৯৮১ আৰু ১৯৮৪) জয় কৰে; কিন্তু ১৯৮৫ চনত ব্ৰুচেলচত অনুষ্ঠিত ফাইনেলত জুভেন্টাচৰ হাতত ০-১ গোলত পৰাভূত হয়। এই ব্ৰুচেলচ ট্ৰেজেদিৰ পিচতে তেওঁক লিভাৰপুলৰ মেনেজাৰ নিযুক্তি দিয়ে যদিও খেলুৱৈৰূপেও দলত জৰিত থাকে। পিচৰ বছৰ (১৯৮৬) লীগ চেম্পিয়নচিপ আৰু এফ.এ.কাপ জয় কেনি দাগলিচৰ মেনেজাৰ তথা খেলুৱৈৰূপে অন্য এক বৃহৎ সাফল্য। বোধকৰো ফুটবল বুৰঞ্জীৰ এক বিৰল নজিৰ। উপৰি বৃটিছ ফুটবলত "ডাবল" জয়ী তৃতীয় দলৰূপে পৰিগণিত হয়।

কেনি দাগলিচে তিনিটা বিশ্বকাপ(১৯৭৪, ১৯৭৮ আৰু ১৯৮২)ত অংশ গ্ৰহণ কৰে। স্কটলেণ্ডে এই ক্ষেত্ৰত বেছি অগ্ৰসৰ লাভ কৰিব নোৱাৰিলেও বৃটিছ ফুটবলৰ ধ্বজা কঢ়িয়াই নিওঁতে এণ্ডি গ্ৰে, গ্ৰেমি চাউনেচ আদি খ্যাতনামাসকলেৰে স্কটলেণ্ড দল পুষ্ট আছিল। ১৯৮৫ চনত তেওঁ ১০০ খন আন্তৰ্জাতিক পূৰ্ণ কৰে

আৰু স্কৰ ৩১ গোল। ১৯৮৬ এফ.এ.কাপ ফাইনেলত তেওঁ আঠুত আঘাত পোৱা বাবে মেক্সিকো বিশ্বকাপত অংশ লোৱাৰ পৰা বঞ্চিত হয়; যদিও বিশ্বকাপৰ পিচতে (১৯৮৬) তেওঁক **এম বি ই ৰাষ্ট্ৰীয়** সন্মানেৰে ভূষিত কৰে। যি কি নহওঁক ইংলিচ ফুটবল ইতিহাসত লিভাৰপুলৰ সৈতে সদায় এটা নাম জড়িত থাকিব কেনি দাগলিচ। আনহাতে স্কটিছ ফুটবলত ৰেকৰ্ড সংখ্যক আন্তৰ্জাতিকৰ কৃতিত্ব (১০২ খন আন্তৰ্জাতিক)।

**কেনি দাগলিচৰ আন্তৰ্জাতিক খেল**

| তাৰিখ | স্থান | প্ৰতিপক্ষ | ফলাফল(স্কৰ) |
|---|---|---|---|
| ১। ১০-১১-৭১ | এবাৰ্ডিন | বেলজিয়াম | ১-০ |
| ২। ১-১২-৭১ | আমষ্টাৰডাম | হলেণ্ড | ১-২ |
| ৩। ১৮-১০-৭২ | কোপেনহেগেন | ডেনমাৰ্ক | ৪-১ |
| ৪। ১৫-১১-৭২ | গ্লাচগো | ডেনমাৰ্ক | ২-০(১) |
| ৫। ১৪-২-৭৩ | গ্লাচগো | ইংলেণ্ড | ০-৫ |
| ৬। ১২-৫-৭৩ | ৰেক্সহাম | ৱেলচ | ২-০ |
| ৭। ১৬-৫-৭৩ | গ্লাচগো | উত্তৰ আযাৰলেণ্ড | ১-২(১) |
| ৮। ১৯-৫-৭৩ | লণ্ডন | ইংলেণ্ড | ০-১ |
| ৯। ২২-৫-৭৩ | বাৰ্ণ | চুইজাৰলেণ্ড | ০-১ |
| ১০। ৩০-৬-৭৩ | গ্লাচগো | ব্ৰাজিল | ০-১ |
| ১১। ২৬-৯-৭৩ | গ্লাচগো | চেকোশ্লোভাকিয়া | ২-১ |
| ১২। ১৭-১০-৭৩ | ব্ৰাটিশ্লাভ | চেকোশ্লোভাকিয়া | ০-১ |
| ১৩। ১৪-১১-৭৩ | গ্লাচগো | পশ্চিম জাৰ্মেনি | ১-১ |
| ১৪। ২৭-৩-৭৪ | ফ্ৰাঙ্কফোৰ্ট | পশ্চিম জাৰ্মেনি | ১-২(১) |
| ১৫। ১১-৫-৭৪ | গ্লাচগো | উত্তৰ আয়াৰলেণ্ড | ০-১ |
| ১৬। ১৪-৫-৭৪ | গ্লাচগো | ৱেলচ | ২-০(১) |
| ১৭। ১৮-৫-৭৪ | গ্লাচগো | ইংলেণ্ড | ২-০ |
| ১৮। ১-৬-৭৪ | ব্ৰুগচ | বেলজিয়াম | ১-২ |
| ১৯। ৬-৬-৭৪ | ওচলো | নৰৱে | ২-১(১) |
| ২০। ১৪-৬-৭৪ | দৰ্টমুণ্ড | জায়েৰ | ২-০ |
| ২১। ১৮-৬-৭৪ | ফ্ৰাঙ্কফোৰ্ট | ব্ৰাজিল | ০-০ |
| ২২। ২২-৬-৭৪ | ফ্ৰাঙ্কফোৰ্ট | যুগোশ্লাভিয়া | ১-১ |
| ২৩। ৩০-৬-৭৪ | গ্লাচগো | জাৰ্মেনি | ৩-০(১) |
| ২৪। ২০-১১-৭৪ | গ্লাচগো | স্পেইন | ১-২ |
| ২৫। ৫-২-৭৫ | ভেলেন্সিয়া | স্পেইন | ১-১ |
| ২৬। ১৬-৪-৭৫ | গটেবাৰ্গ | চুইডেন | ১-১ |

| | | | |
|---|---|---|---|
| ২৭। ১৩-৫-৭৫ | গ্লাচগো | পর্তুগাল | ১-০ |
| ২৮। ১৭-৫-৭৫ | কার্ডিফ | ৱেলচ | ২-২ |
| ২৯। ২০-৫-৭৫ | গ্লাচগো | উত্তৰ আয়াৰলেণ্ড | ৩-০(১) |
| ৩০। ২৪-৫-৭৫ | লণ্ডন | ইংলেণ্ড | ১-৫ |
| ৩১। ১-৬-৭৫ | বুখাৰেষ্ট | ৰুমানিয়া | ১-১ |
| ৩২। ৩-৯-৭৫ | কোপেনহেগেন | ডেনমাৰ্ক | ১-০ |
| ৩৩। ২৯-১০-৭৫ | গ্লাচগো | ডেনমাৰ্ক | ৩-১(১) |
| ৩৪। ১৭-১২-৭৫ | গ্লাচগো | ৰুমানিয়া | ১-১ |
| ৩৫। ৭-৪-৭৬ | গ্লাচগো | চুইজাৰলেণ্ড | ১-০ |
| ৩৬। ৮-৫-৭৬ | গ্লাচগো | উত্তৰ আয়াৰলেণ্ড | ৩-০(১) |
| ৩৭। ১৫-৫-৭৬ | গ্লাচগো | ইংলেণ্ড | ২-১(১) |
| ৩৮। ৮-৯-৭৬ | গ্লাচগো | ফিনলেণ্ড | ৬-০(১) |
| ৩৯। ১৩-১০-৭৬ | প্ৰাগুৱেল | চেকোশ্লোভাকিয়া | ০-২ |
| ৪০। ১৭-১১-৭৬ | গ্লাচগো | ৱেলচ | ১-০ |
| ৪১। ২৭-৪-৭৭ | গ্লাচগো | চুইডেন | ৩-১(১) |
| ৪২। ২৮-৫-৭৭ | ৰেক্সহাম | ৱেলচ | ০-০ |
| ৪৩। ১-৬-৭৭ | গ্লাচগো | উত্তৰ আয়াৰলেণ্ড | ৩-০(২) |
| ৪৪। ৪-৬-৭৭ | লণ্ডন | ইংলেণ্ড | ২-০(১) |
| ৪৫। ১৫-৬-৭৭ | চাণ্টিয়াগো | চিলি | ৪-২(১) |
| ৪৬। ১৮-৬-৭৭ | বুয়েনচ আয়াৰ্চ | আৰ্জেণ্টিনা | ১-১ |
| ৪৭। ২৩-৬-৭৭ | ৰিও-দি-জেনিৰো | ব্ৰাজিল | ০-২ |
| ৪৮। ৭-৯-৭৭ | পূব বাৰ্লিন | পূব জাৰ্মেনি | ০-১ |
| ৪৯। ২১-৯-৭৭ | গ্লাচগো | চেকোশ্লোভাকিয়া | ৩-১(১) |
| ৫০। ১২-১০-৭৭ | লিভাৰপুল | ৱেলচ | ২-০(১) |
| ৫১। ২২-২-৭৮ | গ্লাচগো | বুলগেৰিয়া | ২-১ |
| ৫২। ১৩-৫-৭৮ | গ্লাচগো | উত্তৰ আয়াৰলেণ্ড | ১-১ |
| ৫৩। ১৭-৫-৭৮ | গ্লাচগো | ৱেলচ | ১-১ |
| ৫৪। ২০-৫-৭৮ | গ্লাচগো | ইংলেণ্ড | ০-১ |
| ৫৫। ৩-৬-৭৮ | কৰ্ডোবা | পেৰু | ১-৩ |
| ৫৬। ৭-৬-৭৮ | কৰ্ডোবা | ইৰাণ | ১-১ |
| ৫৭। ১১-৬-৭৮ | মেন্দোজা | হলেণ্ড | ৩-২(১) |
| ৫৮। ২০-৬-৭৮ | ভিয়েনা | অষ্ট্ৰিয়া | ২-৩ |
| ৫৯। ২৫-১০-৭৮ | গ্লাচগো | নৰৱে | ৩-২(২) |




*১৯৭৮ ইউৰোপীয়ান কাপ ফাইনেলত কেনি ডাগলিচ(লিভাৰপুল)ৰ একমাত্ৰ গোলে এফ চি ব্ৰুগচ-ক পৰাভূত কৰে।*

| | | | | |
|---|---|---|---|---|
| ৬০। | ২৯-১১-৭৮ | লিচবন | পর্তুগাল | ০-১ |
| ৬১। | ১৯-৫-৭৯ | কার্ডিফ | ৱেলচ | ০-৩ |
| ৬২। | ২২-৫-৭৯ | গ্লাচগো | উত্তৰ আয়াৰলেণ্ড | ১-০ |
| ৬৩। | ২৬-৫-৭৯ | লণ্ডন | ইংলেণ্ড | ১-৩ |
| ৬৪। | ২-৬-৭৯ | গ্লাচগো | আর্জেন্তিনা | ১-৩ |
| ৬৫। | ৭-৬-৭৯ | ওচলো | নৰৱে | ৪-০(১) |
| ৬৬। | ১২-৯-৭৯ | গ্লাচগো | পেৰু | ১-১ |
| ৬৭। | ১৭-১-৭৯ | গ্লাচগো | অষ্ট্ৰিয়া | ১-১ |
| ৬৮। | ২১-১১-৭৯ | ব্রুচেলচ | বেলজিয়াম | ০-২ |
| ৬৯। | ১৯-১২-৭৯ | গ্লাচগো | বেলজিয়াম | ১-৩ |
| ৭০। | ২৬-৩-৮০ | গ্লাচগো | পর্তুগাল | ৪-১(১) |
| ৭১। | ১৬-৫-৮০ | বেলফাষ্ট | উত্তৰ আয়াৰলেণ্ড | ০-১ |
| ৭২। | ২১-৫-৮০ | গ্লাচগো | ৱেলচ | ১-০ |
| ৭৩। | ২৪-৫-৮০ | গ্লাচগো | ইংলেণ্ড | ০-২ |
| ৭৪। | ২৮-৫-৮০ | পেজানান | পোলেণ্ড | ০-১ |
| ৭৫। | ৩১-৫-৮০ | বুডাপেষ্ট | হাঙ্গেৰি | ১-৩ |
| ৭৬। | ১০-৯-৮০ | ষ্টকহম | চুইডেন | ১-০ |
| ৭৭। | ১৫-১০-৮০ | গ্লাচগো | পর্তুগাল | ০-০ |
| ৭৮। | ২৫-২-৮১ | টেল আভিভ | ইজৰাইল | ১-০(১) |

| | | | | |
|---|---|---|---|---|
| ৭৯। | ৯-৯-৮১ | গ্লাচগো | চুইডেন | ২-০ |
| ৮০। | ১৪-১০-৮১ | বেলফাষ্ট | উত্তৰ আয়াৰলেণ্ড | ০-০ |
| ৮১। | ১৮-১১-৮১ | লিচবন | পর্তুগাল | ১-২ |
| ৮২। | ২৪-২-৮২ | ভেলেন্সিয়া | স্পেইন | ০-৩ |
| ৮৩। | ২৩-৩-৮২ | গ্লাচগো | হলেণ্ড | ২-১(১) |
| ৮৪। | ২৮-৪-৮২ | বেলফাষ্ট | উত্তৰ আয়াৰলেণ্ড | ১-১ |
| ৮৫। | ২৪-৫-৮২ | গ্লাচগো | ৱেলচ | ১-০ |
| ৮৬। | ২৯-৫-৮২ | গ্লাচগো | ইংলেণ্ড | ০-১ |
| ৮৭। | ১৫-৬-৮২ | মালাগা | নিউজিলেণ্ড | ৫-২(১) |
| ৮৮। | ১৮-৬-৮২ | চেভিল | ব্ৰাজিল | ১-৪ |
| ৮৯। | ১৫-১২-৮২ | ব্ৰুচেলচ | বেলজিয়াম | ২-৩(২) |
| ৯০। | ৩০-৩-৮৩ | গ্লাচগো | চুইজাৰলেণ্ড | ২-২ |
| ৯১। | ২১-৯-৮৩ | গ্লাচগো | উৰুগুৱে | ২-০ |
| ৯২। | ১২-১০-৮৩ | গ্লাচগো | বেলজিয়াম | ১-১ |
| ৯৩। | ১৬-১১-৮৪ | হেলি | পূব জাৰ্মেনি | ১-২ |
| ৯৪। | ১২-৯-৮৪ | গ্লাচগো | যুগোশ্লাভিয়া | ৬-১(১) |
| ৯৫। | ১৭-১০-৮৪ | গ্লাচগো | আইচলেণ্ড | ৩-০ |
| ৯৬। | ১৪-১১-৮৪ | গ্লাচগো | স্পেইন | ৩-১(১) |
| ৯৭। | ২৭-৩-৮৫ | গ্লাচগো | ৱেলচ | ০-১ |
| ৯৮। | | | পূব জাৰ্মেনি | |
| ৯৯। | | | অষ্ট্ৰিয়া | |
| ১০০। | | | ৰুমানিয়া | |

□□



# ডেনি ব্লাঞ্চফ্লাৱাৰ




ডেনি ব্লাঞ্চফ্লাৱাৰ ১৯২৬ চনৰ ১০ ফেব্ৰুৱাৰীত বেলফাষ্টত জন্ম গ্ৰহণ কৰে। তেওঁৰ প্ৰাৰম্ভিক ফুটবল আইৰিছ ঐতিহ্য বহন কৰোঁতা বেলফাষ্টৰ পথতেই সূচনা হৈছিল। বাল্য কালৰে পৰা ফুটবলৰ প্ৰতি থকা দুৰ্বাৰ হেপাহে তেওঁক ভৱিষ্যতৰ এগৰাকী তাৰকা ফুটবলাৰ হোৱাৰ অহিৰণা যোগায়। আনকি অৱসৰৰ পিছতো ফুটবল পৃথিৱী ত্যাগ কৰিব নোৱাৰিলে আৰু মন ডাৱৰৰ আঁৰত লুকাই থকা ক্ৰীড়া ৰোগৰ চিকিৎসা ক্ৰীড়া কলমৰ জৰিয়তে অব্যাহত ৰাখে। এই অধ্যায়ত তেওঁ যেন আৰু অধিক বিদগ্ধ। বিশ্বফুটবলত এনে ধৰণৰ দুই দফীয়া সাফল্যমণ্ডিত ক্ৰীড়া ৰৰঙণি ডেনি ব্লাঞ্চফ্লাৱাৰৰ বাহিৰে অন্যৰ ক্ষেত্ৰত দেখিবলৈ পোৱা নেযায়। ডেনি ব্লাঞ্চফ্লাৱাৰে গ্লেনটোৰেন ক্লাবত ফুটবলৰ পাতনি মেলে, ১৯৪৫ চনত। এই দলৰ হৈ আইৰিছ লীগ খেলি থাকোঁতেই ইংলিচ ক্লাবসমূহৰ দৃষ্টি গোচৰ হয়। ১৯৪৯ চনৰ এপ্ৰিলত মাত্ৰ £৬,৫০০ পাউণ্ড ষ্টাৰ্লিঙৰ বিনিময়ত ইংলিচ দ্বিতীয় ডিভিজন বাৰ্ণচ্লি দলত যোগদান কৰে আৰু সেইবছৰতে বেলফাষ্টত স্কটলেণ্ডৰ বিৰুদ্ধে আন্তৰ্জাতিক আত্মপ্ৰকাশ ঘটে। এই খেলখনত উত্তৰ আয়াৰলেণ্ড ২-৮ গোলৰ ব্যাপক ব্যৱধানত পৰাজয় বৰণ কৰে। ডেনি ব্লাঞ্চফ্লাৱাৰে বাৰ্ণচ্লিত দুটা ঋতু অতিবাহিত কৰি ১৯৫১ চনৰ প্ৰাৰম্ভতে £১৫,০০০ পাউণ্ড ষ্টাৰ্লিঙৰ বিনিময়ত এষ্টন ভিলাত যোগদান কৰাৰ পিচৰে পৰা তেওঁ প্ৰকৃত ক্ৰীড়া চাতুৰ্য প্ৰস্ফুটিত হৈ উঠে। অৱশ্যে টটেনহাম হটস্পাৰ দলত খেলিবলৈ লোৱাৰ পিছৰে পৰা তেওঁৰ জনপ্ৰিয়তা ক্ৰমবৃদ্ধিৰ অধ্যায় সূচনা হয়। টটেনহাম হটস্পাৰলৈ ১৯৫৪ চনত £৩০,০০০ পাউণ্ড ষ্টাৰ্লিঙৰ বিনিময়ত ট্ৰেন্সফাৰ লয় আৰু ডেনি ব্লাঞ্চফ্লাৱাৰো ইংলিচ লীগৰ সৰ্বাতোকৈ ক্ষমতা সম্পন্ন ৰাইট-হাফৰূপে পৰিগণিত হ'বলৈ ধৰে।

ডেনি ব্লাঞ্চফ্লাৱাৰৰ খেলৰ মূলমন্ত্ৰ 'attack was the best form of defence' এই কথাষাৰ উপলব্ধি কৰি খেলপথাৰত অৱতীৰ্ণ হৈছিল। টটেনহামত তেওঁৰ অভ্যুদয়ে যেন আলফ্ ৰামচীৰ উত্তৰাধিকাৰী সূত্ৰে ক্লাবে প্ৰকৃত অধিনায়কৰ সন্ধান পালে আৰু তেখেঁতৰ দলীয় ফুটবলত বিপ্লৱ সূচনা কৰি চাঞ্চল্যৰ সৃষ্টি কৰিছিল। তেওঁৰ অসাধাৰণ ফুটবল মগজুৱে খেল আৰম্ভৰ পৰা অন্তিমতাৰ সঙ্কেতধ্বনি নোহোৱা পৰ্যন্ত উদাম বিহীনভাবে প্ৰতিটো দিশত দৌৰী ফুৰা সহজাত নীতি। ফুটবলৰ প্ৰতি থকা তেওঁৰ সংক্ৰামক বিশ্বাসেই খেলৰ প্ৰধান মূলধন স্বৰূপ আছিল। খেলপথাৰত ডেনিৰ ভূমিকা দেখিলে নিঃসন্দেহে মহান খেলুৱৈৰূপে স্বীকাৰ কৰিবলৈ

কোনোয়ে কুণ্ঠাবোধ নকৰিছিল তথা প্ৰতিপক্ষৰ বাবে থিয় গৰাৰ দৰে উদয় হৈছিল। এই উইং-হাফে অন্ড-ষ্টাইল ধাৰাত ইনচাইদ-ফৰোৱাৰ্ডক মাৰ্ক কৰাৰ উপৰি আক্ৰমণাত্মক ভূমিকাতো অৱতীৰ্ণ হৈছিল। কাৰণ তেওঁৰ স্বকীয় নেতৃত্বৰ প্ৰতি দৃঢ়-বিশ্বাস আছিল। মধ্য-ফিল্ডত অতি বোধগম্য ফুটবলাৰ গৰাকী এজন দৰ্শনীয় বল-পাচিং খেলুৱৈ ও কাচিৎ প্ৰতিপক্ষই অতিক্ৰম কৰিব পাৰিছিল।

এই ভ্ৰান্তিজনক খেলুৱৈজনে খেলপথাৰত কেতিয়াও ৰূঢ় প্ৰকৃতিৰ ৰূপ ধাৰণ কৰা নাছিল। তেওঁক শাৰীৰিকভাৱে দুৰ্বল দেখা গ'লেও আৱশ্যক হ'লে বহু সময় ধৰি অনুশীলন কৰিছিল। ডেনি ব্ৰাঞ্চফ্লাৱাৰ খেলুৱৈতকৈ অধিনায়কৰূপে অধিক উৎসাহী। যাৰবাবে তেওঁক মহান কেপ্তেইনৰ আখ্যা দিয়া হৈছিল। তেওঁৰ অধিনায়কত্বতে উত্তৰ আয়াৰলেণ্ডে ১৯৫৮ বিশ্বকাপৰ কোৱাৰ্টাৰ-ফাইনেলত প্ৰৱেশ কৰোঁতে গ্ৰুপ লীগৰ প্লে-অফ্ মেচত চেক দলৰ বিৰুদ্ধে অতিৰিক্ত সময়ৰ অন্তত ২-১ ব্যৱধানত জয়লাভ কৰে। এইখিনিতে উল্লেখ্য ১৯৫৭ চনৰ ৬ নভেম্বৰত ৱেম্বলীত ইংলেণ্ডৰ বিৰুদ্ধে ৩-২ গোলত জয়ী হওঁতে এক বাক-বিতণ্ডাৰ ঢৌ উঠে কাৰণ উত্তৰ আয়াৰলেণ্ডে দীৰ্ঘ ত্ৰিশ বছৰৰ পিচত ইংলেণ্ডক পৰাভূত কৰিবলৈ সক্ষম হয়।

দুৰ্দ্ধৰ্ষ আইৰিছ ফুটবল তাৰকা ডেনি ব্ৰাঞ্চফ্লাৱাৰৰ অধিনায়কত্বই ১৯৬০-৬১ৰ "ডাবল" অৰ্জন কৰাৰ উপৰি এফ.এ.চেৰিটি শ্বিল্ড জয় কৰে। পৰৱৰ্তী বছৰটো এফ. এ.কাপ আৰু এফ.এ.চেৰিটি শ্বিল্ড জয়ী হয়। ১৯৬৩ ইউৰোপীয়ান কাপ-উইনাৰ্চ কাপ ফাইনেলত এটলেটিকো মাদ্ৰিদক ৫-১ ব্যৱধানত নাস্তাভূত কৰে। ১৯৬৩-৬৪ মৰছুমত তেওঁ ভৰিত আঘাত পায় আৰু খেলত নিষ্প্ৰভতা নামি অহা দেখা যায় ও মৰছুমৰ শেষৰফালে খেলপথাৰৰ পৰা অৱসৰ গ্ৰহণ কৰে। টটেনহাম হটস্পাৰত অতিবাহিত কৰা দহটা বছৰত এই ইংলিচ ক্লাৱক ফুটবলৰ এক সাফল্যমণ্ডিত ও জনপ্ৰিয় দলৰূপে পৰিগণিত কৰে। ডেনি ব্ৰাঞ্চফ্লাৱাৰ এই ফুটবল যন্ত্ৰটোৰ কেৱল হৃৎপিণ্ডই নাছিল-- খেলপথাৰত খেল সম্বন্ধে যিমান দূৰ পাৰে কাৰ্যকৰী কৰিবলৈ চেষ্টা কৰিছিল। তেওঁ বাৰ্ণচ্লিৰ হৈ ৬৮ খন-- ২ গোল; এষ্টন ভিলা ১৪৮ খন-- ১০ গোল; টটেনহাম হটস্পাৰ ৩৩৭ খন খেল-- ১৫ গোল আদি। উপৰি তেওঁ উত্তৰ আয়াৰলেণ্ডৰ হৈ ৫৬ খন আন্তৰ্জাতিক খেলে। তেওঁ ১৯৫৮ আৰু ১৯৬১ চনত বৃটেইনৰ "ফুটবলাৰ অৱ দি ইয়েৰ" নিৰ্বাচন লাভ কৰে।



ডেনি ব্ৰাঞ্চফ্লাৱাৱে ফুটবলৰ পৰা অৱসৰ ললে যদিও খেলজগতৰ পৰা অৱসৰ লোৱা নাছিল

কাৰণ তেওঁ ক্ৰীড়া সাংবাদিকতাত সোমাই এই ক্ষেত্ৰতো খ্যাতি অৰ্জন কৰে। খেলপথাৰৰ দৰ্শনীয় ক্ৰীড়া চাতুৰ্যৰ দৰে ফুটবলত তেওঁৰ কলমৰ খোচসমূহো অনুপম। মুঠতে ডেনি ব্লাঞ্চফ্লাৱাৰ খেলুৱৈৰূপে যেনেকৈ বিশ্ব-বিশ্ৰুত তদৰূপ ক্ৰীড়া জীৱনৰ দ্বিতীয় সংস্কৰণত ক্ৰীড়া সাংবাদিকৰূপে জগৎ বিখ্যাত।

### ডেনি ব্লাঞ্চফ্লাৱাৰৰ আন্তৰ্জাতিক খেল

| তাৰিখ | প্ৰতিপক্ষ | স্থান | ফলাফল(স্কৰ) |
|---|---|---|---|
| ১। ১-১০-৪৯ | স্কটলেণ্ড | বেলফাষ্ট | ২-৮ |
| ২। ৮-৩-৫০ | ৱেলচ | ৰেক্সহাম | ০-০ |
| ৩। ৭-১০-৫০ | ইংলেণ্ড | বেলফাষ্ট | ১-৪ |
| ৪। ১-১১-৫০ | স্কটলেণ্ড | গ্লাচগো | ১-৬ |
| ৫। ১২-৫-৫১ | ফ্ৰান্স | বেলফাষ্ট | ২-২ |
| ৬। ১৯-৩-৫২ | ৱেলচ | চুৱানচি | ০-৩ |
| ৭। ৪-১০-৫২ | ইংলেণ্ড | বেলফাষ্ট | ২-২ |
| ৮। ৫-১১-৫২ | স্কটলেণ্ড | গ্লাচগো | ১-১ |
| ৯। ১১-১১-৫২ | ফ্ৰান্স | পেৰিছ | ১-৩ |
| ১০। ১৫-৪-৫৩ | ৱেলচ | বেলফাষ্ট | ২-৩ |
| ১১। ৩-১০-৫৩ | স্কটলেণ্ড | বেলফাষ্ট | ১-৩ |
| ১২। ১১-১১-৫৩ | ইংলেণ্ড | এভাৰ্টন | ১-৩ |
| ১৩। ৩১-৩-৫৪ | ৱেলচ | ৰেক্সহাম | ২-১ |
| ১৪। ২-১০-৫৪ | ইংলেণ্ড | বেলফাষ্ট | ০-২ |
| ১৫। ৩-১১-৫৪ | স্কটলেণ্ড | গ্লাচগো | ২-২ |
| ১৬। ২০-৪-৫৫ | ৱেলচ | বেলফাষ্ট | ২-৩ |
| ১৭। ৪-১০-৫৫ | স্কটলেণ্ড | বেলফাষ্ট | ২-১ |
| ১৮। ২-১১-৫৫ | ইংলেণ্ড | ৱেম্বলী | ০-৩ |
| ১৯। ১১-৪-৫৬ | ৱেলচ | কাৰ্ডিফ | ১-১ |
| ২০। ৬-১০-৫৬ | ইংলেণ্ড | বেলফাষ্ট | ১-১ |
| ২১। ৭-১১-৫৬ | স্কটলেণ্ড | গ্লাচগো | ০-১ |
| ২২। ১৬-১-৫৭ | পৰ্তুগাল | লিচবন | ১-১ |
| ২৩। ১০-৪-৫৭ | ৱেলচ | বেলফাষ্ট | ০-১ |
| ২৪। ২৫-৪-৫৭ | ইটালি | ৰোম | ০-১ |
| ২৫। ১-৫-৫৭ | পৰ্তুগাল | বেলফাষ্ট | ৩-০ |
| ২৬। ৫-১০-৫৭ | স্কটলেণ্ড | বেলফাষ্ট | ১-১ |
| ২৭। ৬-১১-৫৭ | ইংলেণ্ড | ৱেম্বলী | ৩-২ |
| ২৮। ৪-১২-৫৭ | ইটালি | বেলফাষ্ট | ২-২ |

| | | | | |
|---|---|---|---|---|
| ২৯। | ১৫-১-৫৮ | ইটালি | বেলফাষ্ট | ২-১ |
| ৩০। | ১৬-৪-৫৮ | ৱেলচ | কার্ডিফ | ১-১ |
| ৩১। | ১১-৬-৫৮ | চেকোশ্লোভাকিয়া | হেল্মষ্টাড | ১-০ |
| ৩২। | ১১-৬-৫৮ | আর্জেন্তিনা | হেল্মষ্টাড | ১-০ |
| ৩৩। | ১৫-৬-৫৮ | পশ্চিম জার্মেনি | মালমো | ২-২ |
| ৩৪। | ১৭-৬-৫৮ | চেকোশ্লোভাকিয়া | মালমো | ২-১ |
| ৩৫। | ১৯-৬-৫৮ | ফ্রান্স | নৰকপিং | ০-৪ |
| ৩৬। | ৪-১০-৫৮ | ইংলেণ্ড | বেলফাষ্ট | ৩-৩ |
| ৩৭। | ১৫-১০-৫৮ | স্পেইন | মাদ্রিদ | ২-৬ |
| ৩৮। | ৫-১১-৫৮ | স্কটলেণ্ড | গ্লাচগো | ২-২ |
| ৩৯। | ২২-৪-৫৯ | ৱেলচ | বেলফাষ্ট | ৪-১ |
| ৪০। | ৩-১০-৫৯ | স্কটলেণ্ড | বেলফাষ্ট | ০-৪ |
| ৪১। | ১৮-১১-৫৯ | ইংলেণ্ড | ৱেম্বলী | ১-২ |
| ৪২। | ৬-৪-৬০ | ৱেলচ | ৰেক্সহাম | ২-৩ |
| ৪৩। | ৪-১০-৬০ | ইংলেণ্ড | বেলফাষ্ট | ২-৫ |
| ৪৪। | ২৬-১০-৬০ | পশ্চিম জার্মেনি | বেলফাষ্ট | ৩-৪ |
| ৪৫। | ৯-১১-৬০ | স্কটলেণ্ড | গ্লাচগো | ২-৫ |
| ৪৬। | ১২-৪-৬১ | ৱেলচ | বেলফাষ্ট | ১-৫ |
| ৪৭। | ১০-৫-৬১ | পশ্চিম জার্মেনি | বার্লিন | ১-২ |
| ৪৮। | ৭-১০-৬১ | স্কটলেণ্ড | বেলফাষ্ট | ১-৬ |
| ৪৯। | ১৭-১০-৬১ | গ্ৰীচ | বেলফাষ্ট | ২-০ |
| ৫০। | ২২-১১-৬১ | ইংলেণ্ড | ৱেম্বলী | ১-১ |
| ৫১। | ১১-৪-৬২ | ৱেলচ | কার্ডিফ | ০-৪ |
| ৫২। | ৯-৫-৬২ | হলেণ্ড | ৰটাৰডাম | ০-৪ |
| ৫৩। | ১০-১০-৬২ | পোলেণ্ড | কাটোইচ | ২-০ |
| ৫৪। | ২০-১০-৬২ | ইংলেণ্ড | বেলফাষ্ট | ১-৩ |
| ৫৫। | ৭-১১-৬২ | স্কটলেণ্ড | গ্লাচগো | ১-৫ |
| ৫৬। | ২৮-১১-৬২ | পোলেণ্ড | বেলফাষ্ট | ২-০ |

□□



# জৰ্জ বেষ্ট



১৯৬৮ চনত "ইউৰোপীয়ান ফুটবলাৰ অৱ দি ইয়েৰ" সন্মানৰ অধিকাৰী উত্তৰ আয়াৰলেণ্ডৰ ৫ ফুট ৮$^1/_2$ ইঞ্চি ওখ, ৬৫ কিলোগ্ৰাম ওজনৰ ২২-বছৰ বয়স্ক ইংলিচ প্ৰথম ডিভিজন মানচেষ্টাৰ ইউনাইটেডৰ দৰ্শনীয় চেহেৰাৰ দুৰ্দ্ধৰ্ষ তথা তৰল পাৰাৰ দৰে ক্ষিপ্ৰ ফৰোৱাৰ্ড জৰ্জ বেষ্ট। এই সন্মান লাভ কৰোঁতা প্ৰথম আইৰিছ তথা বৃটিছ দ্বীপপুঞ্জৰ চতুৰ্থ ফুটবলাৰ। জৰ্জৰ মানদণ্ড তুঙ্গত থকাকালত উত্তৰ আয়াৰলেণ্ডে বিশ্বকাপৰ মূল প্ৰতিযোগিতাত অংশ গ্ৰহণৰ সুযোগ পোৱা নাছিল ফলত বিশ্বক্ৰীড়ামোদীয়েও এগৰাকী পেলেৰ সমকক্ষ খেলুৱৈৰ খেল চোৱাৰ পৰা বঞ্চিত হয়। মানচেষ্টাৰ ইউনাইটেডৰ সহকাৰী মেনেজাৰ জিমি মাৰ্ফিয়ে জৰ্জৰ প্ৰসঙ্গত কৈছিল, "জৰ্জ বেষ্টৰ ক্ৰীড়াধাৰা টম ফিনি, ষ্টেনলি মেথিউজ আৰু ব্ৰাজিলৰ গেৰিঞ্চাৰ সৈতে তুলনীয়।"

জৰ্জ বেষ্টে বিশ্বৰ অন্যান্য প্ৰতিভাশালী খেলুৱৈৰ দৰে প্ৰায়ে বিপক্ষৰ কঠোৰ পহৰাৰে আবৃত হৈ থাকিলেও তেওঁৰ সৰ্বগুণসম্পন্নতাই বিপক্ষৰ যিকোনো ডিফেন্সক চূৰমাৰ কৰি দিছিল আৰু আক্ৰমণ নিষ্প্ৰভ হ'লে নিৰাশ নহৈ বলৰ গতিৰ চতুৰ্দিশে ভ্ৰাম্যমান হৈ স্কোয়াৰৰ ভূমিকা লয়। তেওঁ সোঁ-ভৰিৰে বল লৈ অগ্ৰসৰ হওঁতে বিপক্ষৰ ডিফেণ্ডাৰে আগুৰি ধৰিলেও ৰাগ্‌বী ফৰোৱাৰ্ডৰ দৰে বল মুক্ত কৰে। ১৯৭০ ইংলিচ লীগ চেম্পিয়ন এভাৰ্টনৰ মেনেজাৰ হেৰী কেটেৰিকৰ ভাষাত, "George.............I have never seen him go out looking for trouble." জৰ্জৰ ফুটবল শৌৰ্য কেতিয়াও সন্দেহৰ ছত্ৰছায়াত পৰা নাই যাৰ বাবে বহু পৰ্যালোচকে বেষ্টৰ প্ৰতিভাৰ মূল কাৰণ সমূহ বিশ্লেষণ কৰিবলৈ চেষ্টা কৰি আহিছে-- এই ক্ষেত্ৰত মানচেষ্টাৰ চিটিৰ কোচ্ মেলকম এলিচনৰ মন্তব্য that Best has "the ball control and deception in British football. He always has several tricks up his sleeve and when he uses one he can always accompany it with a change of pace and direction-- that is the hallmark of a really great player." ইয়াৰোপৰি মানচেষ্টাৰ ইউনাইটেডৰ মেনেজাৰ মেট্ বাজ্‌বিয়ে প্ৰত্যয়ৰ সৈতে কয় that the essence of Best is "the way he can take a ball so close to

an opponent to beat him...............possibility the greatest player on the ball I have ever seen." Crerand a defender who says he "would sooner be on Best's side than opposing him," thinks the most remarkable of the Irishman's many talents is the way he can ride tackle while running at full speed, "like a rubber ball." অল-ৰাউণ্ড ক'লা কৌশলৰ হেতু জৰ্জ বেষ্টক শতাব্দীৰ যিকোনো শ্ৰেষ্ঠ উইঙ্গাৰৰ সৈতে ৰিজাৱ পাৰি তথা তেওঁ এই বিশ্ব-বিশ্ৰুতসকলৰ সমকক্ষ হ'ব পাৰিলেহেতেন যদিহে ক্ৰীড়া প্ৰাঙ্গনত খেলুৱৈ সুলভ মনোভাৱ ত্যাগ নকৰিলেহেঁতেন !?

ক্ৰীড়া প্ৰাঙ্গনত জৰ্জ বেষ্টৰ ফুটবল ভাস্যমান হৈ থকা পৰ্যন্ত তেওঁৰ প্ৰতিচ্ছবি দৰ্শকৰ ভাৱমূৰ্তিৰূপে প্ৰতিফলিত হৈ আছিল। খেলপথাৰৰ চতুৰ্দিশে ভ্ৰমি ফুৰাটো তেওঁৰ স্বভাৱজাত নীতি । তেওঁ এজন ইন্দিভিদিউলিষ্ট হোৱাৰ উপৰি অৰ্থদক্ষ উইঙ্গাৰ। অৱশ্যে কেৱল উইঙ্গাৰ বা ষ্ট্ৰাইকাৰেই নহয় এগৰাকী অন্যতম স্কিমাৰ। জৰ্জ বেষ্ট ফটোগ্ৰাফাৰৰ সদায় প্ৰিয় আছিল। কাৰণ তেওঁৰ যি কোনো ছবি কেমেৰামেনৰ কল্পনাতীত। সেইবাবেই তেওঁ সংবাদ পত্ৰ, টি ভি ইত্যাদিৰ অন্যতম বিষয়বস্তু হৈ পৰোতে জনপ্ৰিয়তাৰ উচ্চ শিখৰত বিচৰণ কৰিছিল। বেষ্টৰ দৌৰ খোজকঢ়া সকলোতে যেন বৈশিষ্ট্যৰে ভৰপূৰ ও সমালোচনাৰ ইন্ধন। বিতৰ্কিত জৰ্জে সমালোচনাৰ যি জোৱাৰ তুলিছিল ক্ৰীড়া বুৰঞ্জীত তেনে উদাহৰণ বিৰল। ফুটবলত পোন প্ৰথম দীৰ্ঘ কেশ ৰাখোতা ক্ৰীড়াবিদ জৰ্জ বেষ্টে বেনফিকা দলক নাস্তাভূত কৰোঁতে পৰ্তুগীজসকলে "এল বিট্‌ল" (EL Beatle) নামেৰে অঙ্কিত কৰিছিল। অৱশ্যে তেওঁ "ফিফ্‌ট্ বিট্‌ল" নামেৰেও জগত বিখ্যাত। তেওঁ এবাৰ "যাপাটা" (ZAPATA) ষ্টাইলত গোফ্ ৰাখিছিল। ফুটবলৰ ক'লা কৌশলত চহকী হোৱাৰ লগে লগে তেওঁ পিন্ধা উৰাৰ ক্ষেত্ৰতো সাম্প্ৰতিক ডিজাইনৰ সৈতে নিবিড় সম্বন্ধ ৰাখিছিল। সেয়ে বিশ্বৰ সবাতোকৈ ষ্টাইলিষ্ট ফুটবলাৰৰূপে স্বীকৃতি পোৱাৰ উপৰি ইউৰোপীয় যুৱ-যুৱতীৰ ভাৱমূৰ্তিত পৰিণত হৈছিল।

জৰ্জ বেষ্ট ১৯৪৬ চনৰ ২২ মে'ত দক্ষিণ বেলফাষ্টৰ ক্ৰীগেগ-ত জন্ম গ্ৰহণ কৰে। পিতৃ পোতাশ্ৰয়ৰ কৰ্মচাৰী। আয়াৰলেণ্ডৰ বাল্য জীৱন পুৱাৰ পৰা সন্ধ্যালৈকে কেৱল ষ্ট্ৰিট ফুটবলতে মত্ত আছিল। ইতিমধ্যে ফুটবলৰ কেঁচা সোণ তথা ১৫-বছৰীয়া জৰ্জ বেষ্টৰ ওপৰত ইংলিচ প্ৰথম ডিভিজন মানচেষ্টাৰ ইউনাইটেডৰ চকু পৰোতে ১৯৬১ চনত দলত অন্তৰ্ভুক্ত কৰে। উত্তৰ আয়াৰলেণ্ডত থকা মানচেষ্টাৰ ইউনাইটেডৰ খেলুৱৈ সন্ধানীলোক জৰ্জ বিচপে আয়াৰলেণ্ডৰ ক্ৰীড়া খনিত আৱিষ্কৃত এই অমূল্য বস্তুৰ প্ৰতি মন্তব্য, "I think I have found a genius." ইয়াত মেনেজাৰ মেট্ বাজ্‌বিৰ পৰশত ৰিজাৰ্ভ দলৰ খেলুৱৈৰূপে অনুশীলন অব্যাহত ৰাখি ১৯৬৩ চনৰ ১৪ ছেপ্তেম্বৰত বেষ্ট ব্ৰমউইচৰ বিৰুদ্ধে প্ৰথম ডিভিজন ফুটবলত আত্মপ্ৰকাশ কৰে। ইয়াৰ পিচতে ১৯৬৪ চনৰ ১৫ এপ্ৰিলত ৱেলচৰ বিৰুদ্ধে আন্তৰ্জাতিক আত্মপ্ৰকাশ ঘটোতে চুৱানচিত উত্তৰ আয়াৰলেণ্ড দল ২-৩ ব্যৱধানত পৰাভূত হয়।

প্ৰথম শ্ৰেণীৰ ফুটবলত আত্মপ্ৰকাশৰ এবছৰৰ পিচত চেলচিৰ বিৰুদ্ধে খেলা স্মৰণীয় খেলে প্ৰেচ জগতৰো দৃষ্টি আকৰ্ষণ কৰে। ১৯৬৫ আৰু ১৯৬৭ চনত লীগ চেম্পিয়নচিপ জয় কৰাৰ পিচত ১৯৬৮ চনত চাদাম্পটন ক্লাবৰ ৰণ ডেভিচৰ সৈতে যুগ্মভাৱে সৰ্বোচ্চ গোলদাতা(২৮ গোল)ৰ খ্যাতি অৰ্জন কৰে। সেইবছৰতে মানচেষ্টাৰ ইউনাইটেডে ইউৰোপীয় চেম্পিয়নচিপ অৰ্জন কৰোঁতে নিৰ্দ্ধাৰিত সময়ত খেল ১-১ গোলত অন্ত পৰে আৰু অতিৰিক্ত সময়ৰ দুইমিনিটতে জৰ্জ বেষ্টে চল্লিশ গজ দূৰৰ পৰা একক প্ৰচেষ্টাৰে অভাৱনীয়ভাৱে বল নি গোল কৰে। অৱশেষত মানচেষ্টাৰ ইউনাইটেড ৪-১ ব্যৱধানত জয়ী হয়। ইতিপূৰ্বে চেমি-ফাইনেলত ৰিয়েল মাদ্ৰিদৰ বিৰুদ্ধে তেওঁ ৰোমাঞ্চকৰ ফুটবল খেলে। উপৰি ১৯৬৬ ইউৰোপীয় কাপৰ কোৱাৰ্টাৰ-ফাইনেলত বেনফিকা দলক ৫-১ ব্যৱধানত পৰাভূত কৰোঁতে খেলৰ ১২ মিনিটতে দুটা সুন্দৰ গোল কৰিছিল। মানচেষ্টাৰ ইউনাইটেডৰ উচ্চতম বেতনভোগী খেলুৱৈ জৰ্জ বেষ্টৰ সাপ্তাহিক আয় আছিল £১৫০ পাউণ্ড ষ্টাৰ্লিং। ১৯৬৭ চনত ফুটবলৰ পেছাদাৰী বজাৰে তেওঁৰ দল সলনি মূল্য নিৰূপণ কৰোঁতে £$^{১}/_{২}$ মিলিয়ন পাউণ্ড ষ্টাৰ্লিং স্পৰ্শ কৰিছিল।

সৰ্বাসাধাৰণ পৰিয়ালৰ সন্তান জৰ্জ বেষ্টৰ তাৰকা হোৱাৰ সৌভাগ্যই পপ প্ৰতিমূৰ্তি(pop idol)ৰ দৰে ধুনীয়া গাভৰুৰ আকৰ্ষণ হৈ পৰিছিল। যাৰবাবে তেওঁক "আন্তৰ্জাতিক ৰোমিঅ" বুলি কোৱা হৈছে। অৱশ্যে জৰ্জ বেষ্টে নিজক ফুটবলৰ জেমচ্ বণ্ড বুলি ভাৱে কাৰণ তেওঁৰ আছিল অসন্তৱ টকা, ধুনীয়া ছোৱালী বন্ধু আৰু বিস্ময়কৰ প্ৰচাৰ। ফুটবল খেলুৱৈৰ জনপ্ৰিয়তাৰ ক্ষেত্ৰত এনেধৰণৰ আহল বহল আয়তক্ষেত্ৰ জৰ্জ বেষ্টৰ বাহিৰে অন্যৰ ক্ষেত্ৰত পৰিলক্ষিত হোৱা নাই।

ফুটবলৰ ৰাজকুমাৰ জৰ্জ বেষ্টৰ ক্ৰীড়া জীৱনত ইউৰোপীয় কাপ জয়ী হোৱাৰ পূৰ্বে আৰু জয় কৰাৰ পিচতে প্ৰকৃত সলনি পৰিলক্ষিত হয়। বিশেষকৈ কৰ্তৃপক্ষ আৰু ৰেফ্ৰীৰ সৈতে লগা সঘনাই বিবাদ উপৰি অনিয়মানুবৰ্তিতা ও সময়নিষ্ঠাহীনতাই খেলপথাৰৰ বিদ্ৰোহী ফুটবলাৰত পৰিণত কৰিছিল। যাৰফলত কেইবাবাৰো খেলপথাৰৰ পৰা বহিষ্কৃত হোৱাৰ উপৰি শাস্তি খাব লগা হৈছিল। ১৯৬৮ চনৰ অক্টোবৰত বিশ্ব ক্লাব খিতাপৰ ফাইনেলত ষ্টুডিয়ান্টিচৰ বিৰুদ্ধে তেওঁক খেলপথাৰৰ পৰা বহিষ্কাৰ কৰাৰ উপৰি দুমাহৰ বাবে চাচ্পেণ্ড কৰে। ১৯৭০ চনৰ জানুৱাৰীত এখন খেলৰ অন্তত ৰেফ্ৰীক অশুভ আচৰণ কৰা বাবে তেওঁক এমাহ চাচ্পেণ্ড ও £১০০ পাউণ্ড ষ্টাৰ্লিং জৰিমনা কৰে। চাচ্পেঞ্চন উকলাৰ পিচত ১৯৭০ চনৰ ৭ ফেব্ৰুৱাৰীত নৰ্থাম্পটনৰ বিৰুদ্ধে এফ.এ.কাপৰ পঞ্চম ৰাউণ্ডৰ খেলত মানচেষ্টাৰ ইউনাইটেড ৮-২ ব্যৱধানত জয়ী হওঁতে জৰ্জ বেষ্টৰ ৬ গোল বৃটিছ ফুটবলত সদায় জিলিকি থাকিব। পুনৰ ১৮ এপ্ৰিল'১৯৭০ চন, উত্তৰ আয়াৰলেণ্ড বনাম স্কটলেণ্ড আন্তৰ্জাতিকত তেওঁ ৰেফ্ৰীক চৰমাৰে আৰু বোকা দলিয়াই ফলত খেলপথাৰৰ পৰা বহিষ্কৃত হয়। খ্ৰীষ্টমাচ(১৯৭০)ত ক্লাবৰ ট্ৰেইনিঙত নথকা বাবে £৫০ পাউণ্ড ষ্টাৰ্লিং

জৰিমনা কৰে। ১৯৭১ চনৰ জানুৱাৰীত মানচেষ্টাৰ ইউনাইটেড দলৰ অনুশীলনত অনুপস্থিত থকাৰ উপৰি ক্লাবৰ এখন খেলত অনুপস্থিতিৰ খবৰ নপঠোৱা বাবে ক্লাব কর্তৃপক্ষই দুইসপ্তাহৰ বাবে নিলম্বিত কৰে। ইয়াৰোপৰি ইংলিচ ফুটবল সন্থাই তেওঁলৈ খেলপথাৰৰ পৰা ছয়সপ্তাহ বহিষ্কাৰৰ নিষেধাজ্ঞা জাৰি আৰু ৰেকৰ্ড পৰিমাণ £২৫০ পাউণ্ড ষ্টাৰ্লিঙৰ অর্থদণ্ড দিয়ে। ইতিপূৰ্বে ৰেফ্ৰীৰ সৈতে হোৱা তিনিবাৰ বিবাদ ও সতর্কবাণীৰ বাবে তেওঁক এই শাস্তি বিহে। পুনৰ আগষ্টত মানচেষ্টাৰ বনাম চেলচি খেলখনত ৰেফ্ৰীৰ সিদ্ধান্ত দোষাৰোপ কৰোঁতে তেওঁ খেলপথাৰৰ পৰা বহিষ্কৃত হয়।

ফুটবলৰ বহুল প্ৰচাৰ আৰু জনপ্ৰিয়তাৰ শীৰ্ষত বিচৰণ কৰি থকা ২৬-বছৰ বয়স্ক দুৰ্দ্ধৰ্ষ ফৰোৱাৰ্ড জৰ্জ বেষ্টে ১৯৭২ চনৰ ২১ মে'ত খেল জগতৰ পৰা অৱসৰ লোৱা সিদ্ধান্তই ফুটবল মঞ্চত খলকনিৰ সৃষ্টি কৰে আৰু বিশ্বৰ বিভিন্ন পত্ৰ-পত্ৰিকাত তেওঁক লৈ তুমুল বাক-বিতণ্ডাৰ অৱতাৰণা হয়; কিন্তু ১৭ দিনৰ পিচতে মত সলনি কৰি পুনৰ ফুটবল পথাৰলৈ উভতি আহে। জুলাইমাহত ক্লাব কর্তৃপক্ষই পুনৰ দুই সপ্তাহৰ বাবে চাচ্‌পেণ্ড কৰে-- দলৰ সগৰী পেট্ ক্ৰীৰেণ্ডৰ পৰিয়ালত থাকিবলৈ বন্দোৱস্ত কৰা সংক্ৰান্তত। ১৯৭২ চনৰ অক্টোবৰত খেলুৱৈ ছাউনী(দিগচ্)লৈ ওভতি আহে আৰু নভেম্বৰ মাহত ক্লাবৰ ট্ৰেইনিঙত অনুপস্থিতিৰ খবৰ প্ৰেৰণ নকৰাৰ হেতু জৰিমনা কৰাৰ উপৰি দলৰ পৰাও নাম বাদ পৰে আৰু ডিচেম্বৰ মাহত জৰ্জ বেষ্টে খেল জগতৰ পৰা অৱসৰ গ্ৰহণ কৰে। প্ৰত্যাৱৰ্ত্তন কৰি লিচবনত ১৯৭৩ চনৰ ১৮ অক্টোবৰত বিশ্বকাপৰ প্ৰাথমিক পৰ্যায়ত বুলগেৰিয়াৰ বিৰুদ্ধে খেলোতে তেওঁ পুনৰ খেলপথাৰৰ পৰা বহিষ্কৃত হয়। ১৯৭৭ চনৰ ১২ অক্টোবৰত বেলফাষ্টত অনুষ্ঠিত উত্তৰ আয়াৰলেণ্ড বনাম হলেণ্ড তেওঁৰ শেষ আন্তৰ্জাতিকৰূপে চিহ্নিত হওঁতে ০-১ গোলত পৰাজয় বৰণ কৰে। জৰ্জ বেষ্টে মুঠ ৩৭ খন আন্তৰ্জাতিকত স্কৰ ৯ গোল। জাতীয় দলৰ নিয়মিত খেলুৱৈ হোৱা সত্বেও আহত থকা বাবে আৰু ক্লাবৰ স্বাৰ্থত ১১খন খেলত যোগ দিব নোৱাৰিলে। মানচেষ্টাৰ ইউনাইটেডৰ হৈ ১৯৬৩-১৯৭৫ লৈকে ৩৬১ খন খেলত ১৩৭ গোল কৰে। ১৯৭৫ চনত চতুৰ্থ ডিভিজন ষ্টকপৰ্ট কাউন্টিত কটাওঁতে মাত্ৰ ৩ খন খেলত অংশ লৈ ২ গোল কৰে। তেওঁ আয়াৰলেণ্ডৰ কৰ্ক কেল্টিক দলটো খেলিছিল। জৰ্জ বেষ্টে ইউৰোপীয় একাদশ (১৯৭২) আৰু বিশ্ব একাদশতো (১৯৭৩) খেলে।

## উত্তৰ আমেৰিকাত জৰ্জ বেষ্ট

ইউৰোপীয় ফুটবলত প্ৰায় অদৃশ্য হৈ পৰা জৰ্জ বেষ্টে ১৯৭৬ চনত নৰ্থ আমেৰিকা চকাৰ লীগত প্ৰৱেশ কৰি লছ এঞ্জেলছ আজটেকৰ পক্ষে দৰ্শনীয় খেলৰে অল-ষ্টাৰ দলটো বাছনি লাভ কৰে। ১৯৭৭ চনত এন এ এচ এল-ৰ "শ্ৰেষ্ঠ মিড-ফিল্ড খেলুৱৈ" ৰূপে নিৰ্বাচন লাভ কৰাৰ উপৰি পুনৰ অল-ষ্টাৰ দলতো বাছনি পায়। এইখিনিতে উল্লেখ্য ইংলিচ দ্বিতীয় ডিভিজন ফুলহামৰ আমন্ত্ৰণক্ৰমে জৰ্জ বেষ্টে ১৯৭৬ চনৰ আগষ্টত ফুলহামত যোগদান কৰে। অৱশ্যে এই বিষয়লৈ উভয় দলৰ

# ফুটবলত জৰ্জ বেষ্ট


















*১৯৭১ চনৰ লীগত চেফিল্ড ইউনাইটেডৰ বিৰুদ্ধে জৰ্জ বেষ্টৰ দৃষ্টান্তমূলক একক প্ৰচেষ্টাৰ গোল স্মৰণীয়।*

মাজত এক বাক-বহুল বন্দোবস্ত আছিল যদিও অভিমানী ফুটবলাৰ জৰ্জ বেষ্টে ফুলহাম ক্লাবৰ পৰা কোনো যথাবিধি ট্ৰেন্সফাৰ নোলোৱাকৈ ১৯৭৮ চনৰ জুনত মাৰ্কিন যুক্তৰাষ্ট্ৰৰ ফৰ্ট লাউদাৰডেল ষ্ট্ৰাইকাৰ্চ দলত যোগদান কৰি উভয় দলৰ চুক্তি কল্পনা মষিমূৰ কৰে। ফলত ইংলিচ ফুটবল সন্থাৰ অনুৰোধক্ৰমে ফিফাই তেওঁৰ বিৰুদ্ধে অনিৰ্দিষ্টকালৰ বাবে বিশ্ব ব্যাপী নিষেধাজ্ঞা জাৰি কৰে, ১৯৭৮ চনৰ অক্টোবৰত। অৱশ্যে এই নিষেধাজ্ঞা ১৯৭৯ চনৰ ২৮ মাৰ্চত ফিফাই বাতিল কৰে আৰু জৰ্জ বেষ্টে নিৰ্বিঘ্নে ফৰ্ট লাউদাৰডেল ষ্ট্ৰাইকাৰ্চত খেলিব পৰা হয় যদিও চানজোচ আৰ্থকুৱেক দলতহে যোগদান কৰে। ইয়াত খেলি থাকোতে ১৯৭৯-ৰ শেষৰফালে স্কটলেণ্ডৰ হাই-বাৰ্নিয়েন ক্লাবৰ হৈ স্কটিছ লীগ খেলাৰ অনুমতি পায় কিন্তু হাইবাৰ্নিয়েন ক্লাবতো ১৯৮০ চনৰ ১৮ ফেব্ৰুৱাৰীত জৰ্জ বেষ্টক বৰ্খাস্ত কৰে। অপৰাধ, স্কটিছ কাপৰ কোৱাৰ্টাৰ-ফাইনেল(প্ৰতি পক্ষ আইৰ ইউনাইটেড)ৰ আগদিনা এক ভোজমেলত পুৱালৈকে অতিবাহিত কৰিছিল। এই ঘটনাৰ পিচতে তেওঁ বুৰ্নিমাউথ দলত খেলে। ১৯৮২-৮৩ মৰছুমত জৰ্জ বেষ্টক ইংলেণ্ডৰ বোল্টন ৱাণ্ডাৰাৰ্চ দলত খেলা দেখা যায়। NASL-ৰ গোল্ডেন বে আৰ্থকুৱেক দলত খেলি থকা জৰ্জ বেষ্টে ১৯৮৪ চনৰ ৩ নভেম্বৰত লণ্ডনৰ মাজ মজিয়াত ঘটা ঘটনাই স্বকীয় এন্ধাৰ অধ্যায়টো পুনৰ উদঙাই দেখুৱাই। তেওঁ মদ পান কৰি গাড়ী চলাওঁতে পুলিচৰ সৈতে দ্বন্দ্ব লাগে যাৰফলত বাৰসপ্তাহ কাৰাবাস খাটিব লগা হয়। দামী স্পৰ্টচ কাৰত চলা ফুৰা কৰা চহকী ফুটবলাৰ তথা খেলপথাৰৰ জিনিয়াচ জৰ্জ বেষ্ট বিকল্প কাৰ্যাৱলীৰ ক্ষেত্ৰতো জিনিয়াচ আছিল আৰু এয়াই তেওঁৰ ক্ৰীড়া জীৱনৰ বিফলতাৰ মূল কাৰণ। জৰ্জ বেষ্টে সমগ্ৰ ফুটবল জীৱনত মুঠ ৪৮৪ খন প্ৰথম শ্ৰেণী খেলত ১৭৮ গোল কৰে। ইয়াৰ অন্তৰ্গত উত্তৰ আমেৰিকা ফুটবল লীগৰ ১০৯ খনত অংশ লৈ ৪০ গোল।

| | | |
|---|---|---|
| লছ এঞ্জেলছ আজটেক | ৫৪ খেল | ২৭ গোল |
| ফট লাডদাৰডেল ষ্ট্ৰাহকাচ | ২৯ ˊˊ | ৫ ˊˊ |
| চানজোচ আৰ্থকুৱেক | ২৬ ” | ৮ ” |
| | মুঠ ১০৯ খেলত | ৪০ গোল |

**জৰ্জ বেষ্টৰ আন্তৰ্জাতিক খেল**

| তাৰিখ | স্থান | প্ৰতিপক্ষ | ফলাফল(স্কৰ) |
|---|---|---|---|
| ১। ১৫-৪-৬৪ | চুৱানচি | ৱেলচ | ৩-২ |
| ২। ২৯-৪-৬৪ | বেলফাষ্ট | উৰুগুৱে | ৩-০ |
| ৩। ৩-১০-৬৪ | বেলফাষ্ট | ইংলেণ্ড | ৩-৪ |
| ৪। ১৪-১০-৬৪ | বেলফাষ্ট | চুইজাৰলেণ্ড | ১-০ |
| ৫। ১৪-১১-৬৪ | লুচান | চুইজালেণ্ড | ১-২(১) |
| ৬। ২৫-১১-৬৪ | গ্লাচগো | স্কটলেণ্ড | ২-৩(১) |

| | | | |
|---|---|---|---|
| ৭। ১৭-৩-৬৫ | বেলফাষ্ট | হলেণ্ড | ২-১ |
| ৮। ৭-৪-৬৫ | ৰটাৰডাম | হলেণ্ড | ০-০ |
| ৯। ৭-৫-৬৫ | বেলফাষ্ট | আলবেনিয়া | ৪-১(১) |
| ১০। ২-১০-৬৫ | বেলফাষ্ট | স্কটলেণ্ড | ৩-২ |
| ১১। ১০-১১-৬৫ | লণ্ডন | ইংলেণ্ড | ১-২ |
| ১২। ২৪-১১-৬৫ | টিৰানা | আলবেনিয়া | ১-১ |
| ১৩। ২২-১০-৬৬ | বেলফাষ্ট | ইংলেণ্ড | ০-২ |
| ১৪। ২১-১০-৬৭ | বেলফাষ্ট | স্কটলেণ্ড | ১-০ |
| ১৫। ২৩-১০-৬৮ | বেলফাষ্ট | তুৰস্ক | ৪-১(১) |
| ১৬। ৩-৫-৬৯ | বেলফাষ্ট | ইংলেণ্ড | ১-৩ |
| ১৭। ৬-৫-৬৯ | গ্লাচগো | স্কটলেণ্ড | ১-১ |
| ১৮। ১০-৫-৬৯ | বেলফাষ্ট | ৱেলচ | ০-০ |
| ১৯। ১০-৯-৬৯ | বেলফাষ্ট | ছোভিয়েট ইউনিয়ন | ০-০ |
| ২০। ১৮-৪-৭০ | বেলফাষ্ট | স্কটলেণ্ড | ০-১ |
| ২১। ২১-৪-৭০ | লণ্ডন | ইংলেণ্ড | ১-৩(১) |
| ২২। ২৫-৪-৭০ | চুৱানচি | ৱেলচ | ০-১ |
| ২৩। ১১-১১-৭০ | চেভিল | স্পেইন | ০-৩ |
| ২৪। ৩-২-৭১ | নিকুচিয়া | চাইপ্ৰাচ | ৩-০(১) |
| ২৫। ২১-৪-৭১ | বেলফাষ্ট | চাইপ্ৰাচ | ৫-০(৩) |
| ২৬। ১৫-৫-৭১ | বেলফাষ্ট | ইংলেণ্ড | ০-১ |
| ২৭। ১৮-৫-৭১ | গ্লাচগো | স্কটলেণ্ড | ১-০ |
| ২৮। ২২-৫-৭১ | বেলফাষ্ট | ৱেলচ | ১-০ |
| ২৯। ২২-৯-৭১ | মস্কো | ছোভিয়েট ইউনিয়ন | ০-১ |
| ৩০। ১৬-২-৭২ | হুল চিটি | স্পেইন | ১-১ |
| ৩১। ১৮-১০-৭৩ | চোফিয়া | বুলগেৰিয়া | ০-৩ |
| ৩২। ১৪-১১-৭৩ | লিচবন | পর্তুগাল | ১-১ |
| ৩৩। ১৩-১০-৭৬ | ৰটাৰডাম | হলেণ্ড | ২-২ |
| ৩৪। ১০-১১-৭৬ | লিজ | বেলজিয়াম | ০-২ |
| ৩৫। ২৭-৪-৭৭ | কলোন | পশ্চিম জাৰ্মেনি | ০-৫ |
| ৩৬। ২১-৯-৭৭ | বেলফাষ্ট | আইচলেণ্ড | ২-০ |
| ৩৭। ১২-১০-৭৭ | বেলফাষ্ট | হলেণ্ড | ০-১ |



# পেট্ জেনিঙচ্



উত্তৰ আয়াৰলেণ্ডৰ দক্ষ গোলৰক্ষক পেট্ জেনিঙচ্ বিশ্বৰ এগৰাকী নামজ্বলা ফুটবল তাৰকা। ১৯৮৬-ৰ পৰা ১৯৯০ পৰ্যন্ত তেওঁ বিশ্বৰ সবাতোকৈ অধিক আন্তৰ্জাতিক খেলা গোলৰক্ষক আছিল। ১৯৯০ বিশ্বকাপত ইংলিচ গোলৰক্ষক পিটাৰ চিল্টনে তেওঁৰ এই কীৰ্তিমান ভঙ্গ কৰে।

পেট্ জেনিঙচ্ ১৯৪৫ চনৰ ১২ জুন তাৰিখে কাউন্টি ডাউনৰ সৰু চহৰ নিউৰিৰ এক শ্ৰমিক পৰিয়ালত জন্ম গ্ৰহণ কৰে। মুঠ দহজন সন্তানৰ এজন পেট্ জেনিঙচ্। তেওঁ পোন্ধৰ বছৰ বয়সতে স্কুল ত্যাগ কৰি পাহাৰৰ হাবিত কাঠকটীয়া শ্ৰমিকৰূপে কাম কৰিছিল কিন্তু নিউৰি চহৰৰ এখন ফুটবল খেলে তেওঁৰ মনত ফুটবলাৰ হোৱাৰ বীজ ৰোপন কৰে। নিউৰি টাউনৰ এই খেলুৱৈজনে উত্তৰ আয়াৰলেণ্ড যুৱ দলৰ পক্ষে ইংলেণ্ডত খেলোতে ৱাটফৰ্দ দলৰ চকু পৰে আৰু ১৯৬৩ চনত তৃতীয় ডিভিজন ৱাটফৰ্দত যোগদান কৰে। ১৯৬৩-৬৪ মৰছুমত ৱাটফৰ্দ দলে দ্বিতীয় ডিভিজনৰ মৰ্যদা লাভ কৰাৰ মূলতে পেট্ জেনিঙচ্। ৱাটফৰ্দ দলত খেলি ১৯৬৪ চনৰ ১৫ এপ্ৰিলত ৱেলচৰ বিৰুদ্ধে চুৱানচিত আন্তৰ্জাতিক আত্মপ্ৰকাশ ঘটে আৰু ৩-২ গোলত জয়ী হয়। সেইসময়তে কভেন্ট্ৰি চিটি আৰু টটেনহাম হটস্পাৰ দলে এই আইৰিছ খেলুৱৈক দললৈ অনাৰ বাবে হেতা-ওপৰা লাগে অৱশ্যে টটেনহাম হটস্পাৰ দলে সাফল্য লাভ কৰোঁতে £২৭,০০০ পাউণ্ড ষ্টাৰ্লিঙৰ বিনিময়ত চুক্তিবদ্ধ কৰোৱাই। এই দলত খেলি থাকোতেই পেট জেনিঙচে পেছাদাৰ গায়িকা ইলিনৰ সৈতে বিবাহ পাশত আবদ্ধ হয়।

১৯৬৭ চনত টটেনহাম হটস্পাৰ দলে এফ. এ. কাপ জয় কৰাৰ উপৰি এফ. এ. চেৰিটি শ্বিল্ডত মানচেষ্টাৰ ইউনাইটেডৰ সৈতে যুগ্ম বিজয়ী হয়। ১৯৭২ চনত ইউফা কাপ জয় কৰে আৰু ১৯৭২-৭৩ মৰছুমত বৃটেনৰ "ফুটবলাৰ অৱ দি ইয়েৰ" নিৰ্বাচন পায়। ১৯৭৪ চনত টটেনহাম দলে ইউফা কাপৰ ফাইনেলত ফিনুৰ্দৰ হাতত পৰাভূত হয়। ১৯৭৬ চনত তেওঁ আৰ্চনেল দলত যোগদান কৰি ১৯৭৯ চনত এফ.এ. কাপ জয় কৰে। ১৯৮৩ চনৰ ২১ আগষ্টত বেলফাষ্টত অষ্ট্ৰিয়াৰ বিৰুদ্ধে তেওঁৰ শততম আন্তৰ্জাতিক ৩-১ গোলত জয়ী হয়। অৱশ্যে ১৯৮৪-৮৫ মৰছুমত তেওঁ টটেনহাম হটস্পাৰ দললৈ ট্ৰেন্সফাৰ লয় যদিও ৰিজাৰ্ভ খেলুৱৈৰূপে থাকিব লগা



হয়। পুনৰ ১৯৮৫-৮৬ মৰছুমতো তেওঁক লীগত খেলোৱা নাছিল।

মেক্সিকো বিশ্বকাপত এই গৰাকী ৬ ফুট ওখ, ৮৩ কিলোগ্ৰাম ওজনৰ গোলৰক্ষকে ব্ৰাজিলৰ বিৰুদ্ধে ১১৯তম আন্তৰ্জাতিক খেলে গুৱাদালজাৰাৰ বিখ্যাত জালিস্কু ষ্টেডিয়ামত (১৩ জুন,১৯৮৬)। এই খেলখনত উত্তৰ আয়াৰলেণ্ড ০-৩ গোলত পৰাভূত হয়। খেলৰ অন্তত এই ঐতিহাসিক খেলখনত খেলা বলটোত ব্ৰাজিলৰ সকলো খেলুৱৈয়ে স্বাক্ষৰ দান কৰি ৪১-বছৰ বয়স্ক পেট্ জেনিঙচ্‌ক উপহাৰ দিয়ে। তেওঁৰ সন্দৰ্ভত ব্ৰাজিলৰ কোচ্ টেলি চান্তানাৰ মন্তব্য ঃ "I want to congratulate jennings not for what he did to-day but for his brilliant career. To-play so many years for a national side, to keep being a world class footballer at 41, that is something to be proud of."

এই বিতৰ্কিত বিশ্বৰ শ্ৰেষ্ঠ গোলৰক্ষক পেট্ জেনিঙচ্‌ক ১৯৮৬ বিশ্বকাপৰ পিচতে OBE চৰকাৰী সন্মানেৰে ভূষিত কৰে।



*বিলি মিৰিদিথ (ৱেলচ) ৪৬, বিশ্বৰ সবাতোকৈ বয়সস্থ আন্তৰ্জাতিক খেলুৱৈ। তাং ১৫ মাৰ্চ, ১৯২০ চন। স্থান হাইবুৰি। খেল ৱেলচ বঃ ইংলেণ্ড।*



# জন চাৰ্লচ



ইটালিয়ান ফুটবলত "ইল বুয়ো জায়েন্ট" (দি জেন্টেল জায়েন্ট) নামেৰে খ্যাত জন চাৰ্লচ ৱেলচৰ ফুটবলাৰ। আন্তৰ্জাতিক ফুটবল মঞ্চত বহুতো ক্ৰীড়া কুশলীৰ অভ্যুদয় হৈছে ইয়াৰ অন্তৰ্গত ৱেলচৰ দুৰ্দ্ধৰ্ষ ফুটবলাৰ জন চাৰ্লচ অন্যতম। প্ৰকাণ্ড দেহৰ অধিকাৰী জন চাৰ্লচৰ শাৰীৰিক উচ্চতা ৬ ফুট ২ ইঞ্চি আৰু ওজন ৮৯ $^{3}/_{4}$ কিলোগ্ৰাম। খেলপথাৰত তেওঁ প্ৰকাণ্ড দেহৰ ভাৰসাম্য বজায় ৰাখোতে চতুৰ বল নিয়ন্ত্ৰণ, পাচিং, হেডিং আৰু কোবাল চুটিঙে পঞ্চাশ দশকৰ ফুটবলত চাঞ্চল্য সৃষ্টি কৰিছিল। তেওঁ চেন্টাৰ-হাফ্ বা চেন্টাৰ-ফৰোৱাৰ্ড যি স্থানতে নেখেলক শূন্যত বল মৰাত পাকৈত তথা প্ৰতিপক্ষৰ চেন্টাৰ-হাফ্‌সকলৰ বাবে ভীতি-পূৰ্ণ ব্যক্তিত পৰিণত হৈছিল।

ইটালিৰ প্ৰথম শ্ৰেণী ফুটবলত খোপনি পোতি জনপ্ৰিয়তা অৰ্জন কৰোঁতা বিদেশী খেলুৱৈসকলৰ ভিতৰত ৱেলচৰ জন চাৰ্লচ অন্যতম। জুভেন্টাচত খেলাকালীন ইউৰোপৰ সবাতোকৈ আদৰ্শবাদী ও অনুৰাগী খেলুৱৈ আছিল। খেলপথাৰত শ্বাসৰুদ্ধ খেলুৱৈ চাৰ্লচে অদম্য শক্তি থকা পৰ্যন্ত দুৰ্দ্ধৰ্ষ খেল প্ৰদৰ্শনত পৰাংমুখ নহৈছিল অৱশ্যে স্বকীয় জন্মগত শক্তিত সদায় ক্ৰীড়া সুলভতা বিৰাজমান আছিল। ইটালিত খেলি থকাকালত ৱেলচলৈ আহিলে তেওঁৰ প্ৰতি উষ্ম সম্বৰ্দ্ধনা হ্ৰাস পোৱা নাছিল। ইয়াৰ মূলতে যুগন্ধৰ চাৰ্লচৰ নম্ৰ আচৰণ আৰু ভদ্ৰ ব্যক্তিত্ব। যি মহানতাই জন চাৰ্লচক বিশ্বৰ এক লেখতলবলগীয়া ক্ৰীড়া চৰিত্ৰত ৰূপায়িত কৰিছিল।

জন চাৰ্লচ ১৯৩২ চনৰ ১৭ জানুৱাৰীত চুৱানচিৰ ওচৰৰ চুমদো-ত জন্ম গ্ৰহণ কৰে। ১৯৪৫ চনত গ্ৰাউণ্ড ষ্টাফ্ তথা খেলুৱৈৰূপে স্থানীয় চুৱানচি চিটি দলত যোগদান কৰে। ১৯৪৫-৪৬ বৰ্ষচুমত ক্লাবৰ 'এ' টিমত মাত্ৰ তিনিখন খেলত অংশ লোৱাৰ পিচত সুযোগ শূন্যভাৱে অতিবাহিত কৰোঁতে চুৱানচি পাৰ্কৰ অভ্যাস খেলত চাৰ্লচৰ প্ৰতি আকৰ্ষিত হৈ ১৯৪৭ চনৰ ১৬ ছেপ্তেম্বৰত লীডচ ইউনাইটেড দলে চুক্তিবদ্ধ কৰোৱাই। দলত যোগদানৰ তিনিমাহৰ পিচতে লীগত আত্মপ্ৰকাশ কৰে আৰু ১৯৪৯ চনত পেছাদাৰ ফুটবলৰ পাতনি মেলে। সেইসময়ত তেওঁ ৰাইট-বেক্, লেফট ও ৰাইট-হাফ্ পজিচনত খেলিছিল। ১৯৫০ চনৰ ৮ মাৰ্চত ১৮ বছৰ ৭১ দিনত ভৰি দিওঁতে তেওঁ উত্তৰ আয়াৰলেণ্ডৰ বিৰুদ্ধে আন্তৰ্জাতিক আত্মপ্ৰকাশ ঘটে; খেলৰ ফলাফল ০-০। ১৯৫১ চনৰ পৰা চেন্টাৰ-ফৰোৱাৰ্ড পজিচনত খেলিবলৈ লয় আৰু ১৯৫২-৫৩ বৰ্ষচুমত ২৬ গোলৰ বৰঙণি মনকৰিবলগীয়া। ১৯৫৩-৫৪ৰ

দ্বিতীয় ডিভিজন লীগত লীডচৰ স্থান দশমত থাকিলেও তেওঁ ৪২ গোলৰে সৰ্বোচ্চ গোলদাতাৰ খ্যাতি অৰ্জন কৰে। ১৯৫৫-৫৬ বৰছুমত ৩০ গোল কৰে আৰু লীডচে প্ৰথম ডিভিজনলৈ উত্তীৰ্ণ হয়। পৰৱৰ্তী বৰছুমত ৩৮ গোলৰে টপ্ স্কৰাৰ; কিন্তু লীগত ক্লাবৰ স্থান অষ্টম। ১৯৫৭ চনৰ ১৯ এপ্ৰিলত জন চাৰ্লচৰ ক্ৰীড়া জীৱনে নতুন পাক লওঁতে বেলফাষ্টত অনুষ্ঠিত ৱেলচ বনাম উত্তৰ আয়াৰলেণ্ড গোলশূন্য খেলখন তেওঁৰ প্ৰথম অধিনায়কত্ব। এই ঐতিহাসিক খেল চাবলৈ জুভেন্টাচ ক্লাবৰ প্ৰেচিডেন্ট উমবাৰ্টো এগনিলি উপস্থিত আছিল আৰু তেওঁৰ খেলত আকৃষ্ট হৈ £৬৫,০০০ পাউণ্ড ষ্টাৰ্লিঙৰ এক ৰেকৰ্ড পৰিমাণ চুক্তিৰ সম্পাদন হওঁতে জন চাৰ্লচক জুভেন্টাচলৈ নিয়ে। এইখিনিতে উল্লেখ্য ইটালিৰ ফুটবলত প্ৰৱেশ কৰা এওঁ প্ৰথম বৃটিছ ফুটবলাৰ। জুভেন্টাচত খেলাকালীন (১৯৫৭-৬২) ১৫৫ খন খেলত ৯৩ গোল কৰে। ইয়াৰ অন্তৰ্গত তিনিবাৰ প্ৰথম ডিভিজন লীগ চেম্পিয়ন (১৯৫৮, ১৯৫৯ আৰু ১৯৬১); দুবাৰ ইটালি কাপ (১৯৫৮ আৰু ১৯৬০) জয় কৰাৰ উপৰি ১৯৫৭-৫৮ লীগত ২৮ গোলৰে সৰ্বোচ্চ গোলদাতা আছিল।

১৯৫৮ বিশ্বকাপত শক্তিশালী ৱেলচৰ চেন্টাৰ-ফৰোৱাৰ্ড জন চাৰ্লচ আছিল দলৰ অন্যতম আকৰ্ষণ। ৱেলচে কোৱাৰ্টাৰ-ফাইনেলত ব্ৰাজিলৰ সন্মুখীন হওঁতে দলৰ ধৰণী চাৰ্লচ অনুপস্থিত আছিল আৰু ৱেলচ ০-১ গোলত পৰাভূত হয়। জন চাৰ্লচে ১৯৬৫ চনৰ ৩০ মে'ত ছোভিয়েট ইউনিয়নৰ বিৰুদ্ধে শেষ আন্তৰ্জাতিক খেলে। তেওঁ মুঠ ৩৮ খন আন্তৰ্জাতিকত ১৫ গোলৰ কৃতিত্ব এৰি থৈ যায়।

জন চাৰ্লচে ১৯৬২ চনৰ এপ্ৰিলত £৫৩,০০০ পাউণ্ড ষ্টাৰ্লিঙৰ বিনিময়ত লীডচলৈ প্ৰত্যাৱৰ্তন কৰি পুনৰ ছেপ্তেম্বৰত £৭০,০০০ পাউণ্ড ষ্টাৰ্লিঙৰ ফিজত ৰোমা দলত চুক্তিবদ্ধ হয়। ৰোমাত মাত্ৰ ১০ খন খেলত ৪ গোলৰ অৱদান ৰয় আৰু ১৯৬৩ চনৰ আগষ্টত £২০,০০০ পাউণ্ড ষ্টাৰ্লিঙৰ বিনিময়ত স্বদেশৰ কাৰ্ডিফ চিটিত যোগদান কৰে। এই দলত ১৯৬৬ লৈকে খেলি ৭০ খন খেলত ১৮ গোল কৰে। ইয়াৰ অন্তৰ্গত ১৯৬৩ চনত নৰউইচ চিটিৰ বিৰুদ্ধে দ্বিতীয় ডিভিজন খেলত কাৰ্ডিফৰ হাফ্-লাইনৰ পৰা চট্ কৰি গোল কৰে। কাৰ্ডিফ চিটিৰ পৰা আহি পৰৱৰ্তী ক্ৰীড়া জীৱন হেৰীফৰ্দ ইউনাইটেডৰ খেলুৱৈ তথা মেনেজাৰৰূপে অতিবাহিত কৰি ১৯৭০ চনত অৱসৰ লয়। জন চাৰ্লচে সৰ্বমুঠ ৩৮৮ খন প্ৰথম শ্ৰেণী ফুটবলত ১৭৫ গোলৰ কৃতিত্ব এৰি থৈ গৈছে।

## জন চাৰ্লচৰ আন্তৰ্জাতিক খেল

| তাৰিখ | প্ৰতিপক্ষ | স্থান | ফলাফল(স্কৰ) |
|---|---|---|---|
| ১। ৮-৩-৫০ | উত্তৰ আয়াৰলেণ্ড | ৰেক্সহাম | ০-০ |
| ২। ১৬-৬-৫১ | চুইজালেণ্ড | ৰেক্সহাম | ৩-২ |
| ৩। ১৫-৪-৫৩ | উত্তৰ আয়াৰলেণ্ড | বেলফাষ্ট | ৩-২(২) |
| ৪। ১৪-৫-৫৩ | ফ্ৰান্স | পেৰিছ | ১-৬ |

| | | | | |
|---|---|---|---|---|
| ৫। | ২১-৫-৫৩ | যুগোশ্লাভিয়া | বেলগ্রেড | ২-৫ |
| ৬। | ১০-১০-৫৩ | ইংলেণ্ড | কার্ডিফ | ১-৪ |
| ৭। | ৪-১১-৫৩ | স্কটলেণ্ড | গ্লাচগো | ৩-৩(২) |
| ৮। | ৩১-৩-৫৪ | উত্তৰ আয়াৰলেণ্ড | ৰেক্সহাম | ১-২(১) |
| ৯। | ৯-৫-৫৪ | অষ্ট্ৰিয়া | ভিয়েনা | ০-২ |
| ১০। | ২২-৯-৫৪ | যুগোশ্লাভিয়া | কার্ডিফ | ১-৩ |
| ১১। | ১৬-১০-৫৪ | স্কটলেণ্ড | কার্ডিফ | ০-১ |
| ১২। | ১০-১১-৫৪ | ইংলেণ্ড | ৱেম্বলী | ২-৩(২) |
| ১৩। | ২০-৪-৫৫ | উত্তৰ আয়াৰলেণ্ড | বেলফাষ্ট | ৩-২(৩) |
| ১৪। | ২২-১০-৫৫ | ইংলেণ্ড | কার্ডিফ | ২-১ |
| ১৫। | ৯-১১-৫৫ | স্কটলেণ্ড | গ্লাচগো | ০-২ |
| ১৬। | ২৩-১১-৫৫ | অষ্ট্ৰিয়া | ৰেক্সহাম | ১-২ |
| ১৭। | ১১-৪-৫৬ | উত্তৰ আয়াৰলেণ্ড | কার্ডিফ | ১-১ |
| ১৮। | ২০-১০-৫৬ | স্কটলেণ্ড | কার্ডিফ | ২-২ |
| ১৯। | ১৪-১১-৫৬ | ইংলেণ্ড | ৱেম্বলী | ১-৩(১) |
| ২০। | ১০-৪-৫৭ | উত্তৰ আয়াৰলেণ্ড | বেলফাষ্ট | ০-০ |
| ২১। | ১-৫-৫৭ | চেকোশ্লোভাকিয়া | কার্ডিফ | ১-০ |
| ২২। | ১৯-৫-৫৭ | পূব জার্মেনি | লিপজিগ | ১-২ |
| ২৩। | ২৬-৫-৫৭ | চেকোশ্লোভাকিয়া | প্ৰাগ | ০-২ |
| ২৪। | ১৫-১-৫৮ | ইজৰাইল | টেল আভিভ | ২-০ |
| ২৫। | ৫-২-৫৮ | ইজৰাইল | কার্ডিফ | ২-০ |
| ২৬। | ৮-৬-৫৮ | হাঙ্গেৰি | চেন্দভিকেন | ১-১(১) |
| ২৭। | ১১-৬-৫৮ | মেক্সিকো | ষ্টকহম | ১-১ |
| ২৮। | ১৫-৬-৫৮ | চুইডেন | ষ্টকহম | ০-০ |
| ২৯। | ১৭-৬-৫৮ | হাঙ্গেৰি | ষ্টকহম | ২-১ |
| ৩০। | ৪-১১-৫৯ | স্কটলেণ্ড | গ্লাচগো | ১-১(১) |
| ৩১। | ১৪-১০-৬১ | ইংলেণ্ড | কার্ডিফ | ১-১ |
| ৩২। | ১২-৫-৬২ | ব্ৰাজিল | ৰিও-দি-জেনিৰো | ১-৩ |
| ৩৩। | ১৬-৫-৬২ | ব্ৰাজিল | চাওপলো | ১-৩ |
| ৩৪। | ২২-৫-৬২ | মেক্সিকো | মেক্সিকো চিটি | ১-২(১) |
| ৩৫। | ২০-১০-৬২ | স্কটলেণ্ড | কার্ডিফ | ২-৩(১) |
| ৩৬। | ২০-১১-৬৩ | স্কটলেণ্ড | গ্লাচগো | ১-২ |
| ৩৭। | ৩-১০-৬৪ | স্কটলেণ্ড | কার্ডিফ | ৩-২ |
| ৩৮। | ৩০-৫-৬৫ | ছোভিয়েট ইউনিয়ন | মস্কো | ১-২ |

□□

# আয়েন ৰাচ্

আশীৰ দশকত ৱেলচত অভ্যুদয় হোৱা বিশ্ব বিখ্যাত খেলুৱৈ গৰাকীৰ নাম আয়েন ৰাচ্।"জেণ্টেল্ জায়েন্ট" জন চাৰ্লচৰ পিচতে এই গৰাকী ফুটবলাৰে ৱেলচৰ নাম পুনৰ বিশ্বফুটবল প্ৰাঙ্গনত দাঙি ধৰিবলৈ সক্ষম হয়। ক্ৰীড়া বিশেষজ্ঞসকলৰ মন্তব্য, "Ian Rush arguably the world's most deadly goalscorer." বিশেষকৈ ইংলিচ লীগত সৰ্বদা গোলৰ বন্যাৰে লিভাৰপুলক উচ্চস্থান দিয়া আয়েন ৰাচ্‌ক "Most deadly striker of English football league." বুলিও অভিহিত কৰিছে। লিভাৰপুলৰ প্ৰাক্তন ফুটবলাৰ কেভিন কিগানৰ মতে, "The best finisher I have seen." কিন্তু এনে এগৰাকী ক'লা-কৌশলত চহকী জগৎ বিখ্যাত খেলুৱৈক বিশ্ব ফুটবল আসৰত সক্ৰিয় ৰূপত দেখিব নোপোৱাতো দুখৰ বিষয়।

আয়েন ৰাচ্ ১৯৬১ চনৰ ২০ অক্টোবৰ তাৰিখে ৱেলচৰ চেণ্ট এচেফ-ত জন্ম গ্ৰহণ কৰে। অৱশ্যে ফুটবলৰ পাতনি ইংলিচ তৃতীয় ডিভিজন চেষ্টাৰ চিটি দলত। চেষ্টাৰ চিটিত মাত্ৰ ৩৪ খন খেলত ১৪ গোল কৰোঁতে লিভাৰপুলৰ দৃষ্টি গোচৰ হয় আৰু তেওঁক £৩,০০,০০০ পাউণ্ড ষ্টাৰ্লিঙৰ বিনিময়ত দললৈ আনে (১৯৮০)। লিভাৰপুলত যোগদান কৰাৰ পিচৰে পৰা আয়েন ৰাচ্ বিশ্বৰ এগৰাকী খ্যাতনামা ফুটবল তাৰকালৈ ৰূপান্তৰ হয়। বিশেষকৈ ১৯৮১ আৰু ১৯৮৪ চনত ইউৰোপীয় চেম্পিয়ন ক্লাবচ' কাপ জয় কৰে আৰু ১৯৮৫ চনত পুনৰ ফাইনেলত উঠোতে জুভেণ্টাচৰ হাতত পৰাভূত হয়। বেলজিয়ামৰ হিচেল ষ্টেডিয়ামত অনুষ্ঠিত এই খেলখনত দৰ্শকৰ মাজত সৃষ্টি হোৱা সংঘৰ্ষৰ ফলত ৪১ জন নিহত আৰু ৩৫০ জন লোক আহত হয়। ফলস্বৰূপ ইংলিচ ক্লাবসমূহৰ বিৰুদ্ধে ইউৰোপীয় ফুটবল সন্থাই তিনিবছৰৰ বাবে নিষেধাজ্ঞা জাৰি কৰে। এই নিষেধাজ্ঞাৰ ফলত লিভাৰপুলৰ ফুটবল দুৰ্দ্ধৰ্ষতা হ্ৰাস পায়। ইয়াত খেলাকালীন লিভাৰপুলে ১৯৮২, ১৯৮৩, ১৯৮৪ আৰু ১৯৮৬ লীগ খিতাপ পায় ইয়াৰ অন্তৰ্গত ১৯৮৪ চনত ৩২ গোল কৰি সৰ্বোচ্চ গোলদাতাৰ খ্যাতি অৰ্জন কৰে। ১৯৮৬ চনত এফ.এ.কাপ জয় কৰোঁতে ফাইনেলত এভাৰ্টনক ৩-১ গোলত পৰাভূত কৰে আৰু এই খেলখনত আয়েন ৰাচ্‌ৰ স্কৰ ২ গোল। সেই পৰ্যন্ত তেওঁ লিভাৰপুলৰ পক্ষে ২৭০ খন খেলত ১৬৬ গোল উল্লেখযোগ্য। এইখিনিতে উল্লেখ্য ১৯৭৪ চনৰ পিচত লিভাৰপুল ক্লাবে প্ৰথম এফ.এ.কাপ জয় কৰিবলৈ সক্ষম হয়। উপৰি ১৯৮১, ১৯৮২, ১৯৮৩ আৰু ১৯৮৪ চনত একেৰাহে চাৰিবছৰ এফ.এ.লীগ কাপও জয় কৰে। বৃটেনৰ অপ্ৰতিদ্বন্দ্বী দলত জিলিকি উঠা ষ্ট্ৰাইকাৰ আয়েন ৰাচ্ স্পেইন-ইটালিৰ চহকী ক্লাবসমূহৰ লোলুপ দৃষ্টিত পৰোতে পশ্চিম জাৰ্মেনিৰ বেয়াৰ্ন মিউনিক দলে তেওঁৰ বাবে £২ মিলিয়ন পাউণ্ড ষ্টাৰ্লিং আগবঢ়াইছিল অৱশ্যে তেওঁ

১৯৮৬ চনতে £৩.২ মিলিয়ন পাউণ্ড ষ্টার্লিং মূল্যৰ বিনিময়ত তিনিবছৰৰ বাবে ইটালিৰ জুভেন্টাচ দলত চুক্তিবদ্ধ হয় যদিও ১৯৮৬-৮৭ মৰছুম লিভাৰপুল দলতে ঋণ স্বৰূপে কটায় আৰু ১৯৮৭ চনৰ ৪ মে'ত এণ্ডিফিল্ডত অনুষ্ঠিত লিভাৰপুল বনাম ৱাটফৰ্দ লীগৰ খেলখনত অংশ লৈ ১-০ গোলত জয়ী হওঁতে স্কৰ আয়েন ৰাচ্‌ৰ। এয়াই লিভাৰপুলত তেওঁৰ শেষ আৱিৰ্ভাৱ তথা খেলৰ অন্তত উপস্থিত চল্লিশ হেজাৰ দৰ্শকৰ পৰা বিদায় লওঁতে খেলপথাৰখন এপাক দৌৰী মেলানি মাগে। লিভাৰপুল ক্লাবৰ হৈ তেওঁ মুঠ ৩৩০ খন খেলত ২০৬ গোলৰ বৰঙণি এৰি থৈ যায়। পিচৰ বছৰ (১৯৮৮) এফ.এ.কাপত ৰাচ্ বিহীন লিভাৰপুল দলে ফাইনেলত উপনীত হয় যদিও ৱেম্বলীদন ক্লাবৰ হাতত ০-১ গোলত পৰাভূত হৈ ৰানাৰ্চ-আপ পায়। এইখিনিতে উল্লেখ্য তেওঁ খেলাকালতে লিভাৰপুল ১৪৩ খন খেলত অপৰাজিত থাকি এক অনন্য কীৰ্তিমান প্ৰতিষ্ঠা কৰি থৈ গৈছে।



এই গৰাকী ৬ ফুট ২ ইঞ্চি ওখ, ৭৬ কিলোগ্ৰাম ওজনৰ গোল স্কৰিং ষ্ট্ৰাইকাৰে গ্লাচগোত ১৯৮০ চনৰ ২১ মে'ত স্কট-লেণ্ডৰ বিৰুদ্ধে চাবৃচ্টিটিউট্ খেলুৱৈৰূপে আন্তৰ্জাতিক ফুট-বলত আত্মপ্ৰকাশ কৰে অৱশ্যে ৱেলচ ০-১ গোলত পৰাভূত হয়। ইয়াৰ পিচৰে পৰা তেওঁ নিয়মিত খেলুৱৈৰূপে জাতীয় দলত খেলি যায় যদিও ৱেলচে ইউৰোপীয় ফুটবল চেম্পিয়নচিপ বা বিশ্বকাপ ফুটবলৰ চূড়ান্ত পৰ্যায়ত প্ৰৱেশ কৰিবলৈ সক্ষম নহ'ল। বিশেষকৈ উল্লেখ্য ১৯৮৫ চনৰ ২৮ মাৰ্চত গ্লাচগোত স্কটলেণ্ডক ১-০ গোলত পৰাভূত কৰোঁতে খেলৰ ৩৮ মিনিটত স্কৰ আয়েন ৰাচ্‌ৰ আৰু দীৰ্ঘ চৌবিশ বছৰৰ পিচত গৃহ পথাৰত স্কট-

লেগুক পৰাভূত কৰে। উপৰি ১৯৯১ চনৰ ৬ জুনত বিশ্ব চেম্পিয়ন জাৰ্মেনিক১-০ গোলত ৰপৰাভূতৰ কৰোঁতে ৬৭ মিনিটত ৰাচ্ৰ গোলত সফলতা অৰ্জন কৰে তথা ১৯৮৮ ইউৰোপীয় ফুটবল চেম্পিয়নচিপৰ চেমি-ফাইনেলত হলেণ্ডৰ হাতত পৰাজয় বৰণ কৰাৰ পিচত ১৫ খনত অপৰাজয় থাকি প্ৰথম পৰাজয় বৰণ কৰে।

আয়েন ৰাচে জুভেন্টাচ ক্লাবত যোগদান কৰি ইটালিয়ান ফুটবলত তেওঁৰ বিস্ফোৰক ক্ৰীড়াধাৰা অটুট ৰাখিব নোৱাৰিলে ফলত এটা ম্ৰৰছুম অতিবাহিত কৰি পুনৰ লিভাৰপুল ক্লাবলৈ প্ৰত্যাবৰ্তন কৰে। ১৯৯৫ চনৰ ২৮ ফেব্ৰুৱাৰীত ৱেস্বলীদন ক্লাবক ২-০ গোলত পৰাভূত কৰোঁতে এফ.এ.কাপত ডেনিচ ল-ৰ স্থাপিত বিংশ শতিকাৰ ৪১ গোলৰ ৰেকৰ্ড পুনৰাবৃত্তি কৰে। অৱশ্যে এফ. এ. কাপৰ গোল ৰেকৰ্ড (৪৮ গোল) নটিংহাম কাউণ্টিৰ হেনৰি কাৰ্চামৰ উনবিংশ শতিকাত স্থাপিত।

লিভাৰপুৰ ৩৪-বছৰ বয়স্ক ষ্ট্ৰাইকাৰ আয়েন ৰাচে ৱেলচৰ পক্ষে ৭৩ খন আন্তৰ্জাতিকত অংশ গ্ৰহণ কৰি ২৮ গোল কৰাৰ পিচতে আন্তৰ্জাতিক ফুটবল জীৱন অন্ত পৰাৰ ইঙ্গিত দাঙি ধৰে কাৰণ বিশ্বকাপৰ কোৱালিফাইং ৱেলচ বনাম চান মেৰিনো খেলখনত তেওঁক জাতীয় একাদশত নিৰ্বাচন নিদিলে (১ ছেপ্তেম্বৰ, ১৯৯৬ চন)। ১৯৯৬ চনত আয়েন ৰাচে লিভাৰপুলৰ পৰা লীডচ্ ইউনাইটেড দলত যোগদান কৰি এটা ম্ৰৰছুম খেলে আৰু ১৯৯৭ চনৰ ১৫ আগষ্টত এবছৰৰ বাবে নিউকেচল ইউনাইটেডত চুক্তিবদ্ধ হয়।





জন চাৰ্লচ

# আৰ্নেষ্ট অকৃৰিক



আৰ্নেষ্ট অকৃৰিকক বিশ্বৰ শেষৰ কেইগৰাকীমান উচ্চস্তৰৰ অল্ড ফেচনৰ চেন্টাৰ-হাফ্‌ৰ অন্যতমৰূপে গণ্য কৰা হয়। বিশেষকৈ দুৰ্দ্ধৰ্ষ অষ্ট্ৰিয়া দলৰ চেন্টাৰ-হাফ্ পজিচনত খেলোতে সমগ্ৰ দলৰ ৰণ চাতুৰ্য সম্পূৰ্ণৰূপে তেওঁক কেন্দ্ৰ কৰি ঘূৰ্ণীমান আছিল; যাৰবাবে তেওঁক 'ক্লকবৰ্ক' উপনামৰে অভিহিত কৰা হয়। দীৰ্ঘ দেহী অকৃৰিকৰ স্বাস্থ্য নেতৃত্ব দিব লগীয়া ধৰণৰ। প্ৰথমে চেন্টাৰ-হাফ্ আৰু উইং-হাফ্ পজিচনত খেলিছিল পিচলৈ চাম্পডোৰিয়াত খেলোতে দিপ-লাইং ইনচাইদ-ফৰোৱাৰ্ডৰ সফল ভূমিকা দিয়ে।

আৰ্নেষ্ট অকৃৰিক ১৯২৬ চনত ভিয়েনাত জন্ম গ্ৰহণ কৰে। ফুটবলৰ পাতনি ষ্টেলু (stalau) দলত। তাৰ পিচত এফ. এ. চি. ভিয়েনা আৰু এফ. কে. অষ্ট্ৰিয়া দলত। দলৰ হৈ ১৯৪৯, ১৯৫০ আৰু ১৯৫৩ চনত লীগ আৰু ১৯৪৯ চনত কাপ জয় কৰে। ১৯৪৭ চনত আন্তৰ্জাতিক ফুটবলত আত্মপ্ৰকাশ কৰি ১৯৫৪ বিশ্বকাপত অষ্ট্ৰিয়া দলে তেওঁৰ অধিনায়কত্বতে বলিষ্ঠ ফুটবল প্ৰদৰ্শন কৰি তৃতীয়স্থান দখল কৰে। বিশেষকৈ ১৯৫১ চনৰ ২৮ নভেম্বৰত ৱেম্বলীত খেলা ইংলেণ্ডৰ বিৰুদ্ধে খেলখন ২-২ গোলত অন্ত পৰোতে এয়া তেওঁৰ জীৱনৰ শ্ৰেষ্ঠ মেচ। কাৰণ দলৰ আক্ৰমণবিভাগ বাৰম্বাৰ অসফল হলেও অকৃৰিকৰ সৰ্বদা নিখুঁত বল সৰবৰাহৰে দলক ইন্ধনৰ যোগাৰ ধৰিছিল। ১৯৫৩ চনত বিশ্ব একাদশ আৰু ১৯৫৫ চনত ইউৰোপীয় একাদশত খেলে। তেওঁ মুঠ ৬২ খন আন্তৰ্জাতিকত অষ্ট্ৰিয়াৰ পক্ষে খেলে। ১৯৬১ চনত তেওঁ ইটালিৰ চাম্পডোৰিয়া ক্লাৱত যোগদান কৰে। ইয়াতো তেওঁৰ ভূমিকা বিশেষ গুৰুত্বপূৰ্ণ। ১৯৬৬ চনত প্ৰত্যাৱৰ্তন কৰি পুৰণি ক্লাৱ এফ. কে. অষ্ট্ৰিয়া দলত এবছৰ খেলিয়ে ফুটবলৰ পৰা অৱসৰ লয়।



# জোচেফ্ মাচোপাষ্ট



১৯৬২ চনৰ "ইউৰোপীয়ান ফুটবলাৰ অব দি ইয়েৰ" দুৰ্লভ সম্মান অৰ্জন কৰোঁতা খেলুৱৈ গৰাকী হ'ল চেকোশ্লোভাকিয়াৰ জোচেফ্ মাচোপাষ্ট। চিলি বিশ্বকাপত প্ৰদৰ্শন কৰা বলিষ্ঠ ফুটবল কলাই চেক দলক ফাইনেল পৰ্যন্ত উধাবলৈ অৰিহণাৰ যোগাৰ ধৰে। চেক দলৰ উইং-হাফ্ দ্বয় মাচোপাষ্ট আৰু প্লচকাল তথা চেন্টাৰ-হাফ্ত পপুলহাৰৰ সঠিক সমন্বয়ে এক দুৰ্দ্ধৰ্ষ মধ্য-ফিল্ড-লাইন গঢ়ি তুলিছিল। তেওঁ স্পইলাৰৰ ভূমিকা দিয়াৰ উপৰি সদায় সৃজনমূলক (creative) ফুটবল অৱতাৰণা কৰোঁতে গোল কৰাৰ প্ৰচ্ছন্ন কৰ্মশক্তি নিহিত আছিল। যাৰবাবে তেওঁ ইউৰোপ তথা বিশ্বৰ এগৰাকী অতি মসৃণ ও গুণান্বিত উইং-হাফ্ৰূপে জিলিকি উঠিছিল। বলৰ সন্ধানত সমগ্ৰ মধ্য-ফিল্ড কভাৰ কৰি খেলোতে এই এটেকিং-হাফ্ গৰাকীৰ বাঁও-ভৰি ব্ৰহ্ম অস্ত্ৰ স্বৰূপ আছিল। সেই সময়ৰ বিশ্বফুটবলত ব্ৰাজিলৰ দিদিৰ সৈতে সফল মিড-ফিল্ড খেলুৱৈৰূপে আঙুলিয়াৰ গ'লে আমাৰ দৃষ্টি কেৱল প্ৰতিভাসম্পন্ন বল প্লেয়াৰ জোচেফ্ মাচোপাষ্টৰ ওপৰত পৰে।

জোচেফ্ মাচোপাষ্ট ১৯৩১ চনত চেকোশ্লোভাকিয়াৰ মোষ্ট ৰাজ্যত জন্ম গ্ৰহণ কৰে। ফুটবলৰ পাতনি ইউনিয়ন টিপলিচ দলত। তেওঁ জাতীয় যুৱ দলত খেলোতে আৰ্মি টিম ডুকলা প্ৰাগৰ দৃষ্টি গোচৰ হয় আৰু ১৯৫১ চনত এই দলত যোগদান কৰে। ডুকলা প্ৰাগত খেলাকালীন আঠবাৰ লীগ চেম্পিয়নচিপ আৰু তিনিবাৰ কাপ জয় কৰে ইয়াৰ অন্তৰ্গত ১৯৬১ আৰু ১৯৬৬ চনত "ডাবল" পায়। ১৯৫৪ চনত আন্তৰ্জাতিক ফুটবলত আত্মপ্ৰকাশ কৰি মুঠ ৬৩ খন খেলত ১১ গোল কৰে। ১৯৬২ বিশ্বকাপত চমকপ্ৰদ ফুটবল প্ৰদৰ্শন কৰোঁতে গ্ৰুপ লীগত [স্পেইন (১-০) ব্ৰাজিল (০-০) আৰু মেক্সিকো (১-৩) ] ফলাফল এনে ধৰণৰ। কোৱাৰ্টাৰ-ফাইনেলত হাঙ্গেৰিক ১-০ গোল; চেমি-ফাইনেলত যুগোশ্লাভিয়াক ৩-১ গোলত পৰাভূত কৰি ফাইনেলত পুনৰ ব্ৰাজিলৰ মুখামুখি হয়। এই ঐতিহাসিক ফাইনেলৰ ষোল্ল মিনিটতে মাচোপাষ্টৰ গোলত চেক্ দলে ১-০ ব্যৱধানত অগ্ৰসৰ লাভ কৰোঁতে ব্ৰাজিলিয়ান ৰক্ষণবিভাগে তত্তিৰই নোৱাৰিলে। অৱশ্যে চেকোশ্লোভাকিয়া ১-৩ ব্যৱধানত পৰাজয় বৰণ কৰে। বিশ্বকাপৰ পূৰ্বে অষ্ট্ৰিয়াৰ বিৰুদ্ধে তেওঁ এটা দৰ্শনীয় স্কৰ কৰোঁতে সাতজন প্ৰতিপক্ষৰ খেলুৱৈক দ্ৰুত ড্ৰিবলিঙৰে পৰাভূত কৰিছিল। মাচোপাষ্টে ১৯৬৮ চনত বেলজিয়ামৰ দ্বিতীয় ডিভিজন ক্ৰুচিং মুলেনবিক দলত যোগদান কৰি প্ৰথম ডিভিজনলৈ উধায় আৰু ১৯৭০ চনত ফুটবলৰ পৰা অৱসৰ লয়।

□□

# বিয়ৰ্ন নৰ্দভিষ্ট



জন্ম ৬ অক্টোবৰ, ১৯৪২ চন। শৰীৰৰ উচ্চতা ৫ ফুট ১০ ইঞ্চি আৰু ওজন ৭৫ কিলোগ্ৰাম। প্ৰথম শ্ৰেণী ফুটবলৰ পাতনি আই এফ কে নৰকুপিং দলত। এই দলৰ পৰা হলেণ্ডৰ পি এচ ভি আইণ্ডহোভেনত চুক্তিবদ্ধ হয়। পিচত স্বদেশলৈ প্ৰত্যাবৰ্তন কৰি আই কে এফ গটেবোৰ্গত কটায়। চুইডেনত অভ্যুদয় হোৱা এই মহান ডিফেণ্ডাৰ গৰাকীয়ে মুঠ ১১৫ খন আন্তৰ্জাতিক খেলে (১৯৬৩-১৯৭৮)। তেওঁ মুঠ তিনিটা বিশ্বকাপত (১৯৭০, ১৯৭৪ আৰু ১৯৭৮) অংশ গ্ৰহণ কৰোঁতে তেৱে দলৰ অধিনায়ক আছিল।

# থমাচ ৰাভেলী

চুইডেনৰ ৰেকৰ্ড সৃষ্টিকাৰী গোলৰক্ষক থমাচ ৰাভলী ১৯৫৯ চনৰ ১৩ আগষ্টত জন্ম গ্ৰহণ কৰে। পিতৃ অষ্ট্ৰিয়ান অধিবাসী। ফুটবলৰ পাতনি অষ্টাৰ দলত। ১৯৮৯ চনৰ পৰা আই এফ কে গটেবাৰ্গ দলত যোগদান কৰি খেল অব্যাহত ৰাখে। ১৯৯২ চনৰ ইউৰোপীয় নেচনচ্ কাপ ফুটবল প্ৰতিযোগিতা চুইডেনত অনুষ্ঠিত হওঁতে তৃতীয়স্থান দখল কৰোঁতা উদ্যোক্তা দলৰ তেৱে গোলৰক্ষক আছিল। ১৯৯৪ বিশ্বকাপত থমাচ ৰাভেলীৰ সাহসীকতাপূৰ্ণ গোলৰক্ষণে চুইডেনক চতুৰ্থস্থান দখল কৰাত বিশেষ অৰিহণা যোগায়। এই প্ৰতিযোগিতাতে কোৱাৰ্টাৰ-ফাইনেল (চুইডেন বঃ ৰুমানিয়া) খেলখনত তেওঁ বিয়ৰ্ন নৰ্দভিষ্টৰ চুইডিচ ৰেকৰ্ড পুনৰাবৃত্তি কৰোঁতে এয়া তেওঁৰ ১১৫তম আন্তৰ্জাতিক আছিল। ১৯৯৯ চনত অবসৰ লোৱা থমাচ ৰাভলীয়ে ১৪৩ খন আন্তৰ্জাতিক খেলত অংশ লৈ ৰেকৰ্ড প্ৰতিষ্ঠা কৰে।

# থমাচ ব্ৰলিন

নৱে দশকত চুইডেনে ফলপ্ৰসূ ফুটবল অৱতাৰণা কৰা দেখা যায়। চুইডেনৰ এই সাফল্য লানিত ষ্ট্ৰাইকাৰ থমাচ ব্ৰলিনৰ নামটো জিলিকি থাকিব। আই কে এফ নৰকুপিং দলৰ এই দ্ৰুতগামী খেলুৱৈ গৰাকীৰ ফুটবল শৈলী ৰাভিয়ে ১৯৯০ বিশ্বকাপত দৃষ্টি আকৰ্ষণ কৰোঁতে আসৰৰ পিছতে এ চি পাৰমা দললৈ ট্ৰেন্সফাৰ লয়। ১৯৯৩ চনত পাৰমা দলে ইউৰোপীয়ান কাপ-উইনাৰ্চ কাপ জয় কৰোঁতে থমাচ ব্ৰলিনৰ বৰঙণি মনকৰিবলগীয়া। ১৯৯৪ চনত ৰানাৰ্চ-আপ পায় আৰু ১৯৯৫ চনত ইউফা কাপৰ ফাইনেলত প্ৰৱেশ কৰে। ১৯৯২ ইউৰোপীয় নেচনচ' কাপ চুইডেনত অনুস্থিত হয়। ইয়াত চুইডেনে তৃতীয়স্থান লাভ কৰোঁতে চেমি-ফাইনেলত জাৰ্মেনিৰ হাতত পৰাভূত হয় অৱশ্যে থমাচ ব্ৰলিনেই প্ৰতিযোগিতাৰ সৰ্বোচ্চ গোলদাতা আছিল। ১৯৯৪ বিশ্বকাপত চুইডেনে চতুৰ্থস্থান দখল কৰোঁতে মানদণ্ডৰ তুঙ্গত থকা থমাচ ব্ৰলিনে অল-ষ্টাৰ দলতো নিৰ্বাচন লাভ কৰে থমাচ ব্ৰলিনৰ জন্ম ২৯ নৱেম্বৰ, ১৯৬৯ চন

# ইউচেবিঅ



মেজিক মেগয়ার্চৰ শিৰোমণি পুচকাচৰ সৌৰভ সমৃদ্ধ ফুটবলৰ বিয়লি বেলিত তথা ব্ৰাজিলৰ ক'লা মুকুতা পেলেৰ অধ্যায় অব্যাহত থাকোতে বিশ্ব ফুটবল প্ৰাঙ্গনত এনে এগৰাকী ফুটবলাৰৰ আৱিৰ্ভাৱ হয় যাৰফলত পূৰ্বৰ খ্যাতনামা তাৰকাসকলৰ উজ্জ্বলতাও নিস্প্ৰভ হোৱাৰ উপক্ৰম হৈছিল। জন্মগত দুৰ্দ্ধৰ্ষ আফ্ৰিকানৰ ওপৰত চতুৰ পৰ্তুগীজ প্ৰশিক্ষণৰ প্ৰভাৱে গঢ়ি তুলিছিল, বিশ্বৰ এক দুৰ্দ্দান্ত ফৰোৱাৰ্ড। পৰ্তুগীজ উপনিবেশৰ এই নীগ্ৰো যুৱকে দৰ্শনীয় খেলৰে শত সহস্ৰক মোহিত কৰি "ইউৰোপীয়ান পেলে" নামেৰে খ্যাতি অৰ্জন কৰে। বেনফিকা ক্লাবৰ কোচ্ বেলা গুটমেনে গঢ়ি-পিটি নিৰ্মাণ কৰা এই সুস্বাস্থ্যৱান ফুটবলাৰৰ নাম-- ইউচেবিঅ। সম্পূৰ্ণ নাম ইউচেবিঅ দা চিল্‌ভা ফেৰিৰা। তেওঁৰ শাৰীৰিক পৰিমাপঃ উচ্চতা ৫ ফুট ৯ ইঞ্চি আৰু ওজন ৭৪ কিলোগ্ৰাম। বিশ্বফুটবল এই কুশলী ষ্ট্ৰাইকাৰ অবিহনে সদায় অসম্পূৰ্ণ। কোনো কোনো সময়ত ইউচেবিঅয়ে পেলেতকৈও দুৰ্দ্দান্ত ৰূপ ধাৰণ কৰি বিপক্ষৰ গোলত ত্ৰাসৰ সঞ্চাৰ কৰিছিল। ইউচেবিঅৰ খেলৰ বিশেষত্ব-- অনবদ্য ক্ৰীড়া চাতুৰ্য, যি কোনো স্থানৰ পৰা দ্ৰুত ও অব্যৰ্থ চট্ লোৱাত পাকৈত। মুঠতে ইউচেবিঅৰ চট্ সবাতোকৈ শক্তিশালী বুলি গণ্য কৰা হয়। বিশ্বফুটবলত বৰ্তমানলৈকে যি সকল দুৰ্দ্ধৰ্ষ ফুটবলাৰৰ আৱিৰ্ভাৱ হ'ল সেই সকলৰ ভিতৰত আনুমানিক ইউচেবিঅৰ চট্ সবাতোকৈ কোবাল। ষ্ট্ৰাইকাৰৰূপে তেওঁ তীব্ৰ গতিত বল লৈ অগ্ৰসৰ হয় আৰু গতিমান অৱস্থাতে সোঁ-ভৰিৰে ভয়ঙ্কৰ চট্ মাৰিব পৰাটো সহজাত নীতি। ইউচেবিঅ ফুটবলৰ এক নায়ক ও ইতিহাস সৃষ্টিকাৰী ফুটবলাৰ। ষ্টেনলি মেথিউজ, ফেৰেঙ্ক পুচকাচ আৰু পেলে বিশ্ব ফুটবলৰ তিনি অধ্যায়। ইউচেবিঅৰ অনবদ্য খেলে বিশ্বফুটবলত আন এটি অধ্যায়ৰ সংযোজন কৰিলে।

ইউচেবিঅ ১৯৪২ চনৰ ২৫ জানুৱাৰীত মোজাম্বিকৰ লৰেঙ্কো মাৰ্কুইচত জন্ম গ্ৰহণ কৰে। দৰিদ্ৰ চুবুৰীত ডাঙৰ দীঘল হোৱা ইউচেবিঅই ১৯৫৭ চনত স্থানীয় লৰেঙ্কো মাৰ্কুইচ স্পৰ্টিং ক্লাবত যোগদান কৰে। ইউচেবিঅৰ আৱিষ্কাৰক ব্ৰাজিলৰ উইং-হাফ্ জোচে কাৰ্লচ। ১৯৬০ চনত পৰ্তুগালৰ স্পৰ্ট লিচবোৱা বেনফিকা ক্লাবে ইউচেবিঅৰ বাবে £১৮৭৫ পাউণ্ড ষ্টাৰ্লিং আগবঢ়াই যদিও মোজাম্বিকীয় ক্লাব অমান্তি হয়; কিন্তু সেইবছৰতে ক্লাবে £৫২৬৫ পাউণ্ড ষ্টাৰ্লিঙৰ বছেৰেকীয়া বিনিময়ত ক্ৰয় কৰে। তেওঁক বেনফিকালৈ অনাৰ মূলতে কোচ্ বেলা গুটমেন। দুৰ্দ্দৰ্ষ মোজাম্বিকীয়ৰ

প্ৰচুৰ সহ্যশক্তিৰ ওপৰত উচ্চমান বিশিষ্ট পৰ্তুগীজ প্ৰশিক্ষনে বিশ্বৰ অন্যতমৰূপে গঢ়ি তোলে। ১৯৬১ চন, ইউচেবিঅৰ প্ৰথম বছৰ; বেনফিকা ক্লাব-- ইউৰোপীয় চেম্পিয়ন (অৱশ্যে তেওঁ নিয়মিত দলত স্থান পোৱা নাছিল)।

পৰ্তুগীজ উপনিৱেশৰ ১৯-বছৰীয়া নীগ্ৰো যুৱকে পৰ্তুগালৰ প্ৰথম শ্ৰেণী ফুটবলত ত্ৰিশখন খেল পূৰ্ণ নহওঁতেই লাক্সেমবাৰ্গৰ বিৰুদ্ধে আন্তৰ্জাতিক আত্মপ্ৰকাশ ঘটে (৮ অক্টোবৰ,১৯৬১ চন)। ইতিপূৰ্বে তেওঁৰ গুৰুত্বপূৰ্ণ খেল মন্টিভিডিওত অনুষ্ঠিত উৰুগুৱেৰ পেনাৰোল ক্লাবৰ বিৰুদ্ধে বিশ্ব ক্লাব চেম্পিয়নচিপ ফাইনেলৰ প্লে-অফ্ মেচ্। তেওঁ দৰ্শনীয় খেলৰে শত সহস্ৰক মুগ্ধ কৰিলেও বেনফিকা ১-২ ব্যৱধানত পৰাভূত হয়। এনেকৈ অতি কম সময়ৰ ভিতৰতে আধিপত্য বিস্তাৰ কৰাৰ লগতে ইউচেবিঅ ফুটবলৰ শিৰোনামা হৈ পৰে। ২৫ অক্টোবৰ তাৰিখে ৱেম্বলীত ইংলেণ্ডৰ বিৰুদ্ধে তেওঁৰ দ্বিতীয় আন্তৰ্জাতিক ০-২ ব্যৱধানত পৰাভূত হওঁতে প্ৰথমবাৰৰ বাবে গোল কৰাৰ পৰা বঞ্চিত হয়। এইখিনিতে উল্লেখ্য ক্লাবৰ খেলত আত্মপ্ৰকাশ কৰোঁতেই হেট-ট্ৰিক অৰ্জন কৰিছিল। ষাঠি দশকৰ ফুটবলত ইউচেবিঅৰ বিস্ফোৰক চুটিং এক কল্পনাকাৰী দৃশ্য; যি নৈপুণ্য যুগ-যুগান্তৰ চিৰসজীৱ হৈ থাকিব। বেনফিকা দলক ইউৰোপীয় ফুটবলৰ সবাতোকৈ শীৰ্ষত অধিষ্ঠিত কৰাৰ উপৰি তেওঁ "ব্লেক পান্থাৰ" নামেৰে বিশ্ব খ্যাত হৈ পৰে।

১৯৬২ ইউৰোপীয় চেম্পিয়ন ক্লাবচ' কাপ ফাইনেলত বেনফিকা ক্লাবে উপৰ্যুপৰি পাঁচবাৰ ইউৰোপীয় চেম্পিয়ন ৰিয়েল মাদ্ৰিদক ৫-৩ গোলত পৰাভূত কৰি দ্বিতীয়বাৰৰ বাবে জয়ী হয়। এই খেলখনত ইউচেবিঅৰ সোঁ-ভৰিৰ ভয়ঙ্কৰ চুটিঙৰ সৈতে প্ৰতিপক্ষৰ যুগন্ধৰ পুচকাচৰ বাঁও-ভৰিৰ দৰ্শনীয় চুটিং ৰিজাব পাৰি। বিশেষকৈ ইউচেবিঅৰ অনবদ্য ক্ৰীড়াধাৰা আৰু ২ গোল উল্লেখযোগ্য। খেলৰ অন্তত পুচকাচত ইউচেবিঅক অভিনন্দন জনোৱাৰ উপৰি তেওঁৰ বহুমূলীয়া জাৰ্চিটো উপহাৰ দিয়ে।

ইউচেবিঅৰ প্ৰথম পুৰস্কাৰ "চিলভাৰ বল"। পৰ্তুগীজ চেম্পিয়নচিপৰ সৰ্বোচ্চ গোলদাতাৰূপে তেওঁ এই পুৰস্কাৰ লাভ কৰিছিল। ইয়াৰোপৰি ১৯৬৪-৬৮ লৈকে (২৯+২৮+২২+৩১+৪২) মুঠ ১৫২ গোল কৰি পতুৰ্গীজ লীগত পাঁচবাৰ টপ্ স্কৰাৰ। ইউৰোপীয় ক্লাব চেম্পিয়নচিপত তেওঁ সৰ্বমুঠ ৪৬ গোল কৰি এক চমকপ্ৰদ ৰেকৰ্ড গঢ়ে। ইয়াৰ অন্তৰ্গত ১৯৬৬ (৭ গোল) আৰু ১৯৬৮ চনত (৬ গোল) সৰ্বোচ্চ গোলদাতাৰ খ্যাতি অৰ্জন কৰে। ইয়াৰোপৰি ইউৰোপীয় একাদশত পাঁচবাৰ আৰু বিশ্ব একাদশত তিনিবাৰ খেলি মুঠ ১০ গোল কৰে। বিশেষকৈ উল্লেখ্য ১৯৬৫ চনত "ইউৰোপীয়ান ফুটবলাৰ অৱ দি ইয়েৰ" নিৰ্বাচন পায়।

অষ্টম বিশ্বকাপৰ প্ৰাথমিক পৰ্যায়ত দলৰ ৯টা গোলৰ ৭টা স্কৰ ইউচেবিঅৰ। চূড়ান্ত পৰ্যায়ত পতুৰ্গালে হাঙ্গেৰি(৩-১), বুলগেৰিয়া(৩-০) আৰু ব্ৰাজিল(৩-১)ক পৰাভূত কৰি চাঞ্চল্য সৃষ্টি কৰাৰ লগতে ক্ৰীড়া বিশেষজ্ঞসৱে বিশ্বকাপ জয়ৰ সুসম্ভাৱ্য দল বুলি মন্তব্য দিছিল। কোৱাৰ্টাৰ-ফাইনেলত উত্তৰ

কোৰিয়াক ৫-৩ ব্যৱধানত পৰাভূত কৰোঁতে ইউচেবিঅৰ ৪ গোল স্মৰণীয়। চেমি-ফাইনেলত উদ্যোক্তা ইংলেণ্ডৰ নবি ষ্টাইলচে সমগ্ৰ নব্বৈ মিনিট তেওঁক কঠোৰ পহৰা দিয়ে ফলত ইউচেবিঅই প্ৰকৃত খেল প্ৰদৰ্শন কৰিব নোৱাৰিলে। তথাপিও তেওঁ ইংলেণ্ডৰ দুৰ্ভেদ্য প্ৰাচীৰত আঘাতৰ ওপৰত আঘাত হানি ক্ষত-বিক্ষত কৰাৰ লগতে গোলৰ সম্মুখত ধুমুহাৰ সৃষ্টি কৰিছিল। অৱশেষত পৰ্তুগাল ১-২ গোলত পৰাভূত হৈ ফাইনেলত উপনীত হোৱাৰ পৰা বঞ্চিত হয়। বৃটিছ ক্ৰীড়ামোদীয়ে যুগ-যুগান্তৰ ইউচেবিঅৰ বিস্ফোৰক ফুটবল আৰু বৰতোপৰ গুলীৰ দৰে ইংলেণ্ডৰ গোলত মৰা তীব্ৰতৰ চট্‌সমূহ পাহৰিব নোৱাৰে। খেলৰ অন্তত চকুপানীৰে সৈতে খেলপথাৰ ত্যাগ কৰোঁতে দলৰ কৰ্মকৰ্তাসকলৰ শান্তনাই এই পৰাজয়ৰ শান্তনা হৈ ৰল। পৰাজিত চেমি-ফাইনেলিষ্টৰ খেলত ছোভিয়েট ইউনিয়নক ২-১ গোলত পৰাভূত কৰি তৃতীয়স্থান লাভ কৰে অৱশ্যে ইউচেবিঅয়ে ৯ গোল কৰি সৰ্বোচ্চ গোলদাতাৰ খ্যাতি আৰ্জে। ইয়াৰ লগে লগে তেওঁ ইউৰোপৰ শ্ৰেষ্ঠ তথা বিশ্বৰ অন্যতম ইনচাইদ-লেফটৰূপে পৰিগণিত হয়। আনকি বহু ক্ৰীড়া সমালোচকে ৬৬-ৰ বিশ্বকাপত ব্ৰাজিলৰ দহ নং খেলুৱৈতকৈও ইউচেবিঅৰ খেল উৎকৃষ্ট বুলি মন্তব্য দিয়ে।

১৯৬৫ চনত ব্ৰাজিলৰ ভাস্কো-দা-গামা ক্লাবে ইউচেবিঅৰ বাবে £১,৫০,০০০ পাউণ্ড ষ্টাৰ্লিং আগবঢ়াইছিল কিন্তু বেনফিকা ক্লাব যিকোনো মূল্যতে মান্তি নহ'ল আৰু এই সন্দৰ্ভত কেইজনমান মুখপাত্ৰৰ মন্তব্য, "যদি আমি ইউচেবিঅক এৰি দিওঁ তেতিয়া সমগ্ৰ পৰ্তুগাল পঙ্গু হৈ যাব।" ইউচেবিঅয়ে ১৯৬৯ চনৰ ৪ মে'ত গ্ৰীচৰ বিৰুদ্ধে প্ৰথম জাতীয় দলৰ অধিনায়কত্ব কৰে। পৰ্টোত অনুষ্ঠিত এই খেল ২-২ গোলত অন্ত পৰে তথা তেওঁৰ ৪৩তম আন্তৰ্জাতিক। তেওঁ পৰ্তুগীজ ৰেকৰ্ডধাৰী কলোনাৰ ৰেকৰ্ড পুনৰাবৃত্তি কৰোঁতে ৰিও-দি-জেনিৰোত ১৯৭২ চনৰ ৯ জুলাইত ব্ৰাজিলৰ বিৰুদ্ধে মিনি ৱৰ্ল্ড কাপৰ ফাইনেল তেওঁৰ ৬০তম আন্তৰ্জাতিক। অৱশ্যে পৰ্তুগাল ০-১ গোলত পৰাভূত হয়। ইউচেবিঅয়ে ১৯৬৭-৬৮ৰ পৰ্তুগীজ লীগত ৪২ গোল আৰু ১৯৭২-৭৩ মৰছুমত ৪০ গোল কৰি দুবাৰ "গোল্ডেন চু" পুৰস্কাৰ পায়। এই খ্যাতি দুবাৰ পোৱা এওঁ ইউৰোপৰ দ্বিতীয় খেলুৱৈ। ১৯৭৪ লৈকে তেওঁ মুঠ ৩১৬ গোল কৰি পৰ্তুগীজ ৰেকৰ্ড গঢ়ে। চাৰিটা ঋতু মিড-ফিল্ডত খেলা সত্বেও সৰ্বোচ্চ গোলদাতা অৰ্থাৎ আক্ৰমণাত্মক লিঙ্কমেনৰ ভূমিকা লৈছিল। বেনফিকা ক্লাব ১৯৬১, ১৯৬৩, ১৯৬৪, ১৯৬৫, ১৯৬৭, ১৯৬৮, ১৯৬৯, ১৯৭১, ১৯৭২ আৰু ১৯৭৩ চনত পৰ্তুগীজ লীগ চেম্পিয়ন। ইয়াৰোপৰি ১৯৬২, ১৯৬৪, ১৯৬৯, ১৯৭০ আৰু ১৯৭২ চনত পৰ্তুগীজ কাপ জয় কৰে।

ইউচেবিঅয়ে ১৯৬১-১৯৭৩ পৰ্যন্ত সৰ্বমুঠ ৬৪ খন আন্তৰ্জাতিকত ৪১ গোল কৰি জাতীয় ৰেকৰ্ড গঢ়ে। ইয়াৰ অন্তৰ্গত ৮ খন আন্তৰ্জাতিকত অধিনায়কত্ব কৰে। বেনফিকা ক্লাবে দুবাৰ ইউৰোপীয় কাপ জয় কৰাৰ উপৰি তিনিবাৰ (১৯৬৩,

১৯৬৫ আৰু ১৯৬৮) ৰানাৰ্চ-আপ পায়। এই দলে ইমান অগ্ৰগতি লাভ কৰাৰ মূলতে ইউচেবিওৰ অনবদ্য ক্ৰীড়াধাৰা। এবাৰ ইউৰোপীয় চেম্পিয়নচিপ্‌ৰ কোৱাৰ্টাৰ-ফাইনেলত ৰিয়েল মাদ্ৰিদৰ বিৰুদ্ধে ইউচেবিঅয়ে চাৰিজন ৰক্ষণবিভাগৰ খেলুৱৈক দৰ্শনীয় ড্ৰিবলিঙৰ দ্বাৰা পৰাভূত কৰি ৩৫ গজ দূৰৰ পৰা তীব্ৰ চট্‌ৰে গোল কৰে। ইউচেবিঅয়ে ১৯৭৩ চনৰ ১৩ অক্টোবৰত বুলগেৰিয়াৰ বিৰুদ্ধে ৬৪তম আন্তৰ্জাতিকত অৱতীৰ্ণ হোৱাৰ এঘাৰ দিনৰ পিচতে ২৫ অক্টোবৰত লিচবনৰ দা লজ্ ষ্টেডিয়ামত চল্লিশ হাজাৰ দৰ্শকৰ সম্মুখত ফুটবলৰ পৰা অৱসৰ লয়। খেলখন বেনফিকা আৰু বিশ্ব একাদশৰ মাজত অনুষ্ঠিত হৈছিল। ইউচেবিঅক শেষ সন্মান জনাবলৈ বিশ্ব একাদশৰ পক্ষে বিখ্যাত গৰ্ডন বেঙ্কচ, জৰ্জ বেষ্ট, পাউলো চিজাৰ আৰু উয়ে চিলাৰ আদিয়ে অংশ লৈছিল। খেলখন ২-২ ভাৱে অন্ত পৰে আৰু পৰ্তুগীজ ফুটবলত এটি সোণালী যুগৰ অৱসান হয়।

বেনফিকাৰ শিৰোমণি ইউচেবিঅয়ে ১৯৭৫ চনত উত্তৰ আমেৰিকাৰ পেছাদাৰ ফুটবলত প্ৰৱেশ কৰোঁতে বোষ্টন মিনিটমেন ক্লাবত চুক্তিবদ্ধ হয়। পিচলৈ টুৰাণ্টো মিট্ৰোচত খেলি ১৯৭৮ চনত পৰ্তুগীজ দ্বিতীয় ডিভিজনলৈ প্ৰত্যাৱৰ্তন কৰে। ইউচেবিঅয়ে মুঠ ৭১৫ খন খেলত ৭২৭ গোলৰ কৃতিত্ব এৰি থৈ গৈছে।

### ইউচেবিঅৰ আন্তৰ্জাতিক খেল

| তাৰিখ | স্থান | প্ৰতিপক্ষ | ফলাফল (স্কৰ) |
|---|---|---|---|
| ১। ৮-১০-৬১ | লাক্সেমবাৰ্গ চিটি | লাক্সেমবাৰ্গ | ২-৪(১) |
| ২। ২৫-১০-৬১ | লণ্ডন | ইংলেণ্ড | ০-২ |
| ৩। ৬-৫-৬২ | চাওপলো | ব্ৰাজিল | ১-২ |
| ৪। ৯-৫-৬২ | ৰিও-দি-জেনিৰো | ব্ৰাজিল | ০-১ |
| ৫। ১৭-৫-৬২ | লিচবন | বেলজিয়াম | ১-২(১) |
| ৬। ৭-১১-৬২ | চোফিয়া | বুলগেৰিয়া | ১-৩(১) |
| ৭। ১৬-১২-৬২ | লিচবন | বুলগেৰিয়া | ৩-১(১) |
| ৮। ২১-৪-৬৩ | লিচবন | ব্ৰাজিল | ১-০ |
| ৯। ২৯-৪-৬৩ | জুৰিক | চুইজাৰলেণ্ড | ৩-২ |
| ১০। ৩-৫-৬৩ | ব্ৰুচেলচ | বেলজিয়াম | ২-১(১) |
| ১১। ১৭-৫-৬৪ | লিচবন | ইংলেণ্ড | ৩-৪(১) |
| ১২। ৩১-৫-৬৪ | ৰিও-দি-জেনিৰো | আৰ্জেন্তিনা | ০-২ |
| ১৩। ৪-৬-৬৪ | চাওপলো | ইংলেণ্ড | ১-১ |
| ১৪। ১৫-১১-৬৪ | পৰ্টো | স্পেইন | ২-১(২) |
| ১৫। ২৪-১-৬৫ | লিচবন | তুৰস্ক | ৫-১(৩) |
| ১৬। ১৯-৪-৬৫ | আঙ্কাৰা | তুৰস্ক | ১-০(১) |
| ১৭। ২৫-৪-৬৫ | ব্ৰাটিস্লাভ | চেকোশ্লোভাকিয়া | ১-০(১) |

| | | | |
|---|---|---|---|
| ১৮। ১৩-৬-৬৫ | লিচবন | ৰুমানিয়া | ২-১(২) |
| ১৯। ২৪-৬-৬৫ | পৰ্টো | ব্ৰাজিল | ০-০ |
| ২০। ৩১-১০-৬৫ | পৰ্টো | চেকোশ্লোভাকিয়া | ০-০ |
| ২১। ২১-১১-৬৫ | বুখাৰেষ্ট | ৰুমানিয়া | ০-২ |
| ২২। ১২-৬-৬৬ | লিচবন | নৰৱে | ৪-০(২) |
| ২৩। ১৮-৬-৬৬ | গ্লাচগো | স্কটলেণ্ড | ১-০ |
| ২৪। ২১-৬-৬৬ | এচবাৰ্গ | ডেনমাৰ্ক | ৩-১(১) |
| ২৫। ২৬-৬-৬৬ | লিচবন | উৰুগুৱে | ৩-০ |
| ২৬। ৩-৭-৬৬ | পৰ্টো | ৰুমানিয়া | ১-০ |
| ২৭। ১৩-৭-৬৬ | মানচেষ্টাৰ | হাঙ্গেৰি | ৩-১ |
| ২৮। ১৬-৭-৬৬ | মানচেষ্টাৰ | বুলগেৰিয়া | ৩-০(১) |
| ২৯। ১৯-৭-৬৬ | লিভাৰপুল | ব্ৰাজিল | ৩-১(২) |
| ৩০। ২৩-৭-৬৬ | লিভাৰপুল | উত্তৰ কোৰিয়া | ৫-৩(৪) |
| ৩১। ২৬-৭-৬৬ | লণ্ডন | ইংলেণ্ড | ১-২(১) |
| ৩২। ২৮- ৭-৬৬ | লণ্ডন | ছোভিয়েট ইউনিয়ন | ২-১(১) |
| ৩৩। ১৩-১১-৬৬ | লিচবন | চুইডেন | ১-২ |
| ৩৪। ২৭-৩-৬৭ | ৰোম | ইটালি | ১-১(১) |
| ৩৫। ১-৬-৬৭ | ষ্টকহম | চুইডেন | ১-১ |
| ৩৬। ৮-৬-৬৭ | ওচলো | নৰৱে | ২-১ |
| ৩৭। ১২-১১-৬৭ | পৰ্টো | নৰৱে | ২-১(২) |
| ৩৮। ২৬-১১-৬৭ | চোফিয়া | বুলগেৰিয়া | ০-১ |
| ৩৯। ১৭-১২-৬৭ | লিচবন | বুলগেৰিয়া | ০-০ |
| ৪০। ২৭-১০-৬৮ | লিচবন | ৰুমানিয়া | ৩-০ |
| ৪১। ১১-১২-৬৮ | এথেন্স | গ্ৰীচ | ২-৪(১) |
| ৪২। ১৬-৪-৬৮ | লিচবন | চুইজাৰলেণ্ড | ০-২ |
| ৪৩। ৪-৫-৬৯ | পৰ্টো | গ্ৰীচ | ২-২(১) |
| ৪৪। ১২-১০-৬৯ | বুখাৰেষ্ট | ৰুমানিয়া | ০-১ |
| ৪৫। ২-১১-৬৯ | বাৰ্ণ | চুইজাৰলেণ্ড | ১-১(১) |
| ৪৬। ১৪-১০-৭০ | কোপেনহেগেন | ডেনমাৰ্ক | ১-০ |
| ৪৭। ১৭-২-৭১ | ব্ৰুচেলচ | বেলজিয়াম | ০-৩ |
| ৪৮। ২১-৪-৭১ | লিচবন | স্কটলেণ্ড | ২-০(১) |
| ৪৯। ১২-৫-৭১ | পৰ্টো | ডেনমাৰ্ক | ৫-০(১) |
| ৫০। ১৩-১০-৭১ | গ্লাচগো | স্কটলেণ্ড | ১-২ |
| ৫১। ২১-১১-৭১ | লিচবন | বেলজিয়াম | ১-১ |



১৯৬৬ বিশ্বকাপত হাঙ্গেৰিৰ বিৰুদ্ধে ইউসেবিঅ

| | | | | |
|---|---|---|---|---|
| ৫২। | ২৯-৩-৭২ | লিচবন | চাইপ্ৰাচ | ৪-০ |
| ৫৩। | ১১-৬-৭২ | | ইকুৱেদৰ | ২-০ |
| ৫৪। | ১৪-৬-৭২ | | ইৰাণ | ১-০ |
| ৫৫। | ১৬-৬-৭২ | | চিলি | ৪-১ |
| ৫৬। | ২৫-৬-৭২ | | আয়াৰলেণ্ড | ২-১ |
| ৫৭। | ২৯-৬-৭২ | | আৰ্জেন্তিনা | ৩-১ |
| ৫৮। | ২-৭-৭২ | | উৰুগুৱে | ১-১ |
| ৫৯। | ৬-৭-৭২ | | চোভিয়েট ইউনিয়ন | ১-০ |
| ৬০। | ৯-৭-৭২ | ৰিও-দি-জেনিৰো | ব্ৰাজিল | ০-১ |
| ৬১। | ৩-৩-৭৩ | পেৰিছ | ফ্ৰান্স | ২-১(২) |

বিঃদ্ৰঃ ১১-৬-৭২ৰ পৰা ৬-৭-৭২ লৈকে হোৱা খেল কেইখন ব্ৰাজিলত অনুষ্ঠিত হৈছিল।



# টিওফিলো কুবিল্লাচ

১৯৭৭ চনত ফুটবলৰ সম্রাট পেলেৰ অৱসৰ গ্ৰহণৰ পিচত বিশ্ব ফুটবলৰ্লৈ আহিল এক দাৰুণ প্ৰশ্ন। পেলেৰ পিচত কোন ? ইয়াৰ উত্তৰ দিয়াটো সঁচাকৈয়ে বৰ কঠিন হৈ পৰিছিল; কিন্তু আৰ্জেণ্টিনাত অনুষ্ঠিত ১১তম বিশ্বকাপ ফুটবলে এই প্ৰশ্নৰ উত্তৰ দি গ'ল। বিশ্ব ফুটবলে পালে দ্বিতীয় পেলেৰ সন্ধান-- টিওফিলো কুবিল্লাচ। কুবিল্লাচে মেক্সিকো বিশ্বকাপত প্ৰদৰ্শন কৰা ধুমুহা গতিৰ ফুটবল লানিৰ দীৰ্ঘ আঠবছৰৰ পিচত ১৯৭৮ বিশ্বকাপত অৱতাৰণা কৰা ঐন্দ্ৰজালিক ক্ৰীড়া কৌশলে তেওঁক ''নতুন পেলে'' ৰূপে অৱলোকন কৰে।

লেটিন আমেৰিকাৰ কুশলী মিড-ফিল্ডাৰ আক্ৰমণত সক্ৰিয় অংশ গ্ৰহণ কৰাৰ উপৰিও গোলৰ বন্যাৰে সুশোভিত কৰা পেৰুৰ টিওফিলো কুবিল্লাচে নিজকে ধ্বংসকাৰী বোমাৰ দৰে আত্মপ্ৰকাশ কৰি ক্ৰীড়া বিশেষজ্ঞসকলক হতবাক কৰোঁতে মেক্সিকো বিশ্বকাপত চাঞ্চল্যকৰ ফুটবল খেলে। এই গৰাকী ক্ষিপ্ৰ গতি সম্পন্ন হাফে প্ৰতিপক্ষক বিধস্ত কৰি পেৰুক এক উচ্চস্থানত প্ৰতিষ্ঠা কৰে।

টিওফিলো কুবিল্লাচে ১৯৪৯ চনৰ ৮ মাৰ্চত পেৰুৰ ৰাজধানী লিমাত জন্ম গ্ৰহণ কৰে। আইনৰ ছাত্ৰ গৰাকীয়ে প্ৰথম ডিভিজন আলিয়াঞ্জা লিমাত খেলি থাকোতে ১৯৬৮ চনত জাতীয় দলত আত্মপ্ৰকাশ কৰে আৰু ১৯৭০ বিশ্বকাপত সবাতোকৈ কল্পনাকাৰী ফুটবলাৰ আছিল। তেওঁৰ দুৰ্দ্দান্ত ক্ৰীড়াধাৰাই বিশ্বফুটবলৰ উজ্বল তাৰকাসকলকো নিষ্প্ৰভৰ উপক্ৰম কৰিছিল-- যেন ফুটবলৰ উল্কা। সেইসময়ত পেৰুৰ জাতীয় কোচ্ আছিল প্ৰাক্তন বিশ্ব বিখ্যাত ব্ৰাজিলিয়ান মিড-ফিল্ড খেলুৱৈ, দিদি। দুৰ্দ্ধৰ্ষ পেৰুভিয়ান যুৱকসকলৰ ওপৰত প্ৰবীণ কোচ্‌ৰ পৰশ ও প্ৰভাৱে বিশ্বৰ এক চমকপ্ৰদ দলৰূপে গঢ়ি তুলিছিল অৱশ্যে দলৰ শিৰোমণি টিওফিলো কুবিল্লাচ। দৰিদ্ৰৰ গৌৰৱ টিওফিলো কুবিল্লাচ আধুনিক ফুটবলৰ উজ্বল দৃষ্টান্ত। কুবিল্লাচৰ কজ্ঞাত আছিল দক্ষতা, চচ্চলতা, বল নিয়ন্ত্ৰণ ৰখা যাবতীয় অদ্ভুত তত্ত্ব। আচলতে ফুটবলৰ সাধাৰণ ৰীতি নীতিৰ ধৰ্তব্যৰ বাহিৰত তেওঁ। ভৰিৰ চাতুৰী, আচৰিত ভাৰসাম্যৰ দক্ষতা আৰু বিদ্যুৎ গতিৰ প্ৰতিক্ৰীয়াৰ বাবে তেওঁক বিশ্বৰ শ্ৰেষ্ঠ ফৰোৱাৰ্ডৰ আসনত বহুৱাবলৈ দ্বিধাবোধ কৰা নাছিল। অৱশ্যে কুবিল্লাচৰ দৰে দ-বুকুৰ সু-স্বাস্থ্যৱান ফুটবলাৰ বিৰল। তেওঁ মিড-ফিল্ডাৰৰূপে খেলিলেও আক্ৰমণতহে অধিক মনোনিৱেশ কৰে।

মেক্সিকো বিশ্বকাপত বুলগেৰিয়াৰ বিৰুদ্ধে ৫০ মিনিট পৰ্যন্ত ০-২ গোলত

পিচপৰি আছিল যদিও পৰৱৰ্তী সময়ছোৱাত ধুমুহা গতিৰ ফুটবল প্ৰদৰ্শন কৰি ৩-২ ব্যৱধানত জয়ী হওঁতে দলৰ হৈ বিজয়সূচক গোল কুবিল্লাচৰ। বিশেষকৈ পেৰুৰ শেষ সময়ৰ আক্ৰমণধাৰাই সকলোকে চমকৃত কৰে। মৰক্কোৰ বিৰুদ্ধে ৩-০ ব্যৱধানত জয়ী হওঁতে কুবিল্লাচৰ স্কৰ, ২ গোল। গ্ৰুপ লীগৰ অন্তিম খেলত পশ্চিম জাৰ্মেনিৰ বিৰুদ্ধে ১-৩ ব্যৱধানত পৰাভূত হ'লেও একমাত্ৰ গোল কুবিল্লাচৰ। কোৱাৰ্টাৰ-ফাইনেলত ব্ৰাজিলৰ বিৰুদ্ধে ২-৪ গোলত পৰাজয় বৰণ কৰিলেও কুবিল্লাচে ২৫ গজ দূৰৰ পৰা এটা দৰ্শনীয় চটৰে গোল কৰে। ইমানতে পেৰুয়ে বিদায় লব লগা হয় যদিও ফেয়াৰ-প্লে ট্ৰফী লাভ কৰে। মেক্সিকো বিশ্বকাপত পেৰুৰ ৰোমাঞ্চকৰ ক্ৰীড়াবাজিৰ লগতে সদায় জিলিকি থাকিব কুবিল্লাচৰ অনবদ্য খেল আৰু চমকপ্ৰদ স্কৰসমূহ (৫ গোল)। বিশ্বকাপৰ পিচৰে পৰা তেওঁ পৰ্তুগালৰ পৰ্টো দলত খেলিবলৈ লয় আৰু ১৯৭২ চনত **"দক্ষিণ আমেৰিকাৰ ফুটবলাৰ অৱ দি ইয়েৰ"** নিৰ্বাচন লাভ কৰে। ১৯৭৩ চনত তেওঁ চুইজাৰলেণ্ডৰ চেম্পিয়ন দল বাচেল-ত যোগদান কৰে। ১৯৭৬ চনত পেৰুৰ স্পৰ্টিং ক্ৰিচটাল দলত খেলি থাকোতে তেওঁ দক্ষিণ আমেৰিকা বাছনি তালিকাত ২২তম স্থান পায়। উল্লেখযোগ্য যে ১৯৭৫ চনত দক্ষিণ আমেৰিকা চেম্পিয়নচিপৰ ফাইনেলত কলম্বিয়াক পৰাভূত কৰি চূড়ান্ত বিজয়ীৰ সন্মান অৰ্জন কৰে।



১৯৭৮ বিশ্বকাপত পেৰুৰ ৫ ফুট ৯ ইঞ্চি ওখ, ৭০ কিলোগ্ৰাম ওজনৰ হাফ্ টিওফিলো কুবিল্লাচক পুনৰ মানদণ্ডত দেখা যায়। প্ৰথম ৰাউণ্ডত স্কটলেণ্ডৰ বিৰুদ্ধে

০-১ গোলত পিচপৰি থাকিও অৱশেষত ৩-১ ব্যৱধানত জয়ী হওঁতে কুবিল্লাচে অনবদ্য খেল প্ৰদৰ্শন কৰি দুটা দৰ্শনীয় স্কৰ কৰে। খেলৰ অন্তত ফিফাৰ সভাপতি জোৱাও হেভেলেঞ্জৰ প্ৰেচ সাক্ষাৎকাৰত মন্তব্য, "টিওফিলো কুবিল্লাচ ক'লা মুকুতা পেলেৰ উত্তৰাধিকাৰী।" পৰৱৰ্তী খেলত হলেণ্ডৰ বিৰুদ্ধে ০-০ ভাৱে অন্ত পৰে কিন্তু ইৰাণৰ বিৰুদ্ধে ৪-১ গোলত জয়ী হওঁতে কুবিল্লাচে হেট-ট্ৰিক অৰ্জন কৰে লগতে বিশ্বকাপৰ ১০০১তম গোল। পেৰু ১৯৭৮ বিশ্বকাপৰ সবাতোকৈ অপ্ৰত্যাশিত দল। কাৰণ দলে উন্নত ও বিস্ময়কৰ ক্ৰীড়া চাতুৰ্যৰে তোলপাৰ সৃষ্টি কৰোঁতে কিছু সংখ্যক ক্ৰীড়াবিশেষজ্ঞই টিওফিলো কুবিল্লাচক "The New Pele" নামেৰে অঙ্কিত কৰিছিল। তেওঁ ক'লা মুকুতা পেলেৰ দৰে ভৰিত বল লৈ অভিনৱ ভঙ্গীমাৰে উন্নতৰ ক'লা কৌশলৰে যাদুৰ সৃষ্টি কৰিব পাৰিছিল। সেইসময়তে মাৰ্কিন যুক্তৰাষ্ট্ৰৰ চহকী ক্লাব নিউয়ৰ্ক কচমচে কুবিল্লাচৰ বাবে $১ মিলিয়ন ডলাৰ ৰ্উচগা কৰিছিল যদিও ১৯৭৯ চনত তেওঁ ফৰ্ট লাউদাৰডেল ষ্ট্ৰাইকাৰ্চ দলত যোগদান কৰে। বিশ্বকাপৰ দ্বিতীয় ৰাউণ্ডত পেৰুয়ে তেনে উল্লেখযোগ্য খেল প্ৰদৰ্শন কৰিব নোৱাৰিলে অৱশ্যে কুবিল্লাচে মুঠ ৫ গোল কৰি সৰ্বোচ্চ গোলদাতাৰ তালিকাত দ্বিতীয় স্থান পায়।

আফ্ৰো-ষ্টাইলৰ চুলি যুক্ত লেটিন আমেৰিকাৰ স্পৰ্টচ হিৰো কুবিল্লাচৰ উজ্বল হাঁহিৰ মুখমণ্ডলে তেওঁক বোলছবিৰ তাৰকাৰ লগত তুলনা কৰিব পাৰি। ফুটবলত তেওঁৰ সাফল্য জীৱনৰ এটি আকস্মিক পৰিবৰ্তন বুলি ক'ব পাৰি। কাৰণ পূৰ্বে তেওঁ আইন জীৱি হোৱাটো লক্ষ্যৰূপে লৈছিল যদিও লিমাত আইন অধ্যয়ন শেষ কৰি 'বাৰ'ত যোগ দিয়াৰ পূৰ্বে তেওঁ ফুটবলকে মূল পেছাৰূপে বাছি লয়। ফুটবলৰ আকৰ্ষণ তথা ক্ৰীড়া জগতৰ চতুৰ্দিশে ভ্ৰাম্যমান ফুটবল চৰিত্ৰ টিওফিলো কুবিল্লাচৰ উপনাম "নিনি"। কুবিল্লাচে ১৯৮৬ চনত ফুটবলৰ পৰা অৱসৰ গ্ৰহণ কৰে।

◆◆



হেক্টৰ চুম্পিতাজ



# ইলিয়াচ ফিগুৰুৱা

লেটিন আমেৰিকাৰ অনুপম ফুটবল কলাই সদায়ে বিশ্বফুটবলৰ ৰূপ লাৱণ্য বৃদ্ধি কৰি অহা চকুত পৰে। উদাহৰণস্বৰূপে এই ক্ৰীড়াঙ্গনতে জুৱান চিয়াফিনো, আলফ্ৰেড দি ষ্টিফেনো, পেলে, দিদি, আল্টাফানি, ওমাৰ চিভৰি আদি মহান ফুটবল শিল্পীসকলৰ আবিৰ্ভাৱ। অৱশ্যে এই লেটিন আমেৰিকান ক্ৰীড়াভূমিতে অভ্যুদয় হোৱা অন্য এগৰাকী ফুটবল শিল্পীক বিশ্ব ক্ৰীড়ামোদীয়ে কেতিয়াও পাহৰণিৰ পাতত লুকুৱাই ৰাখিব নোৱাৰে আৰু এই ফুটবল চৰিত্ৰৰ নামেই ইলিয়াচ ফিগুৰুৱা।

ইলিয়াচ ফিগুৰুৱা ১৯৪৬ চনত জন্ম গ্ৰহণ কৰে। জন্মগত চিলিয়ান যদিও প্ৰথম শ্ৰেণী ফুটবলৰ গৰিষ্ঠভাগ সময় বিদেশী দলতে জৰিত আছিল। সাধাৰণতে চেণ্টাৰ-বেক্ পজিচনত খেলা দৰ্শনীয় চেহেৰাৰ ইলিয়াচ ফিগুৰুৱাই তেওঁৰ অতুলনীয় ক্ৰীড়া কৌশলৰাজি উৰুগুৱেৰ পেনাৰোল তাৰপিচত ব্ৰাজিলৰ ইণ্টাৰনাজোনেল দলত দৃশ্যমান হৈছিল। এই ব্ৰাজিলিয়ান দলত খেলি থাকোতে তেওঁ ১৯৭৪, ১৯৭৫ আৰু ১৯৭৬ চনত একেৰাহে তিনিবাৰ "দক্ষিণ আমেৰিকাৰ ফুটবলাৰ অৱ দি ইয়েৰ" নিৰ্বাচন লাভ কৰে তথা তিনিবাৰ এই খ্যাতি অৰ্জন কৰা প্ৰথম ফুটবলাৰ।

এই গৰাকী ৫ ফুট ৯ ইঞ্চি ওখ ৭০ কিলোগ্ৰাম ওজনৰ চেণ্টাৰ-বেকে ১৯৬৬, ১৯৭৪ আৰু ১৯৮২ বিশ্বকাপত চিলি দলত খেলোতে এবাৰো সাফল্যমণ্ডিত ফুটবল প্ৰদৰ্শন কৰিব নোৱাৰিলে অৰ্থাৎ প্ৰতিবাৰেই গ্ৰুপ লীগৰ পৰাই বিদায় ল'ব লগা হয়। ইয়াৰ অন্তৰ্গত ১৯৬৬ বিশ্বকাপ খেলিৰ আহোঁতে ২৪খন আৰু ১৯৭৪ বিশ্বকাপত ৫৫ খন আন্তৰ্জাতিকৰে পুষ্ট আছিল। ফিগুৰুৱাই দীৰ্ঘকাল বিদেশী ক্লাৱত খেলি গৃহ কাতৰ হৈ পৰোতে ১৯৭৮ চনত $৩ লাখ ডলাৰৰ বিনিময়ত স্বদেশৰ পেলিষ্টিনো দলত যোগ দিয়ে অৱশ্যে ইণ্টাৰনাজোনেলে তেওঁক এৰি দিবলৈ অনিচ্ছুক আছিল। ১৯৭৯ দক্ষিণ আমেৰিকা ফুটবল চেম্পিয়নচিপ(কোপা আমেৰিকা)ত চিলি দলে ৰানাৰ্চ-আপ খিতাপ পাওঁতে ফাইনেলত পাৰাগুৱেৰ হাতত ১-৩ গোলত পৰাভূত হয়। তেওঁ পেলিষ্টিনো দলত তিনিটা মৰছুম অতিবাহিত কৰি ১৯৮১ চনত NASL-ৰ ফৰ্ট লাউদাৰডেল ষ্ট্ৰাইকাৰ্চ দলত চুক্তিবদ্ধ হয়।





# কাজিমিৰ্জ দায়না



১৯৭৪ বিশ্বকাপ ফুটবল প্ৰতিযোগিতাত পোলেণ্ডৰ অভ্যুদয়ে ভীতি সৃষ্টি কৰিছিল। সেইসময়ৰ পাৱাৰ ফুটবলত সমানে তাল মিলাই অগ্ৰসৰ হওঁতে পোলিচ ফুটবলাৰসকলেও এই কঠিনতম নৱ বৈজ্ঞানিক পদ্ধতিৰ আলমত দুৰ্দ্ধৰ্ষ ক্ৰীড়া কৌশল অৱতাৰণা কৰাৰ মূলতে কেইবা গৰাকী তাৰকাৰে পুষ্ট পোলেণ্ড দলৰ অন্যতম-- কাজিমিৰ্জ দায়না। পোলেণ্ডৰ মিড-ফিল্ড পজিচনত দায়নাৰ স্কিলে দলৰ পক্ষে চাঞ্চল্য সৃষ্টিকাৰী ফুটবল অৱতাৰণা কৰিছিল। কাৰণ তেওঁ পোলিচ মিড-ফিল্ডৰ কৰ্ণধাৰ। ইংলেণ্ডৰ সফল মিড-ফিল্ড খেলুৱৈ ববী চাৰ্লটনৰ সৈতে কাজিমিৰ্জ দায়নাৰ ভূমিকা বিজাব পাৰি। মিড-ফিল্ডৰ পৰা সকলো স্থানৰ সৈতে সম্পৰ্ক ৰাখে যদিও উভয়ৰ গেম ষ্টাইল বেলেগ অৱশ্যে দলৰ প্ৰতি থকা প্ৰভাৱ ও গুণাগুণ প্ৰায় একে। দায়নাই এজন সৰ্বগুণসম্পন্ন খেলুৱৈৰ দৰে ভূমিকা লওঁতে খেলত চাপ সৃষ্টি কৰাত নেতৃত্ব দিয়ে। তেওঁ লেটিন আমেৰিকান ফুটবলাৰৰ দৰে সুন্দৰভাৱে বল স্কিৰ্নিংৰ ক্ৰীড়া ক্ষমতা থকাৰ উপৰি হঠাৎ দুৰন্ত চট্‌ৰে গোলত ৰূপায়িত কৰে। দশম বিশ্বকাপ আসৰত কাজিমিৰ্জ দায়না বিশ্ব পৰিচিত হ'লেও ইতিপূৰ্বে মিউনিক অলিম্পিক ক্ৰীড়াত ফুটবলৰ স্বৰ্ণপদক জয় কৰি পোলিচ জাতীয় বীৰ হৈ পৰিছিল। তেতিয়া তেওঁ ষ্ট্ৰাইকাৰৰূপে খেলিছিল আৰু ১৯৭৩ চনত পোলেণ্ডৰ চেণ্টাৰ-ফৰোৱাৰ্ড লুবানস্কি আঘাতগ্ৰস্ত হৈ জাতীয় দলৰ পৰা আঁতৰ হওঁতে দায়না ফুটবল প্ৰাঙ্গনৰ অন্যতম মিড-ফিল্ড খেলুৱৈৰূপে প্ৰস্ফুটিত হৈ উঠে।

বিংশতম অলিম্পিক ক্ৰীড়াত পোলেণ্ডৰ ফুটবল সফলতাই বিশ্ব ক্ৰীড়ামোদীৰ দৃষ্টি আকৰ্ষণ কৰিবৰলৈ সক্ষম হয়। ফাইনেলত প্ৰাক্তন অলিম্পিক চেম্পিয়ন হাঙ্গেৰিৰ বিৰুদ্ধে প্ৰথমাৰ্দ্ধত ০-১ গোলত পিচপৰি থাকে যদিও দ্বিতীয়াৰ্দ্ধত বিজয়ৰ পেন্দোলাম পোলেণ্ডৰ অনুকূললৈ আহোতে খেল আৰম্ভৰ ৪ মিনিটতে দায়নাই বাঁও-ভৰিৰ তীব্ৰ চট্‌ৰে সমতা স্থাপন কৰে (১-১)। পুনৰ ২৩ মিনিটত শক্তিশালী সোঁ-ভৰিৰ চট্‌ৰে দ্বিতীয় গোল কৰি পোলেণ্ড ২-১ ব্যৱধানত জয়ী হোৱাৰ লগতে অলিম্পিক চেম্পিয়নৰ দুৰ্লভ খ্যাতি অৰ্জন কৰে। এই প্ৰতিযোগিতাত দায়নাই মুঠ ৯ গোল কৰি টপ্ স্কৰাৰ হয়।

মিউনিক অলিম্পিকৰ পিচত ১৯৭৪ বিশ্বকাপত পোলেণ্ডৰ অভ্যুদয় অন্য এক চাঞ্চল্যকৰ ঘটনা। এইখিনিতে উল্লেখ্য কোৱালিফাইং ৰাউণ্ডত ইংলেণ্ডৰ বিৰুদ্ধে অধিনায়ক লুজমিৰ্জ লুবানস্কিয়ে আঠুত গুৰুত্বৰ আঘাত পাই চিকিৎসাধীন হওঁতে ১৯৭৪ বিশ্বকাপত অংশ লব নোৱাৰিলে ফলত দল পৰিচালনাৰ গুৰু দায়িত্ব দায়নাৰ

ওপৰত পৰে। বিশ্বকাপৰ পূৰ্বলৈকে এই গৰাকী ৫ ফুট ১১ ইঞ্চি ওখ আৰু ৭২ কিলোগ্ৰাম ওজনৰ ২৬-বছৰ বয়স্ক ফুটবলাৰ দায়না পোলেণ্ডৰ পক্ষে ৫৪ খন আন্তৰ্জাতি-কৰে পুষ্ট। ১৭-বছৰ বয়সৰ পৰা ৱাৰ্চ লিজিয়াৰ হৈ প্ৰথম শ্ৰেণী ফুটবলত আত্মপ্ৰকাশ কৰা দায়না ১৯৪৭ চনৰ ২৩ অক্টোবৰত ভূমিষ্ঠ হয় আৰু ১৯৬৮ চনত জাতীয় দলত আত্মপ্ৰকাশ ঘটে। ১৯৬৯ আৰু ১৯৭০ চনত ক্লাবৰ পক্ষে লীগ আৰু ১৯৭৩ চনত জাতীয় কাপ জয় কৰে । জাতীয় দলত তেওঁৰ সাফল্য মনকৰিবলগীয়া। চেণ্টাৰ-ফৰোৱাৰ্ড লুবানস্কি খেলি থকা



কালত ষ্ট্ৰাইকাৰ দায়না আৰু তেওঁৰ মাজত গভীৰ বুজা-পৰা আছিল। পিচত তেওঁ মিড-ফিল্ডত স্বকীয় অপূৰ্ব ক্ৰীড়া কৌশলে দলীয় সাফল্য আনোতে নিখুঁত পাচ্ ৰাইট-উইঙ্গাৰ গ্ৰেগ্ৰজ লাটোলৈ দি দ্ৰুত গতিত আক্ৰমণ ৰচনা কৰে তদৰূপ লেফট-উইঙ্গাৰ ৰবাৰ্টো গাদোচালৈ বল দি তেওঁ ৰক্ষণতকৈ আক্ৰমণতহে মত্ত হয়। বিশেষকৈ ফ্ৰি-কিক্‌ত দক্ষতা আছিল অধিক। মধ্য-ফিল্ডৰ কৰ্ণধাৰ দায়নাই ৰক্ষণবিভাগত সুনিপুণ কাৰীকৰৰ দৰে অতি সাংঘাতিক বল দ্ৰুত টেক্‌লিঙৰ দ্বাৰা নিজৰ আয়ত্তলৈ আনে উপৰি তেওঁৰ ভৌতিক অগ্ৰসৰে পেনাল্টি এৰিয়াত প্ৰৱেশ কৰি সতীৰ্থক বল সজাই দিয়ে, আনকি স্কৰাৰৰ ভূমিকাও লয়।

১৯৭৪ বিশ্বকাপত পোলেণ্ডে প্ৰথম ৰাউণ্ডৰ তিনিওখন খেলতে জিকে। দ্বিতীয় ৰাউণ্ডত দুখন খেল জিকাৰ পিচত শেষ খেলত উদ্যোক্তা পশ্চিম জাৰ্মেনিৰ মুখামুখি হয়। এইখিনিতে উল্লেখ্য বিজয়ী দলেই ফাইনেল খেলাৰ যোগ্যতা অৰ্জন কৰিব। প্ৰবল বৰষুণৰ হেতু বোকাময় খেলপথাৰত খেলুৱৈসকলে শৰীৰৰ ভাৰসাম্য বজায় ৰাখিবলৈ কঠিন হৈ পৰিছিল যদিও উন্নতৰ ক্ৰীড়া কৌশল প্ৰদৰ্শন কৰে আৰু পোলেণ্ড ০-১ গোলত পৰাভূত হয়। তৃতীয়স্থান নিৰ্ণায়কৰ খেলত পোলেণ্ড নিস্তেজ যদিও মধ্য-ফিল্ডত দায়না অচল অটল। পোলেণ্ডে ব্ৰাজিলক ১-০ গোলত পৰাভূত কৰি তৃতীয়স্থান লাভ কৰে। নতুনস্থানত নিজকে খাপ খুৱাই সুন্দৰ খেল প্ৰদৰ্শন কৰাৰ উদাহৰণ দায়না। আনকি বিশ্বকাপৰ শ্ৰেষ্ঠ ষোল্লজনৰ তালিকাত দায়নায়ো অন্তৰ্ভুক্তি লাভ কৰে।

মন্ট্রিল অলিম্পিক ক্রীড়াত পোলেণ্ডে ৰূপৰ পদক জয় কৰোঁতে মিড-ফিল্ড খেলুৱৈ দায়নাৰ অৱদান নুই কৰিব নোৱাৰি। ফাইনেলত পোলেণ্ড দল জাৰ্মান গণ প্ৰজাতন্ত্ৰৰ হাতত ১-৩ ব্যৱধানত পৰাভূত হয়। দুবছৰৰ পিচত ১৯৭৮ বিশ্বকাপত পোলেণ্ডৰ অধিনায়ক আছিল, কাজিমিৰ্জ দায়না। ইয়াত দায়নাক নিষ্প্ৰভ দেখা যায়। অৱশ্যে প্ৰথম ৰাউণ্ডত সৰ্বাধিক পইণ্ট সংগ্ৰহ কৰি পোলেণ্ডে চেমি-ফাইনেল ৰাউণ্ডত প্ৰৱেশ কৰে। দ্বিতীয় ৰাউণ্ড(চেমি-ফাইনেল ৰাউণ্ড)ৰ খেল পোলেণ্ড বনাম আৰ্জেন্টিনা কাজিমিৰ্জ দায়নাৰ শততম আন্তৰ্জাতিক (১৫জুন)। এই ঐতিহাসিক মেচত দায়নাই বিৰতিৰ পূৰ্বে পোৱা পেনাল্টি নষ্ট কৰি ক্ৰীড়া জীৱনৰ চৰম শীৰ্ষত পৰিণতিৰ চিহ্ন দাঙি ধৰে। পোলেণ্ড ০-২ ব্যৱধানত পৰাভূত হয়। যি কি নহওঁক আঙুলি মূৰত লেখিব পৰা কেইহ গৰাকীমান বিশ্ব-বিশ্ৰুতৰ সৈতে দায়নাৰ নামো সন্নিবিষ্ট হয়। অৱশ্যে এই বিশ্বকাপত পোলেণ্ডে প্ৰথম চাৰিটা দলত স্থান গঢ়িব নোৱাৰিলে। দায়নাই ১৯৬৮-১৯৭৮ পৰ্যন্ত মুঠ ১০২ খন আন্তৰ্জাতিক খেলাৰ গৌৰৱ অৰ্জন কৰোঁতে বিশ্বকাপত ব্ৰাজিলৰ বিৰুদ্ধে শেষ আন্তৰ্জাতিক খেলে। বিশ্বকাপৰ পিচতে (২৩-১১-১৯৭৮) তেওঁ ইংলেণ্ডৰ মানচেষ্টাৰ চিটিত চুক্তিবদ্ধ হয়।



"I'll not tell you again — get your hand out of our half !"

# গ্ৰেগ্ৰজ লাটো

দশম বিশ্বকাপ প্ৰতিযোগিতাৰ টপ্ স্কৰাৰ পোলেণ্ডৰ ৫ ফুট ৯ ইঞ্চি ওখ ৭১ কিলোগ্ৰাম ওজনৰ ২৪-বছৰ বয়স্ক ৰাইট-উইঙ্গাৰ গ্ৰেগ্ৰজ লাটো। ইয়াত তেওঁ মুঠ ৭ গোল কৰি এই খ্যাতি আৰ্জে। দেখা যায় পোলিচ ফুটবলৰ গৌৰৱময় অধ্যায়ত গ্ৰেগজ লাটো এটা অস্ত নোযোৱা সূৰ্য। ১৯৮২ বিশ্বকাপত তেওঁ ১০৪তম আন্তৰ্জাতিকত অভ্যুদয় হৈ নতুন পোলিচ ৰেকৰ্ডৰ অধিকাৰী হয়। পূৰ্বৰ ৰেকৰ্ড কাজিমিৰ্জ দায়নাৰ ১০২ খন আন্তৰ্জাতিক।

গ্ৰেগ্ৰজ লাটো ১৯৫০ চনৰ ৮ এপ্ৰিলত জন্ম গ্ৰহণ কৰে। তেওঁ ষ্টাল মিলেক দলত ফুটবলৰ পাতনি মেলে। সত্তৰ দশকৰ পাতনিতে বিশ্বফুটবলত মুৰ দাঙি উঠা পোলেণ্ডে মিউনিক অলিম্পিক ক্ৰীড়াত হাঙ্গেৰিক ২-১ ব্যৱধানত পৰাভূত কৰি স্বৰ্ণ-পদক জয় কৰে। সেইদৰে দশম বিশ্বকাপৰ চূড়ান্ত ষোল্লটা দলত স্থান পোৱাৰ উদ্দেশ্যে বলিষ্ঠ ৱেলচ আৰু ইংলেণ্ডক পৰাভূত কৰে। মাত্ৰ ১৫ খন আন্তৰ্জাতিকৰে পুষ্ট লাটোয়ে বিশ্বকাপৰ প্ৰথম ৰাউণ্ডত আৰ্জেন্তিনাৰ বিৰুদ্ধে ২ গোল কৰোঁতে ৩-২ ব্যৱধানত জয়ী হয়। হাইটিক ৭-০ ব্যৱধানত ধৰাশায়ী কৰোঁতে উদ্বোধনী ও শেষ গোল লাটোৰ। ইটালিৰ বিৰুদ্ধে গোল কৰিব নোৱাৰিলেও পোলেণ্ডে ২-১ গোলত জয়লাভ কৰে। দ্বিতীয় ৰাউণ্ডৰ প্ৰথম খেলত চুইডেনক ১-০ গোলত পৰাভূত কৰোঁতে ৪৩ মিনিটত লাটোয়ে স্কৰ কৰে। পুনৰ যুগোশ্লাভিয়াক ২-১ গোলত পৰাভূত কৰোঁতে বিজয়সূচক স্কৰ লাটোৰ। ইয়াৰ পিচতে উদ্যোক্তা পশ্চিম জাৰ্মেনিৰ সম্মুখীন হয় তথা উভয় দলৰ বাবে খুউব গুৰুত্বপূৰ্ণ খেল। কাৰণ জয়ী হোৱা দলেই ফাইনেলত উপনীত হ'বলৈ সক্ষম হ'ব। প্ৰবল বৰষুণৰ হেতু বোকাময় পথাৰত অনুষ্ঠিত তুমুল প্ৰতিদ্বন্দ্বিতাপূৰ্ণ খেলত পোলেণ্ড ০-১ গোলত পৰাভূত হয়। তৃতীয়স্থান নিৰ্ণায়কৰ খেলত ব্ৰাজিলক ১-০ গোলত পৰাভূত কৰোঁতে ৭৬ মিনিটত লাটোৰ স্কৰ আধুনিক ফুটবলৰ এটা জ্বলন্ত নিদৰ্শন। খেলৰ ৭৩ মিনিটত এন্ড্ৰাজ জাৰ্মেকৰ স্থানত খেলিবলৈ অহা কাপকাক বল দিব বুলি ভাবিছিল কিন্তু লাটোয়ে সেইবল নিদি একমাত্ৰ ডিফেণ্ডাৰ মাৰিনহোক দুৰন্ত ড্ৰিবলিঙৰে অতিক্ৰম কৰি ১৮ গজ দূৰৰ পৰা তীব্ৰ লৱ চট্‌ৰে স্কৰ কৰে। এইদৰে পোলেণ্ডে বিশ্বকাপত তৃতীয়স্থান পায় আনহাতেদি টপ্ স্কৰাৰৰ আসনত এটা নাম জিলিকি উঠে-- গ্ৰেগ্ৰজ লাটো।

বিশ্বকাপৰ পিচতে মন্ট্ৰিল অলিম্পিকগামী পোলেণ্ড দলতো লাটো আছিল. ইয়াত পোলেণ্ডে ৰূপৰ পদক জয় কৰোঁতে ফাইনেলত জাৰ্মান গণ প্ৰজাতন্ত্ৰৰ হাতত ১-৩ ব্যৱধানত পৰাভূত হয়। ১৯৭৮ বিশ্বকাপত পোলেণ্ডে দ্বিতীয় ৰাউণ্ড খেলিয়ে বিদায় লব লগা হয়। ইয়াত ৰাইট-উইঙ্গাৰ লাটোৱে সফল স্কৰাৰৰ ভূমিকা গ্ৰহণ



কৰিব নোৱাৰিলেও মাত্ৰ ২ গোলৰ অৱদান ৰয় ।

স্পেইন বিশ্বকাপত ৩২-বছৰ বয়স্ক ষ্ট্ৰাইকাৰ লাটোক পুনৰ ফৰ্মত দেখা যায় । প্ৰথম ৰাউণ্ডৰ দুখন খেল গোলশূন্যভাৱে অন্ত পৰে (ইটালি ও কেমেৰুণ); কিন্তু তৃতীয়খন খেলত পেৰুক ৫-১ ব্যৱধানত ধৰাশায়ী কৰোঁতে লাটোৰ ১ গোলৰ বৰঙণি ৰয় । এয়া তেওঁৰ শততম আন্তৰ্জাতিক আছিল । দ্বিতীয় ৰাউণ্ডত লাটোৰ স্কৰ শূন্য যদিও তেওঁ স্কিমাৰৰ ভূমিকা লয় । ছোভিয়েট ইউনিয়নৰ বিৰুদ্ধে ১০২তম আন্তৰ্জাতিক খেলি দায়নাৰ পোলিচ ৰেকৰ্ড স্পৰ্শ কৰে । চেমি-ফাইনেলত ইটালিৰ বিৰুদ্ধে ১০৩তম আন্তৰ্জাতিকত অভ্যুদয় হৈ পোলিচ ৰেকৰ্ড গঠন কৰে । এই খেলখনত তেওঁ তেনে সুবিধা কৰিব নোৱাৰিলে আৰু পোলেণ্ড ০-২ গোলত পৰাভূত হয় । পৰাজিত চেমি-ফাইনেলিষ্টৰ খেলত ফ্ৰান্সক ৩-২ ব্যৱধানত পৰাভূত কৰে আৰু লাটোৰ ১০৪তম আন্তৰ্জাতিকৰূপে জিলিকি থাকে । লাটোয়ে তিনিটা বিশ্বকাপ (১৯৭৪-৭৮-৮২)ত মুঠ ১০ গোলৰে এক দৰ্শনীয় কীৰ্তিমান প্ৰতিষ্ঠা কৰি সৰ্বকালৰ গোলদাতা তালিকাত পঞ্চমস্থান পায় ।





# বিগনিউ বনিক



স্পেইন বিশ্বকাপত পোলেণ্ডে চমকপ্ৰদ খেলৰে তৃতীয়স্থান লাভ কৰোঁতে বিগনিউ বনিকৰ নাম মানুহৰ মুখে মুখে। তেওঁ মুঠ ৪ গোল কৰি সৰ্বোচ্চ গোলদাতাৰ তালিকাত তৃতীয়স্থান পায়। পোলেণ্ডে চেমি-ফাইনেলত উপনীত হোৱাৰ মূলতে দ্বিতীয় ৰাউণ্ডত কঠিন ৰক্ষণাত্মক পদ্ধতিত অভ্যস্ত বেলজিয়ামক ৩-০ ব্যৱধানত ধৰাশায়ী কৰাৰ লগতে বিগনিউ বনিকে হেট-ট্ৰিক অৰ্জন কৰে। বিশ্বকাপত প্ৰদৰ্শিত অনবদ্য খেলে আন্তৰ্জাতিক ফুটবলৰ লেখতলবলগীয়া তাৰকাৰূপে পৰিগণিত হয় আৰু টুৰ্নামেণ্টৰ পিছতে $২ মিলিয়ন ডলাৰৰ বিনিময়ত ইটালিৰ জুভেণ্টাচ দলত যোগদান কৰে।

বিগনিউ বনিক ১৯৫৬ চনৰ ৩ মাৰ্চত বাইগচ্‌চেক নামৰ ঠাইত ভূমিষ্ঠ হয়। পিতৃ ফুটবল খেলুৱৈ আছিল; হয়তো ফুটবলৰ উত্তপ্ত ৰক্ত তেওঁৰ ধমনীতো বিৰাজমান। বনিকে স্থানীয় জচি বাইগচ্‌চেক দলতে ফুটবলৰ পাতনি মেলে; কিন্তু দলে প্ৰথম ডিভিজনলৈ উধাব নোৱাৰাৰ হেতু ১৯৭৫ চনত উইদজিউ লদজ্ ক্লাবত যোগদান কৰে। প্ৰথম ডিভিজনত আত্মপ্ৰকাশ কৰিয়ে ১৯৭৬ চনত আৰ্জেণ্টিনাৰ বিৰুদ্ধে আন্তৰ্জাতিক ফুটবলতো আত্মপ্ৰকাশ ঘটে; কিন্তু মন্ট্ৰিল অলিম্পিক খেলিবলৈ যোৱা দলত তেওঁ নিৰ্বাচন নেপালে। অৱশ্যে পৰৱৰ্তীকালত বনিক বিহীনভাৱে পোলিচ জাতীয় দল গঢ়া সম্ভৱহীন হৈ পৰিছিল। ১৯৭৮ বিশ্বকাপৰ উদ্বোধনী খেলত পশ্চিম জাৰ্মেনিৰ বিৰুদ্ধে তেওঁক চাবচ্‌টিটিউট্‌ৰ শাৰীত ৰাখে। দ্বিতীয়খন খেলত টিউনিচিয়াৰ বিৰুদ্ধে খেলৰ ৭৫ মিনিটত দক্ষ লুবানস্কিৰ স্থানত বনিকক অৱতৰণ কৰায় আৰু প্ৰথম ৰাউণ্ডৰ শেষ খেলত মেক্সিকোৰ বিপক্ষে খেল আৰম্ভৰে পৰা বনিকে খেলে; কিন্তু ৮৪ মিনিটত তেওঁৰ স্থানলৈ

মেকুলউইক আছে। মেক্সিকোক ৩-১ ব্যৱধানত ধৰাশায়ী কৰোঁতে বনিকে ২ গোল কৰে। ইয়াৰ অন্তৰ্গত প্ৰথমটো গোল লাটোৰ এটা পৰিষ্কাৰ ফৰোৱাৰ্ড-পাচ্‌ক চূড়ান্তৰূপ দিওঁতে পাঁচ মিটাৰ দূৰৰ পৰা স্কৰ কৰে। শেষ গোলটো ২৫ মিটাৰ দূৰৰ পৰা তীব্ৰ চটৰে কৰে। বিশ্বকাপত এই সামান্য অভিজ্ঞতাক সম্বলৰূপে লৈ স্বকীয় বলিষ্ঠতাৰে অনন্য ক্ৰীড়া পাৰদৰ্শীৰূপে আত্মপ্ৰকাশ কৰোঁতে আৰ্জেণ্টিনাৰ বিৰুদ্ধে চমকপ্ৰদ খেল প্ৰদৰ্শন কৰে; অৱশ্যে পোলেণ্ড এই খেলখনত পৰাভূত হয়। পিচৰে দুয়োখন খেলতে তেওঁ সম্পূৰ্ণ সময় খেলি মিড-ফিল্ডত মুখ্য ভূমিকা লওঁতে পেৰুক ১-০ গোলত পৰাভূত কৰে আৰু ব্ৰাজিলৰ হাতত ১-৩ ব্যৱধানত পৰাভূত হয়। বনিকে ক্লাবৰ হৈ তেনে উল্লেখযোগ্য সাফল্য কঢ়িয়াই আনিবলৈ সক্ষম নহ'লেও ১৯৮০ ইউৰোপীয় ফুটবল চেম্পিয়নচিপৰ পূৰ্বলৈকে পোলেণ্ডৰ হৈ ৩৯ খন আন্তৰ্জাতিকত ১১ গোল কৰে।

স্পেইন বিশ্বকাপত পোলেণ্ডৰ ২৬-বছৰ বয়স্ক ডিপ মিড-ফিল্ড খেলুৱৈ বিগনিউ বনিকৰ বলিষ্ঠ ক্ৰীড়াধাৰাই বিশ্ব ফুটবলৰ অন্যতম ক্ৰীড়া চৰিত্ৰত পৰিণত কৰে। প্ৰথম ৰাউণ্ডৰ খেলত ইটালি আৰু কেমেৰুণৰ বিৰুদ্ধে কঠোৰ শ্ৰম কৰি খেলিলেও ফলৱতী নহ'ল দুয়োখন খেল গোলশূন্যভাৱে অন্ত পৰে; কিন্তু পেৰুক ৫-১ ব্যৱধানত ধৰাশায়ী কৰোঁতে অধিনায়ক বনিক একেবাৰে অপ্ৰতিৰোধ্য আছিল আৰু ১ গোলৰ অৱদান ৰয়। দ্বিতীয় ৰাউণ্ডত ইউৰোপীয় ৰানাৰ্চ তথা কঠোৰ ৰক্ষণাত্মক পদ্ধতিত অভ্যস্ত বেলজিয়াম দলক পোলেণ্ডৰ আক্ৰমণাত্মক খেলে ব্যতিব্যস্ত কৰোঁতে বিগনিউ বনিকৰ দুৰ্দ্ধৰ্ষ ক্ৰীড়াৰাজি যুগযুগান্তৰ স্মৰণীয় হৈ ৰব। এই খেলখনত ৩-০ গোলত জয়ী হওঁতে তেওঁ হেট-ট্ৰিক অৰ্জন কৰে। পৰৱৰ্তী খেলত ছোভিয়েট ইউনিয়নৰ বিৰুদ্ধে ০-০ ভাৱে অন্ত পৰে; কিন্তু গড় গোলৰ মাত্ৰাত পোলেণ্ডে চেমি-ফাইনেল খেলাৰ যোগ্যতা অৰ্জন কৰে যদিও ৰাফ্ খেলত অভ্যস্ত হৈ এখন খেলৰ বাবে চাচ্‌পেণ্ড হয়। ফলত ইটালিৰ বিৰুদ্ধে বনিক বিহীন পোলেণ্ডে ০-২ গোলত পৰাজয় বৰণ কৰে। তৃতীয়স্থান নিৰ্ণায়কৰ খেলত ফ্ৰান্সৰ মুখামুখি হৈ ৩-২ ব্যৱধানত জয়ী হওঁতে তিনিওটা গোল মাত্ৰ ৬ মিনিটৰ ভিতৰত স্কৰ কৰে। এয়া বিশ্বফুটবল ইতিহাসৰ এটা উল্লেখযোগ্য ক্ৰীড়া ঘটনা। এই ঐতিহাসিক বিজয়ৰ ফলস্বৰূপ পোলেণ্ডে স্পেইন বিশ্বকাপত তৃতীয়স্থান দখল কৰিবলৈ সক্ষম হয়।

বিশ্বকাপৰ পিচতে ৰঙচুৱা চুলিৰ পোলিচ মিড-ফিল্ড তাৰকা বিগনিউ বনিকে $ ২ মিলিয়ন ডলাৰৰ বিনিময়ত ইটালিৰ জুভেন্টাচ ক্লাবত যোগদান কৰে আৰু ১৯৮৩ ইউৰোপীয় চেম্পিয়ন ক্লাবচ' কাপ ফাইনেলত এচ ভি হামবাৰ্গৰ হাতত ০-১ গোলত পৰাজয় বৰণ কৰে। ১৯৮৪ চনত জুভেন্টাচ দলে ইউৰোপীয় ফুটবলৰ চূড়ান্ত শিখৰত অৱতৰণ কৰোঁতে ইউৰোপীয়ান কাপ-উইনাৰ্চ কাপ ফাইনেলত পৰ্তুগালৰ পৰ্টো দলক ২-১ ব্যৱধানত পৰাভূত কৰে আৰু বিৰতিৰ পাঁচ মিনিট পূৰ্বে বিজয়সূচক গোল বিগনিউ বনিকৰ। ইয়াৰ পিচতে লিভাৰপুল দলক ২-০ গোলত পৰাভূত কৰি

ইউৰোপীয় চুপাৰ কাপ জয় কৰোঁতে দুয়োটা গোল বনিকৰ। ১৯৮৫ চনত ঘটা 'ব্ৰুচেলচ ট্ৰেজেদী' ফুটবল ইতিহাসৰ এক মচিব নোৱাৰা কলঙ্ক। বেলজিয়ামৰ হিচেল ষ্টেডিয়ামত অনুষ্ঠিত এই খেলখনত জুভেন্টাচ পুনৰ লিভাৰপুল ক্লাবৰ মুখামুখি হওঁতে ই আছিল ইউৰোপীয়ান চেম্পিয়ন ক্লাবচ' কাপৰ ৩১তম ফাইনেল। বিগনিউ বনিকে জুভেন্টাচৰ হৈ সফলতাৰ ৰেঙণি বিৰিঙাওতে খেলৰ ৫৬ মিনিটত দুৰন্ত গতিৰে বল লৈ অগ্ৰসৰ হয় এনেতে গেৰি গিলিপিয়ে ফাউল কৰাত জুভেন্টাচে পেনাল্টি পায় আৰু মিচেল প্লাটিনিয়ে গোলত ৰূপায়িত কৰে। যি কি নহওঁক জুভেন্টাচে এই সুযোগৰ জৰিয়তে ইউৰোপীয় কাপ জয় কৰিবলৈ সক্ষম হয়। এই সাফল্যৰ ২৪ ঘন্টা পূৰ নহওঁতেই (৩০ মে) টিৰানাত আলেবেনিয়াক ১-০ গোলত পৰাভূত কৰোঁতে স্কৰ বিগনিউ বনিকৰ। এয়া তেওঁৰ ৭২তম আন্তৰ্জাতিকত ২৪তম গোল আছিল। ইয়াৰোপৰি সেইবাৰ বিশ্ব ক্লাব চেম্পিয়নচিপ জয় কৰোঁতে আৰ্জেন্তিনা জুনিয়ৰ্চ ক্লাবক ডাবল লীগৰ ফাইনেলত ৬-৪ ব্যৱধানত হৰুৱাই।

বিভিন্ন খেলমাটিত দপদপাই থকা বিগনিউ বনিকে ১৯৮৬ চনত এ.চি.ৰোমা দলত যোগদানে চাঞ্চল্য সৃষ্টি কৰে। জুভেন্টাচত তিনিটা মৰছুম খেলি চাঞ্চল্য সৃষ্টিকাৰী ফুটবলৰ অৱতাৰণা কৰোঁতে মুঠ ১৩৩ খন খেলত ৩১ গোল কৰে (লীগৰ ৮১ খন খেলত ১৪ গোল; ইউৰোপীয়ান ফুটবলৰ ২৮ খন খেলত ৯ গোল; ইটালি কাপৰ ২৪ খনত ৮ গোল)।

পূব ইউৰোপৰ সবাতোকৈ দামী ফুটবলাৰ বিগনিউ বনিকক ইটালিয়ান ফুটবলত **"ক্ৰেজি হৰ্চ"** উপনামৰে আখ্যায়িত। মেক্সিকো বিশ্বকাপত তেওঁ পূৰ্বৰ সুনাম অনুযায়ী খেল প্ৰদৰ্শন কৰিব নোৱাৰিলে। পোলেণ্ড দল দ্বিতীয় ৰাউণ্ডত ব্ৰাজিলৰ হাতত ০-৪ গোলত ধৰাশায়ী হৈ বিদায় ল'ব লগা হয়।





# এলান চিমোনচেন



বিশ্ব ক্ৰীড়াঙ্গনত ডেনিচ ফুটবলে মূৰ দাঙি উঠোতে ‘‘ডেনিচ ডিনামাইট’’ উপনামৰ অধি- কাৰী হোৱাৰ পূৰ্বেই ডেনিচ ফুটবলত আবিৰ্ভূত হোৱা চুটি চাপৰ ফুটবলাৰ এলান চিমোনচেনে সকলোৰে দৃষ্টি কাঢ়ি নিবলৈ সক্ষম হৈছিল। তেওঁ বাণ্ডেছলীগাৰ বোৰুছিয়া মনচেনগ্লেদবেচ দলত খেলি থাকোতেই ১৯৭৭ চনত ‘‘ইউৰোপীয়ান ফুটবলাৰ অৱ দি ইয়েৰ’’ দুৰ্লভ সন্মানৰ অধিকাৰী হৈ ডেনিচ ফুটবলৰ বাবে এক অভাৱনীয় উৎসাহ ও উদ্দীপনাৰ বৰঙণি কঢ়িয়াই আনে। সেইবছৰ বোৰুছিয়া মনচেনগ্লেদবেচ দলে ইউৰোপীয়ান চেম্পিয়ন ক্লাৱচ’ কাপত ৰানাৰ্চ-আপ পাওঁতে লিভাৰপুলৰ হাতত ১-৩ ব্যৱধানত পৰাভূত হয় যদিও দলৰ একমাত্ৰ স্কৰটো মিড-ফিল্ড খেলুৱৈ এলান চিমোনচেনৰ। ১৯৭৮ চনৰ এই প্ৰতিযোগিতাত বোৰুছিয়া মনচেনগ্লেদবেচ ফাইনেলত উপনীত হ’ব নোৱাৰিলেও তেওঁ মুঠ ৫ গোল কৰি সৰ্বোচ্চ গোলদাতাৰ খ্যাতি অৰ্জন কৰে। ইয়াৰোপৰি দুবাৰ ইউফা কাপ জয় কৰোঁতে ১৯৭৫ চনত টুৱেণ্টি ইস্কিদি আৰু ১৯৭৯ চনত ৰেড ষ্টাৰ দলক পৰাভূত কৰে। বোৰুছিয়া মনচেনগ্লেদবেচ দলত ১৯৭২-১৯৭৯ লৈকে খেলোতে তিনিবাৰ জাৰ্মান চেম্পিয়নচিপ জয় কৰে। ইয়াৰ পিচতে স্পেইনৰ বাৰ্চিলোনা ক্লাৱত যোগদান কৰে আৰু ১৯৮২ চনত ইউৰোপীয়ান কাপ-উইনাৰ্চ কাপ জয় কৰোঁতে ফাইনেলত ষ্টেণ্ডাৰ্দ লীগ দলক ২-১ গোলত পৰাভূত কৰে আৰু এটা স্কৰ তেওঁৰ। এটা মৰছুম ইংলেণ্ডৰ চাৰ্লটন এথলেটিক দলত খেলি ১৯৮৩ চনত পতুৰ্গালৰ বেনফিকা দলত যোগদান কৰে।



১৯৮৪ ইউৰোপীয় ফুটবলচেম্পিয়নচিপক যেনেদৰে ফ্ৰান্সৰ মহিমান্বিত ফুটবলে মহীয়ান কৰি থব সেইদৰেএলান চিমোনচেনৰ বিষাদ গ্ৰস্ত ঘটনাই ক্ৰীড়া মেদীৰ চকুৰ পৰা মুকুতা মণি হৰুৱাই। উদ্যোক্তা ফ্ৰান্সৰ বিৰুদ্ধে সমাৰোহৰ উদ্বো

ধনী খেলত  বিৰতিৰ দুই মিনিটত পূৰ্বে তেওঁ বলৰ্লে অগ্ৰসৰ হওঁতে প্ৰতিপক্ষৰ চেণ্ট্ৰেল-ডিফেণ্ডাৰ অভান  গি  ৰুসৰ টেক্‌লিঙত তেওঁৰ বাঁও-ভৰি ভাগে। এই খেলখনত ডেনমাৰ্ক ০-১ গোলত পৰাভূত হয়। এই প্ৰতিযোগিতাত চিমোনচেন বিহীনভাৱে ডেনমাৰ্কে চেমি-ফাইনেল খেলাৰ যোগ্যতা অৰ্জন কৰে যদিও স্পেইনৰ হাতত টাই-ব্ৰেকাৰত পৰাভূত হয়। দীৰ্ঘদিনৰ চিকিৎসাৰ অন্তত তেওঁ পুনৰ খেলপথাৰলৈ প্ৰত্যাবৰ্তন কৰোঁতে ডেনিচ প্ৰথম ডিভিজন ভিলি দলত খেলিব লয়। ১৯৮৬ মেক্সিকো বিশ্বকাপৰ পূৰ্বলৈকে এই গৰাকী ৫ ফুট ৫ ইঞ্চি ওখ, ৫৯ কিলোগ্ৰাম ওজনৰ ব্ৰেইনি মিড-ফিল্ডাৰ ৫৪ খন আন্তৰ্জাতিকৰে পুষ্ট আছিল। ইউৰোপীয় ফুটবল চেম্পিয়নচিপৰ আঘাতৰ পিচত.তেওঁ অতি দৃঢ়তাৰে সৈতে মানদণ্ডত উপনীত হওঁতে বিশ্বকাপত গ্ৰুপ লীগৰ শেষৰখন খেলত পশ্চিম জাৰ্মেনিৰ বিৰুদ্ধে ৭১ মিনিটত জে. অলচনৰ সলনি খেলপথাৰত অৱতীৰ্ণ হয়। এই খেলখনত ডেনমাৰ্ক ২-০ গোলত জয়ী হয়। প্ৰি-কোৱাৰ্টাৰ-ফাইনেলত তেওঁক খেলোৱা নাছিল। বিশ্বকাপৰ পিচতে কোপেনহেগেনত আয়োজিত ডেনমাৰ্ক বনাম  বিশ্বকাপ ৰানাৰ্চ পশ্চিম জাৰ্মেনিৰ মাজত অনুষ্ঠিত আন্তৰ্জাতিকৰ মাধ্যমেৰে এই গৰাকী ৩০-বছৰ বয়স্ক ডেনিচ তাৰকা এলান চিমোনচেনে ফুটবলৰ পৰা অৱসৰ গ্ৰহণ কৰে। এই ঐতিহাসিক খেলখনত ডেনমাৰ্ক ০-২ গোলত পৰাভূত হয়।





# প্ৰিবেন এলেক্‌জাৰ



১৯৮৬ বিশ্বকাপত ডেনমাৰ্কৰ দুৰ্দ্ধৰ্ষ ষ্ট্ৰাইকাৰ প্ৰিবেন এলেক্‌জাৰ সবাতোকৈ চকুতপৰা ফুটবলাৰ আছিল। তেওঁৰ দুঃসাহসী বুদ্ধিদীপ্ত খেল, বাঁও-ভৰিৰ তীব্ৰ চট্ তথা প্ৰতিপক্ষৰ গোলৰ সম্মুখত ভয়ঙ্কৰ ৰূপ ধাৰণ কৰিব পৰা ক্ষমতাই ত্ৰাসৰ সঞ্চাৰ কৰিছিল। ১৯৮৫ চনত ডেনমাৰ্কে বিশ্ব শ্ৰেষ্ঠ দলৰ বাছনি পাওঁতে এলেকজাৰে "ৱৰ্ল্ড প্লেয়াৰ অব দি ইয়েৰ" নিৰ্বাচনী তালিকাত দ্বিতীয়স্থান পায়ছিল।

প্ৰিবেন এলেক্‌জাৰ লাৰ্চেন ১৯৫৭ চনৰ ১১ ছেপ্তেম্বৰ তাৰিখে কোপেনহেগেনত জন্ম গ্ৰহণ কৰে। ফুটবলৰ পাতনি ডেনিচ লীগৰ ভানলুজ দলত। এই দলৰ হৈ ১৫ খন খেলত ৭ গোলৰ বৰঙণিতে পশ্চিম জাৰ্মেনিৰ কলোন দলৰ চকু পৰে আৰু ১৯৭৬ চনৰ পৰা এই দলত খেলিব লয়। দুটা অসাফল্যমণ্ডিত ফুটবল মৰছুম অতিক্ৰম কৰাৰ পিচত ১৯৭৮ চনৰ ফেব্ৰুৱাৰীত তেওঁক লোকৰেন দললৈ ট্ৰেন্সফাৰ কৰে। চলিত মৰছুমত তেওঁক নেখেলালেও ১৯৭৮-৭৯ মৰছুমত মুঠ ৩৩খন খেলত অংশ লৈ ১৩ গোল কৰে। পিচৰ দুটা মৰছুমত ক্ৰমে ২১ আৰু ২২ গোল কৰি ১৯৮৪ চনত ইটালিৰ ভেৰুনা দললৈ ট্ৰেন্সফাৰ লয়। লোকৰেন দলত সাতটা মৰছুমত মুঠ ৯৮ গোলৰ কৃতিত্ব এৰি থৈ যায়। ভেৰুনাত যোগদান

কৰিয়েই লীগ চেম্পিয়নচিপ কঢ়িয়াই আনে । সেইবছৰ ইউৰোপীয় ফুটবল চেম্পিয়নচিপত এলেক্‌জাৰৰ ভূমিকা বিশেষ গুৰুত্বপূৰ্ণ তথা টুৰ্ণামেন্টৰ সবাতোকৈ জাকত-জিলিকা খেলুৱৈত পৰিণত হৈছিল। কিন্তু চেমি-ফাইনেলত স্পেইনৰ বিৰুদ্ধে ১-১ গোলত অমীমাংসীতভাৱে অন্ত পৰে আৰু টাই-ব্ৰেকাৰত ডেনমাৰ্ক ৪-৫ ব্যৱধানত পৰাভূত হওঁতে এলেকজাৰে শেষৰটো পেনাল্টি মিচ্‌ কৰে ।

ইটালিয়ান ফুটবলত "কৌৰী ক্লাচ" আৰু ডেনমাৰ্কত "মালক্‌জাৰ" উপনামৰে খ্যাত এই গৰাকী পেশীবহুল খেলুৱৈয়ে বিশ্বকাপৰ কোৱালিফাইং ৰাউণ্ডত ডেনমাৰ্কৰ ১৭ গোলৰ ৮টা স্কৰ কৰে। ইয়াৰ পিচতে মেক্সিকো বিশ্বকাপত ডেনমাৰ্কে যি ক্ৰীড়া কৌশলৰ নজিৰ এৰি থৈ গ'ল সেয়া তুলনাহীন। তেওঁলোকে "গ্ৰুপ অব ডেথ"ৰ সকলো দলকে পৰাভূত কৰোঁতে স্কটলেণ্ডক ১-০ গোলত পৰাভূত কৰাৰ পিচত দক্ষিণ আমেৰিকা চেম্পিয়ন উৰুগুৱেক ৬-১ গোলত পৰাভূত কৰোঁতে এলেক্‌জাৰে হেট-ট্ৰিক অৰ্জন কৰে। ইতিমধ্যে তেওঁৰ মুঠ ৫৯ খন আন্তৰ্জাতিকত ৩৭ গোল পূৰ্ণ হয়। পৰৱৰ্তী খেলত পশ্চিম জাৰ্মেনিক ২-০ গোলত পৰাভূত কৰে। গ্ৰুপ লীগৰ চমকপ্ৰদ খেলে ডেনমাৰ্ক বিশ্বফুটবলৰ ফাইনেলত উপনীত হোৱাৰ ৰেঙণি বিৰিঙি উঠিছিল; কিন্তু প্ৰি-কোৱাৰ্টাৰ ফাইনেলত স্পেইনৰ বিৰুদ্ধে ১-৪ গোলৰ অস্বাভাৱিক ব্যৱধানৰ পৰাজয়ে ডেনিচ কল্পনা মষিমূৰ হয়। ডেনমাৰ্কে পৰাজয় বৰণ কৰিলেও এলেক্‌জাৰৰ কেইটামান আক্ৰমণে স্পেইনক থকা-সৰকা কৰিছিল। সেইদিনা স্পেনীচ গোলৰক্ষক এন্দনি জুবিজাৰিটাই ভাল খেল প্ৰদৰ্শন নকৰা হ'লে জয় ডেনমাৰ্কৰ হ'লহেঁতেন তাত সন্দেহ নাই। ইয়াৰ অন্তৰ্গত এলেক্‌জাৰে এটা বল মধ্য-ফিল্ডৰ পৰা অকলে নিওঁতে কেইবাজনো খেলুৱৈক দ্ৰুত ড্ৰিবলিঙৰে পৰাভূত কৰি তীব্ৰ চট্‌ লওঁতে গোলৰক্ষকে কোনোক্ৰমে ব্যৰ্থ কৰে নহ'লে ইংলেণ্ডৰ বিৰুদ্ধে মাৰাদোনাৰ স্কৰৰ সৈতে এই গোলটো ৰিজাব পৰা গ'লহেঁতেন ! ডেনমাৰ্কে প্ৰি-কোৱাৰ্টাৰ-ফাইনেল খেলিয়ে বিদায় লব লগা হ'ল যদিও বিশ্বকাপত এলেক্‌জাৰে মুঠ ৪ গোল কৰি গোলদাতাৰ তালিকাত তৃতীয়স্থানত ৰয় আৰু বিশ্বকাপৰ 'অল-ষ্টাৰ দল'তো নিৰ্বাচন লাভ কৰে ।



# মিচেল লাড্রুপ



১৯৮৬ বিশ্বকাপত **বিভেলিনোৰ** মিচেল লাড্রুপ সন্দৰ্ভত মন্তব্য, "Denmark's Michael Laudrup has been the impressive player so far." কে. বি. কোপেনহেগেন দলত খেলি থাকোতেই এই গৰাকী যুব ফুটবলাৰক লিভাৰপুল, বেয়াৰ্ন মিউনিক, ৰিয়েল মাদ্ৰিদ, ৰোমা আদিয়ে দললৈ আনিবলৈ চুক্তিৰ প্ৰস্তাৱ আগবঢ়াইছিল যদিও ১৯৮৩ চনত ইটালিৰ লেজিঅ দলতহে চুক্তিবদ্ধ হয়। ইয়াত দুবছৰ অতিবাহিত কৰি জুভেন্টাচ দলত যোগদান কৰে আৰু বিশ্ব ক্লাব খিতাপ বিজয়ত তেওঁৰ ভূমিকা মনকৰিবলগীয়া।

জন্ম ১৫ জুন ১৯৬৪ চন। স্থান কোপেনহেগেন। জন্মগত ফিনিচ মিচেল লাড্রুপৰ পিতৃয়ো আন্তৰ্জাতিক ফুটবলাৰ আছিল। কে বি কোপেনহেগেন দলত প্ৰথম শ্ৰেণী ফুটবলৰ পাতনি মেলি ১৯৮২ চনৰ ১৫ জুনত নৰৱেৰ বিৰুদ্ধে আন্তৰ্জাতিক আত্মপ্ৰকাশ ঘটে। ১৯৮৩ চনত ইটালিৰ লেজিঅ দললৈ যায় আৰু দুবছৰৰ খেলি ১৯৮৫ চনত জুভেন্টাচ ক্লাবত যোগদান কৰে। মিচেল লাড্রুপ আক্ৰমণাত্মক ফুটবলৰ প্ৰতি সদায় আগ্ৰহী। বিশেষকৈ দ্ৰুত গতিসম্পন্ন এই ষ্ট্ৰাইকাৰ গৰাকীৰ দক্ষতাসম্পন্ন বল নিয়ন্ত্ৰণ বিশেষ মনকৰিবলগীয়া। তেওঁ বহুবাৰ জাতীয় দলত নিৰ্বাচন পাইয়ো স্বইচ্ছাই খেলৰ পৰা আঁতৰত থাকে তথাপি ১৯৯৬ ইউৰোপীয় নেচনচ' কাপৰ পূৰ্বলৈকে ৮৬ খন আন্তৰ্জাতিকত ৩৪ গোলৰ কৃতিত্ব আছিল। মিচেল লাড্রুপে জুভেন্টাচ ক্লাবত দুটামান মৰছুম খেলি বাৰ্চিলোনালৈ ট্ৰেন্সফাৰ লয়। বিশেষকৈ ১৯৯২ চনত ইউৰোপীয় চেম্পিয়ন ক্লাবচ' কাপ জয় কৰে। ইয়াৰ পিচতে ৰিয়েল মাদ্ৰিদলৈ ট্ৰেন্সফাৰ লয়। ইয়াত খেলি থাকোতে (১৯৯৬) বাৰ্চিলোনা ক্লাবে তেওঁলৈ £৭ মিলিয়ন পাউণ্ড ষ্টাৰ্লিং আগবঢ়াইছিল। কিন্তু তেওঁ আইএক্স আমষ্টাৰডাম ক্লাবলৈ যায় আৰু ১৯৯৮ চনত ভিচেল কোবে দলত চুক্তিবদ্ধ হয়। দেখা যায় এই গৰাকী ৩৪-_ বছৰ বয়স্ক মিড-ফিল্ডাৰৰ অধিনায়কত্বত ডেনমাৰ্কে বলিষ্ঠ ফুটবল প্ৰদৰ্শন কৰোঁতে ১৯৯৮ বিশ্বকাপৰ কোৱাৰ্টাৰ-ফাইনেলত ব্ৰাজিলৰ হাতত ৩-২ গোলত পৰাভূত হয় যদিও অল-ষ্টাৰ দলত নিৰ্বাচন লাভ কৰে। এয়া তেওঁৰ ১০৪তম আন্তৰ্জাতিকৰূপে খোদিত হয়। বিশ্বকাপৰ পূৰ্বলৈকে ৯৯ খন আন্তৰ্জাতিকত ৩৬ গোলৰ কৃতিত্ব আছিল। বিশ্বকাপত ছৌদী আৰবৰ বিৰুদ্ধে শততম আন্তৰ্জাতিক খেলে।

□□

# ব্ৰাইন লাদ্ৰুপ



ফুটবল ইতিহাসৰ পাত লুটিয়ালে দেখা যায় জাতীয় দলত দুজন সহোদৰে খেলা নজিৰ অতি বিৰল। ডেনমাৰ্কৰ আক্ৰমণ বিভাগত মিচেল লাদ্ৰুপৰ সৈতে ভাতৃ ব্ৰাইন লাদ্ৰুপৰ বিস্ফোৰক চুটিং ও দ্ৰুত গতিসম্পন্ন ফুটবলে তেওঁক চিৰস্মৰণীয় কৰি থব। বিশেষকৈ ১৯৯২ ইউৰোপীয় নেচনচ' কাপ বিজয়ী ডেনমাৰ্ক দলত জড়িত থাকিব এটা নাম ব্ৰাইন লাদ্ৰুপ।

ব্ৰাইন লাদ্ৰুপৰ জন্ম ১৯৬৯ চনৰ ২২ ফেব্ৰুৱাৰীত। স্থান ভিয়েনা। প্ৰথম শ্ৰেণী-ফুটবলৰ পাতনি ব্ৰণ্ডবাই দলত। ১৯৮৭ চনত পশ্চিম জাৰ্মেনিৰ বিৰুদ্ধে আন্তৰ্জাতিক আত্মপ্ৰকাশ ঘটে। ইতিমধ্যে বাণ্ডেছলীগাৰ বেয়াৰ আদিনজেন দলৰ চকু পৰোতে £৮ লাখ পাউণ্ডৰ বিনিময়ত যোগদান কৰে । দুবছৰ মানৰ পিছত £২ মিলিয়ন পাউণ্ড ষ্টাৰ্লিঙত বেয়াৰ্ন মিউনিকলৈ আহে । বাণ্ডেছলীগাত তেওঁৰ ফুটবলে চমক লগাওঁতে বেয়াৰ্ন মিউনিকৰ পৰা ইটালিৰ ফিওৰেন্টিনা লৈ যায়। অৱশেষত বিশ্বৰ অন্যতম পেছাদাৰী দল এ চি মিলানত যোগদান কৰে। কিন্তু ৬ জন বিদেশী খেলুৱৈ দলত থাকোতে মাত্ৰ ৩ জনে খেলাৰ অনুমতিয়ে তেওঁ চাবৃচ্টিটিউটৰ বেঞ্চত থাকিব লগা হয় ফলত তেওঁ স্কটলেণ্ডৰ গ্লাচগো ৰেঞ্জাৰ্চত যোগদান কৰে। প্ৰথম বছৰতে স্কটলেণ্ডৰ "ফুটবলাৰ অব দি ইয়েৰ" নিৰ্বাচন পায়। উপৰি তেওঁ তিনিবছৰ ডেনমাৰ্কৰ "প্লেয়াৰ অব দি ইয়েৰ" আছিল। ১৯৯৬ ইউৰোপীয় নেচনচ' কাপৰ পূৰ্বলৈকে ৮১ খন আন্তৰ্জাতিকত ১০ গোলৰ কৃতিত্ব আছিল। ১৯৯৮ বিশ্বকাপত ব্ৰাইন লাদ্ৰুপক মানদণ্ডৰ তুঙ্গত দেখা যায় আৰু তেওঁৰ বলিষ্ঠ খেলে প্ৰেচ, মিডিয়া আৰু দৰ্শকৰ মন জয় কৰে। ডেনমাৰ্কে কোৱাৰ্টাৰ-ফাইনেলত ব্ৰাজিলৰ হাতত পৰাভূত হৈ বিদায় ল'লেও এয়া এখন ৰোমাঞ্চকৰ খেলৰূপে খোদিত হয় আৰু ডেনমাৰ্কৰ এই দ্ৰুতগামী ষ্ট্ৰাইকাৰে অল-ষ্টাৰ দলটো নিৰ্বাচন লাভ কৰে।

□□

# পিটাৰ স্ক'মাইকেল



১৯৯২ ইউৰোপীয় নেচনচ' কাপত ডেনমাৰ্কে যুগোশ্লাভিয়াৰ স্থানত খেলিবলৈ আহি চূড়ান্ত বিজয়ীৰ সন্মান অৰ্জন কৰি ইউৰোপীয় ফুটবলৰ লগে লগে বিশ্ব ফুটবলতো চাঞ্চল্য সৃষ্টি কৰোঁতে গাখীৰৰ দৰে বগা ৰঙৰ গোলৰক্ষক পিটাৰ স্ক'মাইকেলৰ বলিষ্ঠ ফুটবল আমাৰ বাবে এক নজিৰ হৈ ৰব। পিটাৰ স্ক'মাইকেল বিতৰ্কিতভাৱে বিশ্বৰ ১নং গোলৰক্ষকৰ স্বীকৃতি প্ৰাপ্ত আৰু এই ক্ষেত্ৰত বহু ফুটবল পণ্ডিতো একমত। বিশেষকৈ মানচেষ্টাৰ ইউনাইটেডত খেলি থকা পিটাৰ স্ক'মাইকেলে ক্লাবৰ পক্ষে ১৯৯৫-৯৬ৰ 'ডাবল ডাবল' সাফল্যত ফৰাছী ষ্ট্ৰাইকাৰ এৰিক কেন্টনাতকৈ এওঁৰ বৰঙণি অধিক বুলি চেলচিৰ মেনেজাৰ ৰুদ গুলিটে মন্তব্য দিছিল। পিটাৰ স্ক'মাইকেলৰ শাৰীৰিক পৰিমাপঃ উচ্চতা ৬ ফুট ৪ ইঞ্চি আৰু ওজন ৮০ কিলোগ্ৰাম। উপনাম 'আইচমেন'।

জন্ম ১৮ নবেম্বৰ ১৯৬৩ চন। স্থান কোপেনহেগেন। ফুটবল পাতনি গ্ৰেডচেক্সি হিৰো দলত। তাৰপিছত হিদৰি (Hvidovre) আৰু ব্ৰণ্ডবাই দলত খেলে। কোপেনহোগেনত বাতৰি কাকতৰ এডভাৰটাইজিং চেলচ্‌মেনৰ চাকৰি কৰি প্ৰথম শ্ৰেণী ফুটবল অব্যাহত ৰাখিছিল কাৰণ তেতিয়া ডেনমাৰ্কত পেছাদাৰী ফুটবল নাছিল। ১৯৯১ চনত £৭৫০,০০০ পাউণ্ড ষ্টাৰ্লিঙৰ বিনিময়ত ইংলিচ প্ৰথম ডিভিজন মানচেষ্টাৰ ইউনাইটেডত যোগদান কৰে। ১৯৯৪ আৰু ১৯৯৬ চনত এফ এ কাপ আৰু লীগ জয় কৰি দুবাৰ 'ডাবল' পায়। ১৯৯৬ চনত বৃটেনৰ সবাতোকৈ বায়বহুল গোলৰক্ষকত পৰিণত হওঁতে সাপ্তাহিক আয় £১২,০০০ পাউণ্ড ষ্টাৰ্লিং। মানচেষ্টাৰ ইউনাইটেডৰ পক্ষে তিনিটা প্ৰিমিয়াৰ লীগ, দুবাৰ এফ. এ কাপ জয় কৰে। বিশেষকৈ উল্লেখ্য ১৯৯৮ চনৰ ৫ জুনত কেমেৰুণৰ বিৰুদ্ধে তেওঁ শততম আন্তৰ্জাতিকত অভ্যুদয় হয়, বিশ্বকাপৰ সপ্তাহ পূৰ্বে। বিশ্বকাপৰ কোৱাৰ্টাৰ-ফাইনেল তেওঁৰ ১০৫তম আন্তৰ্জাতিক। 

# লিয়াম ব্রেডি




ৰিপাব্লিক অব আয়াৰলেণ্ডে ইউৰোপীয় বা বিশ্ব ফুটবলত তেনে গুৰুত্বপূৰ্ণ স্থান অধিকাৰ কৰিবলৈ সক্ষম নহ'লেও ফুটবলৰ মানদণ্ড একেবাৰে নিম্নগামী নহয়। ৰিপাব্লিক অব আয়াৰলেণ্ডে আশী দশকৰ পৰা এটা শক্তিশালী দলৰূপে অভ্যুদয় হৈছে। আয়াৰলেণ্ডৰ চকুত পৰা তাৰকা ফুটবলাৰ বুলি ক'বলৈ গ'লে পোন চাতেই আমাৰ দৃষ্টি মিড-ফিল্ড খেলুৱৈ লিয়াম ব্রেডিৰ ওপৰত পৰে। অৱশ্যে তেওঁৰ উজ্বল ফুটবলবাজি ইংলিচ আৰু ইটালি প্ৰথম ডিভিজনত জড়িত।

লিয়াম ব্রেডি ১৯৫৬ চনৰ ১৩ ফেব্ৰুৱাৰী তাৰিখে ডাব্লিনত জন্ম গ্ৰহণ কৰে। তেওঁ ইংলিচ প্ৰথম ডিভিজন আৰ্চনেল দলত খেলি থাকোতে ১৯৭৫ চনত জাতীয় দলত নিৰ্বাচন লাভ কৰে, ৰিপাব্লিক অব আয়াৰলেণ্ড বনাম ছোভিয়েট ইউনিয়ন আন্তৰ্জাতিকত। ১৯৭৯ চনত আৰ্চনেল দলে এফ এ কাপ জয় কৰোঁতে ফাইনেলত মানচেষ্টাৰ ইউনাইটেডক ৩-২ ব্যৱধানত পৰাভূত কৰে। পিচৰ বছৰ পুনৰ ফাইনেলত অৱতীৰ্ণ হয় যদিও ৱেষ্টহাম ইউনাইটেডৰ হাতত পৰাভূত হৈ ৰানাৰ্চ-আপ পায়। ১৯৮১ চনত ইটালিৰ জুভেন্টাচ ক্লাবত যোগদান কৰে আৰু ১৯৮২ চনত লীগ জয়ী হয়। ১৯৮৩ চনত চাম্প্‌ডোৰিয়া ক্লাবত যোগদান কৰি ১৯৮৪ চনত ইন্টাৰ-মিলান দললৈ ট্ৰেন্সফাৰ লয়। লিয়াম ব্রেডিয়ে দহবছৰৰ ভিতৰত মুঠ ৫৭ খন আন্তৰ্জাতিকত আয়াৰলেণ্ডৰ পক্ষে খেলে। ১৯৮৬ চনৰ পাতনিতে জেকি চাৰ্লটন ৰিপাব্লিক অব আয়াৰলেণ্ডৰ কোচ্ নিযুক্তি পায় আৰু ২৬ এপ্ৰিলত উৰুগুৱেৰ বিৰুদ্ধে অনুষ্ঠিত আন্তৰ্জাতিকত লিয়াম ব্রেডিয়ে নিৰ্বাচন নেপালে।

**লিয়াম ব্রেডিৰ আন্তৰ্জাতিক খেল**

| | | |
|---|---|---|
| ১। | ছোভিয়েট ইউনিয়ন | ১৯৭৫ |
| ২। | তুৰস্ক | ,, |
| ৩। | চুইজাৰলেণ্ড | ,, |
| ৪। | ছোভিয়েট ইউনিয়ন | ,, |
| ৫। | চুইজাৰলেণ্ড | ,, |
| ৬। | তুৰস্ক | ১৯৭৬ |
| ৭। | নৰৱে | ,, |
| ৮। | পোলেণ্ড | ,, |
| ৯। | ইংলেণ্ড | ১৯৭৭ |





| | |
|---|---|
| ১০। তুৰস্ক | ১৯৭৭ |
| ১১। ফ্ৰান্স | ,, |
| ১২। ফ্ৰান্স | ,, |
| ১৩। স্পেইন | ,, |
| ১৪। বুলগেৰিয়া | ,, |
| ১৫। বুলগেৰিয়া | ১৯৭৮ |
| ১৬। নৰৱে | ,, |
| ১৭। উত্তৰ আয়াৰলেণ্ড | ১৯৭৯ |
| ১৮। ইংলেণ্ড | ,, |
| ১৯। ডেনমাৰ্ক | ,, |
| ২০। বুলগেৰিয়া | ,, |
| ২১। পশ্চিম জাৰ্মেনি | ,, |
| ২২। আৰ্জেণ্টিনা | ,, |
| ২৩। ৱেলচ | ১৯৮০ |
| ২৪। বুলগেৰিয়া | ,, |
| ২৫। ইংলেণ্ড | ,, |
| ২৬। চাইপ্ৰাচ | ,, |
| ২৭। হলেণ্ড | ১৯৮১ |
| ২৮। বেলজিয়াম | ,, |
| ২৯। ফ্ৰান্স | ,, |
| ৩০। চাইপ্ৰাচ | ,, |
| ৩১। বেলজিয়াম | ,, |
| ৩২। হলেণ্ড | ১৯৮২ |
| ৩৩। ফ্ৰান্স | ,, |
| ৩৪। চিলি | ,, |
| ৩৫। ব্ৰাজিল | ,, |
| ৩৬। ত্ৰিনিদাদ | ,, |
| ৩৭। হলেণ্ড | ১৯৮৩ |
| ৩৮। স্পেইন | ,, |
| ৩৯। আইচলেণ্ড | ,, |
| ৪০। মাল্টা | ,, |
| ৪১। আইচলেণ্ড | ১৯৮৪ |

৪২। হলেণ্ড ১৯৮৪
৪৩। মাল্টা ,,
৪৪। পোলেণ্ড ,,
৪৫। ইজৰাইল ,,
৪৬। ছোভিয়েট ইউনিয়ন ১৯৮৫
৪৭। নৰৱে ,,
৪৮। ডেনমাৰ্ক ,,
৪৯। আইচলেণ্ড ,,
৫০। ইংলেণ্ড ,,
৫১। নৰৱে ,,
৫২। স্পেইন ,,
৫৩। চুইজাৰলেণ্ড ,,
৫৪। চুইজাৰলেণ্ড ১৯৮৬
৫৫। ছোভিয়েট ইউনিয়ন ,,
৫৬। ডেনমাৰ্ক ,,
৫৭। বেলচ ,,



□□

# পল মেক্‌গ্ৰেথ

কিছু সংখ্যক খেলুৱৈয়ে জাতীয় দলৰ পক্ষে তেনে গৌৰৱ কঢ়িয়াই আনিব নোৱাৰিলেও স্বকীয় বলিষ্ঠ ফুটবল ৰাজিৰ জৰিয়তে বিশ্ব বৰেণ্যসকলৰ সৈতে নিজৰ নাম সন্নুলান কৰি গৈছে। এই ক্ষেত্ৰত ৰিপাব্লিক অৱ আয়াৰলেণ্ডৰ চেণ্টেল-ডিফেণ্ডাৰ তথা মিড-ফিল্ডাৰ পল মেক্‌গ্ৰেথ-ক উনুকিয়াব পাৰি। এই গৰাকী ওখ পাথ শক্তিশালী খেলুৱৈৰ অসম্ভৱ ভাৰসাম্য ও এন্টিচিপেচনত এনে অনুভৱ হয় বলে যেন তেওঁকহে বিছাৰি ফুৰিছে। বিশেষকৈ তেওঁৰ হেডিং-আৰু পাচিং অতি শুদ্ধ। অৱশ্যে এই পৰিশ্ৰমী ডিফেণ্ডাৰে দীৰ্ঘ বাৰবছৰৰ প্ৰথম শ্ৰেণী ফুটবলত মাত্ৰ ৩০০ খন খেলতহে নামিছে কাৰণ তেওঁৰ ছয়বাৰ আঠুৰ অষ্ট্ৰোপ্ৰচাৰ হয়।

জন্ম ৪ ডিচেম্বৰ, ১৯৫৯চন। স্থান লণ্ডন। তেওঁ ডাব্লিনৰ এখন হস্পিতালত চিকিউৰিটি গাৰ্ডৰ চাকৰি কৰি থাকোতে স্থানীয় লীগত আত্মপ্ৰকাশ কৰে আৰু ১৯৮১ চনত মানচেষ্টাৰ ইউনাইটেড দলত চুক্তিবদ্ধ হয় আৰু ১৯৮৫ চনত ইটালিৰ বিৰুদ্ধে আন্তৰ্জাতিক আত্মপ্ৰকাশ কৰে। ১৯৮৯ চনত এষ্টন ভিলাত যোগদান কৰে। ৰিপাব্লিক অৱ আয়াৰলেণ্ডে ১৯৮৮ ইউৰোপীয় নেচনচ কাপ আৰু ১৯৯০ বিশ্বকাপত বলিষ্ঠ ফুটবল অৱতাৰণা কৰোঁতে পল মেক্‌গ্ৰেথৰ বলিষ্ঠ ৰক্ষণে প্ৰতিপক্ষৰ ষ্ট্ৰাইকাৰসমূহৰ মূৰৰ কামোৰণিৰূপে দেখা দিছিল। ১৯৯৪ বিশ্বকাপৰ পূৰ্বলৈকে ৬৩ খন আন্তৰ্জাতিকত ৭ গোলৰ কৃতিত্ব আছিল।

□□

# জুলিও চিজাৰ ৰোমাৰু



পাৰাগুৱেৰ জুলিও চিজাৰ ৰোমেৰু ব্ৰাজিলৰ ফ্লোমিনেন্স দলৰ খেলুৱৈ। ব্ৰাজিলিয়ানসকলে কেৰিওকা (ৰিও) লীগৰ এই পাৰাগুৱেয়ান খেলুৱৈ গৰাকীক 'ৰুমিৰিটু' উপনামৰে অঙ্কিত কৰিছিল। বিশেষকৈ ১৯৮৫ চনৰ "দক্ষিণ আমেৰিকা ফুটবলাৰ অৱ দি ইয়েৰ" দুৰ্লভ খ্যাতিৰ অধিকাৰী হয়।

জুলিও চিজাৰ ৰোমেৰু ১৯৬০ চনৰ ২৮ আগষ্টত ৰাজধানী আচানচিঅনৰ ওচৰৰ লুকু-ত জন্ম গ্ৰহণ কৰে। পাৰাগুৱেৰ অলিম্পিক দলত ফুটবলৰ পাতনি মেলি ১৯৭৯ চনত দক্ষিণ আমেৰিকা ক্লাব কাপ জয় কৰে আৰু সেইবছৰতে যুৱ বিশ্বকাপ ফুটবল টুৰ্ণামেন্টত পাৰাগুৱেৰ মিড-ফিল্ডত দুৰ্দ্ধৰ্ষ ফুটবল খেলি কোৱাৰ্টাৰ-ফাইনেল পৰ্যন্ত অগ্ৰসৰ হয়। যাৰফলত তেওঁ এই আসৰত মাৰাদোনাৰ পিচতে শ্ৰেষ্ঠ খেলুৱৈৰ তালিকাত দ্বিতীয় স্থান লাভ কৰে। ইয়াৰ পিচতে তেওঁ পাৰাগুৱে জাতীয় দলত নিৰ্বাচন লাভ কৰোঁতে চেমি-ফাইনেলত ব্ৰাজিলক ৪-৩ আৰু ফাইনেলত চিলিক ৩-১ ব্যৱধানত পৰাভূত কৰি দক্ষিণ আমেৰিকা ফুটবল চেম্পিয়নচিপত (কোপা আমেৰিকা) চূড়ান্ত বিজয়ী হয়। এই সাফল্যই জুলিও চিজাৰ ৰোমেৰুক মাত্ৰ ১৯-বছৰ বয়সতে তাৰকা খেলুৱৈত পৰিণত কৰে আৰু ১৯৮০ চনত £ ২ লাখ পাউণ্ড ষ্টাৰ্লিঙৰ বিনিময়ত NASL-ৰ ভেনকুভাৰ হোৱাইট কেপ দলত যোগদান কৰে। পাৰাগুৱেয়ান ফুটবলাৰৰ এইটো ৰেকৰ্ড অঙ্কৰ ট্ৰেন্সফাৰ। সেইবছৰ দক্ষিণ আমেৰিকাৰ শ্ৰেষ্ঠ ফুটবলাৰ নিৰ্বাচনত মাৰাদোনাৰ পিচতে দ্বিতীয়স্থান পায়। ভেনকুভাৰ হোৱাইট কেপৰ পৰা তেওঁ নিউয়ৰ্ক কচমচ ক্লাবত $৬ লাখ ডলাৰৰ বিনিময়ত যোগদান কৰিছিল। ইয়াত খেলি থাকোতেই ব্ৰাজিলৰ ফ্লোমিনেন্স ক্লাবে $ ১.২ মিলিয়ন ডলাৰ আগবঢ়াই আৰু ১৯৮৪ চনত ফ্লোমিনেন্সত যোগদান কৰে। ফ্লোমিনেন্স একেৰাহে তিনিবাৰ (১৯৮৪, ১৯৮৫ আৰু ১৯৮৬) কেৰিওকা লীগ আৰু ১৯৮৫ চনত জাতীয় চেম্পিয়নচিপ জয় কৰে। এই গৰাকী ২৫-বছৰ বয়স্ক ফুটবলাৰে ১৯৮৫ চনত এগৰাকী ব্ৰাজিলিয়ান যুৱতীৰ সৈতে বিবাহ পাশত আবদ্ধ হয়।

পাৰাগুৱেৰ ৫ ফুট ৭৩/৪ ইঞ্চি ওখ, ৬৯ কিলোগ্ৰাম ওজনৰ ফুটবলাৰ জুলিও চিজাৰ ৰোমেৰু মেক্সিকো বিশ্ব কাপৰ এটি আকৰ্ষণীয় ফুটবল চৰিত্ৰ আছিল। যদিও বিশ্বকাপত দলৰ হৈ সাফল্য কঢ়িয়াই আনিব নোৱাৰিলে। প্ৰি-কোৱাৰ্টাৰ-ফাইনেলত ইংলেণ্ডৰ হাতত ০-৩ গোলত পৰাজয় বৰণ কৰি বিদায় ল'ব লগা হয়। তেওঁৰ আন এটা উপনাম "মিষ্টাৰ আমেৰিকা"।

# জোচ লুই চিলাভাৰ্ট

১৯৯৮ বিশ্বকাপত পাৰাগুৱেৰ ৬ ফুট ১ ইঞ্চি ওখ, ৮১ কিলোগ্ৰাম ওজনৰ দুৰ্দ্ধৰ্ষ গোলৰক্ষক জোচ লুই চিলাভাৰ্ট-এ স্বকীয় বলিষ্ঠ ফুটবল কলা(অসাধাৰণ পজিচন স্তান, এন্টিচিপেচন তথা দৃঢ়তাপূৰ্ণ আত্মবিশ্বাস)ৰ জৰিয়তে জনপ্ৰিয়তাৰ শীৰ্ষ বিন্দুত অৱতৰণ কৰোঁতে ৰনাল্ডো আৰু জিদানৰ দৰে চুপাৰষ্টাৰসকলকো ম্লান কৰাৰ উপক্ৰম কৰিছিল । আন্তৰ্জাতিক ফুটবলত বহুতো বিশ্ব বিখ্যাত গোলৰক্ষকৰ অভ্যুদয় হৈছে ইয়াৰ অন্তৰ্গত "বুলদগ" উপনামৰে পৰিচিত চিলাভাৰ্ট যেন এটা ব্যতিক্ৰম । চিলাভাৰ্টৰ ক্ৰীড়া মেজাজে দলক যুদ্ধং দেহী মূৰ্ত্তি লবলৈ অনুপ্ৰাণিত কৰোঁতে গোলপোষ্টত অতি দৃঢ়তাৰে সৈতে বলিষ্ঠ ভূমিকা প্ৰদান কৰাৰ উপৰি দলক প্ৰতি মুহূৰ্ত্তত উৎসাহ উদগনি যোগাই অতিৰিক্ত ইন্ধনৰ যোগাৰ ধৰিছিল। বোধকৰো এওঁৰ দৰে দলক অধিক অনুপ্ৰাণিত কৰিব পৰা গোলৰক্ষক তথা খেলুৱৈ তৎকালৰ ফুটবল জগতত দ্বিতীয় গৰাকী নাই । উপৰি পেনাল্টি আৰু ফ্ৰি-কিক্‌ৰে গোল কৰাত দক্ষ চিলাভাৰ্টে বিশ্বকাপৰ পূৰ্বলৈকে মুঠ ৩৫ খন আন্তৰ্জাতিকত ৪ গোল কৰে । ইয়াৰ অন্তৰ্গত বিশ্বকাপৰ কোৱালিফাইং খেলত আৰ্জেন্টিনাৰ বিৰুদ্ধে তেওঁ ২৫ গজ দূৰৰ পৰা ফ্ৰি-কিক্‌ৰে গোল কৰিছিল। ১৯৯৮ বিশ্বকাপৰ মূল চৌহদত প্ৰৱেশ কৰিবলৈ পাৰাগুৱে দলে দক্ষিণ আমেৰিকা গ্ৰুপত খেলা নখন দেশৰ কোৱালিফাইং খেলত আৰ্জেন্টিনাৰ পিচতে দ্বিতীয়স্থান দখল কৰে। ইয়াৰ অন্তৰ্গত আচানচিঅনত কলম্বিয়াৰ বিৰুদ্ধে ২-১ গোলত জিকিলেও এচপ্ৰিলাৰ সৈতে তৰ্কাতৰ্কি লাগি তিনিখন খেলৰ বাবে নিলম্বিত হয় । প্ৰত্যাৱৰ্ত্তন কৰি পুনৰ বলিষ্ঠ ফুটবল ও নেতৃত্ব বাহাল ৰাখে ।

জোচ লুই চিলাভাৰ্ট ১৯৬৫ চনৰ ২৭ জুলাইত জন্ম গ্ৰহণ কৰে । পাৰাগুৱেৰ এই গোলৰক্ষকে আৰ্জেন্টিনাৰ প্ৰথম ডিভিজন ভেলিজ চাৰ্চফিল্ড দলত খেলে আৰু ১৯৮৯ চনত কলম্বিয়াৰ বিৰুদ্ধে আন্তৰ্জাতিক আত্মপ্ৰকাশ কৰে । ১৯৯৪ চনত ভেলিজ চাৰ্চফিল্ডে দক্ষিণ আমেৰিকা চেম্পিয়নচ ক্লাব কাপ জয় কৰে । ফ্ৰি-কিক্ বিশেষজ্ঞ চিলাভাৰ্টে বোকা জুনিয়ৰ্চ, ৰিভাৰ প্লেট আৰু অলিম্পিয়া ক্লাবৰ বিৰুদ্ধে গোল কৰিছে ১৯৯৮ বিশ্বকাপত এই গৰাকী ৩৩-বছৰ বয়স্ক খেলুৱৈ--- গোলৰক্ষক/অধিনায়কৰূপে খ্যাত হোৱাৰ উপৰি জাতীয় বীৰৰূপে জিলিকি উঠে । পাৰাগুৱে দলে উদ্যোক্তা ফ্ৰান্সৰ বিৰুদ্ধে বলিষ্ঠ ফুটবল অৱতাৰণা কৰি প্ৰি-কোৱাৰ্টাৰ-ফাইনেলত অতিৰিক্ত সময়ত ১-০ গোলত পৰাভূত হলেও তেওঁ বিশ্বকাপৰ অল-ষ্টাৰ দলত নিৰ্বাচন লাভ কৰি বিশ্ব শ্ৰেষ্ঠৰূপে পৰিগণিত হয় ।



# হোগু চাঞ্চেজ



হোগু চাঞ্চেজক মেক্সিকোৰ সৰ্বকালৰ শ্ৰেষ্ঠ ফুটবল খেলুৱৈৰূপে স্বীকৃতি দিয়া হয়। এওঁৰ ক্ৰীড়া কৃতিত্বই প্ৰাক্তন গোলৰক্ষক এণ্টনিও কাৰ্বাজালৰ গৌৰৱ গৰিমাকো অৱলীলা ক্ৰমে অতিক্ৰম কৰা দেখা যায়। মেক্সিকোৰ এই দন্ত চিকিৎসক তথা চেণ্টাৰ ফৰোৱাৰ্ড গৰাকীয়ে গোল কৰাৰ পিচত তেওঁৰ প্ৰাণৱন্ত চামাৰচল্টে দৰ্শকক বিশেষভাৱে আকৃষ্ট কৰে তথা এনে ধৰণৰ প্ৰদৰ্শনে স্পেনীচ প্ৰথম ডিভিজনৰ পৰা তেওঁৰ খ্যাতি বিশ্ব বিয়পিছিল। বৰ্তমানে সংখ্যাধিক খেলুৱৈয়ে এনে ধৰণৰ প্ৰদৰ্শন কৰা দেখা যায়.।

হোগু চাঞ্চেজ ১৯৬৫ চনৰ ১১ জুলাইত এবাষ্টু-ৰ এক মধ্যবিত্ত শ্ৰমিক পৰিয়ালত জন্ম গ্ৰহণ কৰে। অৱশ্যে তেওঁলোকৰ পৰিয়াল ও মিতিৰ কুতুম্ব ক্ৰীড়া তথা ফুটবল প্ৰেমী আছিল। তেওঁ দন্ত বিষয়ক বিজ্ঞান (Odontology)ত UNAM-ৰ পৰা স্নাতক ডিগ্ৰী লয় তথা ফুটবলৰো পাতনি UNAM দলত। ইয়াত খেলি থাকোতেই ১৯৭৬ চনৰ মন্ট্ৰিল অলিম্পিকত মেক্সিকো ফুটবল দলত আন্তৰ্জাতিক আত্মপ্ৰকাশ ঘটে। তাৰপিচত ১৯৭৮ বিশ্বকাপত মেক্সিকোৰ পক্ষে খেলে যদিও গ্ৰুপ লীগৰ তিনিওখন খেলতে পৰাভূত হয়। ১৯৮১ চনত স্পেইনৰ এটলেটিকো মাদ্ৰিদ দললৈ ট্ৰেন্সফাৰ লয়। তেওঁ এই দলত খেলি থাকোতেই ১৯৮৪-৮৫ মৰছুমত লীগৰ টপ্ স্কৰাৰ হয় আৰু মৰছুমৰ অন্তত $২ মিলিয়ন ডলাৰৰ বিনিময়ত ৰিয়েল মাদ্ৰিদত যোগদান কৰে। ৰিয়েল দলত সাতটা মৰছুম খেলোতে মুঠ পাঁচবাৰ স্পেনীচ লীগৰ সৰ্বোচ্চ গোলদাতা আছিল। ১৯৮৬ চনত ইউফা কাপ জয় কৰোঁতে এফ. চি. কলোন দলক ৫-০ ব্যৱধানত ধৰাশায়ী কৰে কিন্তু এই খেলখনতে তেওঁ আঘাত পায়। ৰিয়েল মাদ্ৰিদে ১৯৮৮ চনটো পুনৰ ইউফা কাপ জয় কৰি চাঞ্চল্য সৃষ্টি কৰিছিল। ১৩তম বিশ্বকাপ মেক্সিকোত অনুষ্ঠিত হওঁতে দলৰ চেণ্টাৰ-ফৰোৱাৰ্ড তথা দন্ত চিকিৎসক হোগু চাঞ্চেজৰ ওপৰতে সকলো ভৰসা আছিল যদিও কোৱাৰ্টাৰ-ফাইনেলত পশ্চিম জাৰ্মেনিৰ বিৰুদ্ধে ০-০ ভাৱে অন্ত পৰাৰ পিচত টাই-ব্ৰেকাৰত ১-৪ ব্যৱধানত পৰাভূত হৈ বিদায় ল'ব লগা হয়।

হোগু চাঞ্চেজে ১৯৯২ চনত স্বদেশলৈ প্ৰত্যাৱৰ্তন কৰে আৰু আমেৰিকা ক্লাবত যোগদান কৰি এটা মৰছুমৰ অন্তত পুনৰ স্পেইনৰ ৰেঅ ভেলিকেনঅ দলত যোগদান কৰে। ১৯৯৩-৯৪ মৰছুমত তেওঁ ৩৬ গোল কৰি "গোল্ডেন বুট" পুৰস্কাৰ পায়। এয়া ইউৰোপীয় লীগৰ শ্ৰেষ্ঠ পুৰস্কাৰ। মেক্সিকোৰ ফুটবল বুৰঞ্জীত ১৯৯৩ চনটো বিশেষভাৱে উল্লেখযোগ্য কাৰণ মেক্সিকোয়ে পোন প্ৰথমবাৰৰ বাবে

জুলিও চিজাৰ ৰোমাং

হোগু চাঞ্চেজ

জোচ লুই চিলাভার্ট

কোপা আমেৰিকা ফাইনেলত উপনীত হৈ ৰানার্চ-আপ পাওঁতে আর্জেণ্টিনাৰ হাতত ১-২ গোলত পৰাভূত হয়। ১৯৯৪ বিশ্বকাপৰ পূৰ্বলৈকে তেওঁ মুঠ ৬২ খন আন্তর্জাতিকত ২১ গোলৰ কৃতিত্ব আছিল। ইয়াত তেওঁ আঘাত পোৱা বাবে অংশ ল'ব নোৱাৰিলে আৰু চাব্‌চ্‌টিটিউট্‌ৰ বেঞ্চত কটাব লগা হয়। মেক্সিকোয়ে প্রি-কোৱাৰ্টাৰ-ফাইনেলত বুলগেৰিয়াৰ বিৰুদ্ধে ১-১ গোলত অন্ত পৰোতে টাই-ব্ৰেকাৰত ১-৩ ব্যৱধানত পৰাজয় বৰণ কৰে। মেক্সিকোৰ খ্যাতনামা কোচ্‌ ৰিনাটো চিজাৰিনিৰ মতে, "He is malice, sensibility and vocation to be great."

স্পেইনৰ পৰা প্রত্যাৱর্ত্তন কৰি আলার্ণ্টি দলত খেলিব লয়।হোগু চাঞ্চেজে ১০০তকৈও অধিক আর্ন্তজাতিক খেলাৰ কৃতিত্ব অর্জন কৰিছে।



# কার্লোচ ভালদেৰামা

আশী দশকৰ পৰা বিশ্বফুটবলত মূৰ দাঙি উঠা দক্ষিণ আমেৰিকাৰ অন্যতম ফুটবল দল, কলম্বিয়া। এই কলম্বিয়াতে অভ্যুদয় হোৱা বিশ্ব বিখ্যাত খেলুৱৈ গৰাকীৰ নাম কার্লোচ ভালদেৰামা। এই মিড-ফিল্ডাৰ গৰাকীৰ ক্রীড়া কৌশলে দিদি, ৰিভেৰা বেকেনবাউৰ আদি খ্যাতনামা গেম-মেকাৰসকলৰ প্রতিচ্ছবি দাঙি ধৰে। তেওঁৰ সন্দর্ভত পশ্চিম জার্মেনিৰ কোচ্ বেকেনবাউৰৰ মন্তব্য এনে ধৰণৰ, "Valderrama has the hallmarks of a great mid-fielder, as his timing of movements and anticipation is so perfect that he is always in the right position to receive a pass. He always drifts into the right space at the right time. One of the most accurate and imaginative passers of the ball in the world to-day, his excellent timing makes up for a seeming lack of pace." বিশেষকৈ এই গেম-মেকাৰ মিড-ফিল্ডাৰ গৰাকীৰ ওৱান টাচ্ গেম আৰু প্রতিপক্ষৰ ৰক্ষণ বিদীর্ণ কৰি সহযোগী লৈ দিয়া থ্রু-পাচ্ বিশ্বত অনুপম। তেওঁৰ স্বকীয়তাপূর্ণ ক'লা-কৌশলৰ বাবে জনপ্রিয়তা অর্জন কৰাৰ লগতে ৰঙচুৱা জপৰা চুলিকোচাৰ বাবে সকলোৰে পৰিচিত ক্রীড়া ব্যক্তিত্ব। El Pibe অর্থাৎ the little boy নামেৰে খ্যাত ভালদেৰামাৰ আন এটা উপনাম "ব্লণ্ড গুলিট"। তেওঁ ১৯৮৭ আৰু ১৯৯৩ চনত দুবাৰ "দক্ষিণ আমেৰিকাৰ ফুটবলাৰ অৱ দি ইয়েৰ" নির্বাচন লাভ কৰি বিশ্বফুটবলৰ আকর্ষণীয় তাৰকাৰূপে জিলিকি আছে। ইয়াৰ অন্তর্গত কলম্বিয়াৰ ২৮ খন আন্তর্জাতিকত অপৰাজিত কৃতিত্ব মনকৰিবলগীয়া।

কার্লোচ ভালদেৰামা ১৯৬২ চনৰ ২১ ছেপ্তেম্বৰত কলম্বিয়াৰ কেৰিবিয়ান উপকূলত স্থিত কেন্টা মার্টা চহৰত জন্ম গ্রহণ কৰে। এই চহৰতে ডাঙৰ দীঘল হোৱা ভালদেৰামাই ১৯৮১ চনত ইউনিয়ন মেগদালেনাৰ পক্ষে প্রথম শ্রেণী ফুটবলত অভ্যুদয় হয়। ১৯৮৪ চনত মিলিওনাৰিওচ্ দলত চুক্তিবদ্ধ হৈ বছৰৰ অন্তিম ভাগত দিপৰটিভো কেলি দলত যোগদান কৰে। এই দলত খেলি থাকোতেই ১৯৮৫ চনত কলম্বিয়াৰ পক্ষে আন্তর্জাতিক ফুটবলত আত্মপ্রকাশ ঘটে। বিশেষকৈ ১৯৮৭ দক্ষিণ আমেৰিকা ফুটবল চেম্পিয়নচিপত তৃতীয়স্থান অর্জন কৰোঁতে চেমি-ফাইনেলত চিলিৰ হাতত পৰাভূত হয় আৰু পৰাজিত চেমি-ফাইনেলিষ্টৰ খেলত আর্জেন্টিনাক ২-১ গোলত পৰাভূত কৰে। দক্ষিণ আমেৰিকান ফুটবলত জিলিকি উঠা ভালদেৰামাই ১৯৮৮ চনত ফ্রান্সৰ প্রথম ডিভিজন মন্টিপিলাৰ দলত চুক্তিবদ্ধ হয়। এই খিনিতে তেওঁৰ জনপ্রিয়তা সম্বন্ধে উল্লেখ কৰা যাওঁক। এই ফৰাছী ক্লাবত খেলি থকাকালত কলম্বিয়া ৰেডিঅই মন্টিপিলাৰৰ খেলৰ চলন্ত বিৱৰণী প্রচাৰ কৰি স্বদেশী ফুটবল প্রেমীক

উদ্দানি যোগোৱাৰ উপৰি এই জাতীয় বীৰৰ প্ৰতি দেশৰ দায়িত্ব দাণ্ডি ধৰিছিল। অৱশ্যে তেওঁ ইটালি লীগ খেলাৰ তীব্ৰ আশাবাদী আছিল যদিও ১৯৯০ বিশ্বকাপৰ পিচতে স্পেইনৰ বিয়েল ভালাদলিদ ক্লাবত চুক্তিবদ্ধ হয় আৰু এটা মৰছুম খেলি স্বদেশলৈ প্ৰত্যাবৰ্তন কৰোঁতে জুনিয়ৰ বেৰানকুইলা দলত যোগদান কৰে।

ধৰ্মৰ প্ৰতি দ আসক্তি থকা ফুটবলাৰ ভালদেৰামাই ১৯৯০ বিশ্বকাপত চমক-প্ৰদ খেল প্ৰদৰ্শন কৰি থৈ গৈছে। তথা তেওঁ পঞ্চাশ দশকৰ দিদিৰ অতীত স্মৃতিক ৰোমন্থনৰ খোৰাক যোগায়ছিল। ১৯৯১ দক্ষিণ আমেৰিকা ফুটবল চেম্পিয়নচিপত ৰানাৰ্চ-আপ পোৱাৰ পিচত কলম্বিয়া দলে ১৯৯৩ চনৰ এই আসৰত তৃতীয় স্থান দখল কৰি দক্ষিণ আমেৰিকাৰ শক্তিশালী প্ৰতিদ্বন্দ্বীৰূপে অচল অটল থাকে।



ভালদেৰামাই ১৯৮৫-৯৪ লৈকে (বিশ্বকাপৰ পূৰ্ব পৰ্যন্ত) মুঠ ৫৭খন আন্তৰ্জাতিকত ৫ গোল কৰে। ১৯৯৪ বিশ্বকাপত তেওঁ তেনে সফল ফুটবল প্ৰদৰ্শন কৰিব নোৱাৰিলে আৰু ভালদেৰামাক নিষ্প্ৰভ দেখা যায়। বছৰৰ শেষৰফালে ইণ্ডিপেন-ডিয়েন্ট মেডলিনৰ এই খেলুৱৈ গৰাকীয়ে আৰ্জেন্তিনাৰ নোৱেল'চ অল্ড বয়জ দলত চুক্তিবদ্ধ হয়। এই দলত এবছৰ কটায় মাৰ্কিন যুক্তৰাষ্ট্ৰৰ টাম্পা বে মুটিনি দলত যোগদান কৰি ১৯৯৬ চনত মাৰ্কিন লীগ জয়ী হয়। এইখিনিতে উল্লেখ্য ১৯৯৭ চনৰ ৬ আগষ্টত তেওঁ শততম আন্তৰ্জাতিক খেলখন জেমেইকাৰ বিপক্ষে খেলে। ১৯৯৮ বিশ্বকাপৰ পূৰ্বলৈকে মুঠ ১০৪ খন আন্তৰ্জাতিকত ১০ গোলৰ কৃতিত্ব আছিল। মাৰ্কিন যুক্তৰাষ্ট্ৰৰ মিয়ামি ফুচান দলত খেলি থকা কাৰ্লোচ ভালদেৰামাই ১৯৯৮ বিশ্বকাপত তেনে গুৰুত্বপূৰ্ণ ভূমিকা দিব নোৱাৰিলে অৱশ্যে লেটিন আমেৰিকাৰ ফুটবলত এই গৰাকী শিল্পী ফুটবলাৰ যুগ যুগান্তৰ জিলিকি থাকিব।



# ফাউচটিনো এচপ্ৰিলা



ফাউচটিনো এচপ্ৰিলাই ১৯৯৪ বিশ্বকাপত নিস্প্ৰভতাৰ মাজত অতিবাহিত কৰিব লগা হ'লেও তেওঁ এজন উদীয়মান তাৰকা ফুটবলাৰ । বিশ্বকাপৰ পূৰ্বলৈকে এচপ্ৰিলা বিশ্বব্যাপি ফুটবল শিৰোনামা হৈ আছিল । বিশেষকৈ ইটালিয়ান প্ৰথম ডিভিজন পাৰমা ক্লাবত প্ৰদৰ্শিত বীৰোচিত খেল আৰু কলাম্বিয়াৰ পক্ষে ১৯৯৩ কোপা আমেৰিকা আৰু ১৯৯৪ বিশ্বকাপৰ কোৱালি ফাইং ৰাউণ্ডত তেওঁৰ ৰোমাঞ্চকৰ খেল স্মৰণীয় । ইয়াৰ অন্তৰ্গত বুয়েনচ আয়াৰ্চত অনুষ্ঠিত (৫-৯-১৯৯৩) ঐতিহাসিক খেলত আৰ্জেণ্টিনাক ৫-০ গোলত পৰা-ভূত কৰোঁতে তেওঁৰ ২ গোলৰ অৱদান ৰয় ।

এচপ্ৰিলা ১৯৬৯ চনৰ ৬ নৱেম্বৰত কেলি চহৰৰ ওচৰৰ টুলভা ভেলি নামৰ ক্ষুদ্ৰ গাঁৱত জন্ম গ্ৰহণ কৰে । পশ্চিম কলম্বিয়াৰ দুখীয়া পৰিয়ালত ডাঙৰ দীঘল হোৱা এচপ্ৰিলা, পৰিয়ালৰ ৯ জন সন্তানৰ অন্তৰ্গত । সৰুৰে পৰা বাটে-পথে বল খেলি অতিবাহিত কৰা এচপ্ৰিলাৰ ফুটবল ৰাজিত ভৱিষ্যতৰ সম্ভৱনাময়ৰূপে জিলিকি উঠিছিল । এচপ্ৰিলাৰ মাক-দেউতাক ফুটবল সন্দৰ্ভত বিৰুদ্ধে আছিল যদিও তেওঁ দিপৰটিভো কেলি দলত যোগদান কৰি ১৯৮৬ চনৰ পৰা প্ৰথম শ্ৰেণী ফুটবলৰ পাতনি মেলে । ১৯৮৯ চনত মেডলিন চহৰৰ এটলেটিকো নাচিওনেল দললৈ ট্ৰেন্সফাৰ লয় । ১৯৯০ চনত ইন্টাৰ-আমেৰিকা কাপ জয় কৰে আৰু ১৯৯১ চনত লীগ জয়ী হয় । ইতিমধ্যে ইটালিয়ান ফুটবলৰ দৃষ্টি গোচৰ হয় আৰু ১৯৯২ চনত $৪.৫ মিলিয়ন ডলাৰৰ বিনিময়ত পাৰমা দলত যোগদান কৰাৰ উপৰি সেই বছৰতে আন্তৰ্জাতিক ফুটবলটো আত্মপ্ৰকাশ কৰে । কলম্বিয়া দলত এচপ্ৰিলাৰ আগমন যেন এক নতুন

শক্তিৰ সংযোজনা। তেওঁৰ দুৰন্ত গতিৰ খেল ও বল নিয়ন্ত্ৰণে প্ৰতিপক্ষৰ ৰক্ষণত সন্ত্ৰাসৰ সৃষ্টি কৰিছিল বিশেষকৈ তেওঁৰ সোঁ-ভৰিৰ দুৰন্ত চট্ লেখতলবলগীয়া'। উপৰি প্ৰতিপক্ষক ধ্বংস কৰিব পৰা অপৰিসীম ক্ৰীড়া প্ৰাচুৰ্যৰে ভৰপূৰ।

এচপ্ৰিলা বিশ্বখ্যাত হোৱাৰ মূলতে ১৯৯২-৯৩ লীগত (২১ মাৰ্চ) এ.চি মিলানক ১-০ গোলত পৰাভূত কৰোঁতে তেওঁ ২০ মিটাৰ দূৰৰ পৰা তীব্ৰ ফ্ৰি-কিক্‌ৰে স্কৰ কৰি এই কৃতিত্ব আৰ্জে। যাৰফলত এ.চি.মিলানৰ ৬৭০ দিনৰ অন্তৰ্গত ৬৮ খন খেলত অপৰাজিত থাকে। প্ৰথম মৰছুমতে ইটালি লীগত চাঞ্চল্য সৃষ্টি কৰাৰ লগতে পাৰমা দলক ইউৰোপীয়ান কাপ-উইনাৰ্চ কাপ জয়ী হোৱাত সহায় কৰোঁতে ফাইনেলত চুইডিচ ক্লাব দেজাৰফৰ্চৰ বিৰুদ্ধে ০-১ গোলত পিচপৰি আছিল আৰু খেলৰ শেষ তিনি মিনিটত দুটা দৰ্শনীয় গোল কৰি ফলাফল ২-১ কৰে। এই ঘটনা আৰ্জেন্তিনাক ৫-০ গোলত পৰাভূত কৰাৰ মাত্ৰ ১০ দিন পিচতে সংঘটিত হয়। পুনৰ ১৯৯৪ চনৰ ইউৰোপীয় কাপ-উইনাৰ্চ কাপ ফাইনেলত প্ৰৱেশ কৰোঁতে আৰ্চনেলৰ হাতত ০-১ গোলত পৰাভূত হৈ ৰানাৰ্চ-আপ পায়। উপৰি ১৯৯৫ ইউফা কাপত ৰানাৰ্চ-আপ পাওঁতে জুভেণ্টাচৰ হাতত ১-২ গোলত পৰাভূত হয়। এচপ্ৰিলাই ১৯৯৬ চনত ইংলিচ প্ৰথম ডিভিজন নিউকেচল ইউনাইটেড দলত যোগদান কৰে। ১৯৯৮ বিশ্বকাপৰ পূৰ্বলৈকে ৩৭ খন আন্তৰ্জাতিকত ১৫ গোলৰ কৃতিত্ব আছিল। বিশ্বকাপ চলি থাকোতেই তেওঁক দলৰ পৰা বহিষ্কাৰ কৰে--এচপ্ৰিলাই কলম্বিয়া কৰ্মকৰ্তাৰ বিৰুদ্ধে বিৰূপ মন্তব্য দিছিল।





# জৰ্জি হাজি




ভূমধ্য সাগৰীয় জলবায়ুৰ প্ৰভাৱাধীন অঞ্চল সমূহত সংখ্যাধিক ক্ৰীড়া কুশলীৰ অভ্যুদয় হৈছে। ইয়াৰ অন্তৰ্গত ৰুমানিয়াৰ মিড-ফিল্ড খেলুৱৈ জৰ্জি হাজি অন্যতম। ৰুমানিয়াৰ দহ নং জাৰ্চি পিন্ধা ফুটবল খেলুৱৈ জৰ্জি হাজি সদায় দলৰ ৰণ-চাতুৰ্য ৰচনাৰ মূল কৰ্ণধাৰ। তেওঁৰ অভাৱনীয় বল ড্ৰিবলিং, ফুটবল স্কিল আৰু মাৰাত্মক ফৰোৱাৰ্ড পাচ্‌সমূহ দলীয় শক্তিৰ প্ৰধান ইন্ধন স্বৰূপ আছিল। ৰুমানিয়াই ১৯৯০ আৰু ১৯৯৪ বিশ্বকাপত বৰ.বেছি উধাব নোৱাৰিলেও হাজিৰ ফলপ্ৰসূ ফুটবল কলা এক চিৰসজীৱ নিদৰ্শন হৈ ৰব। নহলেনো তেওঁক "মাৰাদোনা অৱ দি কাৰ্পেথিয়ানচ্" উপনামৰে জাতিস্কৃত কৰেনে! বিশেষকৈ বাঁও-ভৰিৰ এই মিড-ফিল্ডাৰ এজন দক্ষ স্কিমাৰ হোৱাৰ উপৰি তেওঁৰ ফ্ৰি-কিক্ সমূহ আধুনিক ফুটবলৰ অন্যতম নজিৰ।

জৰ্জি হাজি ১৯৬৫ চনৰ ৫ ফেব্ৰুৱাৰী তাৰিখে কৃষ্ণসাগৰীয় বন্দৰ কঞ্চটানাত জন্ম গ্ৰহণ কৰে। মাত্ৰ ১৩-বছৰ বয়সৰ পৰা ফুটবলত অভ্যস্ত জৰ্জি হাজিয়ে স্পৰ্টুল ষ্টুডেন্টিচ্ দলৰ পক্ষে ১৭-বছৰ বয়সত প্ৰথম ডিভিজন ফুটবলত আত্মপ্ৰকাশ কৰে। বিশেষকৈ জাতীয় যুৱ দল (১৮-বছৰৰ অনুৰ্দ্ধ)ত খেলোতে তেওঁৰ ক্ৰীড়া দক্ষতাই কৰ্মকৰ্ত্তাৰ দৃষ্টি আকৰ্ষণ কৰে আৰু ১৯৮৩ চনত চিনিয়ৰ দলৰ পক্ষে আন্তৰ্জাতিক আত্মপ্ৰকাশ ঘটে। ১৯৮৫ আৰু ১৯৮৬ চনত ৰুমানিয়ান লীগৰ টপ্ স্কৰাৰ খ্যাতি অৰ্জন কৰাৰ পিচতে ১৯৮৭ চনত আৰ্মি ক্লাব ষ্টিউৱে বুখাৰেষ্ট দলত যোগদান কৰিবলৈ বাধ্য হয়। এই দলত চাৰিবছৰৰ ভিতৰতে লীগৰ মুঠ ৯৭ খন খেলত ৭৬ গোলৰ অৱদান ৰয়। কিন্তু ৰুমানিয়াত সমাজবাদী শাসনৰ ওৰ পৰাৰ লগে লগে (ডিচেম্বৰ/১৯৮৯) ১৯৯০ চনত $৩ মিলিয়ন ডলাৰৰ বিনিময়ত স্পেইনৰ ৰিয়েল মাদ্ৰিদ ক্লাবলৈ ধাপলি মেলে। এইখিনিতে উল্লেখ্য বিদেশী ক্লাবত যোগ দিয়া এওঁ ৰুমানিয়াৰ প্ৰথম ফুটবল খেলুৱৈ। স্পেনীচ.ফুটবলত দুবছৰ অতিবাহিত কৰি ইটালিৰ বাৰ্চিয়া ক্লাবলৈ ট্ৰেন্সফাৰ লয়। ইয়াত তেওঁৰ বছেৰেকীয়া ৰৰঙণি $৯,০০,০০০ ডলাৰ। দ্বিতীয় বছৰ (১৯৯৩-৯৪) দলে প্ৰথম ডিভিজনৰ মৰ্যদা হেৰুৱাই। তথাপিও এই গৰাকী ৫ ফুট ৮ ইঞ্চি ওখ ৭০ কিলোগ্ৰাম ওজনৰ মিড-ফিল্ডাৰে ৰুমানিয়াৰ পক্ষে ১৯৯৪ বিশ্বকাপত বীৰোচিত খেল প্ৰদৰ্শন কৰোঁতে ব্ৰাজিলৰ প্ৰাক্তন বিশ্ব-বিশ্ৰুত মিড-ফিল্ড খেলুৱৈ গাৰ্চনৰ মন্তব্য এনে ধৰণৰ, "The players are mediocre, there have been only three outstanding players

here-- Romario, Maradona and Hagi." বিশেষকৈ গ্ৰুপ লীগৰ খেলত দুৰ্দ্ধৰ্ষ কলম্বিয়াক ৩-১ গোলত ধৰাশায়ী কৰাৰ মূলতে অধিনায়ক হাজিৰ চৰম মানদণ্ড তথা জীৱনৰ শ্ৰেষ্ঠতম খেল খেলে। ইয়াৰ অন্তৰ্গত ৩৫-গজ দূৰৰ কাৰ্লিং চট্ কলম্বিয়াৰ গোলৰক্ষক অস্কাৰ কৰ্দোবাই তম্ভিবকে নোৱাৰিলে। ইতিপূৰ্বে প্ৰথমটো গোল তেওঁৰ পাচৰ জৰিয়তে ৰেডো চিঅনে স্কৰ কৰে। মুঠতে সমগ্ৰ খেলপথাৰ কেৱল হাজিময় হৈ পৰিছিল। বিশ্বকাপৰ পূৰ্বে (১২জুন) চুইডেনৰ বিৰুদ্ধে ৱাৰ্ম-আপ খেলত তেওঁ ফ্ৰি-কিক্‌ৰে এটা দৰ্শনীয় গোল কৰোঁতে সন্মুখৰ



সাতজনীয়া ৱাল স্বকীয় উচ্চতৰৰ বেগু-কিকে অতিক্ৰম কৰি সফল হৈছিল। গ্ৰুপ লীগৰ দ্বিতীয়খন খেলত চুইজাৰলেণ্ডৰ হাতত ১-৪ গোলত পৰাভূত হ'লেও দলৰ একমাত্ৰ স্কৰটো ২০ মিটাৰ দূৰৰ পৰা তীব্ৰ চট্‌ৰে বাস্তৱৰূপ দিছিল। উদ্যোক্তা মাৰ্কিন যুক্তৰাষ্ট্ৰক ১-০ গোলত হৰুৱাই। প্ৰি-কোৱাৰ্টাৰ-ফাইনেলত আৰ্জেন্টিনাক ৩-২ গোলত পৰাভূত কৰোঁতে তেওঁ ১ গোল কৰে আৰু আক্ৰমণৰ মূল উৎস হৈ ৰয়। কোৱাৰ্টাৰ-ফাইনেলত চুইডেনৰ বিৰুদ্ধে ২-২ ভাৱে অন্ত পৰাৰ পিচত টাই-ব্ৰেকাৰত ৪-৫ ব্যৱধানত পৰাভূত হয়। ইতিপূৰ্বে ১৯৯০ বিশ্বকাপতো তেওঁ স্বকীয় জলন্ত ক্ৰীড়া নজিৰ এৰি থৈ যাওঁতে প্ৰি-কোৱাৰ্টাৰ-ফাইনেলত আয়াৰলেণ্ডৰ বিৰুদ্ধে গোল- শূন্যভাৱে অন্ত পৰা খেল টাই-ব্ৰেকাৰৰ জৰিয়তে ফলাফল নিৰূপণ হওঁতে ৰুমানিয়া ৪-৫ ব্যৱধানত পৰাভূত হয়। বিশ্বকাপ অন্ত পৰাৰ এসপ্তাহ পিচতে তেওঁ ২২-বছৰ বয়স্কা গাৰ্ল ফ্ৰেণ্ড ইলিনাৰ সৈতে বিবাহ-পাশত আবদ্ধ হয়।

জৰ্জি হাজিয়ে ১৯৯৪ বিশ্বকাপৰ পূৰ্বলৈকে ৰুমানিয়াৰ পক্ষে মুঠ ৮১ খন আন্তৰ্জাতিকত অংশ লৈ ২১ গোলৰ কৃতিত্ব আছিল। ১৯৯৪ বিশ্বকাপৰ পিচতে স্পেইনৰ বাৰ্চিলোনা ক্লাবত যোগদান কৰে। তুৰস্কৰ প্ৰথম ডিভিজন গালাটাচাৰে ক্লাবত খেলি থকা জৰ্জি হাজিয়ে ১৯৯৮ বিশ্বকাপৰ আগলৈকে মুঠ ১০৯ খন আন্তৰ্জাতিকত ৩২ গোলৰ কৃতিত্ব আছিল। ১৯৯৮ বিশ্বকাপত ৰুমানিয়াই বেচি উধাব নোৱাৰিলে। প্ৰি-কোৱাৰ্টাৰ-ফাইনেলত ক্ৰোৱেচিয়াৰ হাতত ০-১ গোলত পৰাভূত হয়। ইউৰো ২০০০-ত ইটালিৰ বিৰুদ্ধে খেলা কোৱাৰ্টাৰ-ফাইনেল তেওঁৰ ১২৫ তম আন্তৰ্জাতিক। সেই বছৰ গালাটাচাৰে ক্লাবে ইউফা কাপ আৰু ইউৰোপীয় চুপাৰ কাপ জয় কৰে।

# এঞ্জো চিফো

"বেলজিয়ামৰ মাৰাদোনা" উপনামৰে খ্যাত প্ৰতিভাসম্পন্ন মিড-ফিল্ড খেলুৱৈ এঞ্জো চিফো বিশ্বফুটবলৰ এটা পৰিচিত নাম। জন্মগত ইটালিয়, বেলজিয়ামৰ এনজো চিফোৱে অতি কম বয়সতে বিশ্বখ্যাত হৈ পৰোতে ১৯৮৬ আৰু ১৯৯০ বিশ্বকাপত স্বকীয় বিস্ফোৰক ফুটবলৰ ৰেঙণি এৰি থৈ গৈছে। তেওঁ সফল ফুটবলাৰৰূপে গঢ় লোৱাৰ মূলতে প্ৰখৰ অনুমান শক্তি, আক্ৰমণৰ তৎপৰতা ও অপূৰ্ব ভৰিৰ কাৰুকাৰ্য আদি। চিফোৱে জন্মসূত্ৰে ইটালি দলতো যোগদান কৰিব পাৰিলেহেঁতেন আনকি ইটালিৰ মেনেজাৰ এঞ্জো বিয়েৰজোটও এই সন্দৰ্ভত আশাবাদী আছিল কিন্তু তেওঁ স্বদেশৰ আনুগত্য হৈ থাকিল।

এঞ্জো চিফো ১৯৬৬ চনৰ ১৯ ফেব্ৰুৱাৰী তাৰিখে লালুভেয়েৰৰ এক খনি কৰ্মী ঘৰত জন্ম গ্ৰহণ কৰে। জীৱিকাৰ সন্ধানত তেওঁলোকৰ পৰিয়াল চিচিলিৰ পৰা আহি বেলজিয়ামত বসবাস কৰিবলৈ লৈছিল। ফুটবলৰ পাতনি স্থানীয় লালুভেয়েৰা ক্লাবত। ইয়াত খেলি থাকোতেই এণ্ডাৰলেট্ ক্লাবৰ চকু পৰে আৰু তেওঁক ১৬-বছৰ বয়সতে দলত সন্নিৱিষ্ট কৰি প্ৰথম শ্ৰেণী ফুটবলত আত্মপ্ৰকাশ কৰোৱাই। পৰৱৰ্তী বছৰ (১৯৮৩) বেলজিয়ামৰ "চকাৰ প্লেয়াৰ অৱ দি ইয়েৰ" নিৰ্বাচন পায়। ইয়াৰ পিচতে ১৯৮৪ ইউৰোপীয় ফুটবল চেম্পিয়নচিপত বেলজিয়াম দলত এজন নতুন তাৰকাৰ অভ্যুদয় হয় আৰু তেৱেঁ চিচিলিয়ান পমুৱাৰ সন্তান এঞ্জো চিফো। এই আসৰৰ পিচতে ১৯৮৬ বিশ্বকাপত প্ৰদৰ্শিত চিফোৰ ফুটবল সদায় স্মৰণীয় হৈ ৰ'ব। কাৰণ ইয়াত বেলজিয়ামে চতুৰ্থস্থান দখল কৰিবলৈ সক্ষম হয়। বিশেষকৈ তীব্ৰ প্ৰতিদ্বন্দ্বিতাপূৰ্ণ প্ৰি-কোৱাৰ্টাৰ-ফাইনেলত দুৰন্ত গতিসম্পন্ন ছোভিয়েট ইউনিয়নৰ বিৰুদ্ধে বেলজিয়ামে অতিৰিক্ত সময়ৰ অন্তত ৪-৩ ব্যৱধানত জয়ী হওঁতে ১ গোল চিফোৰ। কোৱাৰ্টাৰ-ফাইনেলত স্পেনীচ ডিফেন্সক চিফোৰ ফুটবলে প্ৰতি মুহূৰ্তত সন্ত্ৰাসৰ সৃষ্টি কৰিছিল। খেল ১-১ ভাৱে অন্ত পৰোতে টাই-ব্ৰেকাৰৰ সহায়ত জয়ী হৈ চেমি-ফাইনেলত প্ৰৱেশ কৰে আৰু চেমি-ফাইনেলত আৰ্জেন্তিনাৰ হাতত পৰাভূত হয়।

এঞ্জো চিফোৱে বহুদিনৰে পৰা ইটালি লীগ খেলাৰ তীব্ৰ আশাবাদী আছিল আৰু মেক্সিকো বিশ্বকাপৰ পিচতে ইটালিয়ান ক্লাব ইন্টাৰ-মিলানত যোগদান কৰে যদিও ২১-বছৰীয়া কোমল বয়সৰ ফুটবলাৰ চিফোৱে ইটালিয়ান ফুটবলৰ ৰাফ্ টেক্লিং সহ্য কৰিব পৰা নাছিল। তেওঁ এটা বিপদসঙ্কুল ফুটবল বতৰ অতিবাহিত কৰাৰ পিচত ফৰাছী প্ৰথম ডিভিজন বোৰ্দো দললৈ ঋণ স্বৰূপে নিয়ে। ইয়াতো তেওঁ

প্ৰায়ে চাব্‌চ্‌টিটিউট্‌ৰ বেঞ্চত কটাব লগা হয় আৰু এটা মৰছুমৰ অন্তত ফ্ৰান্সৰে অজিৰি (Auxerre) দললৈ ট্ৰেন্সফাৰ লয়। এইখিনিতে তেওঁৰ ক্ৰীড়া জীৱনেও এটা নতুন পাক লোৱা দেখা যায়। কাৰণ ইতিপূৰ্বলৈকে তেওঁৰ স্বকীয় গেম ষ্টাইল আৰু মিড-ফিল্ডৰ অফলপ্ৰসূ খেলে সমালোচনাৰ খোৰাক যোগাইছিল বিশেষকৈ জাতীয় দলৰ অধিনায়ক এৰিক গেৰেটচ্‌ অন্যতম সমালোচক আছিল। কিন্তু ১৯৯০ চনৰ প্ৰাৰম্ভতে গ্ৰীচৰ বিৰুদ্ধে চিফোৰ অতি উচ্চস্তৰৰ খেলে জাতীয় দলত পুনৰ স্থান সঙ্কুলানৰ পথ মুকলি কৰে আৰু তেৱো পেছাদাৰ খেলুৱৈৰূপে পূৰ্ণাঙ্গতা লাভৰ ইঙ্গিত দাঙি ধৰে। বিশেষকৈ ১৯৯০ বিশ্বকাপত চিফোৰ সৃষ্টিকামী অদম্য ফুটবল মনকৰিবলগীয়া। গ্ৰুপ লীগত দক্ষিণ কোৰিয়াৰ বিৰুদ্ধে তেওঁৰ ৩০ মিটাৰ দূৰৰ পৰা দিয়া পাচ্‌ৰ জৰিয়তে ষ্ট্ৰাইকাৰ দিগ্ৰীয়ে স্কৰ কৰে। উৰুগুৱেক ৩-১ ব্যৱধানত পৰাভূত কৰোঁতে তেওঁৰ ২৮ মিটাৰ দূৰৰ সোঁ-ভৰিৰ চোৱাৰ্ভিং ড্ৰাইভৰ গোল স্মৰণীয়। স্পেইনৰ বিৰুদ্ধে ১-২ গোলত পৰাভূত হলেও দলৰ একমাত্ৰ গোলটো তেওঁৰ। প্ৰি-কোৱাৰ্টাৰ-ফাইনেলত ইংলেণ্ডৰ বিৰুদ্ধে তেওঁৰ খেল স্মৰণীয় অৱশ্যে অতিৰিক্ত সময়ৰ অন্তত বেলজিয়াম ০-১ গোলত পৰাভূত হয়। বেলজিয়ামে কোৱাৰ্টাৰ-ফাইনেলত প্ৰৱেশ কৰিব নোৱাৰিলেও এঞ্জো চিফোৰ প্ৰদৰ্শিত বলিষ্ঠ খেলে তেওঁক বিশ্বৰ শ্ৰেষ্ঠ এঘাৰজনৰ তালিকাত অন্তৰ্ভুক্ত কৰে। বিশ্বকাপৰ পিচতে চিফোয়ে পুনৰ ইটালিৰ ফুটবললৈ ধাপলি মেলোতে ১৯৯১ চনত টুৰিণো দলত চুক্তিবদ্ধ হয়। ইয়াত তেওঁৰ প্ৰদৰ্শন বৰ সন্তোষজনক নাছিল যদিও ১৯৯৩ চনত এ.চি.মনাকো দলত যোগদান কৰে। ১৯৯২ চনত টুৰিণো দলে ইউৰোপীয়ান কাপ-উইনাৰ্চ কাপত ৰানাৰ্চ-আপ পায়।

১৯৯৪ বিশ্বকাপৰ পূৰ্বলৈকে এঞ্জো চিফোয়ে মুঠ ৬২ খন আন্তৰ্জাতিকত ১৫ গোলৰ কৃতিত্ব আছিল। এই তৃতীয় বিশ্বকাপত অভিজ্ঞ চিফোয়ে পূৰ্বৰ খ্যাতি অনুযায়ী খেলিব নোৱাৰিলেও মৰক্কো আৰু হলেণ্ড উভয়কে ১-০ গোলত পৰাভূত কৰাৰ পিচত গ্ৰুপ লীগৰ তৃতীয়খন খেলত চৌদি আৰবৰ হাতত ০-১ গোলত পৰাজয় বৰণ কৰে। ইয়াৰ পিচতে প্ৰি-কোৱাৰ্টাৰ-ফাইনেলত জাৰ্মেনিৰ হাতত ২-৩ ব্যৱধানত পৰাভূত হৈ বেলজিয়ামে বিশ্বকাপৰ পৰা মেলানি মাগে। ১৯৯৮ বিশ্বকাপত অংশ গ্ৰহণ কৰোঁতে এঞ্জো চিফো ৮০ খন আন্তৰ্জাতিকত ১৭ গোলৰ কৃতিত্ব আছিল। এণ্ডাৰলেট্‌ দলৰ এঞ্জো চিফোয়ে তেওঁৰ চতুৰ্থ বিশ্বকাপত বেলজিয়ামৰ পক্ষে বিশেষ সুবিধা কৰিব নোৱাৰিলে আৰু গ্ৰুপ লীগৰ পৰাই বিদায় লব লগা হয়। প্ৰথম ডিভিজন চাৰ্লিৰয়ৰ খেলুৱৈ এঞ্জো চিফোয়ে ২০০০ চনৰ ৫ ডিচেম্বৰ তাৰিখে ব্ৰুচেলচত ফুটবলৰ পৰা অৱসৰ লয়। তেওঁ মুঠ ৮৪ খন আন্তৰ্জাতিকত ১৮গোল কৰে।



□□

# ৰিষ্টু ষ্টইচ্‌কভ্‌



১৯৯৪ বিশ্বকাপৰ উজ্জলতম ফুটবল চৰিত্ৰসমূহৰ ভিতৰত "দি নেষ্টি" উপনামৰে ফুটবল মহলত জনাজাত বুলগেৰিয়াৰ মেজাজী ষ্ট্ৰাইকাৰ ৰিষ্টু ষ্টইচ্‌কভ্‌ নিঃসন্দেহে জাকত-জিলিকা। এই্‌ গৰাকী ৫ ফুট ১০ ইঞ্চি ওখ, ৭২ কিলোগ্ৰাম ওজনৰ দুৰ্দ্ধৰ্ষ ফুটবলাৰৰ উচ্ছাসপূৰ্ণ প্ৰচেষ্টাৰ ফলস্বৰূপে বুলগেৰিয়াই পোন প্ৰথমবাৰৰ বাবে বিশ্বকাপৰ চেমি-ফাইনেল খেলাৰ যোগ্যতা অৰ্জন কৰি চতুৰ্থস্থান পায়। আনকি বিশ্বৰ বচা বচা কোচ্‌সকলৰ প্ৰশংসা লাভ কৰোঁতে চুইডেনৰ জাতীয় কোচ্‌ টমি ভেঞ্চন-ৰ মতে, "Stoichkov did for Bulgaria in 1994 what Maradona did for Argentina in 1986, scoring goals, providing inspiration and passes to his teammates. His individual performance was quite outstanding." বাৰ্চিলোনাৰ কোচ্‌ জহান ক্ৰুইফ-ৰ মন্তব্য এনে ধৰণৰ, "Hristo stoichkov is as lethal and a more consistent striker than Romario. Unlike Romario, he does not function in the centre of the field only. He plays as a roving striker, effective an both flanks." তদৰূপ জাতীয় কোচ্‌ দিমিটাৰ পেনেভ-ৰ মতে, "stoichkov is technically very good, is quick and has a blistering shot" বুলগেৰিয়াৰ অধিনায়ক এমিল কষ্টাদিনভ্‌ৰ মতে, stoichkov is a great team player. His work rate is amazing and he is willing to run and run all day for the cause of the team. He does not behave like a prima donna. এজন পূৰ্ণাঙ্গ ষ্ট্ৰাইকাৰৰ থাকিব লগা সকলোখিনি শাৰীৰিক গুণাগুণৰে ভৰপূৰ ষ্টইচ্‌কভে্‌ কোবাল চটৰ লগতে দুৰন্ত গতিত চৌদিশে ধাবমান হৈছিল। অৱশ্যে এই্‌ মেজাজী খেলুৱৈ গৰাকীৰ খেলপথাৰত কৰা উদ্ধত আচৰণে প্ৰায়ে বিপদ চপাই্‌ আনিছিল। কাৰণ ডিফেণ্ডাৰে অন্যায়ভাৱে বাধা দিলে অথবা ৰেফ্‌ৰীৰ মতত অমিল হ'লেই তেওঁ তৰ্কাতৰ্কিত জৰিত হৈছিল তথা এই্‌ বদ মেজাজৰ বাবেও দৰ্শকৰ প্ৰিয় পাত্ৰ।

ৰিষ্টু ষ্টইচ্‌কভ্‌ ১৯৬৬ চনৰ ৮ ফেব্ৰুৱাৰীত বুলগেৰিয়াৰ দ্বিতীয় বৃহত্তম চহৰ প্ৰভদিভ-ৰ উপকণ্ঠৰ এক মধ্যবিত্ত পৰিয়ালত জন্ম গ্ৰহণ কৰে। ১৯৮৪ চনত চি. এচ.কে.এ. চোফিয়া দলৰ পক্ষে প্ৰথম শ্ৰেণী ফুটবলত আত্মপ্ৰকাশ কৰে যদিও ১৯৮৫ চনত চি এচ কে এ বনাম লিভাহি খেলখনত তেওঁৰ বিৰুদ্ধে যাৱত জীৱনৰ নিষেধাজ্ঞা জাৰি কৰে। অৱশ্যে বুলগেৰিয়া ফুটবল সন্থাই এবছৰৰ পিচতে এই্‌ নিষেধাজ্ঞা বাতিল কৰে। পাতনিতে মৰহিবলৈ উপক্ৰম কৰা ক্ৰীড়া প্ৰতিভা ষ্টইচ্‌কভে্‌ পিচলৈ বুলগেৰিয়াৰ

মৰ্যদাপূৰ্ণ ফুটবলাৰৰূপে প্ৰতিষ্ঠা লাভ কৰোঁতে চি এচ কে এ দলে তেওঁক প্ৰতিখন খেলৰ বাবে $১০০০ ডলাৰ দিছিল। ইয়াত খেলাকালীন একেৰাহে পাঁচবাৰ লীগ চেম্পিয়নচিপ অৰ্জন কৰোঁতে তেওঁ মুঠ ৮১ গোল কৰে। ইয়াৰ অন্তৰ্গত ১৯৮৯-৯০ মৰছুমত ৩৮ গোল কৰি "গোল্ডেন বুট" পুৰস্কাৰ পায়। তেওঁৰ ক্ৰীড়া খ্যাতিত বাৰ্চিলোনা আকৰ্ষিত হয় আৰু ১৯৯০ চনত $৪· মিলিয়ন ডলাৰৰ বিনিময়ত দললৈ আনে আৰু এস্পানোলৰ বিৰুদ্ধে স্পেনীচ প্ৰথম



ডিভিজনত আত্মপ্ৰকাশ কৰোঁতে জয়সূচক গোল তেওঁৰ। স্পেইনৰ বাফ্ ও টাফ্ ফুটবলত জহান ক্ৰুইফৰ নিৰিক্ষণত ষ্টইচকভে নিজকে এগৰাকী তাৰকা খেলৈ লৈ ৰূপান্তৰ কৰোঁতে বাৰ্চিলোনাই একেৰাহে চাৰিবাৰ লীগ চেম্পিয়নচিপ জয় কৰাৰ উপৰি ১৯৯২ চনত ইউৰোপীয় চেম্পিয়ন ক্লাবচ' কাপ জয় কৰে তথা সেইবছৰ "ইউৰোপীয়ান ফুটবলাৰ অব দি ইয়েৰ" বাছনিত দ্বিতীয়স্থান পায়। ১৯৯৪ চনতো বাৰ্চিলোনাই ইউৰোপীয় চেম্পিয়ন ক্লাবচ' কাপত ৰানাৰ্চ-আপ পায়। এই খিনিতে উল্লেখ্য ষ্টইচকভে ১৯৮৭ চনত বেলজিয়ামৰ বিৰুদ্ধে আন্তৰ্জাতিক আত্মপ্ৰকাশ ঘটে, ইউৰোপীয় ফুটবল চেম্পিয়নচিপৰ কোৱালিফাইং খেলত। ১৯৯৪ বিশ্বকাপৰ মূল চৌহদত প্ৰৱেশ কৰিবলৈ পেৰিছত ফ্ৰান্সক ২-১ গোলত পৰাভূত কৰোঁতে ষ্টইচকভে জীৱনৰ শ্ৰেষ্ঠতম খেল প্ৰদৰ্শন কৰে (১৭নভেম্বৰ,১৯৯৩)।

১৯৯৪ বিশ্বকাপত বুলগেৰিয়াই চতুৰ্থস্থান দখল কৰোঁতে কোৱাৰ্টাৰ-ফাইনেলত বিশ্ব চেম্পিয়ন জাৰ্মেনিক ২-১ গোলত পৰাভূত কৰে। জাৰ্মান দলে তেওঁৰ ওপৰত চোকা পহৰা ৰাখিলেও বাৰম্বাৰ আক্ৰমণে প্ৰতিপক্ষৰ ৰক্ষণক ব্যতিব্যস্ত কৰি তোলিছিল আৰু এই শ্বাসৰুদ্ধ খেলখনৰ ৭৬ মিনিটত ষ্টইচকভৰ বাঁও-ভৰিৰ ফ্ৰি-কিকে গোল কৰি বুলগেৰিয়াক চেমি-ফাইনেল খেলাৰ যোগ্যতা প্ৰদান কৰে। চেমি-ফাইনেলত বুলগেৰিয়া দল ইটালিৰ হাতত ১-২ ব্যৱধানত পৰাভূত হয় যদিও তেওঁ পেনাল্টিৰ দ্বাৰা ১ গোল কৰি ৰুছিয়াৰ ওলগে চালেঙ্কুৰ সৈতে যুগ্মভাৱে টপ্ স্কৰাৰৰ খ্যাতি অৰ্জন কৰে কাৰণ তৃতীয়স্থান নিৰ্ণায়ক খেলত তেওঁ অশেষ চেষ্টা কৰিও স্কৰ কৰাত সফল হ'ব নোৱাৰিলে তথা বুলগেৰিয়া দল চুইডেনৰ বিৰুদ্ধে ০-৪ গোলত পৰাভূত হয়। কিন্তু ষ্টইচকভে ১৯৯৪ চনৰ "ৱৰ্ল্ড প্লেয়াৰ অব দি ইয়েৰ" বাছনিত পঞ্চমস্থান পালেও "ইউৰোপীয়ান ফুটবলাৰ অব দি ইয়েৰ" নিৰ্বাচন লাভ কৰি ফুটবল জগতত চাঞ্চল্য সৃষ্টি কৰে। ষ্টইচকভৰ নিৰ্বাচন সন্দৰ্ভত ইটালিৰ চুপাৰষ্টাৰ

ৰবাৰ্টো বাজ্জিও-ৰ মন্তব্য, "Hristo deserves it" এইখিনিতে উল্লেখ্য যদি বাৰ্চিলোনাই ১৯৯৪-৯৫ৰ লীগ জয় কৰে তেন্তে বিষ্টু ষ্টইচ্‌কভ্ একেৰাহে দহবছৰ লীগ জয়ৰ খ্যাতি অৰ্জন কৰা বিশ্বৰ প্ৰথম গৰাকী পেছাদাৰ ফুটবলাৰৰূপে পৰিগণিত হ'ব। অৱশ্যে সেউ বছৰ ৰিয়েল মাদ্রিদ ক্লাবে লীগ জয় কৰি ষ্টইচ্‌কভ্‌ৰ কৃতিত্বক ব্যত্তৰ ৰূপ ধাৰণ কৰিব নিদিলে। খেলপথাৰত অনবৰত প্ৰতিদ্বন্দ্বিতামূলক মনোভাব ও গোল কৰাৰ নেৰানেপেৰা চেষ্টা কৰা ষ্টইচ্‌কভ্ "গানচ্‌লিঙ্গাৰ" উপনামৰে পৰিচিত। ষ্টইচ্‌কভ্‌ৰ বাঁও-ভৰিৰ মনমুগ্ধকৰ কলাকৌশল, দৰ্শনীয় স্কিম ও ব্লাল পাচ্, বক্সৰ বাহিৰৰ পৰা গোল লক্ষ্য কৰি দুৰন্ত চট্ আৰু দুৰন্ত ফ্রি-কিক্‌ৰে গোল কৰাৰ অসীম ক্ষমতাই বিশ্বৰ ত্ৰাস সৃষ্টিকাৰী ষ্ট্রাইকাৰত পৰিণত কৰিছে। ইয়াৰোপৰি ফিফাৰ বিশ্ব শ্ৰেষ্ঠ বাছনিত ১৯৯৪ চনত দ্বিতীয়স্থান পায়। ১৯৯৪-৯৫ মৰছুমৰ অন্তত ষ্টইচ্‌কভে $৭.৫ মিলিয়ন ডলাৰৰ বিনিময়ত তিনিবছৰৰ চুক্তিত ইটালিৰ পাৰমা দলত যোগদান কৰে। ইয়াত এবছৰ খেলি চি এচ কে এ চোফিয়া দললৈ প্ৰত্যাৱৰ্ত্তন কৰি চৌদি আৰবৰ এল-নাচৰ ক্লাবত চুক্তবদ্ধ হয়। ১৯৯৮ বিশ্বকাপত ষ্টইচকভ্‌ক নিস্প্ৰভ দেখা যায়। এই বিশ্বকাপৰ পূৰ্বলৈকে ৬৮ খন আন্তৰ্জাতিকত ৩৫ গোলৰ কৃতিত্ব আছিল আৰু বিশ্বকাপত বুলগেৰিয়াই গ্ৰুপ লীগৰ পৰাই বিদায় লব লগা হয়। এই বিশ্বকাপৰ পিচৰে পৰা ষ্টইচকভে জে-লীগৰ কাচিবা ৰিচুল দলত খেলে আৰু ১৯৯৯ চনৰ ৯ জুনত আন্তৰ্জাতিক ফুটবলৰ পৰা অৱসৰ লওঁতে ৮৩ খন আন্তৰ্জাতিকত ৩৭ গোলৰ কৃতিত্ব এৰি থৈ যায়।

□□



এঞ্জো চিফো



ৰজাৰ মিলা

# ৰজাৰ মিলা



১৯৯০ বিশ্বকাপ অন্ত পৰিল যদিও কোনো খেলুৱৈয়ে চুপাৰষ্টাৰৰ খ্যাতি অৰ্জন কৰিব নোৱাৰিলে। অৱশ্যে উদ্যোক্তা দেশ ইটালিয়ে বিশ্বকাপ জয় কৰিব পৰা হ'লে চিলাচী অথবা দনাদনী এই খিতাপৰ আশাবাদী আছিল। আনহাতেদি আৰ্জেণ্টিনাই বিশ্বকাপ জয় কৰিব পৰা হ'লে অধিনায়ক মাৰাদোনা আৰু গোলৰক্ষক গইক'চা চুপাৰষ্টাৰ হোৱাৰ আশা বিৰিঙি উঠিছিল। ইটালি বিশ্বকাপত মাৰাদোনাক নিষ্প্ৰভ ফুটবলাৰ বুলি ক'লে ডাঙৰ ভুল কৰা হ'ব। কাৰণ প্ৰতিপক্ষৰ চোকা পহৰাৰ মাজত খেলা মাৰাদোনাক এই বিশ্বকাপত মুঠ ৪০বাৰ ফাউল কৰে। তথাপিও আৰ্জেণ্টিনাৰ আক্ৰমণ ৰচনাৰ পশ্চাৎ প্ৰধান শক্তি আছিল মাৰাদোনা। অৱশ্যে ১৯৯০ বিশ্বকাপত এটা নাম চিৰদিন সোণালী আখৰে জিলিকি থাকিব তেওঁ হ'ল-- কেমেৰুণ দলৰ ৩৮-বছৰীয়া ষ্ট্ৰাইকাৰ ৰজাৰ মিলা। কেমেৰুণৰ প্ৰদৰ্শিত বীৰোচিত ফুটবল কলাত মূল সাফল্য ৰজাৰ মিলা। বিশেষকৈ গোলৰক্ষকৰ বাহিৰে অন্য পজিচনত বয়সস্থ খেলুৱৈৰূপে বিশ্বকাপত চুপাৰব্ ফুটবল খেলা নজিৰ বিৰল। তেওঁ সকলো মেচতে চাব্‌ছটিটিউট্‌ৰূপে অৱতীৰ্ণ হৈ কেমেৰুণ দলত নৱ প্ৰাণৰ সঞ্চাৰ কৰাৰ লগতে প্ৰতিপক্ষৰ ডিফেন্সত চাৰ্কনৈয়াৰ সৃষ্টি কৰে। বিশ্বকাপ ইতিহাসত সকলো খেলত চাব্‌ছটিটিউট্‌ৰূপে বিস্ফোৰক ফুটবল খেলাৰ উদাহৰণ এয়ে প্ৰথম। তেওঁ মুঠ ৪ গোল কৰি সৰ্বোচ্চ গোলদাতাৰ তালিকাত গেৰি লিনেকাৰ আৰু লোথাৰ মাথায়াচৰ সৈতে যুটীয়াভাৱে তৃতীয়স্থান পায়। বিশেষকৈ কোৱাৰ্টাৰ-ফাইনেলত ইংলেণ্ডৰ বিৰুদ্ধে ৮৩ মিনিট পৰ্যন্ত ২-১ গোলত আগবাঢ়ি আছিল, আৰু সাত মিনিট সময় এই ব্যৱধানতে অতিক্ৰম কৰিব পৰা হ'লে বিশ্বকাপ ফুটবলত তৃতীয় বিশ্বৰ দেশ এখনে প্ৰথম চাৰিটা স্থানব অন্তৰ্গত হ'লহেঁতেন! কিন্তু দুটা পেনাল্টিৰ জৰিয়তে কেমেৰুণ ২-৩ ব্যৱধানত পৰাভূত হয়। চেমি-ফাইনেলত উপনীত হ'ব নোৱাৰিলেও ৰজাৰ মিলা ১৯৯০ বিশ্বকাপৰ **"World cup's Hottest Substitute"** হৈ পৰে। কেমেৰুণ দলে বিশ্বকাপ আসৰৰ পৰা প্ৰত্যাবৰ্তন কৰি দৌলা বিমান বন্দৰত অৱতৰণ কৰোঁতে কুৰি হেজাৰ জনতাই উষ্ম সম্বৰ্দ্ধনা জ্ঞাপন কৰে আৰু ৭ জুলাই তাৰিখে কেমেৰুণৰ প্ৰেচিডেণ্ট পল বিয়া-ই ৰাষ্ট্ৰৰ সৰ্বোচ্চ সন্মান "অৰ্দাৰ অৱ ভালাৰ" প্ৰদান কৰে।

ৰজাৰ মিলা উপ-চাহাৰা অঞ্চলত বসবাস কৰা এজন ৰেল কৰ্মীৰ ১৫ জন সন্তানৰ অন্তৰ্গত। জন্ম ১৯৫২ চনৰ ২০ ফেব্ৰুৱাৰীত। দৰিদ্ৰ পৰিয়ালত ডাঙৰ দীঘল হোৱা ৰজাৰ মিলাৰে প্ৰায়ে অনাসাৰে কটাব লগীয়া হৈছিল। তেওঁ গৃহ চহৰ টুনেৰা কালালা-ত ফুটবল জীৱনৰ পাতনি মেলে। মাত্ৰ ১৪-বছৰ বয়সত দৌলাৰ দ্বিতীয়

ডিভিজন ক্লাব L'clair দলৰ দৃষ্টি গোচৰ হয় আৰু তাত যোগদান কৰে। ১৯৭০ চনত পেছাদাৰী ফুটবলত প্ৰৱেশ কৰোঁতে লিওপাৰ্ড দৌলাত চুক্তিবদ্ধ হয়। ১৯৭২ চনত দলক আফ্ৰিকান চেম্পিয়ন ক্লাবচ' কাপৰ চেমি-ফাইনেললৈকে উধায় আৰু কেইমাহমানৰ পিচতে কেমেৰুণৰ আগৰণুৱা দল টুনেৰি ইয়োণ্ডি-ত চুক্তিবদ্ধ হয়। ১৯৭৬ চনত আফ্ৰিকান কাপ-উইনাৰ্চ কাপ জয় কৰোঁতে ৰজাৰ মিলাই সেই বছৰৰ "আফ্ৰিকান প্লেয়াৰ অব দি ইয়েৰ" নিৰ্বাচন পায়। ১৯৮২ বিশ্বকাপত কেমেৰুন দলে গ্ৰুপৰ তিনিখন খেল (পোলেণ্ড, পেৰু আৰু ইটালি) ড্ৰ খেলিলেও গোল এভাৰেজৰ বাবে দ্বিতীয় ৰাউণ্ডত প্ৰৱেশ কৰিব নোৱাৰিলে। তেতিয়া ৰজাৰ মিলাও এই বিশ্বকাপ দলত আছিল। স্পেইন বিশ্বকাপৰ পিচতে ৩০-বছৰ বয়স্ক ৰজাৰ মিলাই ফ্ৰান্সৰ পেছাদাৰ ফুটবলত প্ৰৱেশ কৰি দীৰ্ঘ ছবছৰ ক্ৰমে ভেলেন্সিনিচ, বষ্টিয়া, মনাকো, চেন্ট টাইন আৰু মণ্টিপিলাৰ দলত অতিবাহিত কৰে। ইয়াৰ অন্তৰ্গত ১৯৮৪ চনত কেমেৰুণৰ আফ্ৰিকান নেচনচ' কাপ জয় আৰু ১৯৮৬ চনত ৰানাৰ্চ-আপ, এই সাফল্য লানিত ৰজাৰ মিলাৰৰ অৱদান মনকৰিবলগীয়া। ১৯৮৯ চনত আন্তৰ্জাতিক ফুটবলৰ পৰা মেলানি মাগি ফৰাছী ভাৰত মহাসাগৰৰ ক্ষুদ্ৰ দ্বীপ ৰিইউনিয়নৰ চেন্ট পেয়াৰমু দলত কোচ্ তথা খেলুৱৈৰূপে অতিবাহিত কৰিব লয়। কিন্তু ১৯৯০ চনৰ মাৰ্চত বিশ্বকাপগামী কেমেৰুণ দলে আফ্ৰিকান নেচনচ' কাপত অতি দুৰ্বল ফুটবল প্ৰদৰ্শন কৰোঁতে কেমেৰুণৰ প্ৰেচিডেণ্ট মিষ্টাৰ পল বিয়াই ৩৮-বছৰ বয়স্ক ৰজাৰ মিলাক বিশ্বকাপগামী দলত যোগদানৰ বাবে আমন্ত্ৰণ কৰে। দুটা সন্তানৰ পিতৃ ৰজাৰ মিলাই ক্ৰীড়াসুলভ মনোবৃত্তিৰে ৰাষ্ট্ৰীয় স্বাৰ্থৰ খাতিৰত আন্তৰ্জাতিক ফুটবললৈ প্ৰত্যাৱৰ্তন কৰোঁতে চাঞ্চল্য সৃষ্টিকাৰী ফুটবল প্ৰদৰ্শন কৰি ১৯৯০ বিশ্ব কাপৰ সৰ্বালোচিত ও জনপ্ৰিয় ফুটবল তাৰকাৰূপে প্ৰতিফলিত হয় আনকি নিৰ্বাচিত বিশ্বৰ শ্ৰেষ্ঠ যোদ্ধজনৰ তালিকাত ৰজাৰ মিলাইয়ো স্থান অধিকাৰ কৰে। বিশ্বকাপৰ পিচতে তেওঁ বছেৰেকীয়া বৰগুণি দুই লাখ ডলাৰৰ বিনিময়ত অষ্ট্ৰিয়াৰ প্ৰথম ডিভিজন ফাৰ্ষ্ট ভিয়েনা দলত চুক্তিবদ্ধ হয়। এটা মৰছুমৰ অন্তত স্বদেশৰ টুনেৰি ইয়োণ্ডি দলত যোগদান কৰে আৰু ১৯৯৩ চনত অৱসৰ লয় যদিও দুমাহৰ পিচতে প্ৰত্যাৱৰ্তন কৰি টুনেৰি কালাৰা ক্লাবত যোগদান কৰে (১১-৩-১৯৯৪) আৰু ১৯৯৪ বিশ্বকাপ খেলিব যোৱা কেমেৰুণ দলতো তেওঁক সন্নিৱিষ্ট কৰে। আঠুৰ পশ্চাদভাগৰ আঘাতৰ হেতু তেওঁক প্ৰথমখন খেলত চুইডেনৰ বিৰুদ্ধে নমোৱা নহ'ল। পৰৱৰ্তী খেলত ব্ৰাজিলৰ বিৰুদ্ধে তেওঁ ষ্ট্ৰাইকাৰ ডেভিদ এম্বিৰ সলনি ৬৩ মিনিটত খেলপথাৰত অৱতীৰ্ণ হয় আৰু বিশ্বকাপৰ সবাতোকৈ বয়সস্থ খেলুৱৈ (৪২ বছৰ) হোৱাৰ গৌৰৱ অৰ্জন কৰে অৱশ্যে কেমেৰুণ ০-৩ ব্যৱধানত পৰাভূত হয়। পৰৱৰ্তী খেলত ৰুছিয়াৰ বিৰুদ্ধে খেলোতে ১-৬ গোলৰ ব্যাপক ব্যৱধানত পৰাজয় বৰণ কৰিলেও দলৰ একমাত্ৰ গোলটো ৰজাৰ মিলাৰে কৰে। যাৰফলত বিশ্বফুটবলত গোল কৰোঁতা সবাতোকৈ বয়সস্থ খেলুৱৈৰূপে পৰিগণিত হয়।



# ৰচিদি ইয়েকিনি



ক্ৰীড়া অগ্ৰগামী নাইজেৰিয়াত অভ্যুদয় হোৱা দুৰ্দ্ধৰ্ষ ফুটবলাৰ ৰচিদি ইয়েকিনি বিশ্বফুটবলৰ এক বিৰল নজিৰ। এই গৰাকী ৬ ফুট ৩ ইঞ্চি ওখ ৮৬ কিলোগ্ৰাম ওজনৰ ষ্ট্ৰাইকাৰ আফ্ৰিকান ফুটবলৰ সবাতোকৈ উজ্জ্বলতম তাৰকা। তেওঁৰ বলিষ্ঠ ফুটবল বাজিৰ বাবেই নাইজেৰিয়াই দুবাৰ (১৯৮৮ আৰু ১৯৯৪) আফ্ৰিকান নেচনচ' কাপ বিজয়ত সফলতা অৰ্জন কৰাৰ উপৰি পোন প্ৰথমবাৰৰ বাবে বিশ্বকাপ খেলাৰ গৌৰৱ অৰ্জন কৰে। এই বৃহৎ দেহধাৰী ক্ষিপ্ৰ গতিসম্পন্ন প্ৰতিভাশালী ফুটবল কলাবিদ গৰাকীৰ উপনাম "কদোনা বুল"।

ৰচিদি ইয়েকিনি ১৯৬৩ চনৰ ২৩ অক্টোবৰত উত্তৰ নাইজেৰিয়াৰ কদোনা গাৱত জন্ম গ্ৰহণ কৰে। দৰিদ্ৰ পৰিয়ালৰ ৰচিদি ইয়েকিনি সৰুৰে পৰা ফুটবল প্ৰিয় আছিল কিন্তু পিতৃ বিয়োগে ১৪-বছৰ বয়সতে স্কুল ত্যাগ কৰিবলৈ বাধ্য হয় আৰু এটা মটৰ গেৰেজ কোম্পানীত যোগদান কৰে। ইয়াত কাম কৰি থাকোতেই তেওঁৰ খেলৰ প্ৰতি টেক্সটাইল কোম্পানীৰ দৃষ্টি গোচৰ হয় আৰু তেওঁক দললৈ নিয়ে যাৰফলত তেওঁৰ জীৱনতো এটা নতুন পাক লয়। তেওঁ নাইজেৰিয়াৰ প্ৰথম ডিভিজন খেলি থাকোতেই ১৯৮৪ চনত আন্তৰ্জাতিক ফুটবলত আত্মপ্ৰকাশ কৰে, আফ্ৰিকান নেচনচ' কাপত। ১৯৮৮ আফ্ৰিকান নেচনচ' কাপ ফাইনেলত কেনিয়াক ২-০ ব্যৱধানত পৰাভূত কৰোঁতে তেওঁ ১ গোল কৰে। ৰচিদি ইয়েকিনিয়ে ১৯৮৯ চনত আইভৰী কষ্টৰ আফ্ৰিকা স্পৰ্টচ ক্লাবৰ পৰা পৰ্তুগালৰ ভিটোৰিয়া চেটোবল ক্লাবত যোগদান কৰে আৰু ১৯৯৩-৯৪ মৰছুমত পৰ্তুগীজ লীগৰ টপ্ স্কৰাৰ (২১ গোল) আছিল। অৱশ্যে তেওঁ নাইজেৰিয়া

আৰু আইভৰী কষ্টৰ প্ৰথম ডিভিজনটো এই খ্যাতি অৰ্জন কৰিছে। ১৯৯৩ চনত "আফ্ৰিকান ফুটবলাৰ অব্ দি ইয়েৰ" নিৰ্বাচন লাভ কৰা ৰচিদি ইয়েকিনিয়ে ১৯৯৪ বিশ্বকাপৰ চূড়ান্ত ২৪টা দলৰ অন্তৰ্ভুক্ত কৰোঁতে নাইজেৰিয়া দলৰ ১৭টা গোলৰ ৮টা স্কৰ তেওঁৰ। ইয়াৰোপৰি ১৯৯৪ আফ্ৰিকান নেচনচ' কাপ জয় কৰোঁতে ফাইনেলত জাম্বিয়াক ২-১ গোলত পৰাভূত কৰে আৰু ইয়েকিনিয়ে ৫ গোল কৰি এই সমাৰোহৰ সৰ্বোচ্চ গোলদাতা হয়। ইতিপূৰ্বে ১৯৯০ আফ্ৰিকান নেচনচ' কাপত নাইজেৰিয়াই ৰানাৰ্চ-আপ পাইছিল। বিশ্বকাপৰ পূৰ্ব পৰ্যন্ত তেওঁ মুঠ ৫০ খন আন্তৰ্জাতিকত ৩১ গোলৰ কৃতিত্ব আছিল। বিশ্বকাপত নাইজেৰিয়াৰ ফুটবল দুৰ্দ্ধৰ্ষতা মনকৰিবলগীয়া প্ৰতিছবি। অৱশ্যে তেওঁ প্ৰতিপক্ষৰ কঠোৰ পহৰাৰ মাজত খেলিব লগা হয়। বুলগেৰিয়াক ৩-০ গোলত পৰাভূত কৰোঁতে তেওঁ ১ গোল কৰে। আৰ্জেন্তিনাৰ বিৰুদ্ধে ১-২ গোলত পৰাভূত হ'লেও খেলৰ ৮ মিনিটতে প্ৰথম স্কৰ কৰে। গ্ৰীচক ২-০ গোলত হৰুৱাই। তদৰূপ প্ৰি-কোৱাৰ্টাৰ-ফাইনেলত নাইজেৰিয়াই ২৭ মিনিটতে গোল কৰি প্ৰায় কোৱাৰ্টাৰ-ফাইনেলত প্ৰৱেশ কৰাৰ পথত কিন্তু ৮৯ মিনিটত বাজ্জিঅৰ গোলে খেলৰ অৱস্থান সলনি কৰে আৰু নাইজেৰিয়াই ১-২ গোলত পৰাভূত হয়। বিশ্বকাপ চলি থাকোতেই তেওঁ $১.২ মিলিয়ন ডলাৰৰ বিনিময়ত গ্ৰীচৰ অলিম্পিয়াকোচ দলত দুবছৰৰ বাবে চুক্তিবদ্ধ হয় কিন্তু দুমাহৰ পিচতে ক্লাবে তেওঁক দুমাহৰ বাবে চাচ্‌পেণ্ড কৰে আৰু ডিচেম্বৰ মাহত স্পেইনৰ গিজন দললৈ ট্ৰেন্সফাৰ লয়। অলিম্পিয়াকোচৰ পক্ষে মাত্ৰ ৬ খন খেলত ৩ গোল কৰে। নাইজেৰিয়াৰ ওলণ্ডাজ জাতীয় কোচ্ ক্লিমেনচ ৱেষ্টাৰহফ্‌ৰ মতে, "Players like yekini do not grow on trees. He's one of a kind has amazing good instincts and is a big man in every way." ১৯৯৮ বিশ্বকাপত নাইজেৰিয়া দলত ৰচিদি ইয়েকিনি থাকিলেও তেওঁৰ ফুটবলত দুৰ্দ্ধৰ্ষতা দেখা পোৱা নগ'ল। ☐☐



ডেনাএল এমাকুচি





# নৱাঙ্কু কানু



আটলাণ্টা অলিম্পিক ক্রীড়াত ফুটবলৰ স্বৰ্ণ পদক বিজয়ী নাইজেৰিয়াৰ ষ্ট্ৰাইকাৰ তথা অধিনায়ক নৱাঙ্কু কানু আধুনিক ফুটবলৰ এটা পৰিচিত নাম। নাই-জেৰিয়াৰ এই ঐতিহাসিক সাফল্যত নৱাঙ্কু কানুৰ নামটো সোণালী আখৰে জিলিকি থাকিব। বিশেষকৈ চেমি-ফাইনেলত ব্ৰাজিলক ৪-৩ গোলত পৰাভূত কৰোঁতে অন্তিম মুহূৰ্তত তেওঁৰ গোলে খেলৰ অৱস্থান ৩-৩ কৰে আৰু অতিৰিক্ত সময়ত স্কৰ কৰি নাইজেৰিয়া জয়ী হয়। ফাইনেলত আৰ্জেন্তিনাক ৩-২ , গোলত হৰুৱাই। ইতিপূৰ্বে নাইজেৰিয়াই ১৬-বছৰ অনুৰ্দ্ধ বিশ্বকাপ জয় কৰোঁতে নবাঙ্কু কানুৰ ওপৰতে ইউৰোপীয় ক্লাব সমূহৰ চকু পৰোঁতে হলেণ্ডৰ আইএক্স আমষ্টাৰ-ডাম ক্লাবত যোগদান কৰে। ১৯৯৫ চনত আইএক্স আমষ্টাৰডামে ইউৰোপীয় চেম্পিয়ন ক্লাবচ' কাপ জয় কৰে আৰু ১৯৯৬ চনত ৰানাৰ্চ-আপ পায়। ইয়াৰ পিচতে $২ মিলিয়ন ডলাৰৰ বিনিময়ত ইন্টাৰ-মিলান দললৈ যায়। কিন্তু দুমাহৰ পিচতে তেওঁ হাৰ্টৰ অসুখত ভোগে আৰু ১৯৯৬ চনৰ নবেম্বৰ মাহত অপাৰেচন হয়। আৰোগ্য লভি ১৯৯৭ চনৰ ২৫ জুলাইত ইন্টাৰ-মিলান একাদশত খেলিবলৈ সক্ষম হয়। ইতিপূৰ্বে তেওঁ ১৯৯৬ চনৰ ২৪ আগষ্টত ক্লাবৰ পক্ষে শেষ খেলখন খেলিছিল। ১৯৯৮ বিশ্বকাপত কানু খেলিছিল যদিও তেওঁ তেনে বিশেষ ভূমিকা গ্ৰহণ কৰিব নোৱাৰিলে। নৱাঙ্কু কানুৰ জন্ম ১৯৭৬ চনৰ ১ আগষ্টত।

# ব্ৰুচ গ্ৰেবলাৰ



প্ৰাক্তন ৰোডেচিয়ান সৈন্য ব্ৰুচ গ্ৰেবলাৰ ইংলিচ প্ৰথম ডিভিজন লিভাৰপুলৰ গোল পোষ্টত দীৰ্ঘদিন ধৰি বলিষ্ঠ খেলৰে বিশ্ব ফুটবলৰ দৃষ্টি আকৰ্ষণ কৰিছিল। "দি চৰ্ট মেন" উপনামৰে খ্যাত ব্ৰুচ গ্ৰেবলাৰ জিম্বাবুৱে জাতীয় দলৰ নিয়মিত খেলুৱৈ। ১৯৫৭ চনত জন্ম গ্ৰহণ কৰা এই আফ্ৰিকান খেলুৱৈ গৰাকীৰ ফুটবল সাফল্য লিভাৰপুল ক্লাবৰ সৈতেহে অধিক জড়িত। ক্লি'মেনচৰ পিচতে প্ৰায় দশককাল জুৰি লিভাৰপুলত খেলে। ১৯৮৪ ইউৰোপীয়ান চেম্পিয়ন ক্লাবচ' কাপ ফাইনেলত এ এচ ৰোমাৰ বিৰুদ্ধে ১-১ গোলত ড্ৰ হোৱাৰ পিছত টাই-ব্ৰেকাৰত ৪-২ ব্যৱধানত জয়ী হওঁতে ব্ৰুচ গ্ৰেবলাৰ খেলৰ 'হিৰ' আছিল। ১৯৮৫ চনত লিভাৰপুল দলে পুনৰ ফাইনেলত প্ৰবেশ কৰে। অৱশ্যে এইবাৰ জুভেন্টাচৰ হাতত পেনাল্টিৰ জৰিয়তে ০-১ গোলত পৰাভূত হয়। ব্ৰুচ গ্ৰেবলাৰে ১৯৯৩-৯৪ মৰছুমৰ অন্তত চাদাম্পটন দললৈ ট্ৰেন্সফাৰ লয়। ইতিমধ্যে তেওঁক ঘোচ খোৱা দোষত দোষী সাব্যস্ত কৰে। ১৯৯৩ চনৰ নৱেম্বৰত লিভাৰপুল বনাম নিউকেচল ইউনাইটেড খেল খনত তেওঁৰ ঘোচ খোৱা বাতৰিয়ে বৃটিছ তথা বিশ্বফুটবলত হা-হুতাশৰ ঢৌ সৃষ্টি কৰোঁতে লিভাৰপুল ০-৩ গোলত পৰাভূত হয়।





জৰ্জ ফিনদি

# আবিদি পেলে



আবিদি পেলে এৱে— আবিদি পেলে নামেৰে পৰিচিত। আফ্ৰিকাৰ ক্ষুদ্ৰ ৰাষ্ট্ৰ ঘানাত অভ্যুদয় হোৱা মিড-ফিল্ডাৰ আবিদি পেলেই তিনিবাৰ "আফ্ৰিকান ফুটবলাৰ অৱ দি ইয়েৰ" খ্যাতিৰ অধিকাৰী হৈ বিশ্বফুটবলৰ দৃষ্টি আকৰ্ষণ কৰে। আবিদি পেলেই ফৰাচী প্ৰথম ডিভিজন অলিম্পিক মাৰ্চেই ক্লাৱত খেলি ১৯৯৩ চনত ইউৰোপীয় চেম্পিয়ন ক্লাৱচ' কাপ জয় কৰোঁতে ফাইনেলত তেওঁৰ কৰ্ণাৰ কিক্ বেচিল বলি-এ গোলত ৰূপায়িত কৰি শক্তিশালী এ চি মিলানক ১-০ ব্যৱধানত পৰাভূত কৰে। এই সাফল্যৰ পিচতে তেওঁ ইটালিৰ টুৰিণো দললৈ যায়। ১৯৯২ আফ্ৰিকান নেচনচ' কাপত ঘানাই ৰানাৰ্চ-আপ পাওঁতে আইভৰী কষ্টৰ বিৰুদ্ধে ০-০ ভাৱে অন্ত পৰাৰ পিচত টাই-ব্ৰেকাৰত (১১-১০) পৰাভূত হয়। চাৰিবছৰৰ পিছত ১৯৯৬'আফ্ৰিকান নেচনচ' কাপত ঘানাই পুনৰ চতুৰ্থস্থান দখল কৰে। কাৰণ জায়েৰৰ বিৰুদ্ধে কোৱাৰ্টাৰ-ফাইনেলত তেওঁৰ গোলতে ঘানা জয়ী হয় যদিও প্ৰতিপক্ষৰ ডিফেণ্ডাৰ জিলো লেম্বিৰ টেক্লিঙত আবিদি পেলেই বেয়াকৈ আঘাতগ্ৰস্ত হয় ফলত চেমি-ফাইনেলত অংশ ল'ব নোৱাৰিলে। আবিদি পেলে বিহীন ঘানা দল উদ্যোক্তা দক্ষিণ আফ্ৰিকাৰ হাতত ০-৩ গোলত পৰাভূত হয়। তৃতীয়স্থান নিৰ্ণায়কৰ খেলত জাম্বিয়াৰ মুখামুখি হৈ কেৱল একমাত্ৰ গোলত পৰাজয় বৰণ কৰে। □□



মহম্মদ টিমোমি (মৰক্কো)



লাখদাৰ বেলুমি (আলজেৰিয়া)

# জৰ্জ ৱেহ

এ চি মিলানৰ ২৯-বছৰ বয়স্ক ষ্ট্ৰাইকাৰ জৰ্জ ৱেহ লাইবেৰিয়াৰ ফুটবলাৰ। ইউৰোপীয় ফুটবলত অনাইউৰোপীয় খেলুৱৈৰ বৰ্দ্ধিত সমাগম ও ফুটবল সাফল্যই **"ইউৰোপীয়ান ফুটবলাৰ অব দি ইয়েৰ"** খিতাপ সকলোৰে বাবে মুক্ত কৰোঁতে জৰ্জ ৱেহ এই খিতাপৰ অধিকাৰী হয়-- ১৯৯৫ চনত। ইতিপূৰ্বে আলফ্ৰেড দি ষ্টিফেনো, ওমাৰ চিভৰি আৰু ইউচেবিঅ এই খিতাপ বিজয়ী অনাইউৰোপীয় খেলুৱৈ যদিও তেওঁলোক যথাক্ৰমে স্পেইন, ইটালি আৰু পৰ্তুগালৰ জাতীয় খেলুৱৈ আছিল। কিন্তু



জৰ্জ ৱেহ অফ্ৰিকীয় ৰাষ্ট্ৰ লাইবেৰিয়াৰ জাতীয় খেলুৱৈ। ইয়াৰোপৰি ফিফাৰ **"ৱৰ্ল্ড প্লেয়াৰ অব দি ইয়েৰ"** নিৰ্বাচন লাভ কৰে আৰু **"আফ্ৰিকান প্লেয়াৰ অব দি ইয়েৰ"** নিৰ্বাচনো পায়। একেটা বছৰতে তিনিটা সন্মানৰ অধিকাৰী হোৱা কম কথা নহয়। জৰ্জ ৱেহ ১৯৬৬ চনত মনৰুভিয়াত জন্ম গ্ৰহণ কৰে। ষ্ট্ৰিট ফুটবলত মত্ত হৈ জৰ্জ ৱেহৰ প্ৰথম শ্ৰেণী ফুটবল কেমেৰুণৰ টুৰ্নেৰি দি ইয়োণ্ডি দলত। ইয়াৰ পিচতে সাতবছৰ যৰাছী ফুটবলত অতিবাহিত কৰোঁতে যথাক্ৰমে মনাকো, পি এচ জি দলত খেলে। এই গৰাকী ৬ ফুট ¹/ ইঞ্চি ওখ ৭৭ কিলোগ্ৰাম ওজনৰ কলা কৌশলত চহকী খেলুৱৈৰ উপনাম **"মিষ্টাৰ জৰ্জ"**।

১৯৯৯ চনত আন্তৰ্জাতিক ফুটবল বুৰঞ্জী আৰু পৰিসংখ্যা সন্থাই জৰ্জ ৱেহক **"আফ্ৰিকান ফুটবলাৰ অব দি চেঞ্চুৰি"** নিৰ্বাচন কৰে।

# বিশ্বকাপ, ১৯৩০

## গ্ৰুপ - ১

| | | |
|---|---|---|
| ফ্ৰান্স | মেক্সিকো | ৪ - ১ |
| আৰ্জেন্তিনা | ফ্ৰান্স | ১ - ০ |
| চিলি | মেক্সিকো | ৩ - ০ |
| চিলি | ফ্ৰান্স | ১ - ০ |
| আৰ্জেন্তিনা | মেক্সিকো | ৬ - ৩ |
| আৰ্জেন্তিনা | চিলি | ৩ - ১ |

| | খেল | জয় | দ্ৰ | পৰাজয় | পক্ষে | বিপক্ষে | পইণ্ট |
|---|---|---|---|---|---|---|---|
| আৰ্জেন্তিনা | ৩ | ৩ | ০ | ০ | ১০ | ৪ | ৬ |
| চিলি | ৩ | ২ | ০ | ১ | ৫ | ৩ | ৪ |
| ফ্ৰান্স | ৩ | ১ | ০ | ২ | ৪ | ৩ | ২ |
| মেক্সিকো | ৩ | ০ | ০ | ৩ | ৪ | ১৩ | ০ |

## গ্ৰুপ-২

| | | |
|---|---|---|
| যুগোশ্লাভিয়া | ব্ৰাজিল | ২ - ১ |
| যুগোশ্লাভিয়া | বলিভিয়া | ৪ - ০ |
| ব্ৰাজিল | বলিভিয়া | ৪ - ০ |

| | খেল | জয় | দ্ৰ | পৰাজয় | পক্ষে | বিপক্ষে | পইণ্ট |
|---|---|---|---|---|---|---|---|
| যুগোশ্লাভিয়া | ২ | ২ | ০ | ০ | ৬ | ১ | ৪ |
| ব্ৰাজিল | ২ | ১ | ০ | ১ | ৫ | ২ | ২ |
| বলিভিয়া | ২ | ০ | ০ | ২ | ০ | ৮ | ০ |

## গ্ৰুপ-৩

| | | |
|---|---|---|
| ৰুমানিয়া | পেৰু | ৩ - ১ |
| উৰুগুৱে | পেৰু | ১ - ০ |
| উৰুগুৱে | ৰুমানিয়া | ৪ - ০ |

| | খেল | জয় | দ্ৰ | পৰাজয় | পক্ষে | বিপক্ষে | পইণ্ট |
|---|---|---|---|---|---|---|---|
| উৰুগুৱে | ২ | ২ | ০ | ০ | ৫ | ০ | ৪ |
| ৰুমানিয়া | ২ | ১ | ০ | ১ | ৩ | ৫ | ২ |
| পেৰু | ২ | ০ | ০ | ২ | ১ | ৪ | ০ |

### গ্ৰুপ-৪

| | | |
|---|---|---|
| মাৰ্কিন যুক্তৰাষ্ট্ৰ | বেলজিয়াম | ৩-০ |
| মাৰ্কিন যুক্তৰাষ্ট্ৰ | পাৰাগুৱে | ৩-০ |
| পাৰাগুৱে | বেলজিয়াম | ১-০ |

| | খেল | জয় | ড্ৰ | পৰাজয় | পক্ষে | বিপক্ষে | পইণ্ট |
|---|---|---|---|---|---|---|---|
| মাৰ্কিন যুক্তৰাষ্ট্ৰ | ২ | ২ | ০ | ০ | ৬ | ০ | ৪ |
| পাৰাগুৱে | ২ | ১ | ০ | ১ | ১ | ৩ | ২ |
| বেলজিয়াম | ২ | ০ | ০ | ২ | ০ | ৪ | ০ |

### চেমি-ফাইনেল

| | | |
|---|---|---|
| আৰ্জেন্তিনা | মাৰ্কিন যুক্তৰাষ্ট্ৰ | ৬-১ |
| উৰুগুৱে | যুগোশ্লাভিয়া | ৬-১ |

### ফাইনেল

| | | |
|---|---|---|
| উৰুগুৱে | আৰ্জেন্তিনা | ৪-২ |



১৯৩০ বিশ্বকাপ বিজয়ী উৰুগুৱে।

# বিশ্বকাপ’ ১৯৩৪

## প্ৰথম ৰাউণ্ড

| | | |
|---|---|---|
| ইটালি | মাৰ্কিন যুক্তৰাষ্ট্ৰ | ৭-১ |
| চেকোশ্লোভাকিয়া | ৰুমানিয়া | ২-১ |
| জাৰ্মেনি | বেলজিয়াম | ৫-২ |
| অষ্ট্ৰিয়া | ফ্ৰান্স | ৩-২ |
| স্পেইন | ব্ৰাজিল | ৩-১ |
| চুইজাৰলেণ্ড | হলেণ্ড | ৩-২ |
| চুইডেন | আৰ্জেণ্টিনা | ৩-২ |
| হাঙ্গেৰি | ইজিপ্ত | ৪-২ |

## দ্বিতীয় ৰাউণ্ড

| | | |
|---|---|---|
| জাৰ্মেনি | চুইডেন | ২-১ |
| অষ্ট্ৰিয়া | হাঙ্গেৰি | ২-১ |
| ইটালি | স্পেইন | ১-১ |
| ইটালি | স্পেইন | ১-০ |
| চেকোশ্লোভাকিয়া | চুইজাৰলেণ্ড | ৩-২ |

## চেমি-ফাইনেল

| | | |
|---|---|---|
| চেকোশ্লোভাকিয়া | জাৰ্মেনি | ৩-১ |
| ইটালি | অষ্ট্ৰিয়া | ১-০ |

## তৃতীয়স্থান নিৰ্ণয়ৰ খেল

| | | |
|---|---|---|
| জাৰ্মেনি | অষ্ট্ৰিয়া | ৩-২ |

## ফাইনেল

| | | |
|---|---|---|
| ইটালি | চেকোশ্লোভাকিয়া | ২-১ |



১৯৩৪ বিশ্বকাপ বিজয়ী ইটালি

# বিশ্বকাপ' ১৯৩৮

## প্ৰথম ৰাউণ্ড

| | | |
|---|---|---|
| চুইজাৰলেণ্ড | জাৰ্মেনি | ১-১ |
| চুইজাৰলেণ্ড | জাৰ্মেনি | ৪-২ |
| কিউবা | ৰুমানিয়া | ৩-৩ |
| কিউবা | ৰুমানিয়া | ২-১ |
| হাঙ্গেৰি | পূৰ্ব ভাৰতীয় দ্বীপপুঞ্জ | ৬-০ |
| ফ্ৰান্স | বেলজিয়াম | ৩-১ |
| চেকোশ্লোভাকিয়া | হলেণ্ড | ৩-০ |
| ব্ৰাজিল | পোলেণ্ড | ৬-৫ |
| ইটালি | নৰৱে | ২-১ |

## দ্বিতীয় ৰাউণ্ড

| | | |
|---|---|---|
| চুইডেন | কিউবা | ৮-০ |
| হাঙ্গেৰি | চুইজাৰলেণ্ড | ২-০ |

| | | |
|---|---|---|
| ব্ৰাজিল | চেকোশ্লোভাকিয়া | ১-১ |
| ব্ৰাজিল | চেকোশ্লোভাকিয়া | ২-১ |
| ইটালি | ফ্ৰান্স | ৩-১ |

### চেমি-ফাইনেল

| | | |
|---|---|---|
| ইটালি | ব্ৰাজিল | ২-১ |
| হাঙ্গেৰি | চুইডেন | ৫-১ |

### তৃতীয়স্থান নিৰ্ণায়কৰ খেল

| | | |
|---|---|---|
| ব্ৰাজিল | চুইডেন | ৪-২ |

### ফাইনেল

| | | |
|---|---|---|
| ইটালি | হাঙ্গেৰি | ৪-২ |



১৯৩৮ বিশ্বকাপ বিজয়ী ইটালি।

## বিশ্বকাপ' ১৯৫০

### গ্ৰুপ-১

| | | |
|---|---|---|
| ব্ৰাজিল | মেক্সিকো | ৪-০ |
| যুগোশ্লাভিয়া | চুইজাৰলেণ্ড | ৩-০ |
| যুগোশ্লাভিয়া | মেক্সিকো | ৪-১ |
| ব্ৰাজিল | চুইজাৰলেণ্ড | ২-২ |
| চুইজাৰলেণ্ড | মেক্সিকো | ২-১ |
| ব্ৰাজিল | যুগোশ্লাভিয়া | ২-০ |

| | খেল | জয় | ড্ৰ | পৰাজয় | পক্ষে | বিপক্ষে | পইণ্ট |
|---|---|---|---|---|---|---|---|
| ব্ৰাজিল | ৩ | ২ | ১ | ০ | ৮ | ২ | ৫ |
| যুগোশ্লাভিয়া | ৩ | ২ | ০ | ১ | ৭ | ৩ | ৪ |
| চুইজাৰলেণ্ড | ৩ | ১ | ১ | ১ | ৪ | ৬ | ৩ |
| মেক্সিকো | ৩ | ০ | ০ | ৩ | ২ | ১০ | ০ |

### গ্ৰুপ-২

| | | |
|---|---|---|
| ইংলেণ্ড | চিলি | ২-০ |
| স্পেইন | মাৰ্কিন যুক্তৰাষ্ট্ৰ | ৩-১ |
| চিলি | মাৰ্কিন যুক্তৰাষ্ট্ৰ | ৫-২ |
| স্পেইন | চিলি | ২-০ |
| স্পেইন | ইংলেণ্ড | ১-০ |
| মাৰ্কিন যুক্তৰাষ্ট্ৰ | ইংলেণ্ড | ১-০ |

| | খেল | জয় | ড্ৰ | পৰাজয় | পক্ষে | বিপক্ষে | পইণ্ট |
|---|---|---|---|---|---|---|---|
| স্পেইন | ৩ | ৩ | ০ | ০ | ৬ | ১ | ৬ |
| ইংলেণ্ড | ৩ | ১ | ০ | ২ | ২ | ২ | ২ |
| চিলি | ৩ | ১ | ০ | ২ | ৫ | ৬ | ২ |
| মাৰ্কিন যুক্তৰাষ্ট্ৰ | ৩ | ১ | ০ | ২ | ৪ | ৮ | ২ |

### গ্ৰুপ-৩

| | | |
|---|---|---|
| চুইডেন | পাৰাগুৱে | ২-২ |
| ইটালি | পাৰাগুৱে | ২-০ |
| চুইডেন | ইটালি | ৩-২ |

| | খেল | জয় | ড্ৰ | পৰাজয় | পক্ষে | বিপক্ষে | পইণ্ট |
|---|---|---|---|---|---|---|---|
| চুইডেন | ২ | ১ | ১ | ০ | ৫ | ৪ | ৩ |
| ইটালি | ২ | ১ | ০ | ১ | ৪ | ৩ | ২ |
| পাৰাগুৱে | ২ | ০ | ১ | ১ | ২ | ৪ | ১ |

### গ্ৰুপ-৪

| | | |
|---|---|---|
| উৰুগুৱে | বলিভিয়া | ৮-০ |

| | খেল | জয় | ড্ৰ | পৰাজয় | পক্ষে | বিপক্ষে | পইণ্ট |
|---|---|---|---|---|---|---|---|
| উৰুগুৱে | ১ | ১ | ০ | ০ | ৮ | ০ | ২ |
| বলিভিয়া | ১ | ০ | ০ | ১ | ০ | ৮ | ০ |

### ফাইনেল পুল

| | | |
|---|---|---|
| উরুগুয়ে | স্পেইন | ২-২ |
| ব্রাজিল | সুইডেন | ৭-১ |
| উরুগুয়ে | সুইডেন | ৩-২ |
| ব্রাজিল | স্পেইন | ৬-১ |
| সুইডেন | স্পেইন | ৩-১ |
| **উরুগুয়ে** | **ব্রাজিল** | ২-১ |

| | খেল | জয় | ড্র | পরাজয় | পক্ষে | বিপক্ষে | পইণ্ট |
|---|---|---|---|---|---|---|---|
| **উরুগুয়ে** | ৩ | ২ | ১ | ০ | ৭ | ৫ | ৫ |
| ব্রাজিল | ৩ | ২ | ০ | ১ | ১৪ | ৪ | ৪ |
| সুইডেন | ৩ | ১ | ০ | ২ | ৬ | ১১ | ২ |
| স্পেইন | ৩ | ০ | ১ | ২ | ৪ | ১১ | ১ |



১৯৫০ বিশ্বকাপ বিজয়ী উরুগুয়ে।

## বিশ্বকাপ' ১৯৫৪

### গ্রুপ-১

| | | |
|---|---|---|
| যুগোস্লাভিয়া | ফ্রান্স | ১-০ |
| ব্রাজিল | মেক্সিকো | ৫-০ |
| ফ্রান্স | মেক্সিকো | ৩-২ |
| ব্রাজিল | যুগোস্লাভিয়া | ১-১ |

| | খেল | জয় | ড্র | পৰাজয় | পক্ষে | বিপক্ষে | পইণ্ট |
|---|---|---|---|---|---|---|---|
| ব্ৰাজিল | ২ | ১ | ১ | ০ | ৬ | ১ | ৩ |
| যুগোশ্লাভিয়া | ২ | ১ | ১ | ০ | ২ | ১ | ৩ |
| ফ্ৰান্স | ২ | ১ | ০ | ১ | ৩ | ৩ | ২ |
| মেক্সিকো | ২ | ০ | ০ | ২ | ২ | ৮ | ০ |

গ্ৰুপ-২

| | | |
|---|---|---|
| হাঙ্গেৰি | দক্ষিণ কোৰিয়া | ৯-০ |
| পশ্চিম জাৰ্মেনি | তুৰস্ক | ৪-১ |
| হাঙ্গেৰি | পশ্চিম জাৰ্মেনি | ৮-৩ |
| তুৰস্ক | দক্ষিণ কোৰিয়া | ৭-০ |

| | খেল | জয় | ড্র | পৰাজয় | পক্ষে | বিপক্ষে | পইণ্ট |
|---|---|---|---|---|---|---|---|
| হাঙ্গেৰি | ২ | ২ | ০ | ০ | ১৭ | ৩ | ৪ |
| পশ্চিম জাৰ্মেনি | ২ | ১ | ০ | ১ | ৭ | ৯ | ২ |
| তুৰস্ক | ২ | ১ | ০ | ১ | ৮ | ৪ | ২ |
| দক্ষিণ কোৰিয়া | ২ | ০ | ০ | ২ | ০ | ১৬ | ০ |

প্লে-অফ্

| | | |
|---|---|---|
| পশ্চিম জাৰ্মেনি | তুৰস্ক | ৭-২ |

গ্ৰুপ-৩

| | | |
|---|---|---|
| অষ্ট্ৰিয়া | স্কটলেণ্ড | ১-০ |
| উৰুগুৱে | চেকোশ্লোভাকিয়া | ২-০ |
| অষ্ট্ৰিয়া | চেকোশ্লোভাকিয়া | ৫-০ |
| উৰুগুৱে | স্কটলেণ্ড | ৭-০ |

| | খেল | জয় | ড্র | পৰাজয় | পক্ষে | বিপক্ষে | পইণ্ট |
|---|---|---|---|---|---|---|---|
| উৰুগুৱে | ২ | ২ | ০ | ০ | ৯ | ০ | ৪ |
| অষ্ট্ৰিয়া | ২ | ২ | ০ | ০ | ৬ | ০ | ৪ |
| চেকোশ্লোভাকিয়া | ২ | ০ | ০ | ২ | ০ | ৭ | ০ |
| স্কটলেণ্ড | ২ | ০ | ০ | ২ | ০ | ৮ | ০ |

গ্ৰুপ-৪

| | | |
|---|---|---|
| ইংলেণ্ড | বেলজিয়াম | ৪-৪ |
| চুইজাৰলেণ্ড | ইটালি | ২-১ |
| ইংলেণ্ড | চুইজাৰলেণ্ড | ২-০ |
| ইটালি | বেলজিয়াম | ৪-১ |

| | খেল | জয় | ড্র | পৰাজয় | পক্ষে | বিপক্ষে | পইণ্ট |
|---|---|---|---|---|---|---|---|
| ইংলেণ্ড | ২ | ১ | ১ | ০ | ৬ | ৪ | ৩ |
| ইটালি | ২ | ১ | ০ | ১ | ৫ | ৩ | ২ |
| চুইজাৰলেণ্ড | ২ | ১ | ০ | ১ | ২ | ৩ | ২ |
| বেলজিয়াম | ২ | ০ | ১ | ১ | ৫ | ৮ | ১ |

### প্লে-অফ্

| | | |
|---|---|---|
| চুইজাৰলেণ্ড | ইটালি | ৪-১ |

### কোৱাৰ্টাৰ-ফাইনেল

| | | |
|---|---|---|
| পশ্চিম জাৰ্মেনি | যুগোশ্লাভিয়া | ২-০ |
| হাঙ্গেৰি | ব্ৰাজিল | ৪-২ |
| অষ্ট্ৰিয়া | চুইজাৰলেণ্ড | ৭-৫ |
| উৰুগুৱে | ইংলেণ্ড | ৪-২ |

### চেমি-ফাইনেল

| | | |
|---|---|---|
| পশ্চিম জাৰ্মেনি | অষ্ট্ৰিয়া | ৬-১ |
| হাঙ্গেৰি | উৰুগুৱে | ২-২/৪-২ |

### তৃতীয়স্থান নিৰ্ণায়কৰ খেল

| | | |
|---|---|---|
| অষ্ট্ৰিয়া | উৰুগুৱে | ৩-১ |

### ফাইনেল

| | | |
|---|---|---|
| পশ্চিম জাৰ্মেনি | হাঙ্গেৰি | ৩-২ |



১৯৫৪ বিশ্বকাপ বিজয়ী পশ্চিম জাৰ্মেনি

# বিশ্বকাপ' ১৯৫৮

## গ্ৰুপ-১

| | | |
|---|---|---|
| পশ্চিম জাৰ্মেনি | আৰ্জেণ্টিনা | ৩-১ |
| উত্তৰ আয়াৰলেণ্ড | চেকোশ্লোভাকিয়া | ২-২ |
| পশ্চিম জাৰ্মেনি | চেকোশ্লোভাকিয়া | ২-২ |
| আৰ্জেণ্টিনা | উত্তৰ আয়াৰলেণ্ড | ৩-১ |
| পশ্চিম জাৰ্মেনি | উত্তৰ আয়াৰলেণ্ড | ২-২ |
| চেকোশ্লোভাকিয়া | আৰ্জেণ্টিনা | ৬-১ |

| | খেল | জয় | ড্ৰ | পৰাজয় | পক্ষে | বিপক্ষে | পইণ্ট |
|---|---|---|---|---|---|---|---|
| পশ্চিম জাৰ্মেনি | ৩ | ১ | ২ | ০ | ৭ | ৫ | ৪ |
| চেকোশ্লোভাকিয়া | ৩ | ১ | ১ | ১ | ৮ | ৪ | ৩ |
| উত্তৰ আয়াৰলেণ্ড | ৩ | ১ | ১ | ১ | ৪ | ৫ | ৩ |
| আৰ্জেণ্টিনা | ৩ | ১ | ০ | ২ | ৫ | ১০ | ২ |

## প্লে-অফ

| | | |
|---|---|---|
| উত্তৰ আয়াৰলেণ্ড | চেকোশ্লোভাকিয়া | ২-১ |

## গ্ৰুপ-২

| | | |
|---|---|---|
| ফ্ৰান্স | পাৰাগুৱে | ৭-৩ |
| যুগোশ্লাভিয়া | স্কটলেণ্ড | ১-১ |
| যুগোশ্লাভিয়া | ফ্ৰান্স | ৩-২ |
| পাৰাগুৱে | স্কটলেণ্ড | ৩-২ |
| ফ্ৰান্স | স্কটলেণ্ড | ২-১ |
| যুগোশ্লাভিয়া | পাৰাগুৱে | ৩-৩ |

| | খেল | জয় | ড্ৰ | পৰাজয় | পক্ষে | বিপক্ষে | পইণ্ট |
|---|---|---|---|---|---|---|---|
| ফ্ৰান্স | ৩ | ২ | ০ | ১ | ১১ | ৭ | ৪ |
| যুগোশ্লাভিয়া | ৩ | ১ | ২ | ০ | ৭ | ৬ | ৪ |
| পাৰাগুৱে | ৩ | ১ | ১ | ১ | ৯ | ১২ | ৩ |
| স্কটলেণ্ড | ৩ | ০ | ১ | ২ | ৪ | ৬ | ১ |

## গ্ৰুপ-৩

| | | |
|---|---|---|
| চুইডেন | মেক্সিকো | ৩-০ |
| হাঙ্গেৰি | ৱেলচ | ১-১ |
| ৱেলচ | মেক্সিকো | ১-১ |

| | | |
|---|---|---|
| চুইডেন | হাঙ্গেৰি | ২-১ |
| হাঙ্গেৰি | মেক্সিকো | ৪-০ |
| চুইডেন | ৱেলচ | ০-০ |

| | খেল | জয় | ড্র | পৰাজয় | পক্ষে | বিপক্ষে | পইণ্ট |
|---|---|---|---|---|---|---|---|
| চুইডেন | ৩ | ২ | ১ | ০ | ৫ | ১ | ৫ |
| হাঙ্গেৰি | ৩ | ১ | ১ | ১ | ৬ | ৩ | ৩ |
| ৱেলচ | ৩ | ০ | ৩ | ০ | ২ | ২ | ৩ |
| মেক্সিকো | ৩ | ০ | ১ | ২ | ১ | ৮ | ১ |

## প্লে-অফ

| | | |
|---|---|---|
| ৱেলচ | হাঙ্গেৰি | ২-১ |

## গ্ৰুপ-৪

| | | |
|---|---|---|
| ইংলেণ্ড | ছোভিয়েট ইউনিয়ন | ২-২ |
| ব্ৰাজিল | অষ্ট্ৰিয়া | ৩-০ |
| ইংলেণ্ড | ব্ৰাজিল | ০-০ |
| ছোভিয়েট ইউনিয়ন | অষ্ট্ৰিয়া | ২-০ |
| ব্ৰাজিল | ছোভিয়েট ইউনিয়ন | ২-০ |
| ইংলেণ্ড | অষ্ট্ৰিয়া | ২-২ |

| | খেল | জয় | ড্র | পৰাজয় | পক্ষে | বিপক্ষে | পইণ্ট |
|---|---|---|---|---|---|---|---|
| ব্ৰাজিল | ৩ | ২ | ১ | ০ | ৫ | ০ | ৫ |
| ইংলেণ্ড | ৩ | ০ | ৩ | ০ | ৪ | ৪ | ৩ |
| ছোঃ ইঃ | ৩ | ১ | ১ | ১ | ৪ | ৪ | ৩ |
| অষ্ট্ৰিয়া | ৩ | ০ | ১ | ২ | ২ | ৭ | ১ |

## প্লে-অফ

| | | |
|---|---|---|
| ছোভিয়েট ইউনিয়ন | ইংলেণ্ড | ১-০ |

## কোৱাৰ্টাৰ-ফাইনেল

| | | |
|---|---|---|
| ফ্ৰান্স | উত্তৰ আয়াৰলেণ্ড | ৪-০ |
| পশ্চিম জাৰ্মেনি | যুগোশ্লাভিয়া | ১-০ |
| চুইডেন | ছোভিয়েট ইউনিয়ন | ২-০ |
| ব্ৰাজিল | ৱেলচ | ১-০ |

## চেমি-ফাইনেল

| | | |
|---|---|---|
| ব্ৰাজিল | ফ্ৰান্স | ৫-২ |
| চুইডেন | পশ্চিম জাৰ্মেনি | ৩-১ |

## তৃতীয়স্থান নিৰ্ণয়ৰ খেল

| | | |
|---|---|---|
| ফ্ৰান্স | পশ্চিম জাৰ্মেনি | ৬-৩ |

## ফাইনেল

| | | |
|---|---|---|
| ব্ৰাজিল | চুইডেন | ৫-২ |



১৯৫৮ বিশ্বকাপ বিজয়ী ব্ৰাজিল।

# বিশ্বকাপ' ১৯৬২

## গ্ৰুপ-১

| | | |
|---|---|---|
| উৰুগুৱে | কলম্বিয়া | ২-১ |
| ছোভিয়েট ইউনিয়ন | যুগোশ্লাভিয়া | ২-০ |
| যুগোশ্লাভিয়া | উৰুগুৱে | ৩-১ |
| ছোভিয়েট ইউনিয়ন | কলম্বিয়া | ৪-৪ |
| ছোভিয়েট ইউনিয়ন | উৰুগুৱে | ২-১ |
| যুগোশ্লাভিয়া | কলম্বিয়া | ৫-০ |

| | খেল | জয় | দ্ৰ | পৰাজয় | পক্ষে | বিপক্ষে | পইণ্ট |
|---|---|---|---|---|---|---|---|
| ছোঃ ইঃ | ৩ | ২ | ১ | ০ | ৮ | ৫ | ৫ |
| যুগোশ্লাভিয়া | ৩ | ২ | ০ | ১ | ৮ | ৩ | ৪ |
| উৰুগুৱে | ৩ | ১ | ০ | ২ | ৪ | ৬ | ২ |
| কলম্বিয়া | ৩ | ০ | ১ | ২ | ৫ | ১১ | ১ |

## গ্ৰুপ-২

| | | |
|---|---|---|
| চিলি | চুইজাৰলেণ্ড | ৩-১ |
| পশ্চিম জাৰ্মেনি | ইটালি | ০-০ |
| চিলি | ইটালি | ২-০ |
| পশ্চিম জাৰ্মেনি | চুইজাৰলেণ্ড | ২-১ |
| পশ্চিম জাৰ্মেনি | চিলি | ২-০ |
| ইটালি | চুইজাৰলেণ্ড | ৩-০ |

| | খেল | জয় | দ্ৰ | পৰাজয় | পক্ষে | বিপক্ষে | পইণ্ট |
|---|---|---|---|---|---|---|---|
| পশ্চিম জাৰ্মেনি | ৩ | ২ | ১ | ০ | ৪ | ১ | ৫ |
| চিলি | ৩ | ২ | ০ | ১ | ৫ | ৩ | ৪ |
| ইটালি | ৩ | ১ | ১ | ১ | ৩ | ২ | ৩ |
| চুইজাৰলেণ্ড | ৩ | ০ | ০ | ৩ | ২ | ৮ | ০ |

## গ্ৰুপ-৩

| | | |
|---|---|---|
| ব্ৰাজিল | মেক্সিকো | ২-০ |
| চেকোশ্লোভাকিয়া | স্পেইন | ১-০ |
| ব্ৰাজিল | চেকোশ্লোভাকিয়া | ০-০ |
| স্পেইন | মেক্সিকো | ১-০ |
| ব্ৰাজিল | স্পেইন | ২-১ |
| মেক্সিকো | চেকোশ্লোভাকিয়া | ৩-১ |

| | খেল | জয় | দ্ৰ | পৰাজয় | পক্ষে | বিপক্ষে | পইণ্ট |
|---|---|---|---|---|---|---|---|
| ব্ৰাজিল | ৩ | ২ | ১ | ০ | ৪ | ১ | ৫ |
| চেকোশ্লোভাকিয়া | ৩ | ১ | ১ | ১ | ২ | ৩ | ৩ |
| মেক্সিকো | ৩ | ১ | ০ | ২ | ৩ | ৪ | ২ |
| স্পেইন | ৩ | ১ | ০ | ২ | ২ | ৩ | ২ |

## গ্ৰুপ-৪

| | | |
|---|---|---|
| আৰ্জেন্তিনা | বুলগেৰিয়া | ১-০ |
| হাঙ্গেৰি | ইংলেণ্ড | ২-১ |
| ইংলেণ্ড | আৰ্জেন্তিনা | ৩-১ |

| | | |
|---|---|---|
| হাঙ্গেৰি | বুলগেৰিয়া | ৬-১ |
| আৰ্জেণ্টিনা | হাঙ্গেৰি | ০-০ |
| ইংলেণ্ড | বুলগেৰিয়া | ০-০ |

| | খেল | জয় | ড্ৰ | পৰাজয় | পক্ষে | বিপক্ষে | পইণ্ট |
|---|---|---|---|---|---|---|---|
| হাঙ্গেৰি | ৩ | ২ | ১ | ০ | ৮ | ২ | ৫ |
| ইংলেণ্ড | ৩ | ১ | ১ | ১ | ৪ | ৩ | ৩ |
| আৰ্জেণ্টিনা | ৩ | ১ | ১ | ১ | ২ | ৩ | ৩ |
| বুলগেৰিয়া | ৩ | ০ | ১ | ২ | ১ | ৭ | ১ |

## কোৱাৰ্টাৰ-ফাইনেল

| | | |
|---|---|---|
| যুগোশ্লাভিয়া | পশ্চিম জাৰ্মেনি | ১-০ |
| ব্ৰাজিল | ইংলেণ্ড | ৩-১ |
| চিলি | ছোভিয়েট ইউনিয়ন | ২-১ |
| চেকোশ্লোভাকিয়া | হাঙ্গেৰি | ১-০ |

## চেমি-ফাইনেল

| | | |
|---|---|---|
| ব্ৰাজিল | চিলি | ৪-২ |
| চেকোশ্লোভাকিয়া | যুগোশ্লাভিয়া | ৩-১ |

## তৃতীয়স্থান নিৰ্ণয়ৰ খেল

| | | |
|---|---|---|
| চিলি | যুগোশ্লাভিয়া | ১-০ |

## ফাইনেল

| | | |
|---|---|---|
| ব্ৰাজিল | চেকোশ্লোভাকিয়া | ৩-১ |



১৯৬২ বিশ্বকাপ বিজয়ী ব্ৰাজিল।

# বিশ্বকাপ’ ১৯৬৬

## গ্রুপ-১

| | | |
|---|---|---|
| ইংলেণ্ড | উৰুগুৱে | ০-০ |
| ফ্ৰান্স | মেক্সিকো | ১-১ |
| উৰুগুৱে | ফ্ৰান্স | ২-১ |
| ইংলেণ্ড | মেক্সিকো | ২-০ |
| উৰুগুৱে | মেক্সিকো | ০-০ |
| ইংলেণ্ড | ফ্ৰান্স | ২-০ |

| | খেল | জয় | ড্ৰ | পৰাজয় | পক্ষে | বিপক্ষে | পইণ্ট |
|---|---|---|---|---|---|---|---|
| ইংলেণ্ড | ৩ | ২ | ১ | ০ | ৪ | ০ | ৫ |
| উৰুগুৱে | ৩ | ১ | ২ | ০ | ২ | ১ | ৪ |
| মেক্সিকো | ৩ | ০ | ২ | ১ | ১ | ৩ | ২ |
| ফ্ৰান্স | ৩ | ০ | ২ | ২ | ২ | ৫ | ১ |

## গ্রুপ-২

| | | |
|---|---|---|
| পশ্চিম জাৰ্মেনি | চুইজাৰলেণ্ড | ৫-০ |
| আৰ্জেণ্টিনা | স্পেইন | ২-১ |
| স্পেইন | চুইজাৰলেণ্ড | ২-১ |
| আৰ্জেণ্টিনা | পশ্চিম জাৰ্মেনি | ০-০ |
| আৰ্জেণ্টিনা | চুইজাৰলেণ্ড | ২-০ |
| পশ্চিম জাৰ্মেনি | স্পেইন | ২-১ |

| | খেল | জয় | ড্ৰ | পৰাজয় | পক্ষে | বিপক্ষে | পইণ্ট |
|---|---|---|---|---|---|---|---|
| পশ্চিম জাৰ্মেনি | ৩ | ২ | ১ | ০ | ৭ | ১ | ৫ |
| আৰ্জেণ্টিনা | ৩ | ২ | ১ | ০ | ৪ | ১ | ৫ |
| স্পেইন | ৩ | ১ | ০ | ২ | ৪ | ৫ | ২ |
| চুইজাৰলেণ্ড | ৩ | ০ | ০ | ৩ | ১ | ৯ | ০ |

## গ্রুপ-৩

| | | |
|---|---|---|
| ব্ৰাজিল | বুলগেৰিয়া | ২-০ |
| পৰ্তুগাল | হাঙ্গেৰি | ৩-১ |
| হাঙ্গেৰি | ব্ৰাজিল | ৩-১ |
| পৰ্তুগাল | বুলগেৰিয়া | ৩-০ |
| পৰ্তুগাল | ব্ৰাজিল | ৩-১ |
| হাঙ্গেৰি | বুলগেৰিয়া | ৩-১ |

| | খেল | জয় | দ্র | পৰাজয় | পক্ষে | বিপক্ষে | পইণ্ট |
|---|---|---|---|---|---|---|---|
| পর্তুগাল | ৩ | ৩ | ০ | ০ | ৯ | ২ | ৬ |
| হাঙ্গেৰি | ৩ | ২ | ০ | ১ | ৭ | ৫ | ৪ |
| ব্ৰাজিল | ৩ | ১ | ০ | ২ | ৪ | ৬ | ২ |
| বুলগেৰিয়া | ৩ | ০ | ০ | ৩ | ১ | ৮ | ০ |

## গ্ৰুপ-৪

| | | |
|---|---|---|
| ছোভিয়েট ইউনিয়ন | উত্তৰ কোৰিয়া | ৩-০ |
| ইটালি | চিলি | ২-০ |
| চিলি | উত্তৰ কোৰিয়া | ১-১ |
| ছোভিয়েট ইউনিয়ন | ইটালি | ১-০ |
| উত্তৰ কোৰিয়া | ইটালি | ১-০ |
| ছোভিয়েট ইউনিয়ন | চিলি | ২-১ |

| | খেল | জয় | দ্র | পৰাজয় | পক্ষে | বিপক্ষে | পইণ্ট |
|---|---|---|---|---|---|---|---|
| ছোঃ ইঃ | ৩ | ৩ | ০ | ০ | ৬ | ১ | ৬ |
| উত্তৰ কোৰিয়া | ৩ | ১ | ১ | ১ | ২ | ৪ | ৩ |
| ইটালি | ৩ | ১ | ০ | ২ | ২ | ২ | ২ |
| চিলি | ৩ | ০ | ১ | ২ | ২ | ৫ | ১ |

## কোৱাৰ্টাৰ-ফাইনেল

| | | |
|---|---|---|
| ইংলেণ্ড | আৰ্জেন্টিনা | ১-০ |
| পশ্চিম জাৰ্মেনি | উৰুগুৱে | ৪-০ |
| পর্তুগাল | উত্তৰ কোৰিয়া | ৫-৩ |
| ছোভিয়েট ইউনিয়ন | হাঙ্গেৰি | ২-১ |

## চেমি-ফাইনেল

| | | |
|---|---|---|
| ইংলেণ্ড | পর্তুগাল | ২-১ |
| পশ্চিম জাৰ্মেনি | ছোভিয়েট ইউনিয়ন | ২-১ |

## তৃতীয়স্থান নিৰ্ণয়ৰ খেল

| | | |
|---|---|---|
| পর্তুগাল | ছোভিয়েট ইউনিয়ন | ২-১ |

## ফাইনেল

| | | |
|---|---|---|
| ইংলেণ্ড | পশ্চিম জাৰ্মেনি | ৪-২ (অঃ সঃ) |



১৯৬৬ বিশ্বকাপ বিজয়ী ইংলেণ্ড।

# বিশ্বকাপ' ১৯৭০

## গ্ৰুপ-১

| | | |
|---|---|---|
| মেক্সিকো | ছোভিয়েট ইউনিয়ন | ০-০ |
| বেলজিয়াম | এল চালভেদৰ | ৩-০ |
| ছোভিয়েট ইউনিয়ন | বেলজিয়াম | ৪-১ |
| মেক্সিকো | এল চালভেদৰ | ৪-০ |
| ছোভিয়েট ইউনিয়ন | এল চালভেদৰ | ২-০ |
| মেক্সিকো | বেলজিয়াম | ১-০ |

| | খেল | জয় | ড্ৰ | পৰাজয় | পক্ষে | বিপক্ষে | পইণ্ট |
|---|---|---|---|---|---|---|---|
| ছোঃ ইঃ | ৩ | ২ | ১ | ০ | ৬ | ১ | ৫ |
| মেক্সিকো | ৩ | ২ | ১ | ০ | ৫ | ০ | ৫ |
| বেলজিয়াম | ৩ | ১ | ০ | ২ | ৪ | ৫ | ২ |
| এল চালভেদৰ | ৩ | ০ | ০ | ৩ | ০ | ৯ | ০ |

## গ্ৰুপ-২

| | | |
|---|---|---|
| উৰুগুৱে | ইজৰাইল | ২-০ |
| ইটালি | চুইডেন | ১-০ |
| উৰুগুৱে | ইটালি | ০-০ |
| চুইডেন | ইজৰাইল | ১-১ |

| | | |
|---|---|---|
| চুইডেন | উৰুগুৱে | ১-০ |
| ইটালি | ইজৰাইল | ০-০ |

| | খেল | জয় | ড্ৰ | পৰাজয় | পক্ষে | বিপক্ষে | পইণ্ট |
|---|---|---|---|---|---|---|---|
| ইটালি | ৩ | ১ | ২ | ০ | ১ | ০ | ৪ |
| উৰুগুৱে | ৩ | ১ | ১ | ১ | ২ | ১ | ৩ |
| চুইডেন | ৩ | ১ | ১ | ১ | ২ | ২ | ৩ |
| ইজৰাইল | ৩ | ০ | ২ | ১ | ১ | ৩ | ২ |

## গ্ৰুপ-৩

| | | |
|---|---|---|
| ইংলেণ্ড | ৰুমানিয়া | ১-০ |
| ব্ৰাজিল | চেকোশ্লোভাকিয়া | ৪-১ |
| ৰুমানিয়া | চেকোশ্লোভাকিয়া | ২-১ |
| ব্ৰাজিল | ইংলেণ্ড | ১-০ |
| ব্ৰাজিল | ৰুমানিয়া | ৩-২ |
| ইংলেণ্ড | চেকোশ্লোভাকিয়া | ১-০ |

| | খেল | জয় | ড্ৰ | পৰাজয় | পক্ষে | বিপক্ষে | পইণ্ট |
|---|---|---|---|---|---|---|---|
| ব্ৰাজিল | ৩ | ৩ | ০ | ০ | ৮ | ৩ | ৬ |
| ইংলেণ্ড | ৩ | ২ | ০ | ১ | ২ | ১ | ৪ |
| ৰুমানিয়া | ৩ | ১ | ০ | ২ | ৪ | ৫ | ২ |
| চেকোশ্লোভাকিয়া | ৩ | ০ | ০ | ৩ | ২ | ৭ | ০ |

## গ্ৰুপ-৪

| | | |
|---|---|---|
| পেৰু | বুলগেৰিয়া | ৩-২ |
| পশ্চিম জাৰ্মেনি | মৰক্কো | ২-১ |
| পেৰু | মৰক্কো | ৩-০ |
| পশ্চিম জাৰ্মেনি | বুলগেৰিয়া | ৫-২ |
| পশ্চিম জাৰ্মেনি | পেৰু | ৩-১ |
| মৰক্কো | বুলগেৰিয়া | ১-১ |

| | খেল | জয় | ড্ৰ | পৰাজয় | পক্ষে | বিপক্ষে | পইণ্ট |
|---|---|---|---|---|---|---|---|
| পশ্চিম জাৰ্মেনি | ৩ | ৩ | ০ | ০ | ১০ | ৪ | ৬ |
| পেৰু | ৩ | ২ | ০ | ১ | ৭ | ৫ | ৪ |
| বুলগেৰিয়া | ৩ | ০ | ১ | ২ | ৫ | ৯ | ১ |
| মৰক্কো | ৩ | ০ | ১ | ২ | ২ | ৬ | ১ |

## কোৱাৰ্টাৰ-ফাইনেল

| | | |
|---|---|---|
| পশ্চিম জাৰ্মেনি | ইংলেণ্ড | ৩-২ |
| ব্ৰাজিল | পেৰু | ৪-২ |

| | | |
|---|---|---|
| ইটালি | মেক্সিকো | ৪-১ |
| উরুগুয়ে | সোভিয়েট ইউনিয়ন | ১-০ |

### সেমি-ফাইনেল

| | | |
|---|---|---|
| ইটালি | পশ্চিম জার্মেনি | ৪-৩ |
| ব্রাজিল | উরুগুয়ে | ৩-১ |

### তৃতীয়স্থান নির্ণয়ৰ খেল

| | | |
|---|---|---|
| পশ্চিম জার্মেনি | উরুগুয়ে | ১-০ |

### ফাইনেল

| | | |
|---|---|---|
| ব্রাজিল | ইটালি | ৪-১ |



১৯৭০ বিশ্বকাপ বিজয়ী ব্রাজিল।

## বিশ্বকাপ' ১৯৭৪

### গ্রুপ-১

| | | |
|---|---|---|
| পশ্চিম জার্মেনি | চিলি | ১-০ |
| জার্মান গণ প্রজাতন্ত্র | অষ্ট্রেলিয়া | ২-০ |
| চিলি | জার্মান গণ প্রজাতন্ত্র | ১-১ |
| পশ্চিম জার্মেনি | অষ্ট্রেলিয়া | ৩-০ |
| অষ্ট্রেলিয়া | চিলি | ০-০ |
| জার্মান গণ প্রজাতন্ত্র | পশ্চিম জার্মেনি | ১-০ |

| | খেল | জয় | ড্র | পৰাজয় | পক্ষে | বিপক্ষে | পইণ্ট |
|---|---|---|---|---|---|---|---|
| জাঃ গঃ প্রঃ | ৩ | ২ | ১ | ০ | ৪ | ১ | ৫ |
| পঃ জার্মেনি | ৩ | ২ | ০ | ১ | ৪ | ১ | ৪ |
| চিলি | ৩ | ০ | ২ | ১ | ১ | ২ | ২ |
| অষ্ট্ৰেলিয়া | ৩ | ০ | ১ | ২ | ০ | ৫ | ১ |

## গ্ৰুপ-২

| | | |
|---|---|---|
| ব্ৰাজিল | যুগোশ্লাভিয়া | ০-০ |
| স্কটলেণ্ড | জায়েৰ | ২-০ |
| যুগোশ্লাভিয়া | জায়েৰ | ৯-০ |
| স্কটলেণ্ড | ব্ৰাজিল | ০-০ |
| ব্ৰাজিল | জায়েৰ | ৩-০ |
| স্কটলেণ্ড | যুগোশ্লাভিয়া | ১-১ |

| | খেল | জয় | ড্র | পৰাজয় | পক্ষে | বিপক্ষে | পইণ্ট |
|---|---|---|---|---|---|---|---|
| যুগোশ্লাভিয়া | ৩ | ১ | ২ | ০ | ১০ | ১ | ৪ |
| ব্ৰাজিল | ৩ | ১ | ২ | ০ | ৩ | ০ | ৪ |
| স্কটলেণ্ড | ৩ | ১ | ২ | ০ | ৩ | ১ | ৪ |
| জায়েৰ | ৩ | ০ | ০ | ৩ | ০ | ১৪ | ০ |

## গ্ৰুপ-৩

| | | |
|---|---|---|
| চুইডেন | বুলগেৰিয়া | ০-০ |
| হলেণ্ড | উৰুগুৱে | ২-০ |
| হলেণ্ড | চুইডেন | ০-০ |
| বুলগেৰিয়া | উৰুগুৱে | ১-১ |
| হলেণ্ড | বুলগেৰিয়া | ৪-১ |
| চুইডেন | উৰুগুৱে | ৩-০ |

| | খেল | জয় | ড্র | পৰাজয় | পক্ষে | বিপক্ষে | পইণ্ট |
|---|---|---|---|---|---|---|---|
| হলেণ্ড | ৩ | ২ | ১ | ০ | ৬ | ১ | ৫ |
| চুইডেন | ৩ | ১ | ২ | ০ | ৩ | ০ | ৪ |
| বুলগেৰিয়া | ৩ | ০ | ২ | ১ | ২ | ৫ | ২ |
| উৰুগুৱে | ৩ | ০ | ১ | ২ | ১ | ৫ | ১ |

## গ্ৰুপ-৪

| | | |
|---|---|---|
| ইটালি | হাইটি | ৩-১ |
| পোলেণ্ড | আৰ্জেণ্টিনা | ৩-২ |
| পোলেণ্ড | হাইটি | ৭-০ |
| আৰ্জেণ্টিনা | ইটালি | ১-১ |

| | | |
|---|---|---|
| পোলেণ্ড | ইটালি | ২-১ |
| আৰ্জেণ্টিনা | হাইটি | ৪-১ |

| | খেল | জয় | ড্ৰ | পৰাজয় | পক্ষে | বিপক্ষে | পইণ্ট |
|---|---|---|---|---|---|---|---|
| পোলেণ্ড | ৩ | ৩ | ০ | ০ | ১২ | ৩ | ৬ |
| আৰ্জেণ্টিনা | ৩ | ১ | ১ | ১ | ৭ | ৫ | ৩ |
| ইটালি | ৩ | ১ | ১ | ১ | ৫ | ৪ | ৩ |
| হাইটি | ৩ | ০ | ০ | ৩ | ২ | ১৪ | ০ |

## চেমি-ফাইনেল পুলচ্

### গ্ৰুপ-এ

| | | |
|---|---|---|
| ব্ৰাজিল | জাৰ্মান গণ প্ৰজাতন্ত্ৰ | ১-০ |
| হলেণ্ড | আৰ্জেণ্টিনা | ৪-০ |
| হলেণ্ড | জাৰ্মান গণ প্ৰজাতন্ত্ৰ | ২-০ |
| ব্ৰাজিল | আৰ্জেণ্টিনা | ২-১ |
| হলেণ্ড | ব্ৰাজিল | ২-০ |
| আৰ্জেণ্টিনা | জাৰ্মান গণ প্ৰজাতন্ত্ৰ | ১-১ |

| | খেল | জয় | ড্ৰ | পৰাজয় | পক্ষে | বিপক্ষে | পইণ্ট |
|---|---|---|---|---|---|---|---|
| হলেণ্ড | ৩ | ৩ | ০ | ০ | ৮ | ০ | ৬ |
| ব্ৰাজিল | ৩ | ২ | ০ | ১ | ৩ | ৩ | ৪ |
| জাঃ গঃ প্ৰঃ | ৩ | ০ | ১ | ২ | ১ | ৪ | ১ |
| আৰ্জেণ্টিনা | ৩ | ০ | ১ | ২ | ২ | ৭ | ১ |

### গ্ৰুপ-বি

| | | |
|---|---|---|
| পোলেণ্ড | চুইডেন | ১-০ |
| পশ্চিম জাৰ্মেনি | যুগোশ্লাভিয়া | ২-০ |
| পোলেণ্ড | যুগোশ্লাভিয়া | ২-১ |
| পশ্চিম জাৰ্মেনি | চুইডেন | ৪-২ |
| চুইডেন | যুগোশ্লাভিয়া | ২-১ |
| পশ্চিম জাৰ্মেনি | পোলেণ্ড | ১-০ |

| | খেল | জয় | ড্ৰ | পৰাজয় | পক্ষে | বিপক্ষে | পইণ্ট |
|---|---|---|---|---|---|---|---|
| পশ্চিম জাৰ্মেনি | ৩ | ৩ | ০ | ০ | ৭ | ২ | ৬ |
| পোলেণ্ড | ৩ | ২ | ০ | ১ | ৩ | ২ | ৪ |
| চুইডেন | ৩ | ১ | ০ | ২ | ৪ | ৬ | ২ |
| যুগোশ্লাভিয়া | ৩ | ০ | ০ | ৩ | ২ | ৬ | ০ |

## তৃতীয়স্থান নিৰ্ণয়ৰ খেল

| | | |
|---|---|---|
| পোলেণ্ড | ব্ৰাজিল | ১-০ |

ফাইনেল

| | | |
|---|---|---|
| পশ্চিম জাৰ্মেনি | হলেণ্ড | ২-১ |



১৯৭৪ বিশ্বকাপ বিজয়ী পশ্চিম জাৰ্মেনি।

# বিশ্বকাপ ১৯৭৮

## গ্ৰুপ-১

| | | |
|---|---|---|
| ইটালি | ফ্ৰান্স | ২-১ |
| আৰ্জেন্তিনা | হাঙ্গেৰি | ২-১ |
| ইটালি | হাঙ্গেৰি | ৩-১ |
| আৰ্জেন্তিনা | ফ্ৰান্স | ২-১ |
| ফ্ৰান্স | হাঙ্গেৰি | ৩-১ |
| ইটালি | আৰ্জেন্তিনা | ১-০ |

| | খেল | জয় | ড্ৰ | পৰাজয় | পক্ষে | বিপক্ষে | পইণ্ট |
|---|---|---|---|---|---|---|---|
| ইটালি | ৩ | ৩ | ০ | ০ | ৬ | ২ | ৬ |
| আৰ্জেন্তিনা | ৩ | ২ | ০ | ০ | ৪ | ৩ | ৪ |
| ফ্ৰান্স | ৩ | ১ | ০ | ২ | ৫ | ৫ | ২ |
| হাঙ্গেৰি | ৩ | ০ | ০ | ৩ | ৩ | ৮ | ০ |

## গ্ৰুপ-২

| | | |
|---|---|---|
| পশ্চিম জাৰ্মেনি | পোলেণ্ড | ০-০ |
| টিউনিচিয়া | মেক্সিকো | ৩-১ |
| পোলেণ্ড | টিউনিচিয়া | ১-০ |
| পশ্চিম জাৰ্মেনি | মেক্সিকো | ৬-০ |
| পোলেণ্ড | মেক্সিকো | ৩-১ |
| পশ্চিম·জাৰ্মেনি | টিউনিচিয়া | ০-০ |

| | খেল | জয় | ড্ৰ | পৰাজয় | পক্ষে | বিপক্ষে | পইণ্ট |
|---|---|---|---|---|---|---|---|
| পোলেণ্ড | ৩ | ২ | ১ | ০ | ৪ | ১ | ৫ |
| পশ্চিম জাৰ্মেনি | ৩ | ১ | ২ | ০ | ৬ | ০ | ৪ |
| টিউনিচিয়া | ৩ | ১ | ১ | ১ | ৩ | ২ | ৩ |
| মেক্সিকো | ৩ | ০ | ০ | ৩ | ২ | ১২ | ০ |

## গ্ৰুপ-৩

| | | |
|---|---|---|
| ব্ৰাজিল | চুইডেন | ১-১ |
| অষ্ট্ৰিয়া | স্পেইন | ২-১ |
| ব্ৰাজিল | স্পেইন | ০-০ |
| অষ্ট্ৰিয়া | চুইডেন | ১-০ |
| স্পেইন | চুইডেন | ১-০ |
| ব্ৰাজিল | অষ্ট্ৰিয়া | ১-০ |

| | খেল | জয় | ড্ৰ | পৰাজয় | পক্ষে | বিপক্ষে | পইণ্ট |
|---|---|---|---|---|---|---|---|
| অষ্ট্ৰিযা | ৩ | ২ | ০ | ১ | ৩ | ২ | ৪ |
| ব্ৰাজিল | ৩ | ১ | ২ | ০ | ২ | ১ | ৪ |
| স্পেইন | ৩ | ১ | ১ | ১ | ২ | ২ | ৩ |
| চুইডেন | ৩ | ০ | ১ | ২ | ১ | ৩ | ১ |

## গ্ৰুপ-৪

| | | |
|---|---|---|
| হলেণ্ড | ইৰাণ | ৩-০ |
| পেৰু | স্কটলেণ্ড | ৩-১ |
| ইৰাণ | স্কটলেণ্ড | ১-১ |
| হলেণ্ড | পেৰু | ০-০ |
| পেৰু | ইৰাণ | ৪-১ |
| স্কটলেণ্ড | হলেণ্ড | ৩-২ |

| | খেল | জয় | ড্ৰ | পৰাজয় | পক্ষে | বিপক্ষে | পইণ্ট |
|---|---|---|---|---|---|---|---|
| পেৰু | ৩ | ২ | ১ | ০ | ৭ | ২ | ৫ |
| হলেণ্ড | ৩ | ১ | ১ | ১ | ৫ | ৩ | ৩ |

| | | | | | | | |
|---|---|---|---|---|---|---|---|
| স্কটলেণ্ড | ৩ | ১ | ১ | ১ | ৫ | ৬ | ৩ |
| ইৰাণ | ৩ | ০ | ১ | ২ | ২ | ৮ | ১ |

## চেমি-ফাইনেল ৰাউণ্ড

### গ্ৰুপ-এ

| | | |
|---|---|---|
| হলেণ্ড | অষ্ট্ৰিয়া | ৫-১ |
| ইটালি | পশ্চিম জাৰ্মেনি | ০-০ |
| হলেণ্ড | পশ্চিম জাৰ্মেনি | ২-২ |
| ইটালি | অষ্ট্ৰিয়া | ১-০ |
| হলেণ্ড | ইটালি | ২-১ |
| অষ্ট্ৰিয়া | পশ্চিম জাৰ্মেনি | ৩-২ |

| | খেল | জয় | ড্ৰ | পৰাজয় | পক্ষে | বিপক্ষে | পইণ্ট |
|---|---|---|---|---|---|---|---|
| হলেণ্ড | ৩ | ২ | ১ | ০ | ৯ | ৪ | ৫ |
| ইটালি | ৩ | ১ | ১ | ১ | ২ | ২ | ৩ |
| পশ্চিম জাৰ্মেনি | ৩ | ০ | ২ | ১ | ৪ | ৫ | ২ |
| অষ্ট্ৰিয়া | ৩ | ১ | ০ | ২ | ৪ | ৮ | ২ |

### গ্ৰুপ-বি

| | | |
|---|---|---|
| আৰ্জেণ্টিনা | পোলেণ্ড | ২-০ |
| ব্ৰাজিল | পেৰু | ৩-০ |
| পোলেণ্ড | পেৰু | ১-০ |
| ব্ৰাজিল | আৰ্জেণ্টিনা | ০-০ |
| ব্ৰাজিল | পোলেণ্ড | ৩-১ |
| আৰ্জেণ্টিনা | পেৰু | ৬-০ |

| | খেল | জয় | ড্ৰ | পৰাজয় | পক্ষে | বিপক্ষে | পইণ্ট |
|---|---|---|---|---|---|---|---|
| আৰ্জেণ্টিনা | ৩ | ২ | ১ | ০ | ৮ | ০ | ৫ |
| ব্ৰাজিল | ৩ | ২ | ১ | ০ | ৬ | ১ | ৫ |
| পোলেণ্ড | ৩ | ১ | ০ | ২ | ২ | ৫ | ২ |
| পেৰু | ৩ | ০ | ০ | ৩ | ০ | ১০ | ০ |

## তৃতীয়স্থান নিৰ্ণয়ৰ খেল

| | | |
|---|---|---|
| ব্ৰাজিল | ইটালি | ২-১ |

## ফাইনেল

| | | |
|---|---|---|
| আৰ্জেণ্টিনা | হলেণ্ড | ৩-১ (অঃ সঃ) |




১৯৭৮ বিশ্বকাপ বিজয়ী আৰ্জেন্তিনা।

# বিশ্বকাপ' ১৯৮২

### গ্ৰুপ-১

| | | |
|---|---|---|
| ইটালি | পোলেণ্ড | ০-০ |
| কেমেৰুণ | পেৰু | ০-০ |
| ইটালি | পেৰু | ১-১ |
| কেমেৰুণ | পোলেণ্ড | ০-০ |
| পোলেণ্ড | পেৰু | ৫-১ |
| কেমেৰুণ | ইটালি | ১-১ |

| | খেল | জয় | দ্ৰ | পৰাজয় | পক্ষে | বিপক্ষে | পইণ্ট |
|---|---|---|---|---|---|---|---|
| পোলেণ্ড | ৩ | ১ | ২ | ০ | ৫ | ১ | ৪ |
| ইটালি | ৩ | ০ | ৩ | ০ | ২ | ২ | ৩ |
| কেমেৰুণ | ৩ | ০ | ৩ | ০ | ১ | ১ | ৩ |
| পেৰু | ৩ | ০ | ২ | ১ | ২ | ৬ | ২ |

### গ্ৰুপ-২

| | | |
|---|---|---|
| আলজেৰিয়া | পশ্চিম জাৰ্মেনি | ২-১ |
| অষ্ট্ৰিয়া | চিলি | ১-০ |
| পশ্চিম জাৰ্মেনি | চিলি | ৪-১ |

| | | |
|---|---|---|
| আলজেৰিয়া | চিলি | ৩-২ |
| অষ্ট্ৰিয়া | আলজেৰিয়া | ২-০ |
| পশ্চিম জাৰ্মেনি | অষ্ট্ৰিয়া | ১-০ |

| | খেল | জয় | ড্ৰ | পৰাজয় | পক্ষে | বিপক্ষে | পইণ্ট |
|---|---|---|---|---|---|---|---|
| পশ্চিম জাৰ্মেনি | ৩ | ২ | ০ | ১ | ৩ | ৩ | ৪ |
| অষ্ট্ৰিয়া | ৩ | ২ | ০ | ১ | ৩ | ১ | ৪ |
| আলজেৰিয়া | ৩ | ২ | ০ | ১ | ৫ | ৫ | ৪ |
| চিলি | ৩ | ০ | ০ | ৩ | ৩ | ৮ | ০ |

## গ্ৰুপ-৩

| | | |
|---|---|---|
| বেলজিয়াম | আৰ্জেন্টিনা | ১-০ |
| হাঙ্গেৰি | এল চালভেদৰ | ১০-১ |
| আৰ্জেন্টিনা | হাঙ্গেৰি | ৪-১ |
| বেলজিয়াম | এল চালভেদৰ | ১-০ |
| বেলজিয়াম | হাঙ্গেৰি | ১-১ |
| আৰ্জেন্টিনা | এল চালভেদৰ | ২-০ |

| | খেল | জয় | ড্ৰ | পৰাজয় | পক্ষে | বিপক্ষে | পইণ্ট |
|---|---|---|---|---|---|---|---|
| বেলজিয়াম | ৩ | ২ | ১ | ০ | ৩ | ১ | ৫ |
| আৰ্জেন্টিনা | ৩ | ২ | ০ | ১ | ৭ | ২ | ৪ |
| হাঙ্গেৰি | ৩ | ১ | ১ | ১ | ১২ | ৬ | ৩ |
| এল চালভেদৰ | ৩ | ০ | ০ | ৩ | ১ | ১৩ | ০ |

## গ্ৰুপ-৪

| | | |
|---|---|---|
| ইংলেণ্ড | ফ্ৰান্স | ৩-১ |
| চেকোশ্লোভাকিয়া | কুৱেট | ১-১ |
| ইংলেণ্ড | চেকোশ্লোভাকিয়া | ২-০ |
| ফ্ৰান্স | কুৱেট | ৪-১ |
| ফ্ৰান্স | চেকোশ্লোভাকিয়া | ১-১ |
| ইংলেণ্ড | কুৱেট | ১-০ |

| | খেল | জয় | ড্ৰ | পৰাজয় | পক্ষে | বিপক্ষে | পইণ্ট |
|---|---|---|---|---|---|---|---|
| ইংলেণ্ড | ৩ | ৩ | ০ | ০ | ৬ | ১ | ৬ |
| ফ্ৰান্স | ৩ | ১ | ১ | ১ | ৬ | ৫ | ৩ |
| চেকোশ্লোভাকিয়া | ৩ | ০ | ২ | ১ | ২ | ৪ | ২ |
| কুৱেইট | ৩ | ০ | ১ | ২ | ২ | ৬ | ১ |

## গ্ৰুপ-৫

| | | |
|---|---|---|
| স্পেইন | হণ্ডুৰাচ | ১-১ |

| | | |
|---|---|---|
| যুগোশ্লাভিয়া | উত্তৰ আয়াৰলেণ্ড | ০-০ |
| স্পেইন | যুগোশ্লাভিয়া | ২-১ |
| হণ্ডুৰাচ | উত্তৰ আয়াৰলেণ্ড | ১-১ |
| যুগোশ্লাভিয়া | হণ্ডুৰাচ | ১-০ |
| উত্তৰ আয়াৰলেণ্ড | স্পেইন | ১-০ |

| | খেল | জয় | ড্র | পৰাজয় | পক্ষে | বিপক্ষে | পইণ্ট |
|---|---|---|---|---|---|---|---|
| উত্তৰ আয়াৰলেণ্ড | ৩ | ১ | ২ | ০ | ২ | ১ | ৪ |
| যুগোশ্লাভিয়া | ৩ | ১ | ১ | ১ | ২ | ২ | ৩ |
| স্পেইন | ৩ | ১ | ১ | ১ | ৩ | ৩ | ৩ |
| হণ্ডুৰাচ | ৩ | ০ | ২ | ০ | ২ | ৪ | ২ |

গ্রুপ-৬

| | | |
|---|---|---|
| ব্ৰাজিল | ছোভিয়েট ইউনিয়ন | ২-১ |
| স্কটলেণ্ড | নিউজিলেণ্ড | ৫-২ |
| ব্ৰাজিল | স্কটলেণ্ড | ৪-১ |
| ছোভিয়েট ইউনিয়ন | নিউজিলেণ্ড | ৩-০ |
| স্কটলেণ্ড | ছোভিয়েট ইউনিয়ন | ২-২ |
| ব্ৰাজিল | নিউজিলেণ্ড | ৪-০ |

| | খেল | জয় | ড্র | পৰাজয় | পক্ষে | বিপক্ষে | পইণ্ট |
|---|---|---|---|---|---|---|---|
| ব্ৰাজিল | ৩ | ৩ | ০ | ০ | ১০ | ২ | ৬ |
| ছোঃ ইঃ | ৩ | ১ | ১ | ১ | ৬ | ৫ | ৩ |
| স্কটলেণ্ড | ৩ | ১ | ১ | ১ | ৮ | ৮ | ৩ |
| নিউজিলেণ্ড | ৩ | ০ | ০ | ৩ | ২ | ১২ | ০ |

গ্রুপ-এ

| | | |
|---|---|---|
| পোলেণ্ড | বেলজিয়াম | ৩-০ |
| ছোভিয়েট ইউনিয়ন | বেলজিয়াম | ১-০ |
| পোলেণ্ড | ছোভিয়েট ইউনিয়ন | ০-০ |

| | খেল | জয় | ড্র | পৰাজয় | পক্ষে | বিপক্ষে | পইণ্ট |
|---|---|---|---|---|---|---|---|
| পোলেণ্ড | ২ | ১ | ১ | ০ | ৩ | ০ | ৩ |
| ছোঃ ইঃ | ২ | ১ | ১ | ০ | ১ | ০ | ৩ |
| বেলজিয়াম | ২ | ০ | ০ | ২ | ০ | ৪ | ০ |

গ্রুপ-বি

| | | |
|---|---|---|
| ইংলেণ্ড | পশ্চিম জার্মেনি | ০-০ |
| পশ্চিম জার্মেনি | স্পেইন | ২-০ |
| ইংলেণ্ড | স্পেইন | ০-০ |

| | খেল | জয় | ড্র | পৰাজয় | পক্ষে | বিপক্ষে | পইণ্ট |
|---|---|---|---|---|---|---|---|
| পশ্চিম জার্মেনি | ২ | ১ | ১ | ০ | ২ | ০ | ৩ |
| ইংলেণ্ড | ২ | ০ | ২ | ০ | ০ | ০ | ২ |
| স্পেইন | ২ | ০ | ১ | ১ | ০ | ২ | ১ |

## গ্ৰুপ-চি

| | | |
|---|---|---|
| ইটালি | আৰ্জেণ্টিনা | ২-১ |
| ব্ৰাজিল | আৰ্জেণ্টিনা | ৩-১ |
| ইটালি | ব্ৰাজিল | ৩-২ |

| | খেল | জয় | ড্র | পৰাজয় | পক্ষে | বিপক্ষে | পইণ্ট |
|---|---|---|---|---|---|---|---|
| ইটালি | ২ | ২ | ০ | ০ | ৫ | ৩ | ৪ |
| ব্ৰাজিল | ২ | ১ | ০ | ১ | ৫ | ১ | ২ |
| আৰ্জেণ্টিনা | ২ | ০ | ০ | ২ | ২ | ৫ | ০ |

## গ্ৰুপ-দি

| | | |
|---|---|---|
| ফ্ৰান্স | অষ্ট্ৰিয়া | ১-০ |
| অষ্ট্ৰিয়া | উত্তৰ আয়াৰলেণ্ড | ২-২ |
| ফ্ৰান্স | উত্তৰ আয়াৰলেণ্ড | ৪-১ |

| | খেল | জয় | ড্র | পৰাজয় | পক্ষে | বিপক্ষে | পইণ্ট |
|---|---|---|---|---|---|---|---|
| ফান্স | ২ | ২ | ০ | ০ | ৫ | ১ | ৪ |
| অষ্ট্ৰিয়া | ২ | ০ | ১ | ০ | ২ | ৩ | ১ |
| উঃ আয়াৰলেণ্ড | ২ | ০ | ১ | ০ | ৩ | ৬ | ১ |

## চেমি-ফাইনেল

| | | |
|---|---|---|
| ইটালি | পোলেণ্ড | ২-০ |
| পশ্চিম জার্মেনি | ফ্ৰান্স | ৩-৩ (৫-৪) |

## তৃতীয়স্থান নিৰ্ণয়ৰ খেল

| | | |
|---|---|---|
| পোলেণ্ড | ফ্ৰান্স | ৩-২ |

## ফাইনেল

| | | |
|---|---|---|
| ইটালি | পশ্চিম জার্মেনি | ৩-১ |



১৯৮২ বিশ্বকাপ বিজয়ী ইটালি।

# বিশ্বকাপ' ১৯৮৬

## গ্ৰুপ-এ

| | | |
|---|---|---|
| ইটালি | বুলগেৰিয়া | ১-১ |
| আৰ্জেন্টিনা | দক্ষিণ কোৰিয়া | ৩-১ |
| ইটালি | আৰ্জেন্টিনা | ১-১ |
| বুলগেৰিয়া | দক্ষিণ কোৰিয়া | ১-১ |
| ইটালি | দক্ষিণ কোৰিয়া | ৩-২ |
| আৰ্জেন্টিনা | বুলগেৰিয়া | ২-০ |

| | খেল | জয় | ড্ৰ | পৰাজয় | পক্ষে | বিপক্ষে | পইণ্ট |
|---|---|---|---|---|---|---|---|
| আৰ্জেন্টিনা | ৩ | ২ | ১ | ০ | ৬ | ২ | ৫ |
| ইটালি | ৩ | ১ | ২ | ০ | ৫ | ৪ | ৪ |
| বুলগেৰিয়া | ৩ | ০ | ২ | ১ | ২ | ৪ | ২ |
| দঃ কোৰিয়া | ৩ | ০ | ১ | ২ | ৪ | ৭ | ১ |

## গ্ৰুপ-বি

| | | |
|---|---|---|
| মেক্সিকো | বেলজিয়াম | ২-১ |
| পাৰাগুৱে | ইৰাক | ১-০ |
| মেক্সিকো | পাৰাগুৱে | ১-১ |

| | | |
|---|---|---|
| বেলজিয়াম | ইৰাক | ২-১ |
| মেক্সিকো | ইৰাক | ১-০ |
| বেলজিয়াম | পাৰাগুৱে | ২-২ |

| | খেল | জয় | দ্ৰ | পৰাজয় | পক্ষে | বিপক্ষে | পইণ্ট |
|---|---|---|---|---|---|---|---|
| মেক্সিকো | ৩ | ২ | ১ | ০ | ৪ | ২ | ৫ |
| বেলজিয়াম | ৩ | ১ | ১ | ১ | ৫ | ৫ | ৩ |
| পাৰাগুৱে | ৩ | ১ | ১ | ১ | ৪ | ৩ | ৩ |
| ইৰাক | ৩ | ০ | ০ | ৩ | ১ | ৪ | ০ |

## গ্ৰুপ-চি

| | | |
|---|---|---|
| ফ্ৰান্স | কানাডা | ১-০ |
| ছোভিয়েট ইউনিয়ন | হাঙ্গেৰি | ৬-০ |
| ছোভিয়েট ইউনিয়ন | ফ্ৰান্স | ১-১ |
| হাঙ্গেৰি | কানাডা | ২-০ |
| ফ্ৰান্স | হাঙ্গেৰি | ৩-০ |
| ছোভিয়েট ইউনিয়ন | কানাডা | ২-০ |

| | খেল | জয় | দ্ৰ | পৰাজয় | পক্ষে | বিপক্ষে | পইণ্ট |
|---|---|---|---|---|---|---|---|
| ছোঃ ইউনিয়ন | ৩ | ২ | ১ | ০ | ৯ | ১ | ৫ |
| ফ্ৰান্স | ৩ | ২ | ১ | ০ | ৫ | ১ | ৫ |
| হাঙ্গেৰি | ৩ | ১ | ০ | ০ | ২ | ৯ | ২ |
| কানাডা | ৩ | ০ | ০ | ৩ | ০ | ৫ | ০ |

## গ্ৰুপ-দি

| | | |
|---|---|---|
| ব্ৰাজিল | স্পেইন | ১-০ |
| উত্তৰ আয়াৰলেণ্ড | আলজেৰিয়া | ১-১ |
| ব্ৰাজিল | আলজেৰিয়া | ১-০ |
| স্পেইন | উত্তৰ আয়াৰলেণ্ড | ২-১ |
| স্পেইন | আলজেৰিয়া | ৩-০ |
| ব্ৰাজিল | উত্তৰ আয়াৰলেণ্ড | ৩-০ |

| | খেল | জয় | দ্ৰ | পৰাজয় | পক্ষে | বিপক্ষে | পইণ্ট |
|---|---|---|---|---|---|---|---|
| ব্ৰাজিল | ৩ | ৩ | ০ | ০ | ৫ | ০ | ৬ |
| স্পেইন | ৩ | ২ | ০ | ১ | ৫ | ২ | ৪ |
| উঃ আয়াৰলেণ্ড | ৩ | ০ | ১ | ২ | ২ | ৬ | ১ |
| আলজেৰিয়া | ৩ | ০ | ১ | ২ | ১ | ৫ | ১ |

## গ্ৰুপ-ই

| | | |
|---|---|---|
| পশ্চিম জাৰ্মেনি | উৰুগুৱে | ১-১ |

| | | |
|---|---|---|
| ডেনমাৰ্ক | স্কটলেণ্ড | ১-০ |
| পশ্চিম জাৰ্মেনি | স্কটলেণ্ড | ২-১ |
| ডেনমাৰ্ক | উৰুগুৱে | ৬-১ |
| ডেনমাৰ্ক | পশ্চিম জাৰ্মেনি | ২-০ |
| উৰুগুৱে | স্কটলেণ্ড | ০-০ |

| | খেল | জয় | ড্ৰ | পৰাজয় | পক্ষে | বিপক্ষে | পইণ্ট |
|---|---|---|---|---|---|---|---|
| ডেনমাৰ্ক | ৩ | ৩ | ০ | ০ | ৯ | ১ | ৬ |
| পঃ জাৰ্মেনি | ৩ | ১ | ১ | ১ | ৩ | ৪ | ৩ |
| উৰুগুৱে | ৩ | ০ | ২ | ১ | ২ | ৬ | ২ |
| স্কটলেণ্ড | ৩ | ০ | ১ | ২ | ১ | ৩ | ১ |

## গ্ৰুপ-এফ

| | | |
|---|---|---|
| পোলেণ্ড | মৰক্কো | ০-০ |
| পৰ্তুগাল | ইংলেণ্ড | ১-০ |
| ইংলেণ্ড | মৰক্কো | ০-০ |
| পোলেণ্ড | পৰ্তুগাল | ১-০ |
| ইংলেণ্ড | পোলেণ্ড | ৩-০ |
| মৰক্কো | পৰ্তুগাল | ৩-১ |

| | খেল | জয় | ড্ৰ | পৰাজয় | পক্ষে | বিপক্ষে | পইণ্ট |
|---|---|---|---|---|---|---|---|
| মৰক্কো | ৩ | ১ | ২ | ০ | ৩ | ১ | ৪ |
| ইংলেণ্ড | ৩ | ১ | ১ | ১ | ৩ | ১ | ৩ |
| পোলেণ্ড | ৩ | ১ | ১ | ১ | ১ | ৩ | ৩ |
| পৰ্তুগাল | ৩ | ১ | ০ | ২ | ২ | ৪ | ২ |

## প্ৰি-কোৱাৰ্টাৰ-ফাইনেল

| | | |
|---|---|---|
| মেক্সিকো | বুলগেৰিয়া | ২-০ |
| বেলজিয়াম | ছোভিয়েট ইউনিয়ন | ৪-৩ (অঃ সঃ) |
| আৰ্জেণ্টিনা | উৰুগুৱে | ১-০ |
| ব্ৰাজিল | পোলেণ্ড | ৪-০ |
| ফ্ৰান্স | ইটালি | ২-০ |
| পশ্চিম জাৰ্মেনি | মৰক্কো | ১-০ |
| ইংলেণ্ড | পাৰাগুৱে | ৩-০ |
| স্পেইন | ডেনমাৰ্ক | ৫-১ |

## কোৱাৰ্টাৰ-ফাইনেল

| | | |
|---|---|---|
| ফ্ৰান্স | ব্ৰাজিল | ১-১ (৫-৪) |
| আৰ্জেণ্টিনা | ইংলেণ্ড | ২-১ |

